গুৰুত্বপূৰ্ণ পৰামৰ্শ হ'ল—"আখৰ চিনাৰ আগতে ক, খ ইত্যাদি ক্ৰমে ফলা আওৰাবলৈ দিয়ে আৰু চিলঠত আখৰ লিখিবলৈ দিয়ে। আখৰ নিচিনাকৈ ফলা আওৰাৰ পৰা আখৰ চিনাত পলম হয় আৰু আখৰ চিনাৰ আগতে লিখিবলৈ দিযাৰ পৰা লিখা-পঢ়াৰ কামলৈ ল'ৰাৰ এটা ভয় সোমাই যায়।"

এনেবোৰ তাৎপৰ্যপূৰ্ণ মন্তব্য সম্বলিত এই কিতাপখনৰ তাৎপৰ্য অন্ততঃ চৰকাৰে উপলব্ধি কৰা উচিত। সম্প্ৰতি প্ৰাথমিক শিক্ষাৰ যি শোচনীয় অবনতি ঘটিছে—তাৰ পটভূমিত এনে ধৰণৰ হাত-পুথি এখন শিক্ষকৰ হাতে হাতে ৰখাটো বাধ্যতামূলক কৰাটো চৰকাৰৰ কৰ্তব্য বুলি ভাবো।

৺ভট্টাচাৰ্য্যই তৃণমূল পৰ্যায়ৰ পৰা শিক্ষাৰ উৎকৰ্ষ সাধন কৰাটো কৰ্তব্য বুলি গণ্য কৰিছিল। সেইদেখি অতবোৰ কামৰ মাজতো তেখেতে ১৯৪৮ চনত মুকুলৰ ক, খ, প্ৰথম ভাগ আৰু ১৯৫৬ চনৰ বিনুৰ ক, খ নামৰ দুখন কিতাপ নিচেই সৰু চামৰ বাবে লিখি উলিয়াইছিল। শিশুৰ মনৰ ছাব চপাৰ প্ৰয়াস এই কিতাপত সুস্পষ্ট হৈ উঠিছিল আৰু সেই ফালৰ পৰা ইয়াক সাৰ্থক সৃষ্টি বুলি ক'ব পাৰি। তেখেতে এই প্ৰচেষ্টা অব্যাহত ৰখা হ'লে কেতবোৰ মূল্যবান পাঠ্যপুথি প্ৰকাশ হ'লহেঁতেন।

'গান্ধীবাদী নৰেন' শীৰ্ষক কিতাপখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰে। ৺ভট্টাচাৰ্য্যই আগ-কথাত লিখিছে যে "গতানুগতিকভাৱে সাহিত্যৰ পুথি নিলিখি গান্ধী সাহিত্যৰ প্ৰয়োগৰ এটি কাল্পনিক গল্পৰ আশ্ৰয় লৈ সমাজ গঠনৰ দৃষ্টিভঙ্গী দিবলৈ যত্ন কৰা হৈছে।" তেখেতে কৈছে যে বুনিয়াদী শিক্ষাত প্ৰাৰ্থনা আৰু একাদশ ব্ৰত শিক্ষাৰ অৱশ্য কৰ্তব্য। গান্ধী সাহিত্যৰ আলমত ঘাইকৈ অনুবাদৰ আশ্ৰয় লৈ গান্ধীজীৰ একাদশ ব্ৰতৰ ব্যাখ্যা যথাসাধ্যে এই পুস্তিকাত সন্নিবেশ কৰা হৈছে।" অহিংসা, সত্য, সৰ্বত্ৰ ভয় বৰ্জন, সৰ্ব ধৰ্মৰ সমানত্ব আদি একাদশ ব্ৰতৰ ব্যাখ্যা সম্বলিত এই পুথি বুনিয়াদী শিক্ষাৰ সাহিত্যৰ পাঠ্যাৱলীৰ ভিতৰত গণ্য হ'ব পাৰে।

উপন্যাস, গল্পৰ পৰ্যায়ত নধৰি সেইদেখি শিক্ষাবিদ ভট্টাচাৰ্য্যইহে ঘাইকৈ আত্মপ্ৰকাশ কৰা এই কিতাপখনক এইটো পৰ্যায়ৰ ভিতৰতে সামৰি লৈছোঁ। আদৰ্শবাদী নৰেনক কেন্দ্ৰ কৰি ঘটনাই গঢ় লৈছে। উপযুক্ত শিক্ষা লাভ কৰা নৰেনৰ দেশৰ আৰু দহৰ কামেই একমাত্ৰ ব্যৱসায়। ঘৰৰ চিন্তা নকৰাত গৃহিণী শান্তি নানা বিপৰ্যয়ৰ মাজেদি পাৰ হ'বলগীয়া হৈছে।

তাৰ মাজতো বিচলিত নহৈ নৰেনে গাঁৱৰ বাইজৰ মাজত গান্ধীজীৰ একাদশ ব্ৰতৰ বিষয়ে বুজাই ফুৰিছে। নৰেনৰ জীৱনৰ বিভিন্ন স্তৰৰ ঘটনাৰ যোগেদি গান্ধীজীৰ চিন্তাধাৰাৰ শিক্ষা বিস্তাৰ কৰি নৰেন সমাজ-কৰ্মী হৈ থাকিল। কিন্তু দেশৰ স্বাধীনতাৰ পিছত কংগ্ৰেছে চেহেৰা সলোৱাৰ বাবে নৰেন ক্ষুব্ধ নোহোৱাকৈ নেথাকিল।

## ০.২৬

### ২য় খণ্ড

# ঔপন্যাসিক ভট্টাচাৰ্য্য

৺দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্যই কেইখাখনো উপন্যাস ৰচনা কৰিছিল। সেইবোৰ হ'ল ফল্গু প্ৰবাহ, আধুনিকা, অনুভূতিৰ পাৰে পাৰে, কঁলা ডাবৰ, প্ৰেমৰ মহিমা আৰু ভ্ৰান্তি।

এইবোৰ উপন্যাসৰ বিষয়ে সেই সময়ৰ পটভূমিতহে বিচাৰ কৰাটো উচিত হ'ব। সেই সময়ত অসমীয়া উপন্যাস যাইকৈ যিটো পৰ্যায়ত আছিল, সেইটো পৰ্যায়ত আধুনিক উপন্যাসৰ ৰূপ বা গতিধাৰা বিচাৰিলে বিচাৰি পোৱা নেযাব। ৺ভট্টাচাৰ্য্যৰ উপন্যাসৰ বিচাৰো তেনেদৰেহে হ'ব লাগিব। আধুনিক উপন্যাসৰ ৰচনা ধাৰা, বিষয়ৰ উপস্থাপন আদি বিষয়ত ৺ভট্টাচাৰ্য্যৰ উপন্যাসে খাপ নেখাব পাৰে।

কিন্তু সময়ৰ চাহিদা পূৰণ কৰাৰ অৰ্থে তেখেতে চলোৱা এনেবোৰ প্ৰচেষ্টাৰ বিশেষ মূল্য থাকিব। ৺ভট্টাচাৰ্য্য মূলতঃ এজন সংস্কাৰকামী লোক। সেইদেখি তেখেতৰ ৰচনাত সংস্কাৰেই মূল বিষয় ৰূপে স্থান পায়। অৱশ্যে উপন্যাসৰ মাজতো শিক্ষাবিদ ভট্টাচাৰ্য্যই সততে ভুমুকি মাৰেহি। শিক্ষাৰ সংস্কাৰৰ লগতে সমাজৰ সংস্কাৰেও সমানে ঠাই পায়। তেখেতৰ উপন্যাসসমূহে সমাজৰ সংস্কাৰৰ বিষয়টোক মূল লক্ষ্য ৰূপে গ্ৰহণ কৰিছে। তেখেতৰ আটাইবোৰ উপন্যাসৰ মূল বক্তব্য একেটাই।

পশ্চিমীয়া ধ্যান-ধাৰণাই দেশ ছাটি ধৰাৰ ফলত এহাতে আমি আমাৰ ঐতিহ্য হেৰুৱাইছোঁ আৰু আনহাতে নতুন ধাৰাক হজম কৰি আমাৰ পৰিৱেশৰ লগত খাপ খোৱাকৈ গঢ় দিব নোৱাৰি সমাজক এটা গুৰুতৰ সংকটৰ মাজলৈ আমি ঠেলি দিছোঁ। তাৰ ফলত নানান অনাচাৰে দেখা দিছে। তদুপৰি সমাজত এটা ক্ষতিকৰ মূল্যবোধে গা কৰি উঠিছে—যাৰ ফলত পৰম্পৰাগত সম্পদবোৰক এৰেহা জ্ঞান কৰি আমি মৰীচিকা খেদি ফুৰিছোঁ। এনে পৰিস্থিতিলৈ লক্ষ্য ৰাখিয়েই এই প্ৰসঙ্গটোকে ৺ভট্টাচাৰ্যই তেখেতৰ উপন্যাসৰ বিষয়-বস্তুৰূপে লৈছে আৰু সমস্যাৰ প্ৰতিকাৰৰ বাবে উপন্যাসৰ বিভিন্ন চৰিত্ৰৰ যোগেদি কেতবোৰ বক্তব্য দাঙি ধৰিছে। কিন্তু তাৰে সৰহ ভাগ বক্তব্যই বিতৰ্কৰ স্থানহে উলিয়াই দিছে। আমি সময়ৰ গতি ওলোটাই দিয়াটো কোনোমতে সম্ভৱপৰ নহয়; সেই গতিৰ লগতে সহযাত্ৰী হৈ নিজৰ স্থিতি অটুট ৰখাৰ হকে নতুন উদ্যম হাতত লোৱাটোহে আমাৰ কৰ্তব্য।

'ফল্গু প্ৰবাহ' উপন্যাসখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুকষ্টলৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। এতিয়াৰ উপন্যাসৰ স্বীকৃত ঠাচৰ পৰা সুকীয়া যেন লাগিলেও প্ৰায় আঢ়েকুৰি বছৰৰ আগৰ সময়ৰ পটভূমিৰ পৰাহে উপন্যাসখনৰ বিচাৰ কৰা উচিত হ'ব।

উপন্যাসৰ অন্যতম চৰিত্ৰৰ যোগেদি ৺ভট্টাচাৰ্যই নতুন প্ৰশ্ন তুলিছে—"সমাজে যে কচি পৰিবৰ্তন কৰি সাম্প্ৰদায়িকতা আছে বুলি সাৱধানে পুৰণি কচিৰ পৰা আঁতৰি যাব ধৰিছে, তাৰদ্বাৰা নতুন সাম্প্ৰদায়িকতাৰ সৃষ্টি হোৱা নাইনে?" উপন্যাসৰ চৰিত্ৰৰ

যোগেদি তেখেতে কোৱাইছে—"দেশৰ শিক্ষা-নীতি ধৰ্ম-নীতিৰ পৰা বহুত দূৰৈত থকা বাবেই ভাৰতীয় সমাজত বিশৃংখলাই দেখা দিছে।" এনে ধৰণৰ বহুতো মন্তব্য পোৱা যাব—যিবোৰে গান্ধীজীৰ ধ্যান-ধাৰণাৰ পৰা ৺ভট্টাচাৰ্য্যক বহুতো নিলগাই নিয়াৰ নিদৰ্শন দাঙি ধৰিব। বুনিয়াদী শিক্ষাৰ বিষয়ে লিখা কিতাপত গান্ধীবাদৰ প্ৰতি থকা অচলা ভক্তিৰ ঠাইত এটা নতুন মূল্যবোধে ৺ভট্টাচাৰ্য্যক আগুৰি ধৰিলে। সেইদেখি অনুক্ৰমে আঁতৰি যোৱাটো পৰিলক্ষিত হ'ল। 'ফল্গু প্ৰবাহ' উপন্যাসতে এঠাইত উল্লেখ কৰিছে যে সহভোজনেই অস্পৃশ্যতা দূৰ নকৰে। ৺ভট্টাচাৰ্যৰ পৰিয়ালৰ পৰা জনা মতে তেখেতে গান্ধীজীলৈ লিখা চিঠি এখনতো এই মন্তব্য কৰিছিল।

উপন্যাসখনৰ 'ফল্গু প্ৰবাহ' নামকৰণেই ৺ভট্টাচাৰ্য্যৰ চিন্তাধাৰাৰ ইংগিত দিছে। আমাৰ সমাজৰ পৰম্পৰাই হ'ল শক্তিৰ উৎস। পৰম্পৰা ৰক্ষা কৰিলেই প্ৰাণশক্তি সঞ্চাৰিত হ'ব বুলি উপন্যাসখনে প্ৰতিপন্ন কৰিব খুজি বিতৰ্কৰ সূচনা কৰিছে।

'আধুনিকা' উপন্যাসখন ১৯৫৫ চনত প্ৰকাশ কৰা হয়; ৺ভট্টাচাৰ্য্যই তেখেতৰ পিতৃৰ নামত উপন্যাসখন উছৰ্গা কৰিছে।

লিখকে কৈছে—"পুৰণি সমাজৰ পৰিবৰ্তনৰ স্তৰ বিশেষত নতুন সমাজৰ প্ৰগতিত ন-পুৰণিৰ যি স্বাভাৱিক সংঘৰ্ষ সমাজত দেখা দিয়ে— তাৰে এটি নিৰ্দোষ চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত প্ৰসঙ্গক্ৰমে ভাষা শুদ্ধ অসমীয়া ঠাচৰ নহ'লে সাহিত্যৰ যি ৰূপ পৰিবৰ্তন হয়, সি অসহনীয় বুলি উল্লেখ কৰা হৈছে। অসমীয়া ভাষাৰ শব্দৰ ভাণ্ডাৰ চহকী কৰাৰ পোষকতা কৰা, শিক্ষা-নীতিৰ পৰিবৰ্তন ঘটোৱা আদিৰ বিষয়ে আলোচনা কৰাৰ উপৰিও উপন্যাসখনৰ ঠায়ে ঠায়ে কেতবোৰ বিতৰ্কমূলক প্ৰসঙ্গও দাঙি ধৰিছে— 'স্ত্ৰী-স্বাধীনতা বুলি যি জাগৰণ আহিছে মূলতঃ তাৰ কোনো অৰ্থ নাই' বুলি কোৱা কথাই প্ৰবল বিৰোধৰ সৃষ্টি কৰিব। 'চাৰি বৰ্ণৰ ভেদ যুগে যুগে চলি থাকিব' বুলি উপন্যাসৰ এটা চৰিত্ৰৰ যোগেদি প্ৰকাশ কৰা কথা গ্ৰহণযোগ্য বুলি মানি লোৱাৰ কোনো থলেই নাই।

তথাপি উপন্যাসখনত বিৱৰ্তনৰ যুগত ঘটা ঘটনাৱলীৰ বিতং বিৱৰণ এটা চৰিত্ৰসমূহৰ বিন্যাসৰ যোগেদি প্ৰকাশ কৰা হৈছে।

"অনুভূতিৰ পাৰে পাৰে" নামৰ উপন্যাসখন ১৯৬২ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰী, অনন্তপুৰৰ তৰফৰ পৰা প্ৰকাশ কৰা হৈছে। ৺ভট্টাচাৰ্য্যৰ মতে—"এই উপন্যাসখনি অসমীয়া সমাজৰ যকৰা এটি চিত্ৰ। এই চিত্ৰ অঙ্কন কৰোঁতে অসমীয়া গৃহস্থৰ সাংসাৰিক জীৱনৰ সমস্যাই প্ৰগতিশীল সমাজৰ বিৱৰ্তনৰ সন্ধিক্ষণত কেনে ৰূপ লৈছে—সেই অনুভূতিৰে লিখিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত এটা পৰিয়ালত আধুনিকতাৰ লগত প্ৰাচীনতাৰ সংঘৰ্ষ ঘটাৰ কাহিনী সন্নিবিষ্ট কৰা হৈছে।

উপন্যাসখনৰ কেতবোৰ মন্তব্য মন কৰিবলগীয়া ঃ “প্ৰগতিৰ নামত মানুহৰ মনোগতি যেন উদাৰ হোৱা নাই—সঙ্কীৰ্ণ হৈ গৈছে।” ....... “ভঙা সহজ, গঢ়া টান। সমাজত যি নীতি-নিয়ম আছিল, তাক ঢিলাই দিয়া সহজ হৈ পৰিল। কিন্তু সমাজ গঢ়িবলৈ যি দূৰদৰ্শিতা, যুগ-যুগৰ সাধনা, ন্যায়পৰায়ণতা আৰু নৈতিক কঠোৰতা লাগে, তাৰ অভাৱ হ'লে নৈতিক জীৱনৰ ঠাঁচ দি নতুন সমাজ গঢ়িব পাৰিনে?” ............. “সমাজৰ প্ৰত্যেক মানুহেই যদি আত্মকেন্দ্ৰিক হয়, স্বাৰ্থপূৰণেই যদি প্ৰত্যেক লোকৰ আদৰ্শ হয়, সমাজ তিষ্ঠিব পাৰে নে?”.......... “সুবিধা চাই মানুহে আধুনিকতাৰ পথত আগ বাঢ়ে; কিন্তু পুৰণি ভাবে যে মানুহৰ মনত আধিপত্য কৰি থাকে, তাৰ গম নাপায়। আনফালে পুৰণি প্ৰথাৰ সুবিধা চাই স্বাৰ্থসিদ্ধিৰ বাটত আগবাঢ়িবলৈ যাওঁতে মানুহে আধুনিক যুগৰ ব্যৱহাৰ বুজি নাপায়।”

এনেবোৰ স্পষ্ট মতৰ পৰিবেশৰ মাজতে ঘটনাৰ ক্ৰম ৰচনা কৰি উপন্যাসখন শেষত যোগাত্মক ৰূপত শেষ কৰা হৈছে।

'ভ্ৰান্তি' উপন্যাসখনৰ ১ম সংস্কৰণ ১৯৫৪ চনৰ জুন মাহত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ দ্বাৰা প্ৰকাশিত হয়। কিতাপখনৰ জনপ্ৰিয়তাৰ জোখ দিছে ১৯৫৬ চনৰ জুন মাহত দ্বিতীয় সংস্কৰণ প্ৰকাশ হোৱা কথাটোৱে। ভট্টাচাৰ্য্যই তেখেতৰ পত্নীৰ নামত উপন্যাসখন উছৰ্গা কৰিছে। তেখেতে গোনতেই লিখিছে—“উপন্যাস লিখা এয়ে মোৰ প্ৰথম। সমাজত যিবোৰ কথা সাধাৰণতে ঘটি থাকে তাৰে এটি চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰিছোঁ।” যি সময়ৰ পটভূমিত এই উপন্যাসখন লিখা হৈছে, সেই সময়ৰ বিচাৰত উপন্যাসখন নিশ্চয় সফল হৈছে।

হেমন্তৰ আধুনিক ধাৰাৰ আওভাও নোপোৱা তেওঁৰ পত্নী বাসন্তীৰ লগত হোৱা তেওঁলোকৰ মনৰ সংঘাতৰ জীৱন্ত বৰ্ণনা ইয়াত আছে। বি-এ পাছ হেমন্তই ধুবুৰীত চাকৰি কৰে আৰু গাঁৱৰ ছোৱালী বাসন্তী মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈছে। হেমন্তৰ লগত বিয়া হোৱা 'বাসন্তীৰ প্ৰেমত উত্তাল তৰঙ্গ নুঠে—মন্দাকিনীৰ ধীৰ শান্ত স্ৰোত বয়। বাসন্তীৰ প্ৰেমত তপত উচ্ছাস নাই, মাধুৰ্যৰ শান্ত আৱেশ আছে।'

সেয়ে তেওঁলোকৰ মাজত সৃষ্টি হোৱা ভ্ৰান্তিৰ উৎস। মুকলিভাৱে আধুনিক ধাৰাৰ দ্বাৰা চালিত হেমন্তৰ চিঠিৰ আকুল নিবেদনে বাসন্তীৰ পৰা সঁহাৰি নোপোৱা বুলি হেমন্তৰ মনত বিৰূপ মনোভাৱে ঠাই পায় আৰু মুৰকত সেয়ে তেওঁলোকৰ জীৱনত বিস্ফোৰণ ঘটায়।

অৱশেষে উপন্যাসখনে সামৰণিত ভুল ধাৰণা দূৰ কৰি দুয়োৰে মাজত মিলন ঘটোৱাই সমাপ্তি ঘটাইছে।

এইখন উপন্যাসৰো কেতবোৰ উক্তি অৱশ্যে এতিয়াৰ সমাজত গ্ৰহণযোগ্য নহ'ব। এঠাইত কন্যাকাল হোৱাৰ আগতে বিয়া পতাৰ পোষকতা কৰা হৈছে আৰু আন এঠাইত ছোৱালীৰ স্বতন্ত্ৰ মতৰ বিৰোধিতা কৰা হৈছে। সমাজৰ বিৱৰ্তনে সেই স্থিতিৰ পৰা এতিয়া সকলোকে বহুত আঁতৰাই নিলে।

"কঁলা ডাৱৰ" উপন্যাসখনৰ প্ৰথম সংস্কৰণ ১৯৫৪ চনত প্ৰকাশ কৰা হয়। ইয়াত সামাজিক সংঘাত আৰু পৰিয়ালৰ সমস্যাকে বিষয়বস্তুৰূপে গ্ৰহণ কৰা হৈছে। সংসাৰৰ নানান বিপত্তিয়ে কঁলা ডাৱৰৰ দৰে আবৰি ৰাখে কাৰণেই উপন্যাসৰ নামকৰণো "কঁলা ডাৱৰ" কৰা হৈছে।

উপন্যাসখন ৺ভট্টাচাৰ্য্যই তেখেতৰ মাতৃৰ নামত উছৰ্গা কৰিছে। এইখন উপন্যাসতো ঔপন্যাসিক ভট্টাচাৰ্য্যৰ ঠাইত শিক্ষাবিদ্ ভট্টাচাৰ্য্যইহে ঘাইকৈ আত্মপ্ৰকাশ কৰিছে। শিক্ষকে কম দৰমহা পায় বুলি খেদ কৰি এঠাইত কৈছে—"দিন হাজিৰা কাম কৰা মানুহে দিনে ১ টকাকৈ উপাৰ্জন কৰে; কিন্তু আমি দিনে ৮ অনাও নাপাওঁ।" আনহাতে গাঁৱৰ স্কুলঘৰৰ দুৰ্গতিৰ কথা উল্লেখ কৰি নিৰ্মম সত্য ৰূপে প্ৰকাশ কৰিছে—"গাঁৱত আটাইতকৈ বেয়া ঘৰটো হৈছে স্কুলঘৰ।" মুঠতে উপন্যাসৰ স্বীকৃত ধাৰাৰ বিপৰীতে গৈ ইয়াত শিক্ষা, শিক্ষক, বিদ্যালয়, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ বিবিধ সমস্যা দাঙি ধৰা হৈছে।

সময়ৰ সোঁতে গাঁৱৰ সমাজখন কিদৰে বিষাক্ত কৰিছে তাৰ জীৱন্ত উদাহৰণ এই উপন্যাসখনত কান্তেশ্বৰৰ পত্নী নিৰ্মলাক কেন্দ্ৰ কৰি গঢ় লোৱা কাহিনীয়ে প্ৰকাশ কৰিছে। এই ক্ষেত্ৰত ৰমা নামৰ বিধবা তিৰোতা এগৰাকীয়ে বিশেষ ভূমিকা গ্ৰহণ কৰিছে। পিছে উপন্যাসখনত বিধবা নাৰীসকলক সামৰি যিবোৰ মন্তব্য কৰা হৈছে, সেইবোৰ সমৰ্থনযোগ্য নহয়। ইপিনে বিধবা বিবাহ সম্পৰ্কীয় বিস্তৃত শাস্ত্ৰীয় আলোচনা আদিয়েও উপন্যাসৰ ধাৰাত খাপ নেখালে।৺ভট্টাচাৰ্য্যই "কঁলা ডাৱৰ"খন সম্পূৰ্ণ ৰূপত প্ৰকাশ নোপোৱা বুলি বহুতে হয়তো অসন্তুষ্টি প্ৰকাশ কৰিব পাৰে; কিন্তু "কঁলা ডাৱৰ"ৰ ২য় খণ্ড উলিওৱাৰ কথা আছিল বুলি পৰিয়ালৰ পৰা জনা গৈছে। কিন্তু দ্বিতীয় খণ্ডটো ৺ভট্টাচাৰ্য্যই লিখি উলিয়াব নোৱাৰিলে।

'প্ৰেমৰ মহিমা' নামৰ ১৯৮০ চনত ৰচিত উপন্যাসখনত আধুনিক উপন্যাসৰ ঠাচ সম্পূৰ্ণভাৱে বৰ্জিত হৈছে। উপন্যাসখন সুন্দৰ সিং আৰু লতিকাৰ প্ৰেমৰ আধাৰত আৰু সেই প্ৰেমৰ ফলত ঘটা সংঘাতৰ ভেটিত ৰচিত। হিন্দুৰ বিবাহ-প্ৰথা পৰিবৰ্তিত হ'লে বৰ্তমান সমাজ ছিন্ন-বিচ্ছিন্ন হৈ যাব তাত কোনো সন্দেহ নাই যে সেই কথা উপন্যাসখনত স্পষ্টভাৱে কোৱা হৈছে। বৈদিক অনুষ্ঠান, ভাৰতীয় পৰম্পৰাক গুৰুত্ব দি ৺ভট্টাচাৰ্য্যই কৈছে যে বৰ্ণাশ্ৰম ধৰ্ম অৰ্থাৎ বেদ নেমানিলে হিন্দুত্ব নেথাকে। ভাৰতীয় ঐতিহ্য, সংস্কৃতি আৰু পৰম্পৰাত অটল বিশ্বাসী, সমাজ সংস্কাৰক ভট্টাচাৰ্য্যই এইখন উপন্যাসত ঔপন্যাসিক ভট্টাচাৰ্য্যক আগভেটা দি ধৰিছে। তত্ত্বগধুৰ হ'লেও আবেগিক উত্থাপনে উপন্যাসখন সুখপাঠ্য কৰি তুলিছে।

# ৩.৩০

## ৩য় খণ্ড

## লোক-সাহিত্য

৺ভট্টাচাৰ্য্যৰ কেইখনমান কিতাপ জনশিক্ষামূলক কিতাপৰ শিতানত ধৰিব পাৰি। এইবোৰ কিতাপৰ ভাষা, ৰচনা-ৰীতি আদিয়ে সৰ্বসাধাৰণক মনৰ কাষ চপাই আনিব পাৰিছে।

৺ভট্টাচাৰ্য্যই নিজেই লোক-সাহিত্যৰ শাৰীত স্থান দিয়া কেইখনমান কিতাপৰে এখন হ'ল—'অমৃত-কথা'।

শ্ৰীমদ্ভাগৱতৰ তিনিটি আখ্যান ইয়াত পৰিৱেশন কৰা হৈছে; প্ৰকাশক-দামোদৰ লাইব্ৰেৰী, নলবাৰী; প্ৰথম প্ৰকাশ ১৯৫৬ চন।

সংগ্ৰাহক ৺ভট্টাচাৰ্য্যই পাতনিতে জনোৱা নিবেদনত কৈছে—"শ্ৰীমদ্ভাগৱত গ্ৰন্থ দাৰ্শনিক তথ্যেৰে পৰিপূৰ্ণ। সেই তথ্যৰ যথাযথ উপলব্ধিৰ বাবে ভক্তিপন্থা নিৰ্দেশ কৰিছে আৰু উপাখ্যান আদিৰ দ্বাৰা ভক্তিৰসত জীৱক আপ্লুত কৰিছে। ...... লোক-সাহিত্যৰ শাৰীত স্থান পাব বুলি আশা কৰি এই আখ্যান শ্ৰীমদ্ভাগৱতৰ পৰা যথাযথ অনুবাদ কৰা হ'ল।"

ইয়াত অম্বৰীষ ৰজাৰ উপাখ্যানত সত্যৰ মৰ্যাদা প্ৰকাশ কৰা হৈছে। বাণ ৰজাৰ উপাখ্যানত উষা-অনিৰুদ্ধৰ কাহিনী পৰিৱেশিত হৈছে। পুৰুৰবা উপাখ্যানত চন্দ্ৰবংশৰ বিৱৰণ দিয়া হৈছে।

'দৈৱ চক্ৰ' শ্ৰীবৎস চিন্তাৰ উপাখ্যান আৰু চ্যৱন মুণিৰ উপাখ্যান সম্বলিত এইখন কিতাপ ১৯৫৬ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। 'জন সাহিত্য আৰু শিশু-সাহিত্যৰ শাৰীত এই পুস্তিকাই স্থান পাব বুলি' ৺ভট্টাচাৰ্য্যই আশা কৰিছে। এইবোৰ আখ্যান পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰি "পুৰণি সাহিত্যৰ উপাখ্যানবোৰৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিবৰ এটি প্ৰয়াস" বুলি তেখেতে লিখিছে।

'ভাৰতীয় প্ৰেম কাহিনী'—প্ৰকাশ কৰিছে নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৭৭ চনত। ৰামায়ণ, মহাভাৰতৰ কেতবোৰ প্ৰেম-কাহিনী ইয়াত সন্নিবিষ্ট কৰা হৈছে। ৺ভট্টাচাৰ্য্যই আগকথাত লিখিছে—"সেই প্ৰেম-কাহিনীবোৰ বিকৃত কাম-প্ৰবৃত্তিৰ বিৱৰণ মাথোন নহয়—সেই প্ৰেম মানৱ হৃদয়ৰ স্বাভাৱিক আৰু পবিত্ৰ অনুভূতিৰ পৰিণতি।" ইয়াত প্ৰদ্যুম্ন আৰু প্ৰভাৱতীৰ কাহিনী, সম্বৰণ আৰু তপতীৰ কাহিনী আৰু অষ্টাবক্ৰ আৰু সুপ্ৰভাৰ কাহিনী সামৰি লোৱা হৈছে।

'নতুন সমাজ'ৰ প্ৰথম সংস্কৰণ-১৯৫৫ চনত প্ৰকাশ কৰা হয়। জনশিক্ষাৰ লক্ষ্য এইখন কিতাপত পূৰ্ণাঙ্গ ৰূপত প্ৰতিফলিত হৈছে। আখৰৰ ডাঙৰ ডাঙৰ গোট, বিষয়বস্তুৰ সহজ ব্যাখ্যা আদি সকলো কথাই জনশিক্ষামূলক ধাৰণা এটা প্ৰকাশ কৰিছে।

ন শিকাৰুৰ বাবে বৰ উপযোগী হৈছে। ইয়াত ৰামৰাজ্য সম্পৰ্কে সহজ ভাষাত প্ৰকাশ কৰিছে যে যি ৰাজ্যত জনমতৰ সন্ত্ৰম থাকে সেই ৰাজ্যই গণতান্ত্ৰিক ৰাজ্য আৰু সেই ৰাজ্যই ৰামৰাজ্য। কুটিৰ শিল্প, সমবায় পদ্ধতি, যান্ত্ৰিকতা, কৃষি আৰু শিক্ষা, কৃষি আৰু জাতীয় সমৃদ্ধি, আইন আৰু সমাজ, জনমত, সমাজ কল্যাণ আৰু দেশপ্ৰেম—এই সকলোবোৰ ৰচনা জনশিক্ষাৰ লক্ষ্যৰ দ্বাৰা অনুপ্ৰাণিত হোৱা সফল প্ৰচেষ্টা।

'হিয়াৰ কঁপনি' নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৫৫ চনত প্ৰকাশ কৰে। 'লিখকৰ কথা'ত ৺ভট্টাচাৰ্য্যই এই বুলি কৈছে—"এই গল্প সম্পূৰ্ণ কাল্পনিক। লোক-সাহিত্য হিচাবে লিখা হৈছিল—দেশভক্ত আৰু কৰ্মবীৰৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ।"

অসহযোগ আন্দোলনৰ দিনৰ কথা। কৃতী ছাত্ৰ নিৰঞ্জন বৰুৱা অসহযোগ আন্দোলনত জপিয়াই পৰিল। স্বেচ্ছাসেৱকৰ আখৰাৰ বাবে স্থাপিত বৰো কেম্পৰ পৰিচালনাৰ দায়িত্ব তেওঁক দিয়া হ'ল। কছাৰী ছোৱালী আদৰী, নীলাম্বৰ চৌধুৰী আৰু নিৰঞ্জন বৰুৱাক কেন্দ্ৰ কৰি কংগ্ৰেছৰ আন্দোলনৰ পটভূমিত এই 'গল্প' ৰচিত হৈছে।

## ৪ৰ্থ খণ্ড

# শ্ৰীমদ্ভগবদ গীতা প্ৰমুখ্যে ধৰ্মমূলক ৰচনাৱলী

সাহিত্যিকা দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য বিশিষ্ট শিক্ষাবিদ আৰু ঔপন্যাসিক হোৱাৰ উপৰিও কেইবাখনো ধৰ্মমূলক কিতাপ লিখিও তেখেতে বিশিষ্ট স্থান আদায় কৰি লৈছে। অৱশ্যে ধৰ্মমূলক কিতাপ বুলিলেই 'এলাৰ্জী'ৰ বিকাৰ ঘটা চৰকাৰ আৰু সমাজৰ বিশিষ্ট মহল এটাই সেইবোৰ কিতাপৰ যথাৰ্থ মূল্যাংকন কৰি প্ৰকৃত স্বীকৃতি দিয়া নাই।

তথাপি অক্লান্তভাৱে আত্মনিয়োগ কৰা ৺ভট্টাচাৰ্য্যই বাৰ্দ্ধক্যৰ হেঁচাৰ মাজতো তেখেতৰ কলম থমকি ৰ'বলৈ দিয়া নাছিল। তেখেতৰ অপ্ৰকাশিত কিতাপবোৰ প্ৰকাশ হোৱাৰ মূৰতহে হয়তো তেখেতৰ সাহিত্য-প্ৰতিভাৰ পূৰ্ণাঙ্গ মূল্যাংকন হ'ব।

৺ভট্টাচাৰ্য মূলতঃ সংস্কাৰবাদী। শিক্ষা-ব্যৱস্থাৰ সৰ্বাত্মক ৰূপত ৰূপান্তৰ ঘটাবৰ বাবে তেখেতে অকলশৰীয়া সংগ্ৰাম চলাই গ'ল। সমাজৰ সংস্কাৰৰ ওপৰতো তেখেতে সমানে গুৰুত্ব দি তেখেতৰ উপন্যাসসমূহত তাকেই মুখ্য বিষয়বস্তু ৰূপে ধৰিছিল। অৱশ্যে আধুনিক সমাজত তেখেতে সংস্কাৰৰ নামত যিবোৰ ব্যৱস্থা দাঙি ধৰিছে, সেইবোৰৰ সৰহভাগেই বিতৰ্কমূলক। বিশেষকৈ পৰম্পৰা ৰক্ষা কৰাৰ মাজতে সমাজৰ সৌষ্ঠৱ ৰক্ষা কৰাৰ মহৌষধ থকা বুলি মানি লোৱাটো টান।

৺ভট্টাচাৰ্যৰ এনেবোৰ মতামত ভাৰতীয় সংস্কৃতি, পৰম্পৰা আৰু মূল্যবোধৰ প্ৰতি থকা তেখেতৰ গভীৰ প্ৰভাৱ প্ৰতিফলন। সেই প্ৰেৰণাই তেখেতক ধৰ্মগ্ৰন্থসমূহ

লিখিবলৈকো অনুপ্ৰাণিত কৰিছিল। তেখেতৰ ধৰ্মমূলক গ্ৰন্থসমূহ একে থুপতে প্ৰকাশ কৰাটো সম্ভৱপৰ নহ'ল—কিয়নো কলেৱৰৰ ফালৰ পৰাই চম্ভালিব পৰা নহ'ব। সেইদেখি 'শ্ৰীশ্ৰীচণ্ডীৰ আধ্যাত্মিক ব্যাখ্যা' নামৰ বৃহৎ কিতাপখন সুকীয়াকৈ প্ৰকাশ কৰিবলৈ লোৱা হয়। ৺ভট্টাচাৰ্য্যৰ জন্ম শতবাৰ্ষিকীৰ স্মৃতি-গ্ৰন্থখনি ছপাবলৈ লোৱাৰ আগতেই এইখন কিতাপ ছপোৱাৰ ব্যৱস্থা ল'বলগীয়া হয়। সত্যদেৱ মহৰ্ষিৰ ব্যাখ্যাৰ অনুবাদাত্মক এই কিতাপখন ৺ভট্টাচাৰ্য্যৰ সাহিত্য-জীৱনৰ অন্যতম কীৰ্তি হ'ব বুলি আমাৰ বিশ্বাস।

'শ্ৰীমদ্ভগৱদ গীতা' ৺ভট্টাচাৰ্য্যৰ সাহিত্য জীৱনৰ কীৰ্তিস্তম্ভ বুলি পৰিগণিত হৈছে। ভাৰতীয় সংস্কৃতি, ইতিহাস আৰু ভাৰতীয় শাস্ত্ৰসমূহৰ গভীৰ অধ্যয়নে তেখেতক প্ৰাচীন ভাৰতৰ ঐতিহ্যৰ প্ৰতি গভীৰ শ্ৰদ্ধাশীল কৰি তুলিছিল আৰু সেয়ে তেখেতৰ সকলো ৰচনাতে প্ৰতিফলিত হৈছিল। অন্বয়, অনুবাদ আৰু ব্যাখ্যা সম্বলিত এই বৃহৎ গ্ৰন্থৰ 'নিবেদন' শিতানত তেখেতে লিখিছে—"সৰল আৰু সহজভাৱে গীতাৰ মূল কথা বুজা আৰু উপলব্ধি কৰা সম্ভৱ। .......এইখন গীতাত মূল শ্লোকৰ যথাযথ অসমীয়া অনুবাদ কৰি ঠায়ে ঠায়ে জটিল কথাবোৰৰ সংক্ষেপে আৰু পোনপটীয়া ব্যাখ্যা দিয়া হৈছে।"

উল্লেখযোগ্য যে ৺ভট্টাচাৰ্য্যই লিখিছে—"এই গীতা ছাত্ৰ আৰু সাধাৰণ পঢ়ুৱৈৰ কাৰণে বুলিহে ভৱা হৈছে।" এই তাৎপৰ্যপূৰ্ণ উক্তিয়েই গীতাক সৰ্বসাধাৰণৰ অধিক কাষ চপাই আনিছে আৰু সেয়ে ৺ভট্টাচাৰ্য্যৰ বিশেষ কৃতিত্ব। সেইদেখি পণ্ডিত তীৰ্থনাথ শৰ্মাই মন্তব্য কৰিছে—"দাৰ্শনিক বিচাৰৰ গহনতাত প্ৰৱেশ নকৰাকৈও ভট্টাচাৰ্য্যদেৱ গীতা ব্যাখ্যাত সফল হৈছে।" আনহাতে কাব্য-সংখ্যতীৰ্থ শ্ৰীদেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ মতে "অসমীয়া ভাষাত অসাম্প্ৰদায়িক গীতা ৺ৰাধানাথ ফুকনদেৱৰ বাহিৰে আন সম্পাদনা লেখত ল'বলগীয়া হিচাপে নাই বুলিলেই হয়।"

৺ভট্টাচাৰ্য্যৰ ৰচনাৰ শেষৰ ফালে বৰ্ণানুক্ৰমিক শ্লোক-সূচীও সন্নিবিষ্ট কৰি সোণত সুৱগা চৰাইছে।

'ভগৱান শ্ৰীকৃষ্ণ, ১ম খণ্ড'; প্ৰকাশক দামোদৰ লাইব্ৰেৰী, এটা বৃহৎ পৰিকল্পনা লৈ ৺ভট্টাচাৰ্য্যই সম্ভৱতঃ এই আঁচনি লৈ ১ম খণ্ডটোহে প্ৰকাশ কৰিলে। কিন্তু মুঠ ৬টা খণ্ডত প্ৰকাশ কৰিব খোজা আঁচনি সম্পূৰ্ণ কৰিবপৰা নহ'ল। শতবাৰ্ষিকী উপলক্ষে এতিয়া প্ৰকাশ কৰিবলৈ লোৱাটো সন্তোষৰ কথা হৈছে।

এই গ্ৰন্থৰ ভূমিকাত ৺ভট্টাচাৰ্য্যই লিখিছে—"মূল শ্ৰীমদ্ভাগৱত গ্ৰন্থৰ দশম স্কন্ধৰ আলমত এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে। এই প্ৰথম খণ্ডত উদ্ধৃত পদবোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ দশম স্কন্ধ ভাগৱতৰ পৰা গৃহীত হৈছে। গ্ৰন্থখনত শ্ৰীকৃষ্ণৰ জন্ম বৃত্তান্ত, শ্ৰীকৃষ্ণৰ শিশুলীলা আৰু শ্ৰীকৃষ্ণৰ বাল্যলীলা সামৰি লোৱা হৈছে।

এইখন কিতাপত ৺ভট্টাচাৰ্য্যই কৈছে—"শ্ৰীকৃষ্ণ পূৰ্ণাৱতাৰ। সেই কাৰণে শ্ৰীমদ্ভাগৱত গ্ৰন্থত তেওঁক 'কৃষ্ণস্তু ভগবান্ স্বয়ম' বুলি কৈছে।" আন এঠাইত কৈছে— '.....শ্ৰীভগৱানৰ কৃষ্ণাৱতাৰত শ্ৰীকৃষ্ণই বহু প্ৰকাৰ অলৌকিক লীলাখেলা খেলি গৈছে। এই অলৌকিক লীলাবোৰ পূৰ্ণাৱতাৰ ভগৱানৰ পক্ষেহে সম্ভৱ।'

......."পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণত সৎ ভাব, চিৎ ভাব আৰু আনন্দভাব পূৰ্ণৰূপে থাকে। পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণত এই তিনি ভাব পূৰ্ণৰূপে থাকে।"

এই কিতাপখনত শ্ৰীকৃষ্ণ গোপালকবিলাকৰ লগত খেলত আসক্ত হৈ থকা অৱস্থাত শ্ৰীকৃষ্ণই দাবাগ্নি পান কৰাতে প্ৰথম খণ্ডৰ সামৰণি পৰে।

কাৰ্যতঃ 'ভগৱান শ্ৰীকৃষ্ণ'ৰ গ্ৰন্থৰ পৰিপূৰক ভাৱেই ৺ভট্টাচাৰ্য্যই 'ঐতিহাসিক শ্ৰীকৃষ্ণ' গ্ৰন্থ ৰচনা কৰে। এই গ্ৰন্থ ১৯৭৩ চনত নলবাৰীৰ শৰ্মা ব্ৰাদাৰ্ছ এণ্ড কোম্পানীয়ে প্ৰকাশ কৰে।

এইখন গ্ৰন্থ যুগুত কৰাৰ উদ্দেশ্য সম্পৰ্কে ৺ভট্টাচাৰ্য্যই 'আগকথা'ত সম্যকভাৱে প্ৰকাশ কৰিছে—"ঐতিহাসিক শ্ৰীকৃষ্ণ আলোচনাহে মাথোন; সম্পূৰ্ণ গ্ৰন্থ নহয়। ............আমি বহুতো সাধাৰণ লোকৰ মাজত চলি থকা সমৰ্থনৰ অযোগ্য বহুতো ভ্ৰান্ত ধাৰণা অপনোদনৰ দৃষ্টিভঙ্গী আগত ৰাখি শ্ৰীকৃষ্ণৰ ঐতিহাসিক চৰিত্ৰৰ বিশ্লেষণ আৰু সমালোচনাৰ চেষ্টা কৰিছোঁ। ———পূৰ্ণ মনুষ্য আৰু স্বয়ং ভগৱান—এই দুয়োবিধ চৰিত্ৰ শ্ৰীকৃষ্ণত পূৰ্ণভাৱে বিকশিত হোৱা বাবে শ্ৰীকৃষ্ণৰ জীৱনীত ই অপৰিহাৰ্য্য। আমিও পূৰ্ণাৱতাৰ হিচাবে স্বীকাৰ কৰিছোঁ। কিন্তু শ্ৰীকৃষ্ণক পূৰ্ণ আৰু আদৰ্শ মনুষ্য হিচাবেহে ইয়াত চাইছোঁ।"

৺ভট্টাচাৰ্যৰ আন এখন উল্লেখযোগ্য কিতাপ হ'ল "অসমত শক্তিপূজা।"

১৯৭৭ চনত পাঠশালাৰ বাণীপ্ৰকাশৰ দ্বাৰা এইখন কিতাপ প্ৰকাশ কৰা হয়।

অসমৰ শক্তিপূজা সম্পৰ্কে বিভিন্ন মত প্ৰকাশ কৰি নানা জনে বিতৰ্কৰ সূচনা কৰিছে। ৺ভট্টাচাৰ্য্যই সুকীয়া দৃষ্টিকোণৰ পৰাহে এইখন কিতাপ যুগুতাই উলিয়াইছে। তেখেতে পাতনিতে উল্লেখ কৰিছে—"ঈশ্বৰৰ উপাসনাত সাম্প্ৰদায়িক বিৰোধ ভক্তি আৰু মুক্তিৰ বিৰোধী। একে ঈশ্বৰৰ বিভিন্ন প্ৰকাৰৰ উপাসনা সমগ্ৰ পৃথিৱীত প্ৰচলিত হৈ আহিছে। আমাৰ ভাৰতীয় শাস্ত্ৰত কোনো সম্প্ৰদায়ৰে উপাসনা পদ্ধতিৰ নিন্দা কৰাৰ নিষেধ আছে। এই গ্ৰন্থত শাক্ত, বৈষ্ণৱ, শৈৱ ইত্যাদি সম্প্ৰদায়ৰ ভিতৰত কোনো ভেদ বা বিৰোধৰ কথা নাই।" লগতে গ্ৰন্থখনিৰ আন এটা উদ্দেশ্যৰ ব্যাখ্যা কৰি পাতনিতে লিখা হৈছে, "............আমাৰ সমাজত তন্ত্ৰ সম্বন্ধে কিছুমান ভ্ৰান্ত ধাৰণা পৰম্পৰাভাৱে প্ৰচলিত হৈ আছে। সেই ভ্ৰান্ত ধাৰণাবোৰ নিৰসনৰ এটা চেষ্টা এই গ্ৰন্থত দেখিবলৈ পোৱা যাব।"

গ্ৰন্থখনিত পুৰণি কামৰূপ, পুৰণি কামৰূপৰ সভ্যতা আৰু সংস্কৃতি, কামৰূপৰ নাম, অসমত দুৰ্গাপূজা, তন্ত্ৰাচাৰ আৰু শক্তিতত্ত্ব সম্পৰ্কেও আলোচনা কৰা হৈছে।

কীৰ্তিনাথ হাজৰিকা

(কীৰ্তিনাথ হাজৰিকা)

---

"দেৱেন্দ্ৰ সমগ্ৰ"ত সন্নিবিষ্ট 'শ্ৰীশ্ৰীচণ্ডী' আৰু 'ঐতিহাসিক ৰামচন্দ্ৰ' গ্ৰন্থ দুখনৰ বিষয়ে তেখেতৰ বিশ্লেষণাত্মক দৃষ্টিভঙ্গী লিখি উলিওৱাৰ আগতে আৰু "ভগৱান শ্ৰীকৃষ্ণ"ৰ বাকী ৫খণ্ড তেখেতে পোৱাৰ আগতে সম্পাদক হাজৰিকাদেৱৰ অকস্মাতে মৃত্যু হয়। —প্ৰকাশক

# স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ শেষ লেখনীৰ এছোৱা

## (তেখেতৰ নিজৰ হাতৰ আখৰত)

অতীত জীৱনৰ অতীত কথাৰ কাহিনী কেৱল আপোন মনতে ৰখিবা কথা সাজি কথা কৈ থকা। সেইদৰে সকলো প্ৰাচীন সাহিত্যিক সকলে পুৰাপুৰি কৈ জীৱনযাপনৰ দুখ-সুখ ঘটনা বোৰৰ বিষয়ে জানিছি নতুন [illegible] কিন্তু তেওঁলোকে লিখিছে লিখিবলৈ সময়। সেইসকল সাহিত্যিক বুদ্ধিমান [illegible] তেওঁলোকৰ জীৱনধাৰাৰ পদ্ধতিবোৰে তেওঁৰ পুৰুষৰ সোণৰ সময়ক প্ৰত্যক্ষানুভূতি কৰি লেখাৰ সম্ভাৱনা অতি সুস্পষ্ট ভাৱে দেখা যায়। তেওঁলোকে সেই সোণালী দিনৰ যথাযথ বৰ্ণনা মৰ্ম সহকাৰে কৰিব-লগীয়া [illegible] কাহিনীৰ আখৰত ৰখিছে। বহু ঘটনা-বোৰৰ মাজত [illegible] আলোচনা আগুৰি থকা দেখা যায় [illegible]।

১৯৮০ চনৰ লিখা এই ৰচনাখন।

# সূচীপত্ৰ

# উছর্গা

“মোৰ প্ৰিয়তমা পত্নী
শ্ৰীমতী চন্দ্ৰপ্ৰভা দেৱীৰ হাতত
মৰমৰ চিন্‌স্বৰূপে দিলোঁ।”

“শ্ৰীদেবেন্দ্ৰ”

# লিখকৰ কথা

মোৰ খুলশালি শ্ৰীমান আদৰে (প্ৰমোদে) আৰু মোৰ ডাঙৰ ল'ৰা শ্ৰীমান্ সোণে (হিৰণ্ময়) উপন্যাস লিখিবলৈ মোক সদায় কয়। সিহঁতেই মোক উদ্‌গনি দি এই উপন্যাস লিখাত ৰাজী কৰালে। আদৰে মোৰ হিজিবিজিকৈ লিখা পাণ্ডুলিপিখন নকল কৰি ছপাৰ উপযুক্ত কৰি উলিয়ালে। দুই একলম অ'ত ত'ত লিখা অভ্যাস আছে যদিও— উপন্যাস লিখা এয়ে প্ৰথম। সমাজত যিবোৰ কথা সাধাৰণতে ঘটি থাকে তাৰে এটি চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰিছোঁ। এই উপন্যাসে যদি সমাজত আদৰ পায়, শ্ৰীমান্‌হঁতে মোৰ পৰা যথেষ্ট আদায় কৰিবৰ আশা ৰাখে। সিহঁতৰ মতে উপন্যাসখনি ভাল হৈছে। মোৰ মতে ভাল হোৱা নাই। সিহঁতে ৰাইজক বিচাৰৰ ভাৰ দিছে। সিহঁতৰ উদ্‌গনিৰ বাবে সিহঁতক প্ৰাণখুলি আশীৰ্ব্বাদ দিছোঁ। সাহিত্য-চৰ্চ্চাত উভয়ৰে ৰাপ্ আছে। কালক্ৰমত যেন সিহঁতে সৰস্বতী আইৰ কৃপা লাভ কৰি সাহিত্য-চৰ্চ্চাত মন দিব পাৰে তাৰবাবে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ।

# ভ্ৰান্তি

## (১)

প্ৰিয়তমা বাসন্তি!

তুমি মোৰ জীৱনত বসন্তৰ মলয়া বায় আনি দিছা। তোমাৰ সমাগমত, তোমাৰ লগত মোৰ মিলনত মোৰ অন্তৰৰ প্ৰেমপুষ্প প্ৰস্ফুটিত হৈছে; সেয়ে তোমাৰ বাসন্তী নামৰ সাৰ্থকতা আনি দিছে; কিন্তু প্ৰিয়তমে, তোমাৰ মৌনতাৰ বাবে আৰু তোমাৰ সঙ্কুচিত স্বভাৱৰ কাৰণে মোৰ আনন্দ আৰু প্ৰাণৰ স্পন্দনে পূৰ্ণতা লাভ কৰিব পৰা নাই।

তুমি নাজানা তোমাৰ একাবাৰ প্ৰেম সম্ভাষণে মোৰ প্ৰাণত কি হেন্দোলনি তোলে! তোমাৰ মধুৰ প্ৰেমালিঙ্গনত মোৰ কি স্বৰ্গ-সুখ হয়! যদিওবা তুমি তাক জানা তাৰ কোনো অভিব্যক্তি তোমাৰ ব্যৱহাৰত ফুটি নোলায়। তোমাৰ মৌনতাই, তোমাৰ গাম্ভীৰ্য্যই মোৰ মনত আঘাত দিয়ে, মোৰ অন্তৰত ভাৱৰ উচ্ছ্বাসৰ যি জোৱাৰ উঠে তাৰ ভাঁটা আনি দিয়ে। তুমি শিক্ষিতা—তুমি নিশ্চয় অনুভৱ কৰিব পাৰা যে তোমাৰ পৰা মই কি বিচাৰিছোঁ।

তুমি মোৰ আৰু মই তোমাৰ। যদি তোমাৰ আৰু মোৰ ভিতৰত এই সম্বন্ধ হয়, তেন্তে তোমাৰ কিহৰ সঙ্কোচ, কিহৰ লাজ, মই বুজি নেপাওঁ। তোমাৰ ওচৰলৈ যাবলৈ মই যিমান ব্যগ্ৰ হওঁ, মোক তোমাৰ ওচৰত পাবলৈ তোমাৰ সেই ব্যগ্ৰতা দেখা নাপাওঁ। সঁচা হয়নে নহয় তুমিয়েই কোৱাচোন?

মা'ক মোৰ সেৱা জনাবা আৰু তুমি মোৰ মৰম লবা।

তোমাৰ—

হেমন্ত

## (২)

হেমন্ত ধুবুৰীৰ ডেপুটি কমিচনাৰ অফিচৰ কেৰাণী। বি, এ, পাছ। ঘৰ পাতিলাদহত। ঘৰত একমাত্ৰ বিধবা মাক আৰু নৱ পৰিণীতা পত্নী বাসন্তী।

বাসন্তী কোকৰাঝাৰৰ এজন জোদ্দাৰৰ ছোৱালী। পিতাকৰ নাম জগবন্ধু বৰুৱা। বাসন্তী গাঁৱৰ ছোৱালী—ধুবুৰীত থাকি মেট্ৰিকুলেচন পাছ কৰিছে। ককায়েক এজন। বি, এ, পাছ। চব ডেপুটি কলেক্টাৰ—নাম প্ৰিয়বন্ধু বৰুৱা।

হেমন্তই বাসন্তীক বিয়া কৰোৱাৰ আগতে পঢ়াশুনা আৰু চাকৰিৰ

কথাকেই ভাৱিছিল। পঢ়াশুনা শেষ কৰি, চাকৰি লৈ বিয়া কৰোৱাৰ পাছতো শান্তি লোৱাৰ আগলৈকে বাসন্তীৰ চিন্তা বিশেষ একো কৰা নাছিল। শান্তি লোৱাৰ পাছত বাসন্তীৰ লগত যেতিয়া মিলিত হ'ল, তেতিয়াহে হেমন্তই যৌৱনৰ উন্মাদনা আৰু প্ৰেমৰ মধুৰিমাৰ সোৱাদ পায়।

বাসন্তী শিক্ষিতা হ'লেও গাঁৱৰ ছোৱালী। আধুনিকতাৰ আদৰ্শ আৰু লাসবিলাসে এতিয়াও বাসন্তীক ছুব পৰা নাই। বাসন্তী আদৰ্শ হিন্দু পৰিবাৰৰ ছোৱালী আৰু বোৱাৰী। কৰ্তব্যপৰায়না আৰু গুৰুজনৰ সেৱিকা। পতিব্ৰতা আৰু প্ৰেমিকা। পাতিব্ৰত্যৰ বাহ্যিক ভেম আৰু প্ৰেমৰ আবেগ বা উচ্ছ্বাসৰ প্ৰকাশ নাই। গতিকে বাসন্তীৰ কথা কম আৰু গাম্ভীৰ্য্য বেছি। হেমন্ত বাসন্তীৰ প্ৰেমত মুগ্ধ আৰু লুব্ধ। বাসন্তীৰ প্ৰেম নিবেদনৰ পৰিমাণে হেমন্তৰ প্ৰেম-পিপাসা নিবৃত্তি কৰা নাই।

(৩)

বাসন্তীয়ে হেমন্তৰ চিঠি পাই লেফাফাটো খুলিব ধৰোঁতেই শাহুৱেক মাহেশ্বৰীয়ে দেখা পাই সুধিলে—হঁ আই। এইখন হেমন্তৰ চিঠি নহয় নে? কি লিখিছে? শনিবাৰে কিয় ঘৰলৈ নাহিল? ভালে আছেতো?

বাসন্তীয়ে ল'ৰালৰিকৈ চিঠিখন খুলি পঢ়িলে আৰু মনৰ ভাব আৰু উচ্ছ্বাস মনতে মাৰ নিয়াই শাহুৱেকক ক'লে—আই। তেখেত ভালে আছে। জৰুৰী কাম থকাবাবেহে আহিব নোৱাৰিলে। চিন্তাৰ কাৰণ নাই বুলি জনাইছে।

শাহুৱেক মাহেশ্বৰী সৰলা আৰু পুত্ৰপ্ৰাণা। বোৱাৰীয়েকৰ কথা শুনি নিশ্চিন্ত হ'ল আৰু বোৱাৰীয়েকক চিঠিৰ উত্তৰ দিবলৈ গৈ ক'লে যে হেমন্ত যেন পাছৰ শনিবাৰে যেনেতেনে আহে সেই কথা লিখি দিব লাগে। বাসন্তীয়ে লিখিম বুলি কৈ—লাহে লাহে নিজৰ কুঠৰীত সোমাল গৈ আৰু মাহেশ্বৰী গা ধুবলৈ গুচি হ'ল।

বাসন্তীৰ পোনতে অন্তৰত হৰ্ষৰ ঢৌ উঠি লাহে লাহে বিষাদৰ ক'লা ডাৱৰে দেখা দিলে আৰু লগে লগে [illegible] যেন এটি অনিশ্চিত আশঙ্কাই অন্তৰখন আগুৰি পেলালে।

বাসন্তী সেৱা আৰু শুশ্ৰূষাৰ মাজেদি প্ৰেমনিবেদন কৰিব জানে, কিন্তু অঙ্গভঙ্গিমা আৰু ভাষাৰ মাজেদি আধুনিক ধৰণে প্ৰেম নিবেদন কৰিব নাজানে। বাসন্তী যেতিয়া ধুবুৰীত পঢ়িছিল তেতিয়া বাটত নৱদম্পতীক ব্ৰহ্মপুত্ৰৰ পাৰত নিঃসংকোচে ফুৰিফুৰা দেখিছে আৰু আনৰ অৱলোকৰ ঘৰলৈ ফুৰিবলৈ যাওঁতে দেখা পাইছে যে আজিকালিৰ স্বামী-স্ত্ৰী কেনেকৈ ভাই-ভনীৰ নিচিনাকৈ শহৰ-

শাহুয়েকৰ আগত কথা বতৰা পাতি হাঁহি-তামাচা কৰে। আজিকালিৰ শিক্ষিতা ছোৱালী কেনেকৈ মতা মানুহৰ লগত স্বাধীনভাৱে ফুৰে আৰু কথা পাতে তাকো বাসন্তীয়ে দেখিছে। অসম্পৰ্কীয় মতা ল'ৰাৰ লগতো অনেক ছোৱালীয়ে অকল বন্ধুত্বৰ খাতিৰতে চিনেমা চাবলৈ যোৱা বাসন্তীয়ে দেখিছে। এনে স্বাধীন ব্যৱহাৰত যে অনেক ক্ষেত্ৰত পৱিত্ৰ ভ্ৰাতৃ বা ভগ্নীভাৱ ফুটি উঠে আৰু নিৰ্দোষ বন্ধুত্বৰ পৰিচয় পোৱা যায় তাকে বাসন্তীয়ে নিজে দেখিছে আৰু অনুভৱ কৰিছে; কিন্তু বাসন্তীয়ে নিজে কেতিয়াও মুকলি মনেৰে আন সম্পৰ্কীয় ডেকা ল'ৰাৰ লগত কথা পতা নাই বা হাঁহি-তামচাত যোগ দিয়া নাই। বাসন্তী সদায় লাজুকীয়াভাৱে সমাজত চলা-ফুৰা কৰিছে আৰু প্ৰয়োজনতকৈ অতিৰিক্ত কথা কাৰো লগত কোৱা নাই। বাসন্তীৰ প্ৰকৃতি নহয় যে প্ৰগল্‌ভভাৱে কৃত্ৰিম ভাষাৰে হেমন্তৰ ওচৰত প্ৰেম নিবেদন কৰিব পাৰে।

বাসন্তীৰ প্ৰেমত উত্তাল তৰঙ্গ নুঠে—মন্দাকিনীৰ ধীৰ শান্ত সোঁত বয়। বাসন্তীৰ প্ৰেমত তপত উচ্ছ্বাস নাই,—মাধুৰ্য্যৰ শান্ত আবেশ আছে। বাসন্তীৰ প্ৰেমত কৃত্ৰিম আড়ম্বৰ আৰু ব্যৱহাৰত প্ৰকাশ্য নগ্নতা নাই—অপ্ৰকাশ্য ভাবাবেগ আৰু অকৃত্ৰিম প্ৰেমৰ আবেষ্টন আছে। বাসন্তীয়ে হেমন্তৰ চিঠি পাই বুজিব পৰা নাই কি কৰা উচিত হ'ব। ভাষাৰ দ্বাৰা বা কথাৰ দ্বাৰা প্ৰেম নিবেদন কৰা বাসন্তীৰ প্ৰকৃতি নহয়। বাসন্তীয়ে আবেগপূৰ্ণ চিঠিৰ দ্বাৰা হেমন্তৰ ভুল দেখুৱাবলৈ অপাৰগ।

হেমন্তৰ বাসন্তীৰ লগত মিলনৰ যি ব্যগ্ৰতা বাসন্তীৰ সেই ব্যগ্ৰতা নাই বুলি হেমন্তই সন্দেহ কৰিছে; কিন্তু বাসন্তীয়ে কেনেকৈ বুজাব যে কি অধীৰতাৰ মাজত বাসন্তীয়ে সপ্তাহটোৰ ছয়টি দিন সোমবাৰৰপৰা শনিবাৰলৈ হেমন্তৰ চিন্তাত কটায়।

বাসন্তীয়ে বুজি পাইছে যে হেমন্তৰ এই চিঠিৰ উত্তৰত বাসন্তীৰ পূৰ্ণ ব্যগ্ৰতা প্ৰকাশ পাব লাগিব, নহ'লে হেমন্তৰ সন্দেহ নুগুচিব।

## (৪)

শ্ৰীশ্ৰীচৰণেষু,

প্ৰিয়তম,—আপুনি শনিবাৰে আহিব বুলি আমি বাট চাই আছিলোঁ। আপুনি নহাত আমি বৰ উদ্বিগ্ন হৈছিলোঁ। ৰবিবাৰে আপোনাৰ চিঠি পোৱাত "মা" নিশ্চিন্ত হৈছে। আপুনি যে ভালে আছে আৰু জৰুৰী কামত আহিব পৰা নাই মা'ক মই এই কথা কৈছোঁ। আগৰ শনিবাৰলৈ উদ্বিগ্ন মনে বাট চাই থাকিলোঁ।

সেৱিকা—
বাসন্তী

হেমন্ত এই চিঠিত খুচি নহ'ল। বাসন্তীৰ নতুন 'প্ৰিয়তম' সম্বোধন আৰু "আগৰ শনিবাৰলৈ উদ্বিগ্ন মনে বাট চাই থাকিলোঁ।" এই সংক্ষিপ্ত ভাষাৰ দ্বাৰা হেমন্তৰ প্ৰেমপূৰ্ণ হৃদয় খুচি হ'ব নোৱাৰিলে।

হেমন্তই উত্তৰ দিলে—মোৰ বহুত কাম। এতিয়া ঘৰলৈ যাব নোৱাৰিম। মা'ক সেৱা দিবা। তুমি মৰম ল'বা। মন বৰ উদাসীন।

পাছৰ শনিবাৰতো হেমন্ত নাহিল। বাসন্তীয়ে আয়েকক জনালে—আই! তেখেতৰ জৰুৰী কাম শেষ হোৱা নাই; গতিকে আহিব নোৱাৰিলে।

বাসন্তীৰ মনত বৰ দুখ লাগিল। বাসন্তীয়ে একো দোষ কৰা নাই—অথচ স্বামীয়ে অনৰ্থক ৰোষ কৰি নিজেও অশান্তি ভুগিছে আৰু বাসন্তীকো দুখ দিছে। বাসন্তীৰ এতিয়া উপায় কি?

বাসন্তীয়ে চিঠিৰ উত্তৰ দিলে—

শ্ৰীশ্ৰীচৰণেষু—

প্ৰিয়তম, —আপোনাৰ চিঠি পালোঁ। মনত বৰ দুঃখ লাগিছে। মোৰ যদি কিবা দোষ হৈছে ক্ষমা কৰিব। যদি ছুটি পায় তেন্তে চিঠি পোৱা মাত্ৰে এবাৰ আহিব। শনিবাৰলৈ কেইবাদিনো আছে।

আপোনাৰ সেৱিকা—
"বাসন্তী"

হেমন্তই চিঠি পঢ়ি বুজিলে যে বাসন্তীয়ে মনত বৰ দুখ পাইছে আৰু নোযোৱা বাবে ব্যগ্ৰ হৈছে। হেমন্তৰ তৎক্ষণাত ঘৰলৈ যাবলৈ মন গ'ল, কিন্তু ছুটীৰ কাৰণে দৰখাস্ত কৰিবলৈ লাজ পাইছে। ছুটীৰ কাৰণ কি দিব? মিছা কথা কৈ ছুটী লোৱাত হেমন্তৰ বৰ অনিচ্ছা। গতিকে শনিবাৰলৈ বাট চাই থাকিল, কিন্তু চিঠিৰ সংক্ষিপ্ত ভাষাত হেমন্ত যথেষ্ট খুচি হ'ব নোৱাৰিলে। হেমন্তক লাগে কবিৰ ভাষাত চিঠি। বাসন্তী শিক্ষিতা ছোৱালী —কবিৰ ভাষাত কিয় চিঠি নিদিয়ে?

মিঃ বৰুৱা, কি কৰিছে বুলি সাধনা কাকতী আৰু বীণা মজুমদাৰে হেমন্তৰ খোটালীত সোমাল। হেমন্ত মেছত থাকে; কিন্তু অকলে এটা কমত আছে। অকস্মাতে দুই গৰাকী যুৱতী ছোৱালী তেওঁৰ ঘৰত সোমোৱা দেখি তেওঁ আচৰিত হ'ল। পিছে দুয়োজনী ছোৱালীকে তেওঁ চিনে আৰু দুয়োৰো লগতেই তেওঁৰ কথাবতৰা আছে। সাধনা হৈছে ট্ৰেজাৰী অফিচাৰ নীলকান্ত কাকতীৰ ছোৱালী। এইবাৰ বাসন্তীৰ লগত মেট্ৰিক পাছ কৰিছে আৰু বীণা হৈছে ৰেভিনিউ চেৰিস্তাদাৰ ৰজত মজুমদাৰৰ ছোৱালী। একেলগে মেট্ৰিক পাছ কৰিছে। দুয়ো অবিবাহিতা। তেওঁলোকৰ ঘৰলৈ হেমন্ত প্ৰায়েই যায়। তাতেই তেওঁলোকৰ লগত হেমন্তৰ চিনাকী।

হেমন্তই বাসন্তীৰ কথা ভাবি আছিল আৰু বাসন্তীৰ চিঠিখনো সমুখতে পুৰি আছিল। বাসন্তীৰ আখৰ সাধনাই ভালদৰে চিনি পায়। চিঠিখন দেখা মাত্ৰকে সাম্নানৰ পঢ়া শেষ হৈ গ'ল। সাধনাই বুজিলে হেমন্ত বহুত দিন ঘৰলৈ যোৱা নাই। বাসন্তীৰ মনত দুখ লাগিছে দেখি সাধনা অলপ দুঃখিত হ'ল। সাধনা আৰু বাসন্তী বৰ বন্ধু। সাধনাই হেমন্তক ক'লে—

"মিঃ বৰুৱা—আপুনি কিমান দিন ঘৰলৈ যোৱা নাই?"

এই প্ৰশ্নত হেমন্ত অলপ অপ্ৰস্তুত হ'ল—ক'লে "বেছিদিন নহয়—দুই সপ্তাহ মান যোৱা নাই।"

"আগেয়ে প্ৰতি সপ্তাহে গৈছিল হ'ব পায়।"

"হয়।"

"এতিয়ানো কিয় নাযায়?"

এই প্ৰশ্ন হেমন্তই বৰ ভাল পোৱা নাই। পিছে সাধনা যে বাসন্তীৰ বন্ধু হেমন্তই জানে; তাতে আকৌ সাধনা অচিনাকী ছোৱালী নহয়। গতিকে এনে ধৰণৰ প্ৰশ্নত হেমন্তই আপত্তিও কৰিব পৰা নাই। গতিকে বহুত কাম পৰিছে বুলি আনফালে কথা ঘূৰাবৰ বাবে বীণাকে সুধিলে —মিছ্ মজুমদাৰ। হঠাতে দুয়ো কিয় আহিলা?

বীণাই ক'লে—আহিলোঁ—প্ৰথমতে আপুনি বাসন্তীৰ বিৰহত কেনে আছে তাকে চাবলৈ।

বীণা বা সাধনাই যে হেমন্তক ইমান খোলাকৈ বাসন্তীক লৈ ঠাট্টা কৰিব পাৰে হেমন্তই ভাবিবই নোৱাৰিছিল। লগে লগে হেমন্তৰ মনত বীণাৰ লগত বাসন্তীৰ কি প্ৰভেদ তাৰ তুলনামূলক বিচাৰ আৰম্ভ হ'ল। বাসন্তীৰ প্ৰতি হেমন্তৰ এনেয়ে এটি ঔদাসীন্যৰ ভাব উপস্থিত হৈছিল—বীণা আৰু সাধনাৰ ব্যৱহাৰত সেই ভাব পুনৰায় উদ্দীপিত হ'ল।

বিৰহ কেনেকৈ, মিছ্ মজুমদাৰ? মই যেখোন সপ্তাহে সপ্তাহে ঘৰলৈ যাওঁ। বিৰহ বুলিতো মোৰ ভাব নহয়।

"বিৰহ নহলে নো বাসন্তীয়ে দহোকুৰি আপোনাক যাবলৈ কিয় কয়?" বুলি সাধনাই মাত লগালে।

হেমন্ত বৰ অসুবিধাত পৰিল। হেমন্তই ক'লে— "বাসন্তীতো তোমালোকৰ নিচিনা চহৰৰ ছোৱালী নহয়। মই যোৱা দুই শনিবাৰে ঘৰলৈ নোযোৱাত মোৰ বিষয়ে বিশেষ চিন্তা কৰিছে—কি জানিবা মোৰ গা মন বৰ ভালে থকা নাই।"

গা আপোনাৰ ভালে আছে ঠিক—কিন্তু মন যে ভালে নাই এইটো নিশ্চয়।

"কেনেকৈ জানিলা সাধনা?"

হেমন্তই সাধনাক বাসন্তীৰ বন্ধু হিচাপে—বেছি আপোনাৰ জন বুলি ভাবে।

"কিয়, বাসন্তীয়ে আপোনালৈ লিখা চিঠিখনৰ পৰা।"

"তুমি কত সেই চিঠি পঢ়িলা" বুলি কৈয়েই হেমন্তই দেখিলে যে চিঠিখন টেবিলৰ ওপৰতে পৰি আছে। হেমন্তই বেছি কথা ঘুৰাব নোৱাৰি কলে— সাধনা! সঁচাকৈয়ে বাসন্তী আৰু তোমালোকৰ ভিতৰত অনেক প্ৰভেদ। বাসন্তী যদিও মেট্ৰিকুলেচন পাছ কৰিছে—তোমালোকৰ নিচিনা অনেক কথা জনা নাই।

সেই কাৰণেহে বোধহয় আপুনি ঘৰলৈ যাব এৰিছে? হেমন্তই বুজা নাছিল— তিৰোতা জাতি ইমান চতুৰা। তিৰোতাই বুজে তিৰোতাৰ বেদনা কত। যদিও বীণা আৰু সাধনা বিবাহিতা নহয় তথাপি সিহঁত শিক্ষিতা ছোৱালী আৰু পূৰ্ণ-যুৱতী। বাসন্তীৰ চিঠিত লিখা দুই চাৰিষাৰ কথাৰ ভিতৰতে বাসন্তীৰ মনৰ অৱস্থা কি সিহঁতে বুজি পাইছে।

হেমন্তই একো উত্তৰ দিব নোৱাৰিলে।

সাধনাই পুনৰায় কলে—মিঃ বৰুৱা, আপোনাৰ ভুল হৈছে। বাসন্তী এটি ৰত্ন। আপুনি তাইক ভুল বুজি দুখ নিদিব। আপুনি আজিয়েই ঘৰলৈ যাওক। মই দেউতাক কৈ আপোনাক ৪ দিনৰ ছুটী দিয়াম।

হেমন্তই ট্ৰেজাৰী অফিচতে সাধনাৰ দেউতাকৰ তলত কাম কৰে। হেমন্তই একো নমতা দেখি বীণাই কলে— মিঃ বৰুৱাই দেখোন একোকে নামাতিলে। আপুনি ঘৰলৈ যাব নে নেযায় কওক—। যদি নাযায় তেন্তে আমি বাসন্তীলৈ লিখি দিওঁ যে—"হে বাসন্তী দেবি—আজিকালি যি হিন্দু আইন জাৰী হ'ব লাগিছে—সেই আইনৰ তলত "হিন্দু ললনাৰ" কোনো দুখ-দুৰ্গতি নাথাকিব।"

বীণাই যদিও এই কথাষাৰি নিৰ্দোষভাৱে বিদ্ৰূপ কৰিবৰ মনেৰে কৈছিল— তথাপিতো হেমন্তৰ মনত বৰ আঘাত দিলে।

হেমন্তই কলে—তোমালোকে মোৰ প্ৰতি বৰ অবিচাৰ কৰা নাই নে?

বীণাই বৰ লাজ পালে। কলে—নহয় মিঃ বৰুৱা—মই ঠাট্টা কৰিহে কৈছিলোঁ। আপোনাৰ মনত আঘাত দিবলৈ কোৱা নাই। বিচ্ছেদত যে কোনো ৰমণীৰ সুখ নহয় আমি বুজি পাওঁ। আপোনালোকৰ ক্ষেত্ৰত আমি তেনে কথা ভবা নাই। আশাকৰোঁ আপুনি গভীৰভাৱে কথাটো গ্ৰহণ নকৰিব—আৰু কেতিয়াও বাসন্তীৰ আগত নুলিয়াব।

লিহে আমি কিয় আহিলোঁ—আপুনি দেখোন নুসুধিলেই।

কিয় আহিছা—মোক ভালকৈ সুধিবলৈ নো সময় কত দিলা? এতিয়াও কোৱাচোন কিয় আহিছা?

আমি ইয়াত মহিলা সমিতিৰ জৰীয়তে মিছেছ্ অমলা বায়ক নিমন্ত্ৰণ কৰিছোঁ। তেখেত আহি হিন্দু আইনৰ বিষয়ে মহিলাৰ কি কৰ্ত্তব্য সেই বিষয়ে বক্তৃতা দিব।

তেন্তে সঁচাকৈয়ে বিবাহবিচ্ছেদ আইনত তোমালোকৰ সমৰ্থন আছে।

সমৰ্থন আছে নাই সেইটো পাছৰ কথা। এতিয়া মিছেছ্ অমলা ৰায় আহিলে এখন সভা পাতিব লাগিব। তাত আপোনাৰ সহায় আৱশ্যক হৈছে।

মই কি সহায় কৰিব পাৰোঁ?

আপুনি এজন আৰ্টিষ্ট। আপুনি সভা মণ্ডপৰ গেইটটো সজাই দিব লাগিব—আৰু গেইটৰ ওপৰত এটা চিত্ৰ আঁকি অমলা ৰায়ক সাদৰ অভ্যৰ্থনা জনাব লাগিব। আপুনি কল্পনা কৰি যি ভাল হয় কৰিব। আমি একো ভাবি পোৱা নাই।

অৰ্থাৎ বিবাহ-বিচ্ছেদ আইনত যে মোৰো সমৰ্থন আছে তাকে স্পষ্টকৈ বুজাই দিব লাগিব।

নহয়, নহয়, সেইটো নহয়। আপুনি এজন আৰ্টিষ্ট। আৰ্টৰ ওচৰত সাত খুন মাফ্। আৰ্টৰ সমৰ্থন আপোনাৰ সমৰ্থন নহয়।

"বাৰু, মোৰ ওপৰত দিয়া কামৰ ভাৰ মই গাত ললোঁ। পিছে সভানো কেতিয়া?"

"সভালৈ মাথোন ১৫ দিন আছে। আজি ৫ তাৰিখ। ২০ তাৰিখে আবেলি ২ বজাত মূল সভা। মিছেছ্ অমলা ৰায় ১৯ তাৰিখে গধূলিৰ গাড়ীত আহিব।

ভাল, তেন্তে আমি বিদায় হওঁ। যোৱাৰ আগতে আপোনাক পুনৰায় ঘৰলৈ যাবলৈ অনুৰোধ জনালোঁ আৰু বাসন্তীক আমাৰ কথা কবলৈ সনিৰ্ব্বন্ধ প্ৰাৰ্থনা জনালোঁ।

'ভাল বাৰু' বুলি কৈ হেমন্তই দুয়োকো বাটলৈ আহি আগবঢ়াই থ'লে।

## (৫)

পিছ দিনা ৪ দিনৰ ছুটী লৈ হেমন্ত ঘৰলৈ গ'ল। মাকে বৰ আনন্দ পালে আৰু বোৱাৰীয়েকৰ গুণ বখানি পুতেকৰ আগত বহুত কথা ক'লে। বাসন্তীয়ে স্বামী অহা দেখি লৰালৰিকৈ হাত মুখ ধোৱা পানী, গামোচা আৰু পীৰা আগবঢ়াই দিলে আৰু চাহ কৰিবলৈ লৰি গ'ল।

বাসন্তী বোৱাৰী। সমস্ত কাম নিজ হাতে কৰে নহলে শাহুয়েকে কৰিব লাগে। যদি বাসন্তী হেমন্তৰ ওচৰতে লাগি থাকে তেন্তে শাহুয়েকেহে চাহ কৰিব লাগে। বাসন্তীয়ে মৰিলেও সেইটো হ'ব দিব নোৱাৰে।

হেমন্তক লাগিলে চাহকে নালাগে যদিহে বাসন্তী ওচৰতে বহি কথা পাতি থাকে। হেমন্তই মুখ ফুটাই একো নকলেও বাসন্তী গুচি যোৱাত ভাল নাপালে। ইফালে মাকে বাসন্তীৰ অশেষ গুণৰ কথা কব লাগিছে। হেমন্তই নীৰৱ হৈ সকলো শুনি আছে।

চাহ হ'ল। এখন পান্-খোৱাত কেইখনমান লুচি আৰু আলু ভাজা আৰু এটা বানবাটিত এবাটি চাহ আনি বাসন্তীয়ে হেমন্তৰ ওচৰতে থকা টিপয় এখনত থৈ দিলে।

"বোপা—চাহ জলপান খা" বুলি কৈ মাকে নিজৰ কামলৈ গুচি গ'ল। বাসন্তী ওচৰতে তামোল কাটিবলৈ ধৰিলে।

হেমন্তই চাহ জলপান খাই আছে আৰু বাসন্তীয়ে তামোল কাটি আছে। কোনেও কাকো কোনো কথা নকয়।

বাসন্তীয়ে একো কথা নকয় দেখি হেমন্তয়ো অভিমানতে একো নকয়। বাসন্তীয়ে কথাৰ দ্বাৰা মনৰ কথা প্ৰকাশ কৰিব নোৱাৰে। স্বামী অহাৰ আনন্দত মন যে কিমান উৎফুল্ল হৈছে তাকো বুজাব নোৱাৰে। লাজকুৰীয়া ভাব আৰু আনন্দৰ মাজত বাসন্তী নিমাত।

হেমন্তৰ মনত পৰিল—সাধনা আৰু বীণাৰ কথা। সাধনা আৰু বীণা বাসন্তীৰে লগৰ ছোৱালী। সিহঁতে কেনে আৰু বাসন্তী কেনে। সিহঁতে বিবাহ-বিচ্ছেদ আইনৰ সমৰ্থন সভা পাতিবলৈকো সঙ্কোচ নকৰে আৰু বাসন্তী দুবৈৰপৰা ঘৰলৈ অহা স্বামী সম্ভাষণতো লাজসঙ্কোচ কৰে। হেমন্তৰ মনৰ গধুৰতা নাতঁৰিল।

## (৬)

ৰাতি খোৱাবোৱাৰ পাছত বাসন্তী শুবলৈ আহিল। হেমন্ত বাসন্তী আহিব আহিব বুলি বিছনাতে পৰি আছে। টোপনি যোৱা নাই। বাসন্তী আহি ঘৰৰ দুৱাৰ বন্ধ কৰি হেমন্তৰ ভৰিৰ কাষত আহি বহিল। হেমন্তই বাসন্তীয়ে কি কয় তাকে শুনিবলৈ বাট চাই আছে। বাসন্তীয়ে ভৰিৰ কাষত বহি হেমন্তই কি সোধে তাকে শুনিবলৈ বাট চাই আছে। বহুত সময় পাৰ হৈ গ'ল। বাসন্তীয়ে একো নোপোৱা দেখি হেমন্তৰ মনত অভিমান বাঢ়ি গ'ল। হেমন্তই একো নোকোৱা দেখি বাসন্তীৰ মনত ভয়ৰ মাত্ৰা বাঢ়ি গ'ল। কি কম কি নকম ভাবি অৱশেষত বাসন্তীয়ে সুধিলে—"আপুনি কাহানিকৈ ধুবুৰীলৈ ঘূৰি যাব?"

এই অতি সাধাৰণ প্ৰশ্নই হেমন্তৰ মনত সুখ দিব নোৱাৰিলে। উত্তৰ দিলে—"কাইলৈকে যাম।"

আৰু দুই এদিন থাকি যাব নোৱাৰে নে? বাসন্তীৰ ব্যাকুল মনৰ আকুল প্ৰশ্ন। কথমপি চকুৰ পানী বোধকৰি এই কথাষাৰি সুধিছে।

হেমন্ত তাতো খুচি হ'ব নোৱাৰি উত্তৰ দিলে—নহয় অফিচৰ জৰুৰী কাম আছে যাবই লাগিব।

"তেন্তে শনিবাৰে পুনৰ যেন আহে" বুলি বাসন্তীয়ে ক'লে।

"পাৰিলে আহিম" বুলি কৈ হেমন্ত টোপনি যোৱাৰ ভাৱত শুলে, আৰু বাসন্তীয়ে লাহে লাহে উঠি কাষতে শুই থাকিল।

ৰাতি পুৱা উঠি হেমন্ত সঁচাকৈয়ে ধুবুৰীলৈ গুচি গ'ল। সৰলা বাসন্তীয়ে নাজানিলে যে হেমন্ত ৪ দিনৰ ছুটী লৈ ঘৰলৈ আহিছিল। বাসন্তীৰ মনৰ কথা কোনে বুজিব?

(৭)

মিছেছ্ অমলা ৰায় ধুবুৰীলৈ অহাৰ দিন ক্ৰমে ওচৰ চাপি আহিছে। হেমন্তই গেইট সজোৱা আৰু গেইটৰ ওপৰত চিত্ৰ আঁকিবৰ ভাৰ লৈছিল। ঘৰৰ পৰা ধুবুৰীলৈ আহিয়েই হেমন্তই চিত্ৰ আঁকিবলৈ ধৰিলে। চিত্ৰৰ কল্পনা—সমান মানসিক উৎকৰ্ষ নাথাকিলে স্বামী স্ত্ৰীৰ মিলন সুখৰ নহয়। চিত্ৰৰ সহায়ত এই কল্পনা পৰিস্ফুট কৰি বিবাহ-বিচ্ছেদ যে প্ৰয়োজন তাকে দেখুৱাইছে। স্বাধীন ভাৰতত স্ত্ৰী-পুৰুষ উভয়ৰে সমান অধিকাৰ। সঁচাকৈয়ে যদি সকলো বিষয়ে উভয়ৰ ভাব সমান নহয় তেন্তে মিলন সুখময় নহয়। ই অতি স্পষ্ট কথা আৰু অত্যন্ত সত্য কল্পনা। এই আদৰ্শত সমাজ গঢ়ি উঠিব লাগে। এই আদৰ্শ সমাজত দাণ্ডি ধৰিবলৈকে হিন্দু আইনত বিবাহ-বিচ্ছেদ প্ৰথা থাকিব লাগে।

চিত্ৰ দেখি বীণা মজুমদাৰ বৰ খুচি হ'ল। সাধনাই কিন্তু এই চিত্ৰত আনন্দ পোৱা নাই। সাধনা যদি বাসন্তীৰ বন্ধু নহ'লহেঁতেন আৰু হেমন্ত যদি এই চিত্ৰৰ শিল্পী নহ'লহেঁতেন হয়তো সাধনাও খুচি হ'লহেঁতেন। সি যি কি নহওক হেমন্তৰ চিত্ৰই সমাজত আদৰ পালে আৰু হেমন্তৰ সন্মান বাঢ়ি গ'ল। লগে লগে হেমন্তৰ মনত বাসন্তী অতি নিকৃষ্টা বুলি ধাৰণা হ'বলৈ ধৰিলে।

অমলা ৰায়ৰ বক্তৃতা হেমন্তই বৰ মন দি শুনিছিল। বক্তৃতাৰ যুক্তিত আৰু ভাষাৰ মাধুৰ্য্যত হেমন্তৰ ধাৰণা হৈছিল —উপযুক্ত ক্ষেত্ৰত বিবাহ-বিচ্ছেদ সঁচাকৈয়ে দৰকাৰী।

"আটিষ্ট হেমন্তৰ পত্নী বাসন্তী শিক্ষিতা হ'লেও হেমন্তৰ উপযুক্তা নহয়—এইটো নিশ্চয়।" হেমন্তৰ মন ক্ৰমে ক্ৰমে বাসন্তীৰ প্ৰতি বিৰাগ হ'বলৈ ধৰিলে।

"সাধনা। হেমন্ত বৰুৱা সঁচাকৈয়ে ভাল আটিষ্ট।"

"হয় বীণা—হেমন্ত বৰুৱাৰ চিত্ৰ সঁচাকৈয়ে ভাল হয়। কিন্তু হেমন্ত বৰুৱাতো কোনো দিনে সমাজত শিল্পী বুলি পৰিচিত হোৱা নাছিল।"

আহ্, সাধনা। হেমন্ত বৰুৱাক ওলগ জনাই আহোঁগৈ।

বেয়া নহয়, যোৱা এবাৰ উচিত। এই বুলি সাধনা আৰু বীণা উভয়ে হেমন্ত

বৰুৱাক বিচাৰি গ'ল। মেছত সন্ধ্যাৰ সময়ত হেমন্ত বৰুৱা কমত বহি কিবা ভাবি আছে। বীণা আৰু সাধনা যে কমত সোমাইছে হেমন্ত বৰুৱাই ক'বই নোৱাৰে।

"কি মিঃ বৰুৱা! কি ভাবিছে" বুলি বীণাই মাত লগালে। হেমন্ত উচপ্ খাই উঠিল আৰু বীণা আৰু সাধনাক দেখি লজ্জিত হ'ল। ক'লে—তোমালোক যে আহিছা মই দেখাকে পোৱা নাই। কিয়নো আহিলা?

সাধনা—"আহিলোঁ, আপুনি কি কৰিছে চাবলৈ। যোৱা সভাত লাভ আটাইতকৈ আপোনাৰে বেছি হ'ল। আপুনি চিত্ৰ-শিল্পী বুলি সমাজত ভালকৈ পৰিচিত হ'ল। ভাবিলোঁ বোলোঁ বৰুৱাদেৱৰ পৰা চাহ মিঠাই আদায় কঁৰোগৈ।"

"অ, হয়তো! চাহ মই এনেয়ে দিব লাগে, যিহেতুকে তোমালোক মোৰ ঘৰলৈ আহিছা। চিত্ৰ-শিল্পী হিচাপে সন্মান পোৱা বাবে চাহ খুৱাব মই ইচ্ছা নকৰোঁ। মোৰ এই সন্মান সমাজৰ অনুগ্ৰহহে মাথোন। মই তাৰ উপযুক্ত নহওঁ।"

"কিয় নহয় বৰুৱা— আপুনি পাৰে নে কি যে এনে চিত্ৰ যেয়ে সেয়ে আঁকিব পাৰে।"

"যেয়ে সেয়ে আকিঁব নোৱাৰিলেও যে এই চিত্ৰ শিল্পী-জগতত আদৰ পাব পাৰে তেনে বিশ্বাস মোৰ নাই।"

"বাৰু বৰুৱা, এই বিষয়ে পাছত প্ৰমাণ পোৱা যাব। বৰ্ত্তমান আমাৰ প্ৰথম কথা আপোনাৰ পৰা চাহ মিঠাই আদায় কৰা, দ্বিতীয় কথা বাসন্তীৰ খবৰ লোৱা।"

"অ বাৰু!" বুলি হেমন্ত বৰুৱা ওলাই গৈ মেছৰ চাকৰ মীনাৰামক চাহ তিনি কাপ আৰু তিনি প্লেট মিঠাই আনিবলৈ কৈ ঘূৰি আহিল। হেমন্ত বৰুৱা ঘূৰি আহিলত সাধনাই ক'লে—

"বীণা—আমাৰ প্ৰথম কথাটোৰ দিহা হ'ল। দ্বিতীয় কথাটোৰ বিষয়েও আমি এতিয়া জানিব খুজিছোঁ।"

"দ্বিতীয় কথাটো কি" বুলি হেমন্ত বৰুৱাই পুনৰ প্ৰশ্ন কৰিলে।

"অ! বাসন্তীৰ কথা আপুনি আমাৰ আগত ক'বই নোখোজে? বাসন্তী কেনে আছে? বাসন্তীয়ে আমাৰ কথা কি ক'লে? বাসন্তীয়ে আপোনাৰ কলাবিদ্যাৰ কিমান দূৰ সন্তেদ পায়—ইত্যাদি বিষয়ে জানিবৰ বাবে আমাৰ বৰ কৌতূহল হৈছে" বুলি বীণাই ক'লে।

"তোমালোকেতো বাসন্তীক চিনি পোৱা। বাসন্তীৰ বিষয়ে নতুন কথা মোৰ ক'বলৈ কি আছে? বাসন্তী ভালে আছে। মোৰ চিত্ৰ অঁকাৰ বিষয়ে বাসন্তী

নালাগে কোনেও নাজানে। জানিবৰ কোনো কাৰণো নাই। মইতো চিত্ৰ সদায় নাকোঁ, কেৱল তোমালোকৰ অনুৰোধ এবাৰ—নোৱাৰি সেই চিত্ৰটি আঁকি দিছোঁ।"

"নহয় বৰুৱা দেৱ! আপোনাৰ এই কলাবিদ্যাৰ বিষয়ে বাসন্তীয়ে নাজানে এই কথা আমি বিশ্বাস কৰোঁ কেনেকৈ? যদিহে নাজানে আপুনিতো বাসন্তীৰ প্ৰতি বৰ অবিচাৰ কৰিছে।" সাধনাই ক'লে—।

"নহয় সাধনা—বাসন্তী আৰু তোমালোকৰ ভিতৰত অনেক প্ৰভেদ। বাসন্তী লিখাপঢ়া শিকিলেও তোমালোকৰ নিচিনা প্ৰগতিৰ বাটত আগবাঢ়িব পৰা নাই আৰু ইচ্ছাও নকৰে।"

"মিঃ বৰুৱা—আপুনি বাসন্তীক ইয়ালৈ লৈ নাহে কেলেই?"

"কেনেকৈনো আনিবা সাধনা? বুঢ়ী মা—তেওঁ পিতৃভিঠা এৰি আহিব নোখোজে। ইয়ালৈ বাসন্তীক আনি মা'ক নো ঘৰত কেনেকৈ এৰি আহোঁ?"

"বাৰু আমি এবাৰ আপোনাৰ ঘৰলৈ যাম।"

"ভাল" বুলি হেমন্তই চাকৰৰ হাতৰ পৰা চাহ মিঠাই নি টেবুলৰ ওপৰত থৈ দুয়োকে দুবাটি চাহ আৰু দুই প্লেট মিঠাই আগবঢ়াই দিলে—আৰু নিজে এবাটি চাহ আৰু মিঠাই এক প্লেট ল'লে।

"হেমন্ত আছা নে হে?" বুলি প্ৰিয়বন্ধু হেমন্তৰ কমত সোমাই দুগৰাকী মহিলাৰ লগত হেমন্তই চাহ মিঠাইৰ মজলিচ্ পাতি থকা দেখি কিছু আচৰিত হ'ল।

হেমন্তই—"আহক। আহক। আপুনি কেতিয়া আহিল" বুলি সুধিলে।

"এঃ, মই আজি আহিছোঁ হে—পিছে মই এতিয়া যাওঁ —পিছত আহিম" বুলি কৈ যাবলৈ ওলাল।

"নহয়, নহয়, বহক—এই মীনাৰাম—"

"দেউতা—"

"আৰু এবাটি চাহ আৰু এখন প্লেট লৈ আহচোন" বুলি মীনাৰামক আদেশ দিলে।

"খোৱা সাধনা। চাহ ঠাণ্ডা হৈ যায় নহয়। বৰুৱা লওক" বুলি হেমন্তই নিজৰ চাহ মিঠাই প্ৰিয়বন্ধুৰ ফালে আগবঢ়াই দিলে।

"নহয়, নহয়, হেমন্ত! খোৱা, মোৰ পাছত হ'লেও হ'ব নহয়।"

"নহয়, নহয়" বুলি হেমন্তই এক প্ৰকাৰ জোৰ কৰি প্ৰিয়বন্ধুৰ হাতত চাহ মিঠাই তুলি দিলে।

প্ৰিয়বন্ধুৱে চাহ মিঠাই হাতত লোৱাৰ লগে লগে মীনাৰামে পুনৰায় এক কাপ চাহ আৰু এক প্লেট মিঠাই লৈ আহিল। তেতিয়া চাৰিওজনে চাহ খাবলৈ লাগিল।

হঠাতে প্ৰিয়বন্ধুৰ আবিৰ্ভাৱত বীণা আৰু সাধনা অলপ অপ্ৰস্তুত হ'ল। হেমন্তই বীণা আৰু সাধনাৰ সঙ্কোচভাৱ দূৰ কৰিবৰ বাবে ক'লে,—"সাধনা, এওঁ মোৰ আত্মীয়। তোমালোকৰো আত্মীয় বুলি ক'ব পাৰি। এওঁ বাসন্তীৰ ডাঙৰ দাদা প্ৰিয়বন্ধু বৰুৱা বি, এ। চৰ ডেপুটি কলেক্টাৰ। আৰু এওঁ শ্ৰীমতী সাধনা কাকতী—আমাৰ ট্ৰেজাৰী অফিচৰ শ্ৰীযুত নীলকান্ত কাকতীৰ ছোৱালী আৰু এওঁ শ্ৰীমতী বীণা মজুমদাৰ—আমাৰ ৰেভিনিউ চেৰিস্তাদাৰ শ্ৰীযুত ৰজত মজুমদাৰৰ ছোৱালী। দুয়ো ধুবুৰী কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰী। বাসন্তীৰ লগত মেট্ৰিক পাছ কৰিছিল। বাসন্তীৰ বন্ধু হিচাপে আৰু এওঁলোকৰ দেউতাকসকলৰ লগত মোৰ ঘনিষ্ঠতা থকা বাবে মাজে সময়ে এওঁলোক ইয়ালৈ আহে। আজি শনিবাৰ বাবে আহিছে।"

"আপুনি বাসন্তীৰ দাদা।" বুলি সাধনাই প্ৰথমে কথা ক'লে। "হয়" বুলি প্ৰিয়বন্ধুৱে উত্তৰ দিলে।

"ভাল বাৰু, পাছত আপোনাৰ লগত আমাৰ জনাশুনা হ'ব—" এই বুলি সাধনা আৰু বীণাই দুয়োৰেপৰা নমস্কাৰ দি বিদায় ল'লে।

ইয়াৰ পাছত এদিন দুদিনকৈ পাঁচ মাহ কাটি গ'ল। হেমন্ত ঘৰলৈ যোৱা নাই। আগৰবাৰত এবাতি থাকি পাছ দিনাই গুচি আহিছে। হেমন্তৰ মাকে বুজিলে যে বোৱাৰীয়েকৰ লগত ল'ৰাৰ মন মিলা নাই। বোৱাৰীয়েকলৈ ক্ৰমে বিৰূপ হ'ল। চিঠিও ঘনকৈ নাযায়; গ'লেও মাকৰ নামতহে যায়। খৰচৰ টকা মনিঅৰ্ডাৰত সময়মতে যায়; কিন্তু হেমন্ত ঘৰলৈ নাযায়।

বাসন্তীয়ে পুনঃপুনঃ চিঠি দিয়ে, কিন্তু চিঠিৰ উত্তৰ নাপায়। বাসন্তীৰ চিঠিত কবিত্ব নাই। উদ্বিগ্নতা আছে; কিন্তু হেমন্তই সেই উদ্বিগ্নতা চিঠিৰ শাৰীত বিচাৰি নাপায়।

বাসন্তীৰ জীৱন ক্ৰমে বিষময় হ'ব ধৰিছে। হেমন্ত ঘৰলৈ নাহে আৰু শাহুয়েকে ভাল মুখে কথা নকয়। হেমন্ত যে ঘৰলৈ নাহে তাৰ কাৰণ বোৱাৰীয়েক বুলি শাহুয়েকৰ সম্পূৰ্ণ বিশ্বাস হৈছে সেইবাবে বাসন্তীৰ মনৰ অৱস্থা আৰু বেছি অশান্তিপূৰ্ণ হৈছে।

শাহুয়েকে মাজে সময়ে ওচৰচুবুৰীয়া তিৰোতা মানুহৰ আগত কুলক্ষণী, অলক্ষ্মী, ৰাক্ষসী ইত্যাদি ভাবাৰে গালিও পাৰে। বাসন্তী নীৰৱে সহ্য কৰে আৰু মনে মনে চকুলো টোকে। এনেতে বাসন্তীয়ে এদিন সাধনাৰ পৰা চিঠি এখন পালে।

"বাসন্তি। তোৰনো অলপো জ্ঞান নাইনে? তই যে নিজৰ বিপদ নিজে টানি আনিব লাগিছ তাকো বুজা নাইনে? যি তিৰোতাই স্বামীৰ মন যোগাই চলিব নোৱাৰে সেই তিৰোতাই জীৱনত শান্তি নাপায়। তই এই চিঠি পোৱামাত্ৰকে

তৎক্ষণাৎ গুচি আহিবি। তোৰ লগত মোৰ অনেক কথা আছে। সম্ভৱ হ'লে লগতে শাহুয়েৰাকো লৈ আহিবি—।

তোৰ—

"সাধনা"

সাধনাৰ চিঠি পাই বাসন্তী বৰ অস্থিৰ হ'ল। কথা কি একো বুজিব নোবাৰিলে। সাধনাইতো কোনোদিনে এনেদৰে চিঠি দিয়া নাই। বাসন্তীয়ে নানা কথা ভাবি ধুবুৰীলৈ যাবলৈ মন কৰিলে। ধুবুৰীলৈ যাবলৈ হ'লে শাহুয়েকৰ অনুমতিৰ আৱশ্যক। আজিকালি শাহুয়েকে কথাই কথাই যেনে ব্যৱহাৰ কৰে, বাসন্তীৰ সুধিবলৈকো ভয় লাগে। তথাপি মৰ সাহ কৰি শাহুয়েকক সুধিলে—

"আই! মই এবাৰ ধুবুৰীলৈ যাব খোজোঁ। যাব দিব নে?"

মাহেশ্বৰীয়ে হেমন্তৰ কথা ভাবি আছিল। বাসন্তীনো কি দোষ তাকে মনেমনে বিচাৰ কৰি আছিল। মাহেশ্বৰীয়ে ভাবিছিল—বাসন্তীৰ নো কি দোষ হেমন্তই পালে? এনে গুণবতী ৰূপৱতী ছোৱালী কেইখন ঘৰতনো পোৱা যায়? বাসন্তীয়ে কোনোদিন শাহুয়েকৰ লগত বেয়া ব্যৱহাৰ কৰা নাই। গতিকে তেওঁ যদিও বাহ্যিক বাসন্তীক ৰূঢ় ব্যৱহাৰ কৰিছিল, তথাপি অন্তৰে অন্তৰে বাসন্তীৰ দোষ বিচাৰি নাপাই অনুশোচনাও ভোগ কৰিছিল। এনে সময়ত বাসন্তীৰ ধুবুৰীলৈ যোৱা প্ৰস্তাৱত তেওঁ সহজতে মান্তি হ'ল।

ক'লে—আই, তোৰ লগতে মঞো যাম।

পাছ দিনা শাহুয়েক বোৱাৰীয়েক দুয়ো আহি ধুবুৰী পালে। বাসন্তীৰ লগতে শাহুয়েক অহা দেখি সাধনা কিছু আচৰিত হ'ল।

কাৰো ক'তো দোষ নাথাকে, কোনোৱে কাৰো ওচৰত কোনো অপৰাধত অপৰাধী নহয়, আৰু ইজনে সিজনৰ সুখ-দুখত সমানে সহানুভূতিসম্পন্ন হৈ থকাতো সংসাৰত এনে একোটি অৱস্থাবিপৰ্য্যয় ঘটি উঠে আৰু এনে এটি ভ্ৰান্তিমূলক ধাৰণাৰ সৃষ্টি হয় যে ইজনে সিজনৰ প্ৰতি বোষ, অভিমান আৰু মিথ্যা গণত ওফন্দি নিজেও অশান্তি ভুগে আৰু আনজনকো অশান্তি দিয়ে। হেমন্ত, বাসন্তী আৰু মাহেশ্বৰীৰ জীৱনযাত্ৰাত কি বিচিত্ৰময় ভ্ৰান্তিৰ উদ্ভৱ হৈছে। কাৰো ক'তো দোষ নাই, কাৰো ক'তো অপৰাধ নাই, কিন্তু অদৃষ্টৰ কি পৰিহাস!! ইজনৰ মনৰ কথা সিজনে ভালদৰে বুজি নাপায়। যৌৱনৰ মধোল্লাসিত প্ৰেমৰ উন্মাদনাত হেমন্ত কল্পনা ৰাজ্যত স্বৰ্গীয় প্ৰেমৰ সোৱাদ পাবলৈ মত্তলীয়া। বাসন্তী স্বৰ্গীয় প্ৰেমৰ অৰ্ঘ্য আৰাধ্য দেৱতা পতিৰ শ্ৰীপাদপদ্মত নিবেদন কৰিবলৈ সুযোগ পোৱা নাই। পুত্ৰপ্ৰাণা মাহেশ্বৰীয়ে নিজৰ আদৰ্শানুযায়ী বোৱাৰী পায়ো পো-বোৱাৰীৰ সুখময় আৰু প্ৰেমময় সাংসাৰিক জীৱনযাত্ৰাৰ কোনো শুভ লক্ষণ দেখা নাপাই মনতে অশান্তি ভোগ কৰিছে।

বাসন্তী আৰু মাহেশ্বৰী সাধনাৰ ঘৰত আজি অতিথি। সাধনাই পুৰণি সখিক লগ পাই কত থব, কত নথব, এনে ভাবত উখল-মাখল লগাইছে; কিন্তু বেছি আদৰ যত্ন দেখুৱাইছে মাহেশ্বৰীক।

মাহেশ্বৰীক যথাযোগ্য আদৰ অভ্যৰ্থনা আৰু আতিথ্য দেখুৱাই তেওঁক বিশ্ৰামৰ কাৰণে চাৰিপাটি পাৰি দি সাধনাই বাসন্তীক নিৰলে নিজৰ পঢ়া কুঠৰীলৈ লৈ গ'ল। "নহয় নে বাসন্তি, তই নিজৰ বিপদ নিজে মাতি অনা নাইনে? তই বুজা নাই, কত তোৰ বিপদ। ভোকত মানুহক পানী দিলে ভোক নুগুছে, পিয়াহত মানুহক ভাত দিলে পিয়াহ নপলায়। তোৰ ফল্গু নদীৰ প্ৰেমধাৰাই হেমন্তৰ উদ্দাম প্ৰেমোন্মাদনাৰ উত্তাল তৰঙ্গগতিত শান্তিৰ মলয়া বাব বোৱাব নোৱাৰে। তই বুজা নাই, পুৰুষ জাতিয়ে নাৰীৰ অন্তৰতম প্ৰদেশৰ গভীৰতম প্ৰেমমন্দাকিনীৰ সুমধুৰ কল্লোল-ধ্বনি নুশুনে। পুৰুষ জাতিয়ে নাৰীৰ স্নেহান্ধ হৃদয়ৰ নীৰৱ সেৱাত সন্তুষ্ট হ'ব পাৰে; কিন্তু প্ৰেমনিবেদনৰ সংবাদ নাপায়। পুৰুষে বিদায়কালত নাৰীৰ সজল চকুৰ নীৰৱ ভাষা বুজি নাপায়। এই জাতিয়ে বিৰহব্যথিত নাৰীৰ অন্তৰৰ খবৰ নাপায়। ক্ষণিকৰ উত্তেজনাত চাতুৰ্য্যময়ী প্ৰেমনিবেদনৰ মধুৰ ভাষাত বিমুগ্ধ হয়। এফালে উত্তাল-তৰঙ্গ আৰু আন ফালে সুশীতল মলয়া বাব—ইয়াৰ মাজেদি জীৱনতৰণী চলাই লৈ যাব লাগিব। হেমন্ত নৱ যৌৱনত মতলীয়া হৈ আজি তোৰ ওচৰত প্ৰেমাৰ্থী; আৰু তই প্ৰেমাৰ্থীৰ ওচৰত প্ৰেমনিবেদন কৰিব জনা নাই।"

সাধনাই হেমন্তৰ হৃদয়ৰ গভীৰতম প্ৰদেশৰ খবৰ পাইছে; আৰু সেই বাবে মৰমৰ সখীৰ দুখত বিচলিতা হৈ সেই খবৰ দিবৰ প্ৰয়াস কৰি এই দীঘলীয়া বক্তৃতাৰ পাতনি মেলিছিল; কিন্তু সাধনাই এই বক্তৃতা শেষ কৰিব নোৱাৰিলে। বাসন্তীৰ দুচকুৰপৰা দুগালেদি দুধাৰি অশ্ৰুজল বৈ গ'ল; আৰু তাৰ পাছত সাধনাৰ কোলাত মুখ লুকাই হুক্ হুক্‌কৈ কান্দিবলৈ ধৰিলে।

মানুহৰ এইটো স্বভাব যে মানুহে নানাপ্ৰকাৰ অত্যাচাৰ, উৎপীড়ন আৰু নিষ্ঠুৰতাৰ মাজতো মন সবল কৰি সংযম ৰক্ষা কৰিব পাৰে; কিন্তু তিলমাত্ৰ মৰমৰ স্পৰ্শ সহ্য কৰিব নোৱাৰে। অত্যাচাৰীৰ অত্যাচাৰ সহ্য কৰিব পৰা ক্ষমতা স্নেহৰ কোমল স্পৰ্শত নিস্তেজীয়া হৈ যায়। হেমন্তৰ নিষ্ঠুৰ ব্যৱহাৰ আৰু মাহেশ্বৰীৰ তিক্ত কদৰ্থনা, বিকৰ্ষনা বাসন্তীয়ে ইমান দিন যেনেকৈ সহ্য কৰি আছিল, আজি সাধনাৰ স্নেহময় তিৰস্কাৰ তিলমাত্ৰ সহ্য কৰিব নোৱাৰিলে। বাসন্তী বিচলিত হৈ সাধনাৰ কোলাত মুখ থৈ একান্ত মনে কান্দিবলৈ ধৰিলে। সাধনা এনে অৱস্থাৰ বাবে প্ৰস্তুত হৈ থকা নাছিল; কাৰণ সাধনা শিক্ষিতা ছোৱালী হ'লেও অবিবাহিতা। পতিৰ অনাদৃতা অৱস্থাত বাসন্তীয়ে যি যন্ত্ৰণা ভোগ কৰিছে তাক সাধনাই আংশিক বুজিব পাৰিলেও সম্পূৰ্ণ উপলব্ধি কৰিব পৰা নাছিল। সেইবাবে সাধনা অলপ অপ্ৰস্তুত হোৱাৰ নিচিনা হ'ল।

পাছ দিনৰ কথা। মাহেশ্বৰী হেমন্তক লগ পাবলৈ উদ্‌গ্ৰীৱ হৈছে। বাসন্তীৰো হেমন্তৰ ওচৰলৈ যাবলৈ বৰ মন হৈছে; কিন্তু তেওঁৰ থকা ঠাই নেছ। তালৈ বাসন্তী যাবৰ মন কৰা নাই। সাধনাৰ ঘৰতো হেমন্তৰ লগত কথা পাতিবৰ মন কৰা নাই। গতিকে বাসন্তীৰ মনত এতিয়া ভাব হৈছে যে তেওঁ ধুবুৰীলৈ আহি ভাল কৰা নাই।

সাধনাই এই সমস্যাৰ সমাধান কৰিলে। সাধনাই আহি বাসন্তীক ক'লে—"বাসন্তি! আমি আজি—মই আৰু বীণাই-হেমন্ত বৰুৱাক আমাৰ ঘৰলৈ মাতি আহিছোঁ।" তেওঁ আবেলি আহিব। তইঁত অহাৰ কথা আমি কোৱা নাই। আই অহা কথাও কোৱা নাই। সাধনায়ো মাহেশ্বৰীক আই বুলি সম্বোধন কৰিছে। তই আইক একো ক'ব নালাগে। মই সমস্ত বন্দবস্ত কৰিম।

"সাধনা বাইদেউ, বীণা কিয় ইয়ালৈ অহা নাই। বীণাক মোৰ লগ পাবৰ মন গৈছে" বুলি বাসন্তীয়ে সুধিলে।

"বাসন্তি! বীণা আবেলি আহিব। তেতিয়া লগ পাবি" বুলি সাধনাই উত্তৰ দি মাহেশ্বৰী ক'ত আছে বিচাৰি গ'ল।

মাহেশ্বৰীয়ে হেমন্তক লগ পাবলৈ উৎকণ্ঠিতা হৈ আছে। তেওঁ ৰাতিপুৱাৰ পৰা সাধনাক বিচাৰি ফুৰিছে; কিন্তু লগ পোৱা নাই। সাধনা ৰাতিপুৱাই বীণাৰ ঘৰলৈ গৈছিল আৰু বীণাৰে সৈতে হেমন্তৰ মেছলৈ গৈ তেওঁক আবেলি সাধনাৰ ঘৰত চাহ জলপানৰ নিমন্ত্ৰণ দি আহিছে। ঘৰলৈ আহি বাসন্তীক খবৰ দি মাহেশ্বৰীক লগ ধৰিলে।

সাধনাই ক'লে—আই! আপোনাৰ ল'ৰাক আমি আজি আমাৰ ঘৰলৈ মাতি আহিছোঁ। আবেলিলৈ তেওঁ আহিব। আমি কিন্তু আপোনালোক অহা কথা তেওঁক কোৱা নাই। আপুনিও যেন বাসন্তী অহা কথা তেওঁক নকয়। আপুনি নিজে নকলে তেওঁ কেতিয়াও নোসোধে। আই! আমাৰ এই কথাষাৰি যেন যেনেতেনে ৰাখে।"

মাহেশ্বৰী এই কথাত সৈমান হ'ল; কাৰণ বাসন্তীক লৈ অহা উচিত হোৱা নাই বুলি মাহেশ্বৰীয়ো মনে মনে ভাবি আছিল। পুতেকৰ আগত কি কৈফিয়ৎ দিব ভাবি পোৱা নাই।

## (১২)

আবেলি হেমন্ত আহিল। হেমন্তই সাধনাৰ পিতাক নীলকান্ত কাকতীৰ লগত চ'ৰা ঘৰত কথা বতৰা পাতি আছে। নানা প্ৰকাৰৰ অফিচৰ কথা, দেশৰ ৰাজনীতিৰ কথা, সমাজ-বিশৃংখলাৰ কথা, অনেক কিছু কথা উভয়ৰ মাজত হ'ল। কাকতীয়ে কৈছে—"চোৱা হেমন্ত, দেশখন যেন ক্ৰমে আদৰ্শচ্যুত হ'ব লাগিছে—মোৰ এনে ধাৰণা হ'ব লাগিছে।"

হেমন্ত—"তেনেকৈ কিয় ভাবিছে কাকতী ডাঙৰীয়া? মই দেখোন ভাবিছোঁ— দেশখন এটা মহান্ আদৰ্শৰ ফালেৰে যাব লাগিছে। দেশত অনেক কুসংস্কাৰ আৰু অন্ধবিশ্বাস আছিল। সেইবোৰ ক্ৰমে ক্ৰমে আঁতৰি যাব লাগিছে।"

"এটা উদাহৰণ দি কোৱাচোন হেমন্ত।"

"এই ধৰি লওক—বাল্য বিবাহ। ছোৱালী শান্তি হোৱাৰ পিছত বিয়া দিলে উৰ্দ্ধতন চৈধ্য পুৰুষ নৰকলৈ যায় আৰু আগতে বিয়া দিলে চৈধ্য পুৰুষৰ অক্ষয় পুণ্য লাভ হয়—এইবোৰ কথাৰ কিবা অৰ্থ আছেনে?"

"কিয় নাই হেমন্ত! সমাজ, ঈশ্বৰ আৰু ধৰ্ম ইটোৰ লগত যদি সিটোৰ পৰস্পৰ সম্বন্ধ নাথাকে, তেন্তে দেশৰ কৃষ্টি গঢ়ি নুঠে। বৈবাহিক প্ৰথাই সমাজ দৃঢ় কৰি বান্ধি ৰাখে। সামাজিক প্ৰথাই দেশৰ কৃষ্টিৰ পৰিচয় দিয়ে। সমাজৰ সকলোবিলাক মানুহৰ বুদ্ধিবৃত্তি নাইবা আশা আকাংখাভেদে মানুহৰ সমাজত শ্ৰেণীৰ সৃষ্টি হয়। এই শ্ৰেণীভেদ অনুসাৰে মানুহৰ সামাজিক ভেদ হয়। বৈবাহিক সম্বন্ধও এই শ্ৰেণীভেদ অনুসাৰে হয়।"

"সেইটো জানো ভাল কথা?"

"কিয় নহয়? সেইটোৱেই স্বাভাবিক কথা।"

"কেনেকৈ স্বাভাবিক কথা?"

"ধৰি লোৱা—আজি গোটেইখন জগতৰ মানুহকে যদি সমপৰ্য্যায়ভুক্ত কৰা হয় আৰু কোৱা হয় যে সকলো সমান—তাৰ দ্বাৰা সকলো মানুহ সমান হ'ব নে? কেতিয়াও নহয়। এটা বিপুল জনতাৰ মাজতো মানুহে আপোনা আপুনি দল গঠন কৰে। মানুহ নালাগে—পশু, পক্ষী আদি প্ৰাণীজগততো একে কথা। এখন পথাৰত যদি এহেজাৰ গৰু এৰি দিয়া হয়, সিহঁত আটাইবোৰ অকলে এটা এটা হৈ নাথাকে আৰু এহেজাৰৰ এটা দলো হৈ নাথাকে। দেখা যাব যে ২টা ৪টা কৈ সৰু সৰু দল বান্ধি আছে। কোনো এটা দল হয়তো একে ঠাইতে শুই আছে, আকৌ কোনো এটা দল হয়তো একেমুখে গৈ আছে। ই এটা স্বাভাবিক প্ৰবৃত্তি। মানুহবো তেনেকুৱা। সমভাবাপন্ন সম প্ৰকৃতিৰ নাইবা সমব্যবসায়ী লোকৰ বেলেগ বেলেগ শ্ৰেণী আপোনাআপুনি হৈ যায়। মানুহৰ প্ৰকৃতিভেদে, ৰুচিভেদে আৰু বৃত্তিভেদে শ্ৰেণীৰ সৃষ্টি হয়। মানুহে ইয়াক কৰোঁ বুলি নকৰে। এই যে শ্ৰেণীবিভাগ আপোনাআপুনি হয় ই সৃষ্টিৰ এটা লক্ষণ। এই সমভাবাপন্ন লোকসকলৰ মাজত বৈবাহিক সম্বন্ধ হ'লে শ্ৰেণীৰ বিচ্ছিন্নতা ক্ৰমে স্থায়ী ধৰণৰ হয়। এই বৈবাহিক সম্বন্ধৰ মাজেদি জাতীয় কৃষ্টি, আৰু সভ্যতাৰ পৰিচয় পোৱা যায়।

"মই আপোনাৰ কথা ভালদৰে বুজা নাই।"

"বুজিবা। মই বুজাই দিওঁ।" এনেতে সাধনাই আহি পিতাকক ক'লে—"পিতা বৰুবা দেব যে আহিছে আমি জনাই নাই। তেখেতৰ মাক বৰ উত্ৰাৱল হৈ তেখেতক লগ পাবলৈ বাট চাই আছে নহয়।"

"হয় নে কি? যোৱা বোপা ভিতৰলৈ যোৱা" বুলি কাকতী ডাঙৰীয়াই হেমন্তক ক'লে।

হেমন্তই একোকে নুবুজিলে। হেমন্তৰ মাক ইয়ালৈ আহিছে নে কি? হেমন্তৰ মুখ তেনেই সেঁতা পৰি গ'ল। সুধিলে—কি কৈছা সাধনা। মা ইয়ালৈ আহিছে নে কি?

"হয় বৰুবাদেৱ! আই—আপোনাৰ মাক—ইয়ালৈ আহিছে। আহক তেখেতক লগ পাব" বুলি ভিতৰলৈ আহিবলৈ ইঙ্গিত দি সাধনা আগবাঢ়িল। হেমন্তয়ো সাধনাৰ পাছে পাছে ভিতৰলৈ গ'ল।

হেমন্তই ভাবিছে—মা ইয়ালৈ কেনেকৈ আহিল? কি সূত্ৰত সাধনাৰ ঘৰ বিচাৰি পালে। বাসন্তীক লগত লৈ আহিছে নে কি? নহলে বাসন্তীক অকলে এৰি থৈ আহিল নে কি?

ভিতৰত বৰ ঘৰৰ বাৰান্দাত এখন ডাঙৰ পীৰাত হেমন্তৰ মাক বহি আছে—কাষতে তামোলৰ ঠগীখন আগত লৈ সাধনাৰ মাকো বহিছে আৰু ওচৰতে এখন চেয়াৰ পাৰি থোৱা আছে। সাধনাৰ মাক বানেশ্বৰীয়ে "আহা বোপা! বহা" বুলি চেয়াৰখন দেখুৱাই দিলে।

হেমন্তই মাকক দেখি এটি সেৱা দিলে আৰু লগতে সাধনাৰ মাককো সেৱা কৰিলে। তাৰ পাছত চেয়াৰত বহিল।

হেমন্তই সুধিলে—"মা তুমি কিয় আহিলা?"

ইতিমধ্যে মাহেশ্বৰীৰ মূৰত অনেক বুধি খেলাইছে। মাহেশ্বৰীয়ে ক'লে যে—"সাধনাই বাসন্তীলৈ চিঠি দিছে। বাসন্তীৰ চিঠিত দহোকুৰি মোক মাতি পঠাইছে—সেইবাবে আহিলোঁ।" সাধনাই বাসন্তীৰ লগত মাতি পঠিওৱা সঁচা কথা। গতিকে মাহেশ্বৰীয়ে ক'বলৈ সুবিধা পালে।

এনেতে বীণা আহি পালে—আৰু হেমন্তক দেখি হাঁহি মাৰি ক'লে—"মিঃ বৰুবা দেখোন। আজি কি ভাবি এই ফালে আহিছে?"

হেমন্তই উত্তৰ দিলে—"তোমালোকৰ খবৰ কৰিবলৈকে আহিছিলোঁ।"

"মোৰ খবৰ কৰিবলৈ সাধনাইতৰ ঘৰলৈ আহিছে।" বুলি বীণাই হাঁহি দিলে। হেমন্তই ইয়াৰ উত্তৰ দিয়াৰ আগতে বীণা বাসন্তী ক'ত আছে বিচাৰি গ'ল। ঘৰৰ ভিতৰত বাসন্তীক লৈ সাধনা আৰু বীণাৰ মন্ত্ৰণা হ'ব ধৰিলে। এতিয়া কি কৰা যায়? বাসন্তী অহা খবৰ দিয়া যাব নে নাযায়? নিদিলেও দেখোন ইয়ান ডাঙৰ কথাটো লুকাই ৰখা টান হ'ব। গতিকে বাসন্তীক হেমন্তৰ আগত উলিয়াই দিয়াকে স্থিৰ কৰিলে।

চাহ জলপানৰ ব্যৱস্থা হ'ল। ঘৰৰ মজিয়াত পাৰি থোৱা টেবিলত চাহ জলপান দিয়া হ'ব। তাৰ আগতে চাহদানি, কাপপ্লেট, দুধ, চেনি বিধেবিধে এখন ট্ৰেৰ ওপৰত ৰখা হ'ল। পিঠা, কেক, বিস্কুট আদিৰে সৈতে ৪খন প্লেট সজাই থৈ হেমন্তক চাহ খাবলৈ মাতিলে। হেমন্ত আহিল। টেবিলৰ চাৰিউফালে পাতি থোৱা চেয়াৰ এখনত বহিল। এনেতে বাসন্তীয়ে আহি হেমন্তক দেখা দিলে। বাসন্তীক দেখি হেমন্ত আচৰিত হ'ল। সুধিলে—"তুমিও আহিছা?" বাসন্তীয়ে ক'লে—"হয়—আই মোকো লৈ আহিলে আৰু নাহিলে মই তাত কাৰ লগত থাকিম?"

হেমন্তই তাকেই ভাবি আছিল। মাকক সুধিবলৈকো লাজ লাজ পাই আছিল—আকৌ বাসন্তী অকলে কেনেকৈ কাৰ লগত আছে তাকো ভাবি পোৱা নাছিল। এতিয়া বুজিলে যে মাকে বাসন্তীক লগত লৈ আহিছে। এনেতে সাধনা আৰু বীণা আহি দেখা দিলে। সাধনাই চাহৰ কেটেলিটোৰ পৰা চাহ ঢালিবলৈ ধৰিলে আৰু বীণাই হেমন্তৰ ওচৰত এখন আৰু বাসতীৰ ওচৰত এখন প্লেট আগবঢ়াই দি ক'লে—"ক'তা বাসন্তি, তই দেখোন থিয় হৈ থাকিলি? বহচোন্। উনৈশ শতিকাৰ ছোৱালী হ'ব নালাগে দে চোন্—কুৰি শতিকাৰ বা-বতাহ গাত লাগিলে তোৰ পাতিব্ৰত্য ভাঙি নাযায় দে চোন্,—বুলি একপ্ৰকাৰ জোৰ কৰি বীণাই বাসন্তীক চেয়াৰত বহুৱাই দিলে আৰু কাষতে নিজেও এখন চেয়াৰত বহিল। ইতিমধ্যে চাহ তৈয়াৰ হৈ গ'ল। সাধনাই প্ৰত্যেকৰ আগতে একো কাপ চাহ থৈ নিজৰ বাবেও এক কাপ তৈয়াৰ কৰি ল'লে। বাসন্তীয়ে এইদৰে কোনদিন চাহ জলপান খোৱা নাই। সাধনা আৰু বীণাৰ বাক্যত পৰি এইদৰে বহিব লগা হোৱাত লাজ পাইছে; কিন্তু সিমান বেয়াও পোৱা নাই।

বাসন্তীৰ মনোভাব সাধনা আৰু বীণাৰ সান্নিধ্যত পৰিবৰ্তিত হৈছে আৰু সঙ্কোচভাব বহুতখিনি আঁতৰ হৈছে।

বাসন্তীয়ে ক'লে—"সাধনা বাইদেউ? তোৰ কিন্তু এইটো বৰ অন্যায়। তোৰ অতিথি হলোঁ বুলি তোৰ অত্যাচাৰ সহিব লাগিব যে তাৰ কিবা যুক্তি আছেনে?"

সাধনা—কোনো যুক্তি নাই। মই একো অত্যাচাৰ কৰা নাই দে। বৰুৱাদেৱক চাহ খাবলৈ মাতিম মাতিম বুলি ভাবি আছিলোঁ, ইমান দিনে সময় পোৱা নাছিলোঁ। আজি এই সুযোগতে যদি হৰ-গৌৰীৰ পূজা হয় দোষ কি, বাসন্তি! বাসন্তীয়ে লাজ পালে।

হৰ-গৌৰীৰ পূজা কি? বুলি হেমন্তই সুধিলে।

বীণাই হাঁহিলে—এই ধৰক হৰ—আপুনি, গৌৰী—বাসন্তী বাইদেউ। হেমন্তই সিমান দকৈ ভাবি চোৱা নাছিল। হেমন্তই লাজ পালে।

বীণাই পুনৰায় ক'লে—চাহ যে চেঁচা হৈ গ'ল, বাসন্তী বাইদেউ। তুমি প্ৰথমতে চুহঁ নিদিলে বৰুৱাই নিশ্চয় নোখায়। নহয় নে বৰুৱাদেৱ?

তোমালোকে বি কোৱা কোৱা—আজি তোমালোকৰ আক্ৰমণ সহ্য কৰিব পাৰিলেছে হৈছে।

সেইটো নহয়—বকবাদেৰ, বাসন্তীয়ে চাহ দিলেহে আপুনি কাপ ছুব নহয় জানো? দিয়াহে, বাসন্তী বাইদেউ। চাহৰ কাপটো আগবঢ়াই দিয়াচোন—বুলি বীণাই বাসন্তীৰ হাতখন চাহৰ কাপত লগাই দিলে।

বাসন্তী—ইমান নো জোৰ কৰিছা কিয় বীণা? চাহ কাপ্ মই দিয়াত নো কি দোষ আছে? বুলি কৈ বাসন্তীয়ে চাহৰ কাপটো হেমন্তৰ কালে আগবঢ়াই দিলে।

"দোষ কি? গুণ হে" বুলি সাধনা আৰু বীণাই হাঁহিৰ ধৰিলে।

এইদৰে হাঁহি-তামোচাৰ মাজত চাৰিওজনে চাহ জলপান খোৱা শেষ কৰিলে।

তামোলচালি খাৰ ধৰাৰ লগে লগে সাধনাই হেমন্তক ৰাতি থাকিবলৈ অনুৰোধ জনালে। হেমন্তই নানা প্ৰকাৰ ওজৰ-আপত্তি দেখুৱাইছে এনেতে মাহেশ্বৰী আহি ক'লে—"বোপা। ঘৰলৈ যাব লাগে। কেতিয়া সময় হ'ব?" হেমন্তই ক'লে—"আজি বুধবাৰ হে। শনিবাৰৰ আগেয়ে যাব পৰা নাযাব মা।"

কিয়, তই এই কেইদিনৰ ছুটী ল'ব নোৱাৰ নে?

পাৰে আই! বুলি বীণাই হঠাতে মাত লগালে।

তেন্তে তই ছুটী ল' হেমন্ত। এই কেইদিন নহয়—একেবাৰে এমাহৰ ছুটী ল'ব লাগে। যদি দৰকাৰ হয়, মই নিজে তইতৰ চাহাবক কৈ ছুটী মঞ্জুৰ কৰাম।

হেমন্তই একোকে মাতিব নোৱাৰিলে। এমাহৰ ছুটী লোৱাই স্থিৰ হ'ল। এনেতে সাধনাই ক'লে—"আই। আপোনাৰ ল'ৰাকো আজি আমাৰ ইয়াত থাকিবলৈ কওক। আপোনালোকো আছে যেতিয়া—বকবাদেৰ থাকিলে বৰ ভাল হ'ব—আই।"

হেমন্তই কোনো কথা কোৱাৰ আগতে মাহেশ্বৰীয়ে "হয়, থাক্ হেমন্ত" বুলি কৈ তেওঁ ওলাই গুচি গ'ল। তাৰ পাছতে সাধনাৰ মাক বানেশ্বৰীয়ে আহি হেমন্তক ৰাতি থাকিবলৈ অনুৰোধ জনালে। গতিকে হেমন্ত থাকিল।

ৰাতি খোৱাবোৱাৰ পাছত বীণা, সাধনা, বাসন্তী আৰু হেমন্তই বহি কথা পাতিছে।

'যোৱাকালি পণ্ডিত শ্ৰীহৰিহৰ শাস্ত্ৰীদেৱে হৰি সভাত হিন্দুধৰ্মৰ বিষয়ে বক্তৃতা দিছিল নহয় নে, বকবাদেৰ।" বুলি বীণাই সুধিলে।

"কঁতা মই তো একো জনা নাই, বীণা।"

"আপুনি কেনেকৈ জানিব? আপুনিতো কোনো খবৰকে ৰাখিব নোখোজে। আৰ্টিষ্ট মানুহ—আৰ্টৰ কথাকেই ভাবি থাকে। তাতে আকৌ বাসন্তীৰ লগত লুকাভাকু খেলিব লাগিছে। এইটো আকৌ আৰ্টৰ কি অভিনয়, বকবাদেৰ?"

"তুমি যে কি কোৱা বীণা। মই কি লুকাভাকু খেলিছোঁ—আৰু আৰ্টৰ কথাকেই বা মই কি ভাবিব লাগিছোঁ," বুলি কথাৰ উত্তৰ দি হেমন্তই বাসন্তীৰ ফালে লক্ষ্য কৰিছে। বাসন্তী লাজতে ৰঙা পৰি তলমূৰ কৰিছে। সাধনা আৰু বীণায়ো বাসন্তীৰ এই ভাব লক্ষ্য কৰিছে।

বীণাই বাসন্তীক সুধিলে—বৰুৱাদেৱ কিমানদিন ঘৰলৈ যোৱা নাই, বাসন্তি।

বাসন্তী এই প্ৰশ্নৰ বাবে সাজু হৈ থকা নাছিল। সেইবাবে লাজতে মূচ্‌কুচ যোৱাৰ নিচিনা হৈছে। বাসন্তীয়ে সাধনা আৰু বীণাৰ লগত থাকি যিমান খোলাভাৱে কথা পাতিব পাৰিব বুলি ভাবিছিল, সিমান খোলা হ'ব নোৱাৰিলে, বৰঞ্চ উঠি যাবৰ হে মন হৈছে। সাধনাই সকলো কথা বুজি পাইছে, আৰু কি উপায়ে দুয়োকো সহজ আৰু সৰল কথোপকথনৰ মাজলৈ টানি আনিব পাৰে সেই কথা চিন্তা কৰিছে।

বীণাৰ প্ৰতি হেমন্তৰ এটি স্নেহপূৰ্ণভাব কেতিয়াবাৰ পৰাই ওপজিছে। বীণাৰ কথাবতৰা আৰু সঙ্কোচহীন ব্যৱহাৰে হেমন্তক মুগ্ধ কৰিছে। বীণাৰ লগত কথা পাতিবলৈ হেমন্তই ভাল পায়; আৰু বীণাৰ অঙ্গীভঙ্গী হেমন্তৰ ভাল লাগে। বীণাই আজি হেমন্তক যি প্ৰশ্ন কৰিছে—আন কোনো তিৰোতা মানুহে এনেদৰে প্ৰশ্ন কৰিব নোৱাৰে। স্বামী-স্ত্ৰীৰ গোপন কথাৰ সম্ভেদ লোৱা কোনো মানুহৰে উচিত নহয়। বীণাৰ এই প্ৰশ্নত হেমন্ত অপ্ৰতিভ হৈছে আৰু বিৰক্তও হৈছে; কিন্তু যিহেতুকে এই প্ৰশ্ন বীণাই কৰিছে, সেইবাবে হেমন্তই বিৰক্তি প্ৰকাশ কৰিব পৰা নাই। বীণাৰ প্ৰতি হেমন্তৰ এটি বিশেষ আকৰ্ষণ আছে। সেইবাবে যি কথাত মানুহে স্বাভাৱিকতে বেয়া পোৱা উচিত, আৰু যি কথা অত্যন্ত ব্যক্তিগত তেনে এটি কথা কৈ মনৰ নিভৃততম স্থানৰ দুৰ্বলতাত আঘাত কৰা সত্ত্বেও হেমন্তই বীণাক বেয়া নাপালে আৰু মনে মনে থাকিল। সাধনাই কিন্তু হেমন্তৰ মৌনভাব লক্ষ্য কৰি কথাৰ প্ৰসঙ্গ পৰিবৰ্ত্তনৰ যত্ন কৰিলে।

"পণ্ডিত হৰিহৰ শাস্ত্ৰীয়ে বক্তৃতা কি বিষয়ে দিছিল, বীণা?" বুলি সাধনাই সুধিলে।

শাস্ত্ৰী মহাশয়ৰ বক্তৃতাৰ বিষয় আছিল—হিন্দুধৰ্ম আৰু ভাৰতীয় সংস্কৃতি। তুমি দেখোন নিজে বক্তৃতা শুনিছা, আকৌ মোক কিয় সুধিছা সাধনা বাইদেউ?

নহয়, তই নো কি বুজিছ তাকে হে জানিবলৈ সুধিছোঁ।

হিন্দুধৰ্মৰ বিষয়ে তেওঁ কি বক্তৃতা দিলে? বুলি হেমন্তই প্ৰশ্ন কৰিলে।

বক্তৃতাত অনেক কথা তেওঁ কৈছে। মূলতঃ কৈছে—হিন্দু ধৰ্ম সনাতন, ই অমৰণ অভংগন। ইয়াৰ গূঢ়তত্ত্ব—আত্মোপলব্ধি —বুলি সাধনাই উত্তৰ দিলে।

অলপমান মূৰটো কোৱাতেন সাধনা—তেওঁ কি কৈছিল বুলি হেমন্তই প্ৰশ্ন কৰিলে।

তেওঁ যিমানবোৰ সংস্কৃত শ্লোক আৰু বেদৰ সূত্ৰ মাত্তি বুজাই দিছিল মই সেইবোৰ কথা কেনেকৈ কওঁ, বৰুৱাদেৱ?

নহয় নহয়—মূল কথাখিনিতো তুমি কব পাৰা?

মই যি বুজিলোঁ তাৰপৰা ইয়াকে বুজা যায়—যে জাতিভেদ আৰু খাদ্যাখাদ্যভেদেই হিন্দুধৰ্ম নহয়। জাতিভেদ আৰু খাদ্যাখাদ্যভেদ হৈছে মানুহৰ বংশগত আৰু সমাজগত কৃষ্টি ৰক্ষাৰ বাবেহে।

তাৰ অৰ্থ?

অৰ্থাৎ এই ধৰক—আজি আমি কুটীৰ শিল্পৰ বাবে কৰকৈ চিএঞৰ-বাখৰ লগাইছোঁ; কিন্তু কুটীৰ শিল্পৰ কোনো উন্নতি হোৱা দেখা নাযায়—আন হাতে পুৰণি শিল্পবোৰ ক্ৰমে মাৰ যোৱাহে দেখা পাব লাগিছোঁ। ইয়াৰ মানে কি? মানে হৈছে—জাতিভেদত উচ্চ-নীচ ভাব চলা বাবে যাক নীচ বুলি ভবা হৈছে, তেনে লোকৰ প্ৰতি এটা ঘৃণা বা তুচ্ছ তাচ্ছিল্যৰ ভাব দেখা গৈছে আৰু এই নীচ বা ঘৃণা ভাবৰ উৎপত্তি হৈছে জীবিকা অৰ্জনৰ বাবে লোৱা বৃত্তি লৈ। আন দেশত কোনো বৃত্তিয়েই ঘৃণনীয় নহয়। এই ঘৃণাভাব—কুমাৰ কমাৰ, ধোবা মুচি, তাঁতী প্ৰত্যেকতে তাৰতম্য হিচাপে বৰ্ত্তি থকা বাবে কুটীৰ শিল্পৰ উন্নতি নহয়। হিন্দুধৰ্মৰ উদ্দেশ্যে সেইটো নাছিল। সুখেস্বচ্ছন্দে থাকিবলৈ হ'লে মানুহৰ নানাপ্ৰকাৰ বস্তুৰ আৱশ্যক। নিজৰ ঘৰখনৰ প্ৰত্যেক পৰিয়ালৰে প্ৰয়োজনীয় সমস্ত বস্তু এজন মানুহে তৈৰি কৰি ল'ব নোৱাৰে। আন আন মানুহৰ সাহায্য আৱশ্যক। গতিকে যেয়ে যিটো তৈয়াৰ কৰিবলৈ শিকিলে, তেওঁৰ পৰা সেইবিষয়ে সহায় হ'ল। সেইদৰে প্ৰত্যেকটো বৃত্তি বাপেকে পুতেকক শিকালে বা বাপেকক দেখি পুতেকে শিকিলে। এইদৰে প্ৰাচীন ভাৰতত কুটীৰ শিল্প গঢ়ি উঠিছিল। এই বিৰাট ভাৰতীয় জাতিৰ সকলোবোৰ কথা একত্ৰিত কৰি যি এটা কৃষ্টিৰ পৰিচয় আমি পাওঁ সেয়ে ভাৰতীয় প্ৰাচীন সংস্কৃতি।

'বাৰু! ইয়াৰ লগত খাদ্যাখাদ্যৰ কি সম্পৰ্ক' বুলি হেমন্তই প্ৰশ্ন কৰিলে।

খাদ্যাখাদ্যৰ সম্পৰ্ক হ'ল— খাদ্যৰ গুণ আৰু ব্যক্তিগত ৰুচিভেদে খাদ্য আৰু অখাদ্য বস্তুৰ ভেদ হ'ল। কি মাংসৰ কি গুণ, কি মাছৰ কি গুণ আৰু কি দ্ৰব্যৰ কি গুণ—আয়ুৰ্বেদ শাস্ত্ৰত তাৰ বৰ্ণনা আছে। মস্তিষ্ক বা শৰীৰ বৰ্দ্ধনৰ বাবে যি দ্ৰব্যৰ আৱশ্যক, প্ৰয়োজনভেদে সেই খাদ্যৰ প্ৰচলন হ'ল। সেই অনুসাৰে খাদ্যাখাদ্যৰ বিচাৰ হ'ল। সঁচাকৈয়ে দেখা যায় হিন্দুৰ যি উৎকৃষ্ট খাদ্য সেই খাদ্যই বল, বুদ্ধি আৰু মেধাৰ পুষ্টি সাধন কৰে। জলবায়ুভেদেও খাদ্যৰ তাৰতম্য হৈছিল। বিভিন্ন দেশত বিভিন্ন খাদ্যৰ প্ৰচলন হোৱাৰ ই এটা প্ৰধান কাৰণ। যি জাতিৰ অতীত সুখকী ইমান জ্ঞানদায়ক, সেই জাতিৰ অতীতৰ নিয়ম প্ৰথাৰ প্ৰতি মানুহৰ অৱহেলা আৰু বিদেশ জাতিৰ মঙ্গলসূচক কথা কেতিয়াও

নহয়—বুলি শাস্ত্ৰীদেৱে বক্তৃতাত কৈছে। পিছে ৰাতি এতিয়া প্ৰায় বাৰটা। সকলোৰে এতিয়া শোৱাহে উচিত বুলি সাধনাই মন্তব্য কৰিলে।

কোনে ক'ত শুব তাৰ ব্যৱস্থা সাধনাই পূৰ্ব্বৰপৰাই কৰি থৈছে। সাধনা আৰু বীণা একে বিছনাতে এটা খোটালীত থাকিব। আন এটা খোটালীত হেমন্ত আৰু বাসন্তীৰ বাবে বিছনা স্থিৰ হৈ আছে। সেই অনুসাৰে সাধনাই হেমন্ত আৰু বাসন্তীক লক্ষ্য কৰি ক'লে—বাসন্তি! তহঁতৰ বিছনা সেই খোটালীত কৰি দিয়া হৈছে। পানী, ঘটি, গামোছা সমস্ত দিয়া হৈছে আৰু যদি তহঁতৰ কিবা আৱশ্যক আছে, তেন্তে বিচাৰি ল'। ৰাতিপুৱা হ'লে মই কিন্তু সোনকালে উঠিব নোৱাৰোঁ। মোৰ পলমকৈ উঠাৰ হে অভ্যাস। ৰাতিপুৱাই যাতে তহঁত একো দিগ্‌দাৰিত নপৰ তাৰবাবে যি ব্যৱস্থা হয় মই এতিয়াই তাক কৰি থৈছোঁ। এই বুলি সাধনাই বীণাক হাতত ধৰি একপ্ৰকাৰ টানি লৈ গ'ল।

হেমন্ত আৰু বাসন্তী উভয়ে কিছু সময় বহি থকাৰ পাছত বাসন্তীয়ে হেমন্তক ভৰিত পৰি সেৱা কৰিলে আৰু 'আহক' বুলি মাতিলে।

হেমন্ত লাহে লাহে উঠি গৈ খোটালীত সোমাল। বাসন্তীয়ো হেমন্তৰ পাছে পাছে গৈ খোটালীত সোমাই দুৱাৰ বন্ধ কৰিলে।

হেমন্তই বাসন্তীক সুধিলে—হঠাতে মোক খবৰ নিদিয়াকৈ তুমি মাক পৰৰ ঘৰলৈ কিয় লৈ আহিছা, বাসন্তি!

বাসন্তী বিপদত পৰিল। বাসন্তী এই প্ৰশ্নৰ বাবে সাজু থকা নাছিল আৰু মাহেশ্বৰীৰ কথাৰ পৰাই হেমন্তই বাসন্তীক এই বিষয়ে কোনো দোষ নিদিব বুলি ভাবিছিল।

বাসন্তীয়ে সেইবাবে একো উত্তৰ নিদিয়াকৈ থাকিল; কিন্তু হেমন্তৰ অলপ খং উঠিল। পুনৰায় সুধিলে—মোক খবৰ নিদিয়াকৈ তুমি মাক ইয়ালৈ অনা যে উচিত হোৱা নাই, সেই কথা তুমি বুজি পাইছা নে নাই? হেমন্তৰ কথাৰ সুৰ দেখি বাসন্তীয়ে ভয়তে একো উত্তৰ দিব নোৱাৰি মনে মনে থাকিল।

তোমাক লৈ মই কেনেকৈ চলোঁ বাসন্তি?—বুলি হেমন্তই পুনঃ প্ৰশ্ন কৰিলে। ই বৰ গধুৰ আৰু মৰ্ম্মভেদী প্ৰশ্ন।

বাসন্তীয়ে মনত বৰ আঘাত পালে আৰু মুখ ঘূৰাই লৈ উচুপি উচুপি কান্দিবলৈ ধৰিলে।

কান্দিলে নহয়, বাসন্তি! তুমি মোৰ এই প্ৰশ্নৰ উত্তৰ দিবই লাগিব। তুমি মাক লৈ আহিছা—অথচ মোক কোনো খবৰ দিয়া নাই। এইটো তোমাৰ দোষ হোৱা নাই নে? বাসন্তীয়ে বুজিলে—হেমন্তই কঠোৰ ভাৱে প্ৰশ্ন কৰিছে।

"খবৰ দিবৰ সময় নাপালোঁ। মা হঠাতে আহোঁ বুলি আহিলে। টেলিগ্ৰাম দিলে আপুনি নাপায় বুলি ভাবিলোঁ। মই জানি শুনি একো দোষ কৰা নাই। মোক ক্ষমা কৰক।"

হেমন্তই ভাবি চালে যে—হ'ব পাৰে; কিন্তু তথাপিতো কোমলভাৱে একোকে নক'লে—কেৱল হঁ বুলি উত্তৰ দিলে।

বাসন্তী ভীতা হ'ল আৰু একোকে নকৈ লাহে লাহে হেমন্তৰ ভৰিৰ কাষত বহি ভৰিৰ আঙুলিবোৰ লাৰিবলৈ ধৰিলে। হেমন্তই ভৰি দুখন কোঁচাই নিলে আৰু ক'লে—"নহয় বাসন্তি! তুমি মোৰ প্ৰতি উপযুক্ত ব্যৱহাৰ কৰা নাই। হয় তুমি ব্যৱহাৰ নাজানা, নহয় তুমি মোক মনে মনে অৱহেলা কৰা।"

বাসন্তীৰ প্ৰাণত যি আঘাত লাগিল, তাক হেমন্তই বুজি পোৱাহেঁতেন হয়তো এইদৰে নকলেহেঁতেন। বাসন্তীয়ে কেনেকৈ মনৰ ভাব ব্যক্ত কৰিব? সেৱাত, শুশ্ৰূষাত আৰু ব্যৱহাৰত যদি মনৰ কথা ফুটি নোলায়—ভাষাৰ দ্বাৰা তাক কেনেকৈ ফুটাব। বাসন্তীয়ে পুনঃ কান্দিব ধৰিলে।

হেমন্তই ভাবি চোৱা নাই—মাহেশ্বৰীৰো যে এই কাৰ্য্যত যথেষ্ট যোগ আছে। নীলকান্ত কাকতী হেমন্তৰ উপৰিস্থ কৰ্মচাৰী; সেই বুলিয়েই বিশেষকৈ সপৰিবাৰে তেওঁৰ ঘৰত অতিথি হোৱা কথাটোত হেমন্তই বৰ লাজ পাইছে। মাহেশ্বৰী আৰু বাসন্তী যদি ধুবুৰীলৈ আহিব খুজিছিল; সি তাৰ কিবা এটি ব্যৱস্থা নিশ্চয় কৰিলেহেঁতেন। হেমন্তই ভাবি চোৱা নাই যে সাধনাও কিছুপৰিমাণে এই কাৰ্য্যত লিপ্ত আছে। হেমন্তই সকলোখিনি কথাৰ বাবে বাসন্তীকেই দায়ী কৰিছে। ই যে এটা কি মাৰাত্মক ভুল হেমন্তৰ মগজুত নেখেলালে।

ওৰে ৰাতি বাসন্তীয়ে কান্দি কটালে আৰু হেমন্তয়ো অনিদ্ৰ ৰাতি কটালে। ৰাতিপুৱাই উঠি কাকো কোনো খবৰ নিদিয়াকৈ হেমন্ত মেছলৈ গুচি গ'ল।

## ১৩

বাসন্তীৰ মনত বৰ আঘাত লাগিল। পৰৰ ঘৰত এনে ব্যৱহাৰ কৰা হেমন্তৰ জানো উচিত হৈছে? হেমন্তই এনে অপমান কৰিব পাৰিব, বাসন্তীয়ে সপোনতো ভৱা নাছিল। সি যি কি নহওক মানে মানে এতিয়া ঘৰলৈ ঘূৰি যাব পাৰিলে ভাল পায়। ৰাতিপুৱা সাধনা পলমকৈ উঠে সঁচা; কিন্তু আজি অতিথি ঘৰত আছে, সেইবাবে কিছু সোনকালে উঠিছে। উঠিয়েই বাসন্তীৰ খবৰ কৰিছে। দেখিলে বাসন্তী অকলে বহি আছে। সুধিলে—বাসন্তি! যকৰা ক'লৈ গ'ল?

বাসন্তীয়ে আচল কথাটো লুকাবৰ মনেৰে ক'লে—"ফুৰিবলৈ যাওঁ" বুলি কৈ ওলাই গ'ল।

সাধনাই ভাবিলে যে চাহ খোৱাৰ সময়লৈকে ঘূৰি আহিব। গতিকে আন একোকে নাভাবি বাসন্তীক ক'লে—তই তেন্তে ইয়াতে বহি আছ কিয়? পা ধোৱাৰ ব্যৱস্থা নকৰ কিয়? এই বুলি পা-ধোৱা ঘৰ দেখুৱাই দিলে। সাধনাই

বুজিব নোৱাৰাকৈ কোনো প্ৰকাৰে ইয়াৰপৰা ঘৰলৈ যাব পাৰিলে হয়—বাসন্তীৰ একমাত্ৰ চিন্তা এয়ে হ'ল।

বাসন্তীৰ কি দোষ? হেমন্তই পুনঃপুনঃ বাসন্তীক এনে কঠোৰ আচৰণ কিয় কৰে? বাসন্তীয়ে তাৰ কাৰণ ভাবি নাপায়। বিশেষকৈ পৰৰ ঘৰত এনে ব্যৱহাৰ কৰাত বাসন্তী বৰ অপমানিত বোধ কৰিছে আৰু মনত বৰ তিতা লাগিছে।

হেমন্ত হঠাতে ওলাই গ'ল। বাটত ভাবিলে যে এইদৰে ওলাই অহা উচিত হোৱা নাই। সাধনা, বীণা আৰু মাকে কি ভাবিব? পুনৰায় ঘূৰি আহিবলৈকো লাজ পাইছে। ঘূৰি গ'লে বাসন্তীয়ে কি ভাবিব? হেমন্তই বুজি পোৱা নাই যে ঘূৰি গ'লে বাসন্তীৰ মান ৰক্ষা হয়। এনেতে আগতে কাকতীক দেখা পালে। কাকতী ৰাতিপুৱাই উঠি প্ৰভাত ভ্ৰমণত ওলায়। ঘূৰি আহিবৰ সময়ত বাটতে হেমন্তক লগ পাই ক'লে— কিহে হেমন্ত! তোমাৰো প্ৰভাত ভ্ৰমণৰ অভ্যাস আছে নে কি?

হেমন্তই উপায় বিচাৰি পালে। প্ৰভাতভ্ৰমণৰ চেলু লৈ হেমন্ত ঘূৰি যাব পাৰে। সেইবাবে উত্তৰ দিলে— হয় ডাঙৰীয়া। প্ৰভাতভ্ৰমণৰ নিয়মিত অভ্যাস নাথাকিলেও মাজেসময়ে এইদৰে ৰাতিপুৱা ফুৰোঁ! মোৰ ফুৰা হৈ গৈছে—ব'লক যাওঁ। এই বুলি দুয়ো পুনঃ ঘূৰি আহিল। ইফালে সাধনাই প্ৰভাত চাহৰ সম্পূৰ্ণ ব্যৱস্থা কৰি ৰখি আছে। দেউতাক—আৰু হেমন্তক ঘূৰি অহা দেখি আগবাঢ়ি আহি ক'লে—"দেউতা! আজি ফুৰি অহাত বৰ পলম কৰিলে।"

হয় মা। বাটত এওঁক লগ পাই দুয়ো কথা পাতি আহোঁতে পলম হ'ল।

কি কথা পাতিলে দেউতা?

কথা বৰ গধুৰ। চাহ খোৱাৰ লগতে বিবৰি কম বাৰু।

ভাল বাৰু—বুলি কৈ সাধনাই, বীণা, বাসন্তী আৰু মাকক বিচাৰি গ'ল। আটাই কেউজনকে লগত লৈ আহি চাহৰ টেবুলৰ ওচৰত বহুৱালে আৰু আটাইবিলাকৰ বাবে চাহ কৰিবলৈ ধৰিলে।

কাকতীয়ে ক'লে—"মা বাসন্তি, তোমালোকৰ ইয়াত কোনো অসুবিধা হোৱা নাইতো?

বাসন্তীয়ে ক'লে—নাই হোৱা মোহাদেউ! পিছে আজি আবেলিকৈ আমি যাম বুলি ভাবিছোঁ।

হয় নে কি? ইমান সোনকালে যোৱানে? দুই এদিন থকাহে ভাল আছিল।

নহয় মোহাদেউ। আই ঘৰতে অকলে ওলাইছে। বুঢ়া মানুহ। তেখেতক সোনকালে লৈ যোৱাহে ভাল হ'ব। বাসন্তীৰ কথাত এনে এটি দৃঢ়তা প্ৰকাশ পালে যে কথা শুনি সাধনাও বিস্মিত হ'ল। কাকতী ডাঙৰীয়াই একো আপত্তি নকৰিলে।

হেমন্তয়ো বাসন্তীৰ দৃঢ়তাসূচক কথা শুনি অলপ আচৰিত হ'ল; পিছে

আজি যাম বুলি কালিয়েই কৈছিল। "যোৱাটো ঠিক আছে তো?" বুলি হেমন্তই সুধিলে।

"হয় আছে। আপুনিও আজি ছুটী লৈ যোৱাৰ কথা আছিল নহয়? আপুনি যদি ছুটী পোৱা নাই, তেন্তে আমি দুয়ো যাম।" বুলি বাসন্তীয়ে ক'লে।

কি? হেমন্তই ছুটী লব নে কি? বুলি কাকতী ডাঙৰীয়াই সুধিলে।

হয় দেউতা! তেখেতৰ জৰুৰী ঘৰুৱা কাম আছে। সেইবাবে আই আহি তেখেতক ১ মাহৰ ছুটী ল'ব কৈছে। সাধনাই ক'লে।

এক মাহৰ ছুটী? এতিয়া এক মাহৰ ছুটী লোৱাতো সম্ভৱ নহব।

কিয় দেউতা? অফিচৰ কামৰ বাবে মানুহে ঘৰুৱা কাম কৰিব নোৱাৰিবনে? এখেতক এইবাৰ এক মাহৰ ছুটী দিবই লাগিব।

কাকতী ডাঙৰীয়াই হেমন্তৰ ফালে চাই সুধিলে—হয় নে হেমন্ত! তুমি এমাহৰ ছুটী লবা নে কি?

হয় ডাঙৰীয়া। মই ২।৪ দিনৰ ছুটী লম বুলি ভাবিছিলোঁ। কিন্তু মাই আহি এমাহৰ ছুটী লবলৈ কৈছে। গতিকে এক মাহৰ ছুটী লম বুলি ভাবিছোঁ; কিন্তু আপোনাক কবৰ সময় পোৱা নাই। আজি আবেলি যাব পাৰিলে ভাল হয়।

ইমান কম সময়ৰ ভিতৰতে এক মাহৰ ছুটী মঞ্জুৰ কৰা টান কথা; বাৰু যিয়েই নহওক তোমাৰ মা নিজেই যেতিয়া আহিছে, ছুটী দিবই লাগিব। তোমালোকে যোৱাৰ বন্দবস্ত কৰিব পাৰা।

বাৰু, ছুটীৰ দিহা হ'ল। আপোনালোকে বাটত কি গধুৰ কথা পাতিছিল—ক'ব খুজিছিল নহয় দেউতা! বুলি সাধনাই ক'লে।

হয়, কথাটো এই যে হেমন্তই প্ৰাচীন ভাৰতীয় সংস্কৃতিত বিশ্বাস নকৰে। কয় যে প্ৰাচীন পদ্ধতিবোৰ প্ৰগতিৰ পথত অন্তৰায় আৰু বহুত পৰিমাণে কুসংস্কাৰাচ্ছন্ন।

"কোন কথাটোকলৈ কৈছে?"

"ছোৱালীৰ বাল্যবিবাহ সম্পৰ্কে সাধাৰণতঃ কথা হৈছিল। তেওঁ কয় যে শান্তি হোৱাৰ আগতে বিয়া দিয়া নিয়ম অত্যন্ত দোষণীয় আৰু নিন্দনীয়; অথচ আজিলৈকে এই নিয়ম কেনেকৈ চলি আছে ই এটি আচৰিত কথা।"

আপুনি কি কয় দেউতা? বুলি সাধনাই সুধিলে।

"মই কওঁ এই পদ্ধতি কৃষ্টিৰ পৰিচায়ক।"

"কেনেকৈ?"

কাৰণ শান্তি হোৱাৰ আগতে যি বিবাহ দিয়া হয়, সেই বিবাহ আমাৰ দেশত সাধাৰণতঃ ১২/১৩ বছৰত দিয়া হয়। কোনো কোনো ছোৱালীৰ ১৪ বছৰো হয়। অৱশ্যে আন আন প্ৰদেশত যি বিলাক ছোৱালীৰ ৮/৯ বছৰ কিম্বা তাতোকৈ

কম বয়সত বিয়া দিয়া হয়, সেই বিলাক ছোৱালীৰ কথা মই কোৱা নাই; কিন্তু আমাৰ দেশত শান্তি হোৱাৰ ছমাহ, বছৰেক নাইবা দুই বছৰ আগতে বিয়া দিয়া হয়। যৌৱনৰ দুৱাৰ দলিত থিয় দিয়া মাত্ৰকে নাবালিকা অৱস্থাত বাপেক মাকে উপযুক্ত পাত্ৰত ছোৱালীক দান কৰিলে সেই বিবাহ সাধাৰণতঃ সুখৰ হয়। যৌৱনত আৰু সাবালিকা অৱস্থাত ছোৱালীৰ স্বাধীন মতৰ বিপক্ষে পাত্ৰ স্থিৰ কৰা বাপেক-মাকৰ পক্ষে সন্তৱপৰ পথা নহয়।

শান্তি হোৱাৰ আগতে অৰ্থাৎ কৈশোৰৰ স্বাভাৱিক সীমা পাৰ হোৱাৰ আগতে বিয়া দিয়াত ধৰ্মৰ অনুশাসন থকাৰ উদ্দেশ্য এই যে বাপেক মাকৰ কৰ্ত্তব্য সমাধানৰ এটি নিৰ্দিষ্ট সময় ৰক্ষা কৰা। শান্তিৰ পাছত বিয়া দিয়াৰ কোনো নিৰ্দিষ্ট সময় নাথাকে আৰু যিমানে বিয়া দিয়াত পলম হয় সিমানে ছোৱালীৰ স্বাধীন মত গঢ়ি উঠে আৰু উপযুক্ত বয়সৰ যুৱকৰ লগত কথোপকথন বা সামাজিক মিলনত অনেক ক্ষেত্ৰত অনেক ছোৱালীয়ে বাপেক মাকৰ মতৰ বিৰুদ্ধে দ'ৰা পছন্দ কৰিবৰ সুযোগ পায়। এনে বিয়া শান্তিৰ নহয়। আৰু এটা মন কৰিবলগীয়া কথা এই যে আমাৰ দেশত প্ৰথম বিবাহ একপ্ৰকাৰ বাক্‌দানহে। শান্তি হোৱাৰ আগতে ছোৱালীয়ে স্বামীৰ ঘৰলৈ নাযায়। কোনো কোনো ক্ষেত্ৰত গ'লেও বাপেক মাকৰ ঘৰত যেনেকৈ থাকে, স্বামীৰ ঘৰতো তেনেকৈ থাকে। উপযুক্ত সময়ত বাপেক মাকৰ সম্পূৰ্ণ সন্মতি থকা অৱস্থাত যেতিয়া বিয়া হয়, তাত অনেক বিষয়ে নিৰাপদ হোৱা যায়।

"ইয়াত আপুনি কৃষ্টিৰ পৰিচয় ক'ত পালে" বুলি হেমন্তই প্ৰশ্ন কৰিলে।

মোৰ কথা এই যে যি দেশত স্ত্ৰী স্বামীৰ অৰ্দ্ধাঙ্গিনী, যি দেশত স্ত্ৰী স্বামীৰ সহধৰ্ম্মিণী আৰু যি দেশত স্ত্ৰী স্বামীৰ জন্ম-জন্মান্তৰৰ সঙ্গিনী বুলি ভবা হয়, সেই দেশৰ বিবাহ প্ৰথা সাধাৰণ চুক্তিৰ ওপৰত নিৰ্ভৰ কৰা হোৱা নাই। হিন্দুৰ গোটেইটো জীৱন যাত্ৰা ধৰ্ম্মৰ অনুশাসনৰ লগত জড়িত। ধৰ্ম্মৰ সাধাৰণ অৰ্থ— যিহে মানুহক চিৰজীৱন ধৰি ৰাখে। যি ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ নাইবা সামাজিক প্ৰথাই মানুহক জীৱনৰ এটা নিৰ্দিষ্ট পথ দেখুৱাই দিয়ে, সেয়ে ধৰ্ম্ম।

তেন্তে ধৰ্ম্মৰ লগত ঈশ্বৰৰ সম্বন্ধ কি? বুলি সাধনাই প্ৰশ্ন কৰিলে।

"বহ মা। মই তোৰ এই প্ৰশ্নৰো উত্তৰ দিম। বৰ্ত্তমান মই যি কথা কব লাগিছোঁ তাকে কওঁ।" ধৰ্ম্মৰ লগত ঈশ্বৰৰ সম্বন্ধ আছে এই কথা ধৰিলে আমি বিবেচনা কৰিব লাগিব যে যিবোৰ সামাজিক প্ৰথাই সমাজৰ বা ব্যক্তি বিশেষৰ স্বেচ্ছাচাৰিতাত বাধা প্ৰদান কৰে আৰু গোটেইটো জাতিক সমসূত্ৰত বান্ধি লয়, সেই সামাজিক কথাবোৰৰ সামাজিক জীৱনত যথেষ্ট মূল্য আছে। দেশত নাৰীৰ মৰ্য্যদাৰ ওপৰত যথেষ্ট মূল্য দিয়া হৈছিল; আৰু সকলো দেশতে ইয়াৰ মূল্য আছে। নাৰীৰ মৰ্য্যদা বঢ়াবৰ অৰ্থে যিবোৰ প্ৰথা সেইবোৰ প্ৰথাই দেশৰ কৃষ্টিৰ

পৰিচয় দিয়ে। হিন্দুৰ সমস্ত ৰীতি-নীতি আৰু আচাৰ-ব্যৱহাৰ নাৰীজাতিৰ মৰ্য্যাদাৰ হানিজনক বুলি ভাবিলে ভুল কৰা হয়; বৰঞ্চ নাৰীজাতিৰ মৰ্য্যাদা ৰক্ষাৰ অৰ্থেহে এইবোৰ নিয়ম কৰা হৈছিল বুলি ক'লে ভুল কোৱা নহব।" নিজৰ ছোৱালীৰ আগত কাকতী ডাঙৰীয়াই ইয়াতকৈ বেছি স্পষ্টকৈ কব নোৱাৰিলে।

কিন্তু দেউতা! আপুনি ধৰ্ম্মৰ যি ব্যাখ্যা দিলে—তাৰ লগত ঈশ্বৰৰ কি সম্বন্ধ মই বুজি নাপালোঁ।

মা! সামাজিক প্ৰথাবোৰৰ লগত ধৰ্ম্মৰ সম্বন্ধ আছে বুলি মই কৈছোঁ। ঈশ্বৰোপাসনা এটি সামাজিক প্ৰথা। যি জাতিৰ লোকে ঈশ্বৰোপাসনা কৰ্ত্তব্যৰ ভিতৰত ধৰি নলয় সেই জাতিৰ ধৰ্ম্ম ক'ত? "বৰ দুখৰ কথা, হেমন্ত, ধৰ্ম্মপ্ৰাণ হিন্দুজাতিৰ মাজৰপৰা ঈশ্বৰোপাসনা ক্ৰমে ক্ৰমে লোপ পাব লাগিছে।"

হেমন্তই কাকতী ডাঙৰীয়াৰ কথা সকলোখিনি মানি ল'ব নোৱাৰিলেও তৰ্ক কৰিবৰ ইচ্ছা কৰা নাই আৰু সাধনাৰ আগত বিবাহ আদি কথালৈ বেছি তৰ্কৰ জাল মেলিব খোজা নাই; বিশেষকৈ বৈবাহিক জীৱনত হেমন্তৰ অন্তৰত অলপ অশান্তিয়ে দেখা দিছে যেতিয়া। তথাপি দুটি এটি মন্তব্য নকৰাকৈ থাকিব নোৱাৰিলে। ক'লে—কাকতী ডাঙৰীয়া! আপোনাৰ লগত তৰ্ক কৰিবৰ মোৰ ইচ্ছা নাই আৰু মোৰ পক্ষে সেইটো উচিত নহয়। পিছে আপোনাৰ লগত মোৰ চিন্তাধানাৰ প্ৰভেদ আছে। সমাজ স্থিতিশীল নহয়। সমাজ গতিশীল। মানুহৰ চিন্তাধাৰাৰ লগত সমাজৰ গঢ় নিৰ্ভৰ কৰে। যিটোৱেই পুৰণি ৰীতি তাকেই সত্য বুলি ধৰি থাকিলে সমাজ প্ৰগতিৰ বাটত আগুৱাব নোৱাৰে। যি কালত যি ব্যৱস্থাই সমাজৰ সৰহভাগ মানুহৰ মঙ্গল বিধান কৰে সেই ব্যৱস্থানুযায়ী সমাজ গঠিত হ'ব লাগিব। সমাজ, ধৰ্ম্ম আৰু সংস্কৃতিৰ পৰস্পৰ সম্বন্ধ আছে— মই স্বীকাৰ কৰোঁ; কিন্তু প্ৰগতিৰ বাটত তিনিও বিধৰে ৰূপ পৰিবৰ্ত্তন হ'ব পাৰে। বাল্যবিবাহ প্ৰথা নামানিলে নাইবা বিধবাবিবাহ সমৰ্থন কৰিলে কিম্বা বিবাহ বিচ্ছেদৰ সমৰ্থন কৰিলেই মানুহ অধাৰ্ম্মিক নহয়। সেইদৰে হিন্দুৰ অখাদ্য কুখাদ্য খালেই মানুহ অধাৰ্ম্মিক নহয় কিন্তু কৃষ্টি বা সংস্কৃতিৰ ৰূপ পৰিবৰ্তন হয় সেইটো সঁচা কথা। গতিশীল সমাজৰ এই ৰূপ পৰিবৰ্ত্তন বাঞ্ছনীয়। শাস্ত্ৰজ্ঞান মোৰ নাই কিন্তু মই জানো এই প্ৰগতিও শাস্ত্ৰবিৰোধী নহয়। ঈশ্বৰোপাসনা নাথাকিলে জাতিৰ নৈতিক অধঃপতন হয়—এই কথা সঁচা বুলি মানো। এই সৃষ্টিৰ সমস্ত আবেষ্টনৰ মাজত, সমাজৰ প্ৰত্যেক পদক্ষেপত আৰু সংস্কৃতিৰ প্ৰত্যেক ৰূপ পৰিবৰ্তনৰ লগত ঈশ্বৰৰ একোটা নিৰ্দ্দেশ বা ইঙ্গিত উপলব্ধি কৰা যায়। যি মানুহে ঈশ্বৰৰ এই ইঙ্গিত বুজি নাপায় তেওঁ হাজাৰ ৰক্ষণশীল হওক, হাজাৰ পুৰণি প্ৰথাৰ প্ৰতি শ্ৰদ্ধাবান্ হওক আৰু হাজাৰ অখাদ্য কুখাদ্যৰ বিচাৰ কৰক তেওঁক ঈশ্বৰভক্ত বা ধাৰ্ম্মিক বুলি প্ৰগতিবাদী লোকসকলে নকয়। আজি কালিৰ শিক্ষিত সমাজৰ সৰহভাগ লোকৰে মত এনেকুৱা।

এনেতে ৰাতিপুৱাৰ চাহ জলপানৰ ব্যৱস্থা হ'ল। বীণা বাসন্তী আৰু সাধনা আটাইবিলাকৰ পৰিৱেশনৰ মাজত চাহ জলপান খোৱা হৈ গ'ল আৰু স্থিৰ হ'ল যে আবেলি হেমন্ত, মাহেশ্বৰী আৰু বাসন্তী ঘৰলৈ যাব; আৰু সেই অনুসাৰে সিদিনাই ঘৰলৈ গ'ল।

(১৪)

বাসন্তীৰ ককায়েক প্ৰিয়বন্ধু বৰুৱা লক্ষীপুৰৰ জমিদাৰীৰ কোৰ্ট অব্ ওৱাৰ্ডচৰ মেনেজাৰ। লক্ষীপুৰত থাকে। মাজে সময়ে চৰকাৰী কামৰ বাবে ধুবুৰীলৈ আহিব লাগে। বাসন্তীৰ এই সময়ত ককায়েকলৈ মনত পৰি চিঠি দিছে যে কিছুদিনলৈ যেন তেওঁ আহি বাসন্তীক লৈ যায়। বাসন্তীৰ মাক নাই। ঘৰত দেউতাক থাকে। কোনো তিৰোতা মানুহ ঘৰত নাই। বান্ধনিৰ দ'ৰা ৰাখি কোনো প্ৰকাৰে চলিছে। প্ৰিয়বন্ধুৰ বিয়াৰ একো বন্দবস্ত কৰিব পৰা নাই। প্ৰিয়বন্ধুয়ে নিজে ছোৱালী চাই বিয়া কৰাব বুলি কোনোবা বাপেক মনেমনে আছে।

প্ৰিয়বন্ধুই ভনীয়েকৰ চিঠি পাই মনে মনে ভাবিলে যে এসপ্তাহ মানৰ ছুটীলৈ দেউতাককো চাই আহিব পাৰে আৰু বাসন্তীকো কিছু দিনৰ বাবে দেউতাকৰ লগত থৈ আহিব পাৰে। এইদৰে ভাবি তেওঁ এদিন হঠাতে পাতিলাদহত বাসন্তীহঁতৰ ঘৰত ওলালগৈ। কোনো খবৰবাতৰি নিদিয়াকৈ প্ৰিয়বন্ধু হেমন্তহঁতৰ ঘৰত ওলোৱা বাবে অলপ আচৰিত হ'ল। প্ৰিয় বন্ধুই জনা নাছিল যে হেমন্ত ঘৰতে আছে। হেমন্তক ঘৰতে লগ পাই প্ৰিয়বন্ধুই ভালেই পালে।

"কি বৰুৱা। আপুনি হঠাতে দেখোন আহিল" বুলি হেমন্তই সুধিলে।

"মই আহিব নাপায় নে হে, হেমন্ত" বুলি প্ৰিয়বন্ধুই উত্তৰ দিলে।

"কিয় নাপায়? আপুনি নাহে গুণেহে সুধিছোঁ। আপোনালোক হাকিম মানুহ আৰু আমি হলোঁ কেৰাণী। গতিকে আমাৰ ঘৰত আহিবলৈকে টান পায় হবলা।"

"তেনেকৈ কিয় কৈছা হেমন্ত? নিজৰ মানুহৰ ভিতৰত এইবোৰ প্ৰভেদ থকা উচিত জানো? মই সময় নোপোৱা বাবেহে অহা নাই। তুমি কেৰাণী বুলি নাই অহা বুলি ভবাত মই দুখ পাইছোঁ।

"নহয় নহয়, বৰুৱা, বেয়া নাপাব। তামাচা কৰিহে কৈছোঁ। বহক মই বাসন্তীক খবৰ দিওঁ গৈ।"

"দাদা আহিছে?" বুলি বাসন্তী নিজেই ওলাই আহিল।

"কেতিয়া আহি পালে? কৰলৈ গৈছিল নে? দেউতাৰ খবৰ কি?"

"মই ঘৰলৈ যোৱা নাই। দেউতাৰ খবৰ মই নাজানো। তেখেতে কেইবাদিনো চিঠি পত্র দিয়া নাই। ইয়াৰ পৰাহে ঘৰলৈ যাম।"

"ভাল বহক। মই আইক খবৰ দিওঁ আৰু অলপ চাহ কৰি আনো" বুলি বাসন্তী পুনৰায় ঘৰৰ ভিতৰলৈ গুচি গ'ল।

প্ৰিয়বন্ধু কিয় হঠাতে আহিল হেমন্তই বুজিব পাৰা নাই। যিখিনি কথা-বতৰা হ'ল ইয়াৰ পাছত সুধিবলৈকো বেয়া পাইছে। গতিকে সেই বিষয়ে একোকে নুলিবালে।

প্ৰিয়বন্ধুই সুধিলে—"হেমন্ত, তুমি ছুটী কিমান দিনৰ লৈছা? কেতিয়া ঘৰলৈ আহিছা?"

"মই এমাহৰ ছুটী লৈ আহিছো। আহিবৰ আজি ১০ দিন হৈছে।"

"এমাহৰ ছুটী কিয় লৈছা?"

"মাৰ হুকুম"—বুলি কৈ হেমন্তই সেই কথাৰ ওৰ পেলালে, কিন্তু প্ৰিয়—বন্ধু এই কথাত অলপ চিন্তিত হ'ল। মাকৰ হুকুমত হেমন্তই এমাহৰ ছুটী লৈছে। এই সময়ত ভনীয়েকক ঘৰলৈ নিওঁ বুলি প্ৰস্তাব কৰে কেনেকৈ? প্ৰিয়বন্ধু মনে মনে থাকিল।

"বোপা, কেতিয়া আহিলা?" বুলি মাহেশ্বৰীয়ে প্ৰিয়বন্ধুক সুধিলে।

"এইমাত্ৰ আহিলো আই!" বুলি প্ৰিয়বন্ধুই উত্তৰ দিলে।

"গা-মূৰ ভালে আছে নে? দেউতাৰা কেনে আছে?" বুলি মাহেশ্বৰীয়ে সুধিলে।

"মোৰ গা ভাল আছে। মই ঘৰলৈ যোৱা নাই, পোনে পোনে ইয়ালৈকে আহিছো। ইয়াৰ পাছত হে ঘৰলৈ যাম।" বুলি প্ৰিয়বন্ধুই উত্তৰ দিলে।

এনেতে বাসন্তীয়ে এখন ট্ৰেত দুকাপ চাহ আৰু দুই প্লেট মোহনভোগ লৈ আহি টেবিলৰ ওপৰত থ'লে।

"তই ইমান সোনকালে চাহ জলপান কেনেকৈ কৰিলি?" বুলি প্ৰিয়বন্ধুই বাসন্তীক সুধিলে।

"নহয়, দাদা আমি বান্তিপুৰাৰ চাহ খোৱাই নাই। তেখেতে গা ধুই উঠিছেহে। মোৰ চাহ জলপান হৈছে—আপুনিও আহি পাইছে।"

"ভালেই হ'ল—দেখা যায়" বুলি প্ৰিয়বন্ধুয়ে ক'লে।

চাহ খোৱাৰ লগে লগে প্ৰিয়বন্ধুয়ে হেমন্তক সুধিলে—"হেমন্ত! মই বাসন্তীক ২।৪ দিনৰ বাবে লৈ যাম বুলি আহিছো। তুমিও লগত যোৱাত কিবা আপত্তি আছে নে কি?"

"মোৰ কি আপত্তি, ককাই! বাসন্তী দেউতাৰক চাবলৈ যাব মোৰ তাত কি আপত্তি?"

"নহয়, হেমন্ত, তুমি যাবা নে নোযোৱা তাকেহে সুধিছোঁ।"

"সেইটো কথা মই মাক নোসোধাকৈ কেনেকৈ কওঁ, বৰুৱা।"

হেমন্তই আজি প্ৰিয়বন্ধুক বুজাব নোৱাৰে হেমন্তৰ অন্তৰত আজি কিহৰ দ্বন্দ্ব চলিছে। হেমন্তই বুকু ফালি বাসন্তীক দেখুৱাব নোৱাৰে যে হেমন্তই বাসন্তীক কিমান ভাল পায়। হেমন্তৰ বুজিবলৈ বাকী নাই যে হেমন্তই বাসন্তীৰ প্ৰাণত আঘাত দিছে আৰু এই আঘাতৰ বেগ বাসন্তীয়ে সহিব পৰা নাই। তাৰবাবে যি অনুতাপ হেমন্তই ভুগিব লাগিছে সেই অনুতাপ কোনো লক্ষণ হেমন্তই বাসন্তীৰ ওচৰত প্ৰকাশ কৰিব পৰা নাই। পুৰুষ মানুহৰ এইখিনিতেই দুৰ্বলতা।

আনফালে বাসন্তীৰ মনত ধাৰণা দৃঢ় হ'ব লাগিছে যে বাসন্তী হেমন্তৰ প্ৰিয়পাত্ৰী হ'ব পৰা নাই আৰু সেইবাবে হেমন্তই বাসন্তীক পুনঃ পুনঃ অপমান কৰিব লাগিছে। অপমানত নাৰী ক্ৰুদ্ধা ফণিণীৰ নিচিনা ডলা পাতি ৰোষ দেখুৱাব পাৰে, প্ৰেমাস্পদৰ লগত সম্পূৰ্ণ সহযোগ পৰিত্যাগ কৰিব পাৰে নাইবা প্ৰেমাস্পদৰ পৰা নিজক সম্পূৰ্ণ আঁতৰত ৰাখিব পাৰে, কিন্তু প্ৰেমাস্পদৰ প্ৰতি নাৰীৰ ভক্তি আৰু প্ৰেম অন্তঃসলিলা ফল্গুনদীৰ দৰে সদায় নাৰী হৃদয় অধিকাৰ কৰি থাকে। বাসন্তীৰ চিত্ত উদ্বেলিত হৈ এনে এটি গতি লৈছে যে পুনঃ হেমন্তৰ প্ৰেমাকাঙ্ক্ষিনী হৈ ভিখাৰিণীৰ বেশ ধৰিব নোৱাৰে। বাসন্তীৰ কোমল প্ৰকৃতি দৃঢ়া আৰু শক্তিশালিনী হৈ উঠিছে।

প্ৰিয়বন্ধুই বুজি পালে যে হেমন্তৰ মন সিমান খোলা নহয়। পুনৰায় একোকে নুসুধিলে।

দুপৰীয়া ভাত খাৱৰ সময়ত প্ৰিয়বন্ধুই মাহেশ্বৰীক সুধিলে—"আই! বাসন্তীক কেইদিনমানৰ বাবে নিবলৈ আহিছিলোঁ; দেখিলোঁ হেমন্তও আছে—দুয়োজনকে কেইদিনমানৰবাবে কোকৰাঝাৰলৈ লৈ যাওঁ আই। আপুনি অনুমতি দিয়ক।"

মাহেশ্বৰী হঠাতে অলপ বিপদত পৰিল। এই কেইদিন পুতেক বোৱাৰীয়েকৰ যিটো সম্বন্ধ দেখিছে তাৰপৰা বুজি পাইছে যে অন্তৰে অন্তৰে উভয়ৰে মনোবিবাদ চলি আছে। যিদিনা হেমন্ত নিজৰ ঘৰত শোৱে, সিদিনা বাসন্তী শাহুয়েকৰ লগত থাকে। হেমন্তৰ ওচৰলৈ যাবলৈ কলে—আয়েকৰ কোলাত মুখ লুকাই কেৱল কান্দে। হেমন্তৰ ওচৰলৈ নাযায়। আকৌ কেতিয়াবা হেমন্ত আগতে আহি মাকৰ বিছনাত শুই থাকে—মাকে যাবলৈ কলেও নাযায়। সিদিনা বাসন্তী অকলে নিজৰ ঘৰত শুই থাকে। এইদৰেই দহ দিন চলিছে। মাহেশ্বৰী বিষম সমস্যাত পৰিছে। বাসন্তীৰ কোনো দোষ দেখা নাপায়। পুতেকে যে কিয় তাইক ভাল নাপায় তাৰ কোনো কাৰণ বিচাৰি নেপায়। সেইবাবে হঠাতে উত্তৰ দিব নোৱাৰিলে।

তেতিয়া প্ৰিয়বন্ধুই ক'লে—"আপোনালোকৰ যদি আপত্তি থাকে মই বাসন্তীক লৈ নাযাওঁ।"

এই কথাত হেমন্ত আৰু মাহেশ্বৰীৰ উভয়ৰে উত্তৰ দিবৰ বুধি নোহোৱাৰ নিচিনা হ'ল। মাহেশ্বৰীয়ে পুতেকক খোলা খুলিকৈ নোসোধাকৈ একো উত্তৰ দিব নোৱাৰিলে, কিন্তু কিবা এটা উত্তৰ নিদিলে নহয় কাৰণে ক'লে—"আজি থাকাচোন বোপা। কাইলৈ কিবা এটা সমিধান দিম।"

প্ৰিয়বন্ধুই একোকে নামাতিলে। নীৰৱে খোৱা শেষ কৰি উঠিলে আৰু বিশ্ৰাম লব'ৰ বাবে চ'ৰা ঘৰত বিছনাত বাগৰ দিলে। হেমন্ত লাজতে চ'ৰা ঘৰলৈ নাহি নিজৰ খোটালীতে বিশ্ৰামৰ বাবে শুলে।

বাসন্তী অলপ পাছতে হেমন্তৰ ঘৰলৈ গৈ দুৱাৰ বন্ধ কৰি দি ভৰিত পৰি সেৱা দি ক'লে—"দাদাৰ লগত কেইদিনমানৰ বাবে মোক যাবলৈ দিয়ক। দাদাই আপোনাকো যাবলৈ কৈছে— আপুনিও ব'লক"।

"মই কিয় যাব লাগে বাসন্তি" বুলি হেমন্তই প্ৰশ্ন কৰিলে। এই প্ৰশ্নৰ অৰ্থ বাসন্তীয়ে বুজি পালে। ই অতি সাধাৰণ প্ৰশ্ন, কিন্তু বাসন্তীৰ ওচৰত ই সাধাৰণ প্ৰশ্ন নহয়। ধুবুৰীৰপৰা অহাৰ পাছত হেমন্তই বাসন্তীক ভালদৰে লগ ধৰিব পৰা নাই। হেমন্তই বুজি পাইছে যে সিদিনা সাধনাইতৰ ঘৰত হেমন্তই যি ব্যৱহাৰ কৰিছে, সেই ব্যৱহাৰত বাসন্তী ক্ষুণ্ণা হৈছে আৰু তাৰবাবে হেমন্তই সঁচাকৈয়ে অনুশোচনা ভোগ কৰিছে; কিন্তু বাসন্তীয়ে জনা নাই যে হেমন্তই তাৰ বাবে অনুতপ্ত হৈছে। জনা হ'লে হয়তো বাসন্তীয়ে অভিমান কৰি থাকিব নোৱাৰিলেহেঁতেন। হেমন্ত পুৰুষ মানুহ, আন্তৰিক অনুশোচনাৰ দুৰ্বলতা হঠাতে প্ৰকাশ কৰিবলৈ টান পাইছে; আকৌ বাসন্তীক অকলে লগো পাব পৰা নাই।

বাসন্তীয়ে ভাবিছে—নাৰী আশ্ৰিতা হ'ব পাৰে; নাৰী অবলা হ'ব পাৰে; কিন্তু সেই বুলি নাৰীৰো আত্মমৰ্য্যাদা আছে। হেমন্তই পুনঃপুনঃ বাসন্তীক অপমান কৰিছে। নাৰীৰ মৰ্য্যাদাত আঘাত দিছে। সেইবাবে মৃদুলা বাসন্তী আজি কঠিনা বাসন্তী। আজি বাসন্তীৰ মন কোমল নহয়; আজি বাসন্তী অত্যন্ত দৃঢ়া:

বাসন্তীয়ে ভাবিছে—নাৰীৰ প্ৰেম প্ৰত্যাখ্যানৰ বস্তু নহয়, পুৰুষৰ লালসাৰ সামগ্ৰী নহয়। নাৰীৰ দেহ প্ৰেমৰ আধাৰ; কিন্তু লালসা নিবৃত্তিৰ উপাদান নহয়। যিজনে প্ৰেমৰ মূল্য বুজি নাপায়, তেওঁৰ ওচৰত দেহদানত আনন্দ নাই। বাসন্তীৰ প্ৰেম প্ৰত্যাখ্যাত হোৱাত ই ৰূপ পৰিবৰ্ত্তন কৰিছে। বাসন্তীৰ স্বামীৰ ওচৰত স্ত্ৰীৰ কৰ্ত্তব্য আছে, কিন্তু প্ৰেমৰ আবেগ বা মাধুৰিমাৰ আবেষ্টন নাই। বাসন্তীয়ে নৈৰাশ্যৰ দুঃসহ যন্ত্ৰণা ভোগ কৰিছে, কিন্তু আত্মমৰ্য্যাদাত সজাগ হৈছে। বাসন্তীয়ে ভাবি লৈছে—যেতিয়ালৈকে হেমন্তই নিজৰ ভুল বুজি নাপায়, তেতিয়ালৈকে বাসন্তীয়ে নিজে ধৰা দিবলৈ প্ৰয়াস নকৰে। বাসন্তীয়ে নীৰৱে আঁতৰে আঁতৰে

থাকিবলৈ ইচ্ছা কৰিছে। তৰ্ক নাই, অভিমানৰ অভিনয় নাই, ৰোষৰ প্ৰকাশ নাই, কামনাৰ উত্তেজনা নাই।

বাসন্তীয়ে ঈশ্বৰৰ ওচৰত আত্মসমৰ্পণ কৰিছে আৰু প্ৰয়োজন হ'লে অকলশৰীয়া জীৱন কটাবলৈকো দৃঢ়প্ৰতিজ্ঞা হৈছে।

## (১৫)

বাসন্তীক লৈ প্ৰিয়বন্ধু ঘৰলৈ গ'ল। হেমন্তই একো আপত্তি নকৰিলে। হেমন্তই একো বাধা দিব নোখোজাত মাহেশ্বৰীও বাধা নিদিলে। মাহেশ্বৰীয়ে কেৱল ক'লে—"বোপা তুমি যোৱাৰ সময়ত বাসন্তীক আকৌ থৈ যাবাহি।" প্ৰিয়বন্ধুই স্বীকাৰ কৰিলে।

বাসন্তী আহি দেউতাকক সেৱা জনালে। দেউতাকে বাসন্তীক আকোৱালি ল'লে। বাসন্তীক বিয়া দিয়াৰ পাছত জগবন্ধু বৰুৱাই হেমন্তক এবাৰ নিমন্ত্ৰণ কৰিছিল আৰু ৩ দিন ঘৰতে ৰাখিছিল। কিয় জানো জোঁৱাইৰ প্ৰতি বৰুৱাৰ প্ৰীতিভাৱ নোপজিল। গতিকে বাহ্যিক একো নকʼলেও আন্তৰিক হেমন্তক ভাল পাব নোৱাৰিলে। সেইবুলি বাসন্তী অশান্তিত আছে এই কথা জগবন্ধু বৰুৱাই জানিব পৰা নাই, বা ভৱাও নাই।

বাসন্তীক অনাৰ ৩ দিনৰ মূৰত মাকক অনাটনিত থাকিব নোৱাৰি হেমন্ত শহুৰেকৰ ঘৰলৈ আহিল। প্ৰিয়বন্ধুৰ ছুটী তেতিয়াও শেষ হোৱা নাই। হেমন্তক দেখি প্ৰিয়বন্ধুই ক'লে—"ভাল হ'ল দেও তুমি নিজে আহিলা! বাসন্তীক তুমিয়েই লৈ যাব পাৰিবা। মোক আৰু ক্ষমা কৰিবা। মই তাইক লৈ তোমালোকৰ ঘৰলৈ নাযাওঁ।"

"ভাল কথা। সেয়ে হ'ব"—বুলি হেমন্ত শহুৰেকক বিচাৰি ভিতৰলৈ গ'ল। শহুৰেক জগবন্ধু বৰুৱা বাসন্তীৰ লগত কথা পাতি আছে। হেমন্তক দেখি ক'লে—"বোপা! কেতিয়া আহিলা? বাসন্তীয়ে কৈছে তুমি হেনো এমাহৰ ছুটী লৈ আহিছা।"

"হয়! বুলি হেমন্তই উত্তৰ দি ভৰিত ধৰি শহুৰেকক সেৱা কৰিলে।

"ছুটীৰ আৰু কিমান দিন বাকী?"

"আৰু পোন্ধৰ দিনমান বাকী আছে।"

"কেইদিনমান ইয়াতে নথকা কিয়? প্ৰিয়বন্ধুও আহিছে।" "ভাল বাৰু" বুলি হেমন্ত মৌমান হ'ল।"

বাসন্তী আচৰিত হ'ল। হেমন্ত কিয় আহিল? আহিলেও হেমন্তক বিশেষ আসে নিদিবলৈ বাসন্তী দৃঢ়প্ৰতিজ্ঞা হৈছে।

হেমন্তই ক্ৰমেক্ৰমে বুজি পাইছে যে হেমন্তৰ দোষ হৈছে। আনফালে হেমন্তৰ মনত এটি প্ৰবল দ্বন্দ্ব চলিছে। হেমন্তই বীণাৰ প্ৰতি আকৃষ্ট হৈছে। বীণাৰ চিন্তা অনবৰত মনত লাগি থাকে। বীণাক পালে যেন হেমন্ত খুচি হয়। বাসন্তী গুচি অহাৰ পাছত হেমন্তৰ মন অত্যন্ত দুৰ্ব্বল হৈ গৈছে।

বীণাৰ প্ৰতি এটি প্ৰবল আকৰ্ষণে অহৰহ হেমন্তক টানিব লাগিছে। হেমন্তই শান্তি নাপায়। হেমন্তৰ এই ভাবাবেগ হোৱাত মনে মনে বৰ লজ্জিত হৈছে আৰু বাসন্তীক ওচৰত পাবলৈ নিতান্ত ব্যগ্ৰ হৈছে। বাসন্তীক পালে কিজানি বীণাৰ প্ৰতি আকৰ্ষণ কমি যায়, এই আশাত হেমন্ত বাসন্তীৰ ওচৰলৈ লৰি আহিছে।

অদৃষ্টৰ পৰিহাস ইয়াকেই বোলে। আজি হেমন্ত বাসন্তীক পাবলৈ ব্যগ্ৰ, কিন্তু বাসন্তী আজি হেমন্তৰপৰা আঁতৰে আঁতৰে থাকিবলৈ ইচ্ছুক।

ৰাতি খোৱাবোৱাৰ পাছত হেমন্তৰ লগত বাসন্তীৰ কোনো কথাবতৰা নহ'ল। বাসন্তী হেমন্ত অহাৰ কাৰণ কি তাকো নুসুধিলে। কেৱল সেউতাক আৰু দাদাকৰ সন্দেহৰ হাত সাৰিবলৈ একেটি কমতে বেলেগ বিছনাত শুই থাকিল। বাসন্তীয়ে নমতা দেখি হেমন্তয়ো কোনো কথা কবৰ সাহ নকৰিলে।

কিন্তু হেমন্তৰ এটি নতুন অভিজ্ঞতা হ'ল। বাসন্তীয়ে যে নমতাকৈ থাকিব হেমন্তই ভবা নাছিল।

ৰাতিপুৱা উঠি বাসন্তীয়ে দৈনন্দিন কাৰ্য সুকলমে চলাই গ'ল আৰু কাৰো ক'তো কোনো প্ৰকাৰ সন্দেহপূৰ্ণ দৃষ্টি নপৰাকৈ হেমন্তৰ লগত যথাযোগ্য ব্যৱহাৰ কৰি দিনটো কটাই দিলে। এইদৰে তিনি দিন উকলিল।

হেমন্তই দেখিলে—বাসন্তীয়ে দিনত সহজ-সৰল ভাবে অকুণ্ঠিতে সকলো কথা বতৰা কয়, কিন্তু ৰাতি শুবৰ সময়ত একে খোটালীতে থাকিও হেমন্তক নামাতে। হেমন্তই দুই এটি কথা উলিয়াই বাসন্তীৰ লগত কথা পাতিবৰ চেষ্টা কৰিছিল; কিন্তু বাসন্তীয়ে উত্তৰ নিদিয়াত পুনৰায় কোনো কথা পাতিবৰ ইচ্ছা কৰা নাই। মুঠতে আজি হেমন্ত দোষী আৰু বাসন্তী বিজয়িনী এনে ভাব দেখা গৈছে।

হেমন্ত পুৰুষ মানুহ। এনে ব্যৱহাৰ বেছি দিন সহিব নোৱাৰিলে। চতুৰ্থ দিনৰ দিনা যেতিয়া প্ৰিয়বন্ধু গুচি গ'ল হেমন্তও সিদিনাই শহুৰেকৰ অনুমতি লৈ গুচি গ'ল। জগবন্ধু বৰুৱাই জানিবই নোৱাৰিলে জী-জোঁৱাইৰ ভিতৰত কি হৈছে।

হেমন্ত গুচি যোৱাৰ পাছত বাসন্তীৰ মনৰ সৰলতা নাথাকিল। ঘৰৰ ভিতৰত দুৱাৰ বন্ধ কৰি বিছনাত পৰি হুক্ হুক্ কৈ কান্দিব ধৰিলে। অভাগিনি নাৰি! নিজৰ দুৰ্ভাগ্য এনেদৰে নিজেই মাতি অনা উচিত হৈছে জানো? পতিৰ ওচৰত প্ৰেম নিবেদনৰ এই সোণালী সুযোগ হেৰুৱাব লাগিছিল। ঈশ্বৰ কি

ইচ্ছা—অভিমান আৰু মিছা আত্মমৰ্য্যদাজ্ঞানৰ আঁৰালত বাসন্তীয়ে হেমন্তক অবহেলা কৰি একপ্ৰকাৰ অপমান কৰি খেদি দিলে।

হেমন্ত মৰ্ম্মান্তিক দুখ আৰু অপমান পাই ঘূৰি গ'ল। মাকে হেমন্তক অকলে ঘোৰা দেখি বুজিলে যে বাসন্তীৰ লগত হেমন্তৰ মিল নহ'ল। তথাপি পুতেকক সুধিলে—"বাসন্তীক কিয় লৈ নাহিলি হেমন্ত?" হেমন্তই লাহেকৈ উত্তৰ দিলে—"আহিবৰ ইচ্ছা নকৰিলে।"

"হুঁ" বুলি মাহেশ্বৰী গুচি গ'ল। এই হুঁ শব্দৰ অৰ্থ মৰ্মভেদী।

## (১৬)

হেমন্তৰ মন বিচলিত হ'ল। বীণাৰ প্ৰতি মন ধাবিত হ'ল আৰু বীণাক কি উপায়ে পাব পাৰি তাৰ উপায় চিন্তা কৰিব ধৰিলে। বাসন্তীক পুনৰায় অনাৰ কথা হেমন্তই মনেমনে এৰি দিলে। নিজে আহে যদি আহক। হেমন্ত আনিবলৈ নাযায়। মাক-পুতেকৰ ভিতৰত বাকী দিন কেইটা কাটি গ'ল আৰু ছুটীৰ অন্তত হেমন্ত চাকৰিত হাজিৰ হ'বৰ দিন আহিল। হেমন্তই মাকক সুধিলে—"মা! ধুবুৰীত ঘৰ বন্দবস্ত কৰিলে তুমি তালৈ যাবা নে? মাহেশ্বৰীয়ে ভাবিলে—ধুবুৰীত ঘৰ বন্দবস্ত কৰিলে হয়তো বেলেগ জীৱনযাত্ৰা আৰম্ভ হ'ব। বাসন্তী আৰু হেমন্তৰ মনৰ মিল হয়তো হ'বও পাৰে। সেই কথা ভাবি মাহেশ্বৰীয়ে হেমন্তক ধুবুৰীত ঘৰ ভাৰা ল'বলৈ অনুমতি দিলে।

হেমন্ত গুচি গ'ল আৰু সাত দিনৰ ভিতৰতে ঘৰভাৰা বন্দবস্ত কৰা হৈ গ'ল। নতুন ঘৰত হেমন্তই আৱশ্যকীয় বস্তু বাহানি স্থানান্তৰিত কৰি মাকক আনিবলৈ গ'ল।

মাকে ক'লে—"বোপা! বাসন্তীক লৈ আহ্‌গৈ। বাসন্তী নগ'লে মই কেনেকৈ যাওঁ?"

হেমন্তই ক'লে—"মা বাসন্তীক পাছতো আনিব পৰা যাব। এতিয়া তুমি ওলোৱা।" মাহেশ্বৰী বাসন্তীক এৰি নাযায়। হেমন্তয়ো বাসন্তীক আনিবলৈ নাযায়। মাক পুতেকৰ ভিতৰত এই কথালৈ মনান্তৰ হ'বৰ উপক্ৰম হ'ল। পুতেকে মাকক নকয় কি বাবে বাসন্তীক আনিব নাযায়। মাকে বুজা নাই যে সিহঁতৰ মনৰ অমিল বহু দূৰলৈ গৈছে। যি কি নহওক মাকৰ নানাপ্ৰকাৰ কথাৰ পাছত হেমন্ত বাসন্তীক আনিবলৈ যাবলৈ বাধ্য হ'ল; নহ'লে মাক নিজে যাবলৈ ওলাইছে। বাসন্তীক আনিবলৈ মাকক পঠাবৰ ইচ্ছা হেমন্তৰ নাই। নিজৰ কৰ্তব্যৰ কাৰণপৰা চিন্তা কৰি নিজে আনিবলৈ যোৱাটোকেই স্থিৰ কৰিলে আৰু ভাবিলে বাসন্তী যদি নাহে পাছত কোনো মানুহে হেমন্তক দোষ দিব নোৱাৰিব।

মাকক প্ৰণাম কৰি হেমন্ত শহুৰেকৰ ঘৰলৈ যাত্ৰা কৰিলে। কোকৰাঝাৰলৈ গৈ দেখে যে ইতিমধ্যে জগবন্ধু বৰুৱাৰ টান নবীয়া হৈছে। বাঁচিবৰ আশা নাই। বাসন্তী অকলে বেমাৰৰ লগত যুঁজি আছে। হেমন্ত গৈ বাসন্তীক সুধিলে— দেউতাৰ টান নবীয়া হৈছে—মোক কিয় খবৰ দিয়া নাই, বাসন্তী। বাসন্তী নিৰুত্তৰ।

"দাদায়েৰক খবৰ দিছা নে?"

"হয়, খবৰ দিয়া হৈছে। দাদা আজি আহি পাব।" হেমন্তই দেখিলে শহুৰেকৰ অৱস্থা তেনেই শঙ্কাজনক। হেমন্ত শহুৰেকৰ ওচৰলৈ যাওঁতেই তেওঁ অতি ক্ষীণ মতেৰে ক'লে—"বোপা! প্ৰিয়বন্ধুৰ বিয়াখন নহ'ল। ধুবুৰীৰ ৰজত মজুমদাৰৰ ছোৱালীৰ লগত মই বিয়াৰ বন্দবস্ত কৰিছিলোঁ; পিছে ছোৱালীয়ে হেনো বি, এ পাছ নকৰাকৈ বিয়া নকৰায়। আকৌ ল'ৰায়ো হেনো নিজে চাই পছন্দ নকৰাকৈ বিয়া নকৰায়। এই ঘৰখনৰ বৰ দুৰৱস্থা হ'ল। ইয়াত থাকোঁতা মানুহ নাইকিয়া হ'ল।"

"মা বাসন্তি! আহ্ মা, তহঁতক দুয়োজনকে একেলগে দেখিলে মোৰ মনটো ভাল লাগে। আশীৰ্বাদ কৰিছোঁ—তহঁতৰ যেন মঙ্গল হয়।" বাসন্তী ওচৰলৈ আহিল। বৰুৱাদেৱে মূৰত ধৰি আশীৰ্বাদ দিলে। বাসন্তীৰ দুচকুৱেদি পানী বৰলৈ ধৰিলে।

এনেতে প্ৰিয়বন্ধু লৰালৰিকৈ আহিল। জগবন্ধু বৰুৱাই বুজি পাই চকু মেলি চালে আৰু প্ৰিয়বন্ধুক ক'লে—"বোপা। তোৰ নিজৰ বুলিবলৈ মাত্ৰ এই দুইটি প্ৰাণী থাকিল। বাসন্তী আৰু হেমন্ত। মৰিবৰ সময়ত যে তহঁতক দেখা পালোঁ—তাৰ বাবে বৰ বং পালোঁ।" বৰুৱাদেৱে আৰু বেছি কথা ক'ব নোৱাৰিলে। চোতালত মানুহ ভৰি গ'ল। জগবন্ধু বৰুৱা সকলোৰে বন্ধু আছিল। সকলোকে যথাসাধ্যে উপকাৰ কৰিছিল। কাৰো অপকাৰ কৰা নাছিল। তেওঁ তেওঁৰ নামৰ সাৰ্থকতা ৰক্ষা কৰি ইহজীৱন ত্যাগ কৰিলে।

## (১৭)

তেৰ দিনৰ মূৰত ৺ জগবন্ধু বৰুৱাৰ সংকাৰ কাৰ্য শেষ হৈ গ'ল। হেমন্ত ঘৰলৈ ওলাল। প্ৰিয়বন্ধু বৰুৱাই বাসন্তীকো ঘৰলৈ ক'লে। বাসন্তীয়ে কেইদিনমান পাছত যাম বুলি কৈ এইবাৰলৈ থাকি গ'ল। হেমন্ত ঘৰলৈ গ'ল। ঘৰলৈ গৈ দেখে মাকৰ জ্বৰ হৈছে। আজি তিনি দিন কোনো পথ্য খোৱা নাই। কেৱল বিছনাতে পৰি আছে। ওচৰচুবুৰীয়াকো কাকো খবৰ দিয়া নাই। মইনাই যি দুই একজনে এনেয়ে আহিছিল তেওঁলোককো জানিব দিয়া নাই যে মাকৰ গাত জ্বৰ।

হেমন্ত ওচৰলৈ গৈ সুধিলে—"মা! তোমাৰ কি হৈছে?" 'জ্বৰ' বুলি কৈ সুধিলে—"বোপা—বাসন্তীক লৈ নাহিলিনে?" "বাসন্তী কেইদিনমান পাছত আহিব" বুলি হেমন্তই ক'লে। মাহেশ্বৰী নিমাত থাকিল।

হেমন্তই বেছি পলম নকৰি মাকক লৈ ধুবুৰীলৈ গুচি গ'ল। ধুবুৰীত চিকিৎসা কৰাৰ পাছত মাকৰ নৰীয়া ভাল হ'ল।

মাহেশ্বৰী ধুবুৰীলৈ অহাৰ পাছৰপৰা সাধনা আৰু বীণা নিতৌ আহে। মাহেশ্বৰী শহৰেকৰ ভিঠা এৰি আহিল যে আহিলেই; কিন্তু আজি বাসন্তী নাই। সাধনা আৰু বীণাৰ বুজিবলৈ বাকী নাথাকিল যে হেমন্ত আৰু বাসন্তীৰ মনোমালিন্য ক্ৰমে ক্ৰমে গভীৰ হৈ গৈছে। বীণা আজিকালি কিছু গম্ভীৰ প্ৰকৃতিৰ হৈছে। আগৰদৰে যেইসেই প্ৰশ্ন নকৰে। বাসন্তী যে কিয় অহা নাই, সেই কথাও এইবাৰ বীণাই সোধা নাই। বাসন্তীৰ অনুপস্থিতিত আৰু বীণাৰ দৈনন্দিন উপস্থিতিত হেমন্তৰ বীণাৰ প্ৰতি আকৰ্ষণ বাঢ়ি যাব লাগিছে। হেমন্তই বীণাৰ গম্ভীৰ ভাব দেখা পাই আগৰদৰে কথা পাতিবলৈ সাহ নকৰে। সাধনা ততোধিক গম্ভীৰ হৈছে। যদিও দুয়ো নিতৌ আহে হেমন্তৰ লগত আগৰ নিচিনাকৈ খোলাখুলিভাৱে কোনো কথা-বতৰা বা আলোচনা আদি নহয়। উভয়ে মাহেশ্বৰীক ভাল পায়, সেইবাবে সদায় মাহেশ্বৰীৰ ওচৰতে কথা পাতি থাকে।

বীণা আৰু সাধনাৰ এই ঔদাসীন্যৰ প্ৰধান কাৰণ বাসন্তীৰ অনুপস্থিতি। হেমন্তই যে বাসন্তীক অনা নাই বা আনিব খোজা নাই তাৰবাবে হেমন্তই প্ৰকৃত দায়ী বুলি সিদ্ধান্ত ধৰি লৈছে।

হেমন্তই বীণাৰ লগত বেছি খোলাভাৱে কথা পাতিবৰ সাহ কৰা নাই; কাৰণ হেমন্তৰ বীণাৰ সম্পৰ্কে নিজৰেই দুৰ্বলতা আছে। তদুপৰি জগবন্ধুয়ে মৃত্যুৰ সময়ত কৈ গ'ল যে বীণা প্ৰিয়বন্ধুৰ ভাবী পত্নী। এনে অৱস্থাত বীণাৰ প্ৰতি হেমন্তৰ দুৰ্বলতা বেছিকৈ বাঢ়ি গ'ল।

বীণাৰ লগত প্ৰিয়বন্ধুৰ দেখা সাক্ষাৎ হৈ গৈছে। জগবন্ধুৰ আদেশত প্ৰিয়বন্ধুই আনুষ্ঠানিকভাৱে বীণাক বীণাহঁতৰ ঘৰত এবাৰ চাইছে; আৰু প্ৰিয়বন্ধুৰ বীণাক পছন্দও হৈছে; কিন্তু বীণাই নিজেই কৈছে যে তাই বি, এ পাছ কৰাৰ পাছতহে বিয়া সোমাব। প্ৰিয়বন্ধুক বীণাই প্ৰতিশ্ৰুতি দিছে যে প্ৰিয়বন্ধুই তেওঁৰ ভাবী পতি। বিদিনা হেমন্তৰ মেছত সাধনা আৰু বীণাক প্ৰিয়বন্ধুই দেখা পায়, হেমন্তই যদিও বীণাৰ পৰিচয় দিছিল—প্ৰিয়বন্ধুই তাৰ আগতে বীণাৰ পৰিচয় জানে আৰু নিজৰ ভাবী পত্নী বুলিয়েই জানে। বীণাৰ অনুৰোধ আছিল যে তেওঁলোকৰ ভবিষ্যৎ সম্পৰ্কৰ কথা যেন কোনোপ্ৰকাৰে প্ৰকাশ নাপায়। সেইবাবে বীণা আৰু প্ৰিয়বন্ধুৰ ভবিষ্যৎ বিবাহ সম্পৰ্কে কোনেও নাজানে।

বীণাক দেখিলে হেমন্তৰ মন উত্তাউল হৈ উঠে; কিন্তু মনৰ অস্থিৰতাৰ

কাৰণে কথা পাতিবৰ সাহ নকৰে। এইদৰে কেইবামাহো পাৰ হৈ গ'ল। বাসন্তী নিজেও নাহে; হেমন্তয়ো আনিবলৈ নাযায়। বীণাই আই-এ পাছ কৰিলে। বাসন্তীয়ে খবৰ পালে। বাসন্তীয়ে বীণাৰ বা সাধনাৰ চিঠিৰ উত্তৰ নিদিয়ে। ক্ৰমে ক্ৰমে বীণা আৰু সাধনা হেমন্তহঁতৰ তালৈ আহিবলৈ এৰিলে।

প্ৰিয়বন্ধুৰ বিষম সমস্যা হৈছে। বাসন্তী প্ৰিয়বন্ধুৰ পৈতৃক ঘৰ কোকৰাঝাৰত থাকে আৰু প্ৰিয়বন্ধু চাকৰিত লক্ষীপুৰত থাকে। হেমন্তই বাসন্তীক আনিবৰ কথা কোনো দিনেই নকয় আৰু বাসন্তীও নিজে আঁহো বুলি নকয়। স্বামী-স্ত্ৰীৰ ভিতৰৰ কথা লৈ প্ৰিয়বন্ধুই দুয়োৰো কাকো একো সুধিব নোৱাৰে অথচ ক্ষুজি পাইছে যে কিবা এটি বিশৃঙ্খলা ঘটিছে। প্ৰিয়বন্ধুই কিংকৰ্ত্তব্যবিমূঢ় হৈ এদিন হেমন্তৰ ঘৰত ওলালহি। হেমন্তৰ ঘৰত সোমাই দেখিলে যে হেমন্তই বীণাৰ এন্‌লাৰ্জ কৰা ফটো এখন লৈ তন্ময়ভাৱে চাই বহি আছে। হেমন্তই লাহে লাহে ফটোখন দেৰাজৰ ভিতৰত সুমাই থৈ দীঘলকৈ এটা হুমুনিয়াহ কাঢ়িলে।

প্ৰিয়বন্ধু চতুৰ লোক। ৺ জগবন্ধু বৰুৱাৰ ধৈৰ্য্য, বিবেচনা আৰু সুস্থিৰ স্বভাৱ প্ৰিয়বন্ধুৰ গাত আছে। বীণাৰ ফটো লৈ হেমন্তই হুমুনিয়াহ কাঢ়িছে আৰু তাৰ আগতে তন্ময়ভাৱে চাই আছিল—ইয়াৰপৰা প্ৰিয়বন্ধুৰ বুজিবলৈ বাকী নাথাকিল যে হেমন্ত বীণাৰ প্ৰেমত মুগ্ধ। হেমন্ত আৰু বাসন্তীৰ মনোমালিন্যৰ কাৰণ ইয়াকেই বুলি প্ৰিয়বন্ধুই ভাবি ল'লে। সি যি কি নহওক এই বিষয়ে এটা কিবা নিষ্পত্তি কৰি যাব লাগিব বুলি প্ৰিয়বন্ধু আহিছে। গতিকে হেমন্তক খোলাখুলিভাৱে বাসন্তীৰ কথা সুধিব লাগিব।

হেমন্তই ফটোখন দেৰাজৰ ভিতৰত সুমাই থৈ টেবুলৰ ওপৰত দুয়োখন বাহুৰ মাজত মূৰ থৈ বহি থাকিল। প্ৰিয়বন্ধুৰ উপস্থিতিৰ কথা কবই নোৱাৰিলে।

কিছুসময়ৰ পাছত হেমন্তই যেতিয়া মূৰ নোতোলায়েন দেখিলে প্ৰিয়বন্ধুই মাত লাগালে—"কি হে হেমন্ত! গা অসুখ নে কি? এনেকৈ দেখোন শুই আছা।"

হেমন্ত চক্‌খাই উঠিল। হেমন্ত যেন প্ৰিয়বন্ধুৰ ওচৰত দোষী—তেনেভাব প্ৰকাশ কৰি ক'লে—"নহয়, নহয়, বৰুৱা; মই ভাবি আছিলোঁ।"

প্ৰিয়বন্ধু বৰুৱাই ঠাট্টা কৰি ক'লে—"বীণা আৰু সাধনাৰ কথা ভাবি আছা নে কি?"

হেমন্ত যেন ধৰা পৰি গৈছে এনেভাৱে ক'লে—নহয়,—নহয়, বীণা আৰু সাধনা আজিকালি আমাৰ ঘৰলৈ নাহে।"

"সেয়ে হ'বলা বীণাৰ ফটো চাই হুমুনিয়াহ কাঢ়ি আছিলা?

হেমন্ত যে সম্পূৰ্ণ ধৰা পৰি গৈছে এই কথাটো হেমন্তই বুজিলে, কিন্তু একোকে নামাতি বহি থাকিল।

প্ৰিয়বন্ধুই ক'লে—বীণাৰ লগত তোমাৰ মিলনত বাসন্তী অন্তৰায় হৈছে নে কি?

এনে প্ৰশ্নত হেমন্ত বিৰক্ত হৈছে যদিও, হেমন্তৰ কবলৈ একো নাই; কাৰণ বাসন্তী আৰু হেমন্ত আজি কেইবামাহো একেলগে থকা নাই আৰু বীণাৰ ফটো হাতত লৈ থকা প্ৰিয়বন্ধুই দেখা পাইছে। গতিকে হেমন্ত নিৰুত্তৰ হৈ থাকিল।

প্ৰিয়বন্ধুই পুনঃ প্ৰশ্ন কৰিলে—"নহয় হেমন্ত, মোক এই প্ৰশ্নৰ উত্তৰ লাগে; কাৰণ এই প্ৰশ্নৰ উত্তৰৰ ওপৰতে মোৰ ভনীৰ ভৱিষ্যৎ জীৱন নিৰ্ভৰ কৰিছে।"

হেমন্ত ধৰা পৰি গৈছে। উত্তৰ দিবলৈ বাধ্য হ'ল "ককবা! বীণাৰ লগত মোৰ মিলন কেনেকৈ সম্ভৱ হ'ব? মই অৱশ্যে বীণাক ভাল পাওঁ; কিন্তু ককবা জানিব, এই কথা কোনেও নাজানে। বীণাইতো নাজানেই— বাসন্তীও নাজানে—আৰু জগতৰ কোনো প্ৰাণীয়েই নাজানে। বাসন্তী মোৰ পৰিণীতা পত্নী। বাসন্তীক মই ভাল পাবই লাগিব আৰু ভাল পাওঁ।"

"আপুনি অত্যন্ত আপোনাৰ জন। আপোনাক কোৱাত দোষ নাই। বাসন্তীৰ ওচৰত মই দোষী বুলি প্ৰমাণিত হৈছোঁ। বাসন্তীক মই ভাল ব্যৱহাৰ কৰা নাই, সেইবাবে বাসন্তী মোৰ পৰা আঁতৰত আছে। জীৱনত ভুলভ্ৰান্তি অনেক হয়, ককৱা দেব, কিন্তু এনে কিছুমান ভুল ঘটি যায় যে সি সামান্য ত্ৰুটী হ'লেও তাক সংশোধন কৰা বৰ টান হৈ পৰে। এদিনাখন মোৰ এটি সামান্য কাৰ্য্যৰদ্বাৰা বাসন্তীয়ে অপমান বোধ কৰিছে অথচ মোৰ ফালৰ পৰা সেই ঘটনা অপমান কৰিবৰ বোধেৰে কৰা হোৱা নাছিল—কৰা হৈছিল অভিমান প্ৰকাশ কৰিবৰ বোধেৰে। অভিমান অপমানত পৰিণত হ'ল। এই কথা কাকো বুজাবৰ সাধ্য নাই। মোক এই বিষয়ে বেছি কথা নুসুধিব, ককবা দেব।" বুলি হেমন্তই পুনঃ বাহুৰ মাজত টেবিলৰ ওপৰত মূৰ থৈ হুক্ হুক্ কৈ কান্দিবলৈ ধৰিলে।

কিছুসময়ৰ পাছত পুনঃ মূৰ তুলি ক'ব ধৰিলে—"ভুল নুবুজিব, ককবাদেব। বীণাক মই ভাল পাওঁ সঁচা; কিন্তু বীণাক মই পত্নীৰূপে পাব নোখোজোঁ; কাৰণ বীণা আপোনাৰ ভাবী পত্নী। আপোনাৰ পত্নীক আত্মীয়া হিচাপে মোৰ ভাল পাবৰ অধিকাৰ আছে, ভুল নবুজিব ককবাদেব। বীণাৰ গাত দোষ নাই। বীণা আপোনাৰ পত্নী হবৰ উপযুক্তা। মোৰ দোষৰবাবে—যদি বীণাক ভাল পোৱা আৰু বীণাৰ ফটো লুকাই লুকাই ভক্তিভাৱে চোৱা দোষ হয়—বীণাক শাস্তি নিদিব আৰু আপোনাৰ মৃত পিতৃৰ ইচ্ছা অপূৰ্ণ নাৰাখিব। আপুনি বীণাক পৰীক্ষা কৰি চাব পাৰে। বীণাই হয়তো মোক ঘৃণা কৰে; কাৰণ বাসন্তীৰ লগত মোৰ যি বৰ্ত্তমান বিচ্ছেদ এই বিচ্ছেদৰ কাৰণ অকল ময়েই বুলি সাধনা আৰু বীণাই ভাবে আৰু সেই অনুসাৰে সিহঁত দুয়ো মোক ঘৃণা কৰে। সিহঁতৰ দোষ

নাই।" বুলি কৈ হেমন্তই পুনৰ টেবিলৰ ওপৰত মূৰ থৈ কান্দিবলৈ ধৰিলে।

হেমন্ত ডাঠ মনৰ মানুহ। জীৱনত এনেদৰে এয়ে প্ৰথম কান্দিছে। আত্মীয়জনৰ ওচৰত কান্দিবলৈ সুযোগ পাইছে। মাকৰ ওচৰত নিজৰ স্ত্ৰীৰ কথা কৈ কান্দিবলৈ হেমন্ত অপাৰগ। প্ৰিয়বন্ধুত কৈ আপোনাৰজন হেমন্তৰ জগতত নাই।

প্ৰিয়বন্ধুই হেমন্তক ইমান অধীৰ হোৱা কেতিয়াও দেখা নাই। হেমন্তৰ মনত যে ইমান দুখ লুকাই আছে, প্ৰিয়বন্ধুই কোনোদিন ভবা নাছিল। হেমন্তৰ এই অধীৰ অৱস্থাৰ পৰা বুজিব পাৰিলে যে বাসন্তীও মনে মনে দুখৰ বোজা বৈ আছে। প্ৰিয়বন্ধু বৰ বিচলিত হ'ল।

প্ৰিয়বন্ধু বাসন্তীৰ দাদা আৰু বীণাৰ প্ৰণয়প্ৰাৰ্থী। হেমন্ত প্ৰিয়বন্ধুৰ নিজা ভগ্নীপতি। হেমন্তই যে কোনো কথা মিছাকৈ কোৱা নাই, প্ৰিয়বন্ধুই বুজি পাইছে। এতিয়া প্ৰিয়বন্ধুৰ কৰ্ত্তব্য কি? বাসন্তীক হেমন্তৰ ওচৰলৈ লৈ অহাই একমাত্ৰ কৰ্ত্তব্য বুলি স্থিৰ কৰিলে আৰু সিদিনাই হেমন্তৰ পৰা বিদায় লৈ প্ৰিয়বন্ধু ঘৰলৈ গ'ল।

দাদাকক অসময়ত অহা দেখি বাসন্তী আচৰিত হ'ল আৰু সুধিলে— "দাদা! এই অসময়ত কিয় আহিলা?"

"লাহেধীৰে জানিবি" বুলি প্ৰিয়বন্ধুই উত্তৰ দিলে—।

ৰাতি খোৱাবোৱা হৈ যোৱাৰ পাছত প্ৰিয়বন্ধুই বাসন্তীক ওচৰলৈ মাতি আনি লাহে লাহে প্ৰশ্ন কৰিলে—

"ক চোন, ভনিটী, তই ধুবুৰীলৈ কিয় যোৱা নাই?"

"দাদা! তুমি আজি এই কথা মোক কিয় সুধিছা?"

"মোৰ দৰকাৰ আছে ভনিটী? তোৰ দুখ মই সহিব নোৱাৰোঁ।"

"মোৰতো একো দুখ হোৱা নাই, দাদা।"

"দুখ আৰু কাক বোলে বাসন্তী। স্বামীৰ লগত যাৰ বিচ্ছেদ হয় তাৰ দুখৰ অন্ত আছে নে?"

"স্বামীৰ লগততো মোৰ বিচ্ছেদ হোৱা নাই, দাদা" বুলি কোৱাৰ লগে লগে বাসন্তীৰ চকুৰ পানী ওলাবলৈ ধৰিলে।

যাৰ য'ত দুখ থাকে, তাৰ সেই কোমল স্থানত সামান্য আঘাত দিলেই মানুহৰ মন বিচলিত হয়। যি কথা ইমান দিন বাসন্তীয়ে লুকাই ৰাখিছিল, সেই কথা দাদাৰ ওচৰত প্ৰকাশ হোৱামাত্ৰকে সকলো সংযম উটি গ'ল। বাসন্তীয়ে হুকু হুকু কৈ কান্দিবলৈ ধৰিলে। আপোনজনৰ ওচৰত স্নেহৰ কোমল স্পৰ্শ পোৱা মাত্ৰকে সকলো বান্ধ ছিঙি যায়। বাসন্তীয়ে আত্মসংযম কৰিব নোৱাৰিলে।

"নহয় বাসন্তি, তই কাইলৈ মোৰ লগত ধুবুৰীলৈ যাবই লাগিব।"

"সেইটো নহয়, দাদা। মই স্বামীসহবাসত, স্বামীৰ চিন্তাত কাল কটাব লাগিছোঁ। মোৰ বিচ্ছেদ নহয়। মোৰ মিলন হৈছে। মই পূৰ্ণমিলনৰ দিনলৈ বাট চাই আছোঁ; মোক বাধা নিদিবা দাদা।"

"তাৰ অৰ্থ?"

"তাৰ অৰ্থ স্বামীৰ লগত যি বিচ্ছেদ বুলি তুমি কৈছা, ভগবানৰ অনুগ্ৰহত সেয়ে মোৰ মিলন আৰু কাইলৈ ধুবুৰীলৈ গ'লে তোমালোকে মোৰ যি মিলন দেখিবা, সেয়ে মোৰ বিচ্ছেদ হ'ব। দাদা! মনে মনে যেতিয়া মিলন হয়, তাকেহে মিলন বোলে। আজি মই দেখাত স্বামীৰপৰা আঁতৰত আছো সঁচা, কিন্তু স্বামীচিন্তাত আৰু স্বামীৰ আৰাধনাত স্বামীৰ লগত মোৰ আত্মাৰ মিলন হৈছে। আজি সেই মিলনত বাধা দিবলৈ স্বামী মোৰ ওচৰত নাই। কাইলৈ যেতিয়া মুখামুখিকৈ উভয়ে একে ঘৰতে থাকিম আৰু স্বামীৰ লগত মোৰ মন নিমিলিব, তেতিয়াহে আমাৰ প্ৰকৃত বিচ্ছেদৰ দুখ আমি অনুভৱ কৰিম। মোৰ যদি স্বামীসেৱা অকৃত্ৰিম হয়, তেন্তে দাদা মোৰ স্বামীও নিশ্চয় মোৰ চিন্তাত দিন কটাব লাগিছে। সেয়ে প্ৰকৃত মিলন। মোৰ সেয়ে কাম্য। আত্মাৰ লগত আত্মাৰ যি মিলন, সেয়ে স্থায়ী মিলন। মই জ্যোতি দেখিছো, আমাৰ মিলনৰ পূৰ্ণতা পাবলৈ বেছি পলম নাই।"

প্ৰিয়বন্ধুই বুজি পালে সে বাসন্তীৰ স্বামী-চিন্তা অত্যন্ত গভীৰ। বাহ্যিক মিলনৰ আকাঙ্ক্ষিণী বাসন্তী নহয়।

সুধিলে—"তই নো স্বামীসেৱা কেনেকৈ কৰিছ? স্বামী থাকে ধুবুৰীত তই থাক কোকৰাঝাৰত; তহঁতৰ মিলন কেনেকৈ হয়?"

"আজি নহয় দাদা। অইন এদিন তোমাক এই কথা কম। আজি মোক ক্ষমা কৰা।" বুলি বাসন্তী গুচি গ'ল।

ইয়াৰ পাছত নানাৰকম সাধ্যসাধনা কৰিও প্ৰিয়বন্ধুই বাসন্তীক ধুবুৰীলৈ নিব নোৱাৰিলে। প্ৰিয়বন্ধু অকলে ধুবুৰীলৈ গ'ল। এই কথাটোৰ কিবা এটি মীমাংসা নিশ্চয় কৰিব লাগিব। মনে মনে ভাবিলে—বীণাৰ লগত এবাৰ দেখা কৰা যাওক। বীণাক চোৱাও হব আৰু হেমন্ত আৰু বাসন্তীৰ মনোমালিন্যৰ কিবা খবৰ পোৱাও যাব পাৰে। এই ভাবি প্ৰিয়বন্ধু বজত মজুমদাৰৰ ঘৰৰফালে গ'ল। মজুমদাৰে প্ৰিয়বন্ধুক দেখি ক'লে— "বোপা। আজি বহুত দিনৰ মূৰত কি ভাবি আহিলা?" প্ৰিয়বন্ধুই বেছি সময় খৰচ কৰিবৰ ইচ্ছা কৰা নাই; সেই বাবে বিনা ভূমিকাতে ক'লে—"মই এবাৰ বীণাক লগ পাব খোজো। বীণা ঘৰত আছেনে?"

"আছে। বীণা, বীণা মা" বুলি মজুমদাৰে মাতিলে।

"আহোঁ বাবা।" বুলি বীণাই উত্তৰ দিলে আৰু লগতে ওলাই আহিল। আহিয়েই প্ৰিয়বন্ধুক দেখি অলপ সঙ্কুচিত হ'ল। প্ৰিয়বন্ধুই ততালিকে ক'লে—"বীণা, মই তোমাক অলপৰ লগ পাব খুজিছোঁ। তোমাৰ সময় হব নে?"

বীণাই জানে যে প্ৰিয়বন্ধুই তেওঁৰ ভাবী স্বামী। বীণাই খোলাখুলি ভাবে মজুমদাৰৰ আগতে মত দিছে। কেৱল বি, এ পাছলৈকে প্ৰিয়বন্ধুক বাট চাবলৈ অনুৰোধ জনাইছে; কিন্তু হঠাতে প্ৰিয়বন্ধু আজি কিয় আহিল? বীণা অলপ আচৰিত হৈছে। প্ৰিয়বন্ধু আগেপাছে এনেদৰে কেতিয়াও অহা নাই।

"ভাগ্য বাৰু অলপপৰ বহক। একাপ চাহ কৰি আনোঁ।" বুলি কৈ বীণা ভিতৰলৈ গ'ল।

প্ৰিয়বন্ধুৰ মনত নানাভাব খেলাইছে। হেমন্ত বীণাত অনুৰক্ত হৈছে। আনফালে হেমন্তৰ লগত বাসন্তীৰ মনোবিবাদ চলিব লাগিছে। বীণাও যদি হেমন্তৰ প্ৰতি অনুৰক্তা হৈছে তেন্তে তাৰ মাজত প্ৰিয়বন্ধু কিয় থাকে? যদি হেমন্ত আৰু বীণাৰ বিয়া হৈ যায় তেতিয়া হয়তো বাসন্তীৰ কিছুপৰিমাণে শান্তিও হ'ব পাৰে; কাৰণ বাসন্তী বীণাৰ বন্ধু। তৃতীয় ব্যক্তিৰ সান্নিধ্যত হয়তো মনোবিবাদ আঁতৰি যাব পাৰে আৰু হেমন্তৰ মনত শান্তি আহিলে বাসন্তীৰ প্ৰতি স্বাভাবিক অনুৰাগ হোৱা সম্ভৱ—ইত্যাদি কথা চিন্তা কৰি বীণাৰ মনোভাব জানিবৰ ইচ্ছা কৰিছে। বীণা আৰু হেমন্তৰ যদি মত থাকে, মজুমদাৰৰ মত সোনকালে কৰাব পাৰিব, কাৰণ মজুমদাৰ ছোৱালীৰ মতৰ বিৰুদ্ধে কেতিয়াও নাযায়। প্ৰিয়বন্ধু অবিবাহিত ডেকা কিন্তু শিক্ষিত আৰু বহুদৰ্শী। দ্বিতীয়ৰাৰ বিবাহৰ পাছত পূৰ্ব্বৰ পত্নীৰ লগত সম্ভাব ঘূৰি অহা তেওঁ দেখিছে। তদুপৰি বাসন্তীৰ যেতিয়া কোনোদোষ নাই তেতিয়া বীণা আৰু হেমন্তই উভয়েই বাসন্তীৰ লগত মিলনৰ চেষ্টা কৰিব পাৰে। ভনীৰ দুখত দুখিত হৈ প্ৰিয়বন্ধুই এনেবোৰ কথা ভাবিছে। ভাবত তন্ময় হৈ থাকি মজুমদাৰৰ উপস্থিতি পাহৰিয়েই গ'ল। মজুমদাৰে প্ৰিয়বন্ধুৰ মুখৰ ফালে চাই বুজিলে যে প্ৰিয়বন্ধু কিবা সঙ্কটত পৰিছে আৰু ভাবি একো স্থিৰ কৰিবপৰা নাই। ভয় কৰিছে—যে জগবন্ধু বৰুৱা মৰি গৈছে। বীণাৰ লগত বিয়া ভাঙি যায় নে কি? হাকিম মানুহ! কতজনে উপযুক্তা ছোৱালী যাচিছে!

এক হাতত এক কাপ্ চাহ্ আৰু আন হাতত এক প্লেট লুচি মোহনভোগ লৈ বীণা ওলাই আহিল আৰু পাছে পাছে বীণাৰ ন বছৰীয়া ভনী বিণাই এক গিলাছ পানী লৈ আহিছে। বিণাৰ হাতৰপৰা পানীগিলাছ লৈ প্ৰিয়বন্ধুই তাইক কোলাৰ কাষলৈকে টানি আনি সুধিলে—"মোক চিনি পাইছা নে বিণা?" বিণাই জানে যে প্ৰিয়বন্ধু এদিন তাইৰ ভিনিহি হ'ব।

"পাইছোঁ" বুলি মিচিকি হাঁহি মাৰিলে।

প্ৰিয়বন্ধুৰ মন বৰ গধুৰ, আৰু স্বভাৱতেও প্ৰিয়বন্ধু কিছু গম্ভীৰ প্ৰকৃতিৰ। সেইবাবে বেছি কথা নাপাতি চাহ জলপান খাবলৈ ধৰিলে। ইতিমধ্যে মজুমদাৰ তাৰপৰা উঠি গ'ল আৰু যাওঁতে বিণাক মাতি লৈ গ'ল। মজুমদাৰে বুজি পাইছে যে বীণাৰ লগত প্ৰিয়বন্ধুৰ গোপন আলাপ আছে।

প্ৰিয়বন্ধুই বিনাভূমিকাৰে বীণাক সুধিলে—“বীণা! মোৰ সময় বৰ কম। পোনেপোনে এটা কথা সুধিম—উত্তৰ দিবানেকি? বাসন্তীৰ কি হৈছে তুমি জানা নে?”

বীণাই নখ খুটি খুটি ক'লে—“অলপ জানোঁ—কিন্তু সিহঁতৰ স্বামী-স্ত্ৰীৰ কথা সম্পূৰ্ণ নাজানোঁ।”

“কি জানা বীণা?”

“জানোঁ যে হেমন্ত আধুনিক জগতৰ প্ৰেমিক আৰু বাসন্তী প্ৰাচীন যুগৰ বোৱাৰী। উভয়ে উভয়ক ভাল পায় কিন্তু কোনেও কাকো প্ৰাণভৰি পোৱা নাই।”

আন সময়ত হ'লে বীণাই প্ৰিয়বন্ধুক ইমান সোনকালে এই কথাষাৰি নকলেঁহেঁতেন। নানা প্ৰকাৰ কথাৰ প্ৰসঙ্গ উলিয়াই ক্ৰমে ক্ৰমে কলেহেঁতেন; কিন্তু আজি প্ৰিয়বন্ধুই পৰামৰ্শ বিচাৰি আহিছে বুলি পোনপতীয়া কথাকেই কৈছে।

“ইয়াৰ বাবে দায়ী—হেমন্ত নে বাসন্তী?

“সেইটো মই কেনেকৈ কওঁ?”

“নহয়, তোমাৰ নিশ্চয় এটি কিবা ধাৰণা হৈছে।”

“আপুনি বাসন্তীৰ দাদাকওণে মই কোৱা নাই। মই বাসন্তীৰ বন্ধু বুলি কৈছোঁ—দায়ী উভয়েই। পুৰুষ মানুহৰ মনোভাৱ বুজি চলিব পাৰিলে এইবোৰ অৱস্থাৰ সৃষ্টি নহয়। বাসন্তীক হেমন্ত বৰুৱাই ভাল পায়। বাসন্তীয়ে এই ভালপোৱাৰ প্ৰতিদান দিব নোৱাৰাত নিজৰ ক্ষতি হৈছে। হেমন্ত বৰুৱাই বাসন্তীৰপৰা আধুনিক জগতৰ প্ৰেমনিবেদনৰ সকলো প্ৰকাৰ অভিনয় প্ৰত্যাশা কৰা ভুল হৈছে। বাসন্তীয়ে প্ৰেমনিবেদনৰ সুবিধা পোৱা নাই আৰু হেমন্ত বৰুৱাই বাসন্তীৰ গভীৰ প্ৰেমৰ পৰিচয় পোৱা নাই। ফলত দুয়োজনৰে ভিতৰত এটা প্ৰকাণ্ড ভ্ৰান্তি সোমাইছে। এই ভ্ৰান্তি দাম্পত্য জীৱনৰ পক্ষে মাৰাত্মক ব্যাধি।”

প্ৰিয়বন্ধুই অবিবাহিতা ছোৱালী এজনীৰ মুখত এনে এটি উত্তৰ পাই সঁচাকৈয়ে খুচি হ'ল, কিন্তু সমস্যাৰ সমাধান নাপাই নিতান্ত বিমোৰত পৰিল।

“এতিয়া কি কৰা যায় বীণা?”

কৰিবৰ একো নাই। কৰিবলৈ গ'লে হিতে বিপৰীত হয়। কালৰ গতিত হয়তো উভয়ে উভয়ৰ ভুল বুজি পাব। তেতিয়া মিলন হ'লেও হ'ব পাৰে।”

“আন এটি গোপনীয় কথা আছে, বীণা। জানোচা তুমি ভুল বুজা, মই ক'বলৈকো ভয় কৰিছোঁ।

“কি কওক।”

“তুমি যদি ভুল নুবুজা তেতিয়াহে কম; নহ'লে তুমি যদি মোক ভুল বুজা

আৰু পৰিষ্কাৰকৈ মোক কথাটো বুজাই নিদিয়া তেন্তে তোমাৰ আৰু মোৰ উভয়ৰে যথেষ্ট ক্ষতি হ'ব পাৰে।"

প্ৰিয়বন্ধু সাৱধান লোক। প্ৰেম আৰু বিবাহৰ ক্ষেত্ৰতো প্ৰিয়বন্ধু সাৱধান হৈছে। প্ৰিয়বন্ধুই বীণাক ভাল পায়; অত্যন্ত ভাল পায়। এই ভাল পোৱা অৱশ্যে নাটকীয় প্ৰেমোন্মাদনা নহয়। বিবাহিতা পত্নীক যেনেকৈ মানুহে বিবাহৰ গুণতে ভাল পায়, ঠিক তেনেকৈ বীণাৰ প্ৰতি প্ৰিয়বন্ধুৰ ভাল পোৱা গঢ়ি উঠিছে। আনুষ্ঠানিক বিবাহ নাই হোৱা সঁচা, কিন্তু উভয়ে উভয়ক বাক্‌দান কৰিছে, গতিকে প্ৰিয়বন্ধুই পত্নীহিচাপে বীণাক ভাল পাব ধৰিছে। এই ভাল পোৱা স্বামীৰ পত্নী-প্ৰেমত পৰিণত হৈছে। বীণাই ঠিক সেইদৰে প্ৰিয়বন্ধুক ভাল পাইছে নে নাই প্ৰিয়বন্ধুই নাজানে; কিন্তু বিবাহৰ মত পোৱা বাবে সন্দেহৰ কোনো কাৰণ ঘটা নাই।

আজি অৱস্থাবিশেষে প্ৰিয়বন্ধুই বীণাৰ ওচৰত অন্য প্ৰশ্নৰ অৱতাৰণা কৰিবলৈ বাধ্য হৈছে। তাৰবাবে প্ৰিয়বন্ধুই মনৰ লগত কিমান যুজিব লগা হৈছে সেইকথা আনে বুজিব নোৱাৰে। প্ৰিয়বন্ধুৰ ভাবীপত্নীক অন্যপুৰুষে ভাল পায় আৰু প্ৰিয়বন্ধুৱে আজি নিজ চকুৰে তাৰ প্ৰমাণ পাইছে। আন কোনো পুৰুষে সেইকথা লৈ বীণাৰ ওচৰত আহিলহেঁতেন নে নাহিলহেঁতেন ক'ব নোৱাৰি; কিন্তু প্ৰিয়বন্ধুই নিজৰ দাম্পত্য জীৱনৰ পথত কোনো কণ্টক ৰাখিব নোখোজে। হেমন্তই বীণাক পৰীক্ষা কৰি চাবলৈ কৈছে। পৰীক্ষা কৰা হওক বা নহওক এবাৰ সুধি চোৱাত দোষ কি? বীণাই কিজানি এই প্ৰশ্নত অপমানিতবোধ কৰে, সেই চিন্তা কৰি প্ৰিয়বন্ধুই সাৱধানে এই প্ৰশ্নৰ অৱতাৰণা কৰিব খুজিছে।

"কি কথা কওক।"

"হেমন্তই তোমাক ভাল পায়, এই কথা তুমি জানানে?" ক্ষন্তেকৰ কাৰণে বীণাৰ মুখ সেঁতা পৰি গ'ল। বীণাই বুজি পাইছে যে হেমন্ত বীণাৰ প্ৰতি আকৃষ্ট হৈছে আৰু সেইবাবে সাধনা আৰু বীণা হেমন্তৰ ঘৰলৈ যোৱা বন্ধ কৰিছে; কিন্তু এই কথা যেতিয়া প্ৰিয়বন্ধুই জানিছে তেওঁৰ ওচৰত লুকাবৰ আৱশ্যক নকৰে বুলি ভাবি বীণাই সঁচা কথা কোৱাকেই উচিত বুলি বিবেচনা কৰিলে।

"হয়, মই বুজি পাইছোঁ আৰু সেইবাবে আমি এতিয়া হেমন্ত বৰুৱাৰ ঘৰলৈ যোৱা বন্ধ কৰিছোঁ।"

"কিন্তু হেমন্তই তোমাক অত্যন্ত ভাল পায়। এনে অৱস্থাত তোমাৰ বা মোৰ কৰ্ত্তব্য কি?"

এই প্ৰশ্নত বীণা বিচলিতা আৰু অসন্তুষ্টা হৈছে। বীণাই ভাবিছে— প্ৰিয়বন্ধুই বীণাক পৰীক্ষা কৰি চাইছে নে কি? এনে এটি কথাৰে প্ৰিয়বন্ধুৰ লগত বীণাই আলোচনা কৰিবলৈ ভাল পোৱা নাই; কিন্তু উপায় নাই। পৰীক্ষা হ'লেও

এই পৰীক্ষাত উত্তীৰ্ণ হ'ব লাগিব। এইদৰে কথা ভাবি থাকি বীণাই প্ৰশ্নৰ উত্তৰ নিদিলে।

প্ৰিয়বন্ধুই বুজি পাইছে যে এনে প্ৰশ্ন কৰাত বীণা অসন্তুষ্টা হৈছে; কিন্তু উপায় নাই। বীণা আৰু হেমন্তৰ পৰস্পৰৰ মাজত অহা-যোৱা কথা-বতৰা আছে। উভয়ে যদি উভয়ৰ প্ৰতি আকৃষ্ট হৈছে, তেন্তে প্ৰিয়বন্ধু তাত বাধা হোৱা উচিত নহয়।

সেইবাবে প্ৰিয়বন্ধুই পুনৰায় ক'লে—"বীণা, মোক ভুল নুবুজিবা। মই স্পষ্টকৈ তোমাৰ ওচৰত মোৰ বিয়াৰ প্ৰস্তাৱ দিছোঁ আৰু মই তোমাৰ পাণিপ্ৰাৰ্থী; কিন্তু তোমাৰ আৰু হেমন্তৰ ভিতৰত পৰস্পৰ অহা-যোৱা কথা-বতৰা আছে। তোমালোকৰ যদি ভাৱৰ আদান-প্ৰদান হৈ থাকে, অৰ্থাৎ হেমন্তই তোমাক ভাল পায় এই কথা সঁচা আৰু তুমিও তাক স্বীকাৰ কৰিছা। আৰু তুমিও যদি কোনো প্ৰকাৰে হেমন্তৰ প্ৰতি আকৃষ্টা হৈছা, তেন্তে তেনেক্ষেত্ৰত মই বা মোৰ ভনী তোমালোকৰ পথৰ কণ্টক হ'ব নোখোজোঁ। এই কথা স্পষ্টকৈ সোধা বাবে বেজাৰ নাপাবা। বৰঞ্চ আমাৰ ভাই-ভনীৰ কৰ্তব্য হ'ব তোমালোকৰ মিলনত সহায় কৰা।" বীণা স্বভাৱতে সহজতেই উত্তেজিতা হয়। এই কথাত বীণা উত্তেজিতা হৈছে আৰু লজ্জিতাও হৈছে। প্ৰিয়বন্ধুৰ ওচৰত এই বিষয়লৈ কোনোদিন আলোচনা হ'ব পাৰে এনে কথা বীণাই ভবা নাছিল। এনেহে ভাগ্যৰ কথা যে নিজৰ ভাবী স্বামীৰ ওচৰত আন ব্যক্তিৰ অবৈধ প্ৰণয়ৰ চাপাই গাব লগা হৈছে। বীণা নাৰী। বীণাই প্ৰিয়বন্ধুৰ ওচৰত মনপ্ৰাণ ঢালি দিছে। স্বামী বুলি অন্তৰে অন্তৰে গ্ৰহণ কৰিছে। অপৰ কোনো পুৰুষ তাইৰ প্ৰণয়প্ৰাৰ্থী, এনে কথা নিজৰ স্বামীৰ লগত আলোচনা কৰিবলৈ অত্যন্ত বেয়া পাইছে। প্ৰিয়বন্ধুৰ প্ৰশ্নৰ সমুচিত জবাব দিব লাগিব, নহ'লে বীণাৰ ভৱিষ্যতত বিপদো হ'ব পাৰে।

সেইবাবে বীণাই উত্তেজিতভাৱে উত্তৰ কৰিলে—"ধৰি লওক হেমন্ত বৰুৱা নহৈ বাটৰ কোনো বাটৰুৱা মানুহে যদি কামনা লালসাৰ বশৱৰ্তী হৈ প্ৰেম নিবেদন কৰিবলৈ আহে—আমি সেই মানুহক সন্মান কৰিব লাগিব নে ঘৃণা কৰি খেদাই দিব লাগিব?"

প্ৰিয়বন্ধুই এই কথাৰ উত্তৰ সহজতে দিব নোৱাৰিলে। কিছুসময়ৰ পাছত ক'লে—"হেমন্তই তোমাৰ ওচৰত কোনো প্ৰেম নিবেদন কৰা নাই আৰু তুমি তেওঁক খেদাই দিবলৈ আৱশ্যক হোৱা নাই—এই কথা মই জানোঁ। তুমি উত্তেজিতা হৈছা। এই কথালৈ আৰু আমাৰ আলোচনা কৰিবৰ কোনো আৱশ্যক নাই; কিন্তু মোৰ আন এটি কথা আছে। শুনিবা নে?"

"নিশ্চয় শুনিম।"

"কথাটো হৈছে"—বুলি প্ৰিয়বন্ধুই শেষ কৰিব নোৱাৰিলে। সাধনা আহি উপস্থিত হ'ল।

সাধনাই ক'লে—"মোক ক্ষমা কৰিব, বৰুবাদেৱ—মই চোৰৰ নিচিনা অতি নীচভাৱে আপোনালোকৰ কথা শুনি আছিলোঁ। বাসন্তী আৰু বীণা মোৰ বন্ধু—ভনীৰ নিচিনা। বাসন্তীৰ জীৱন দুখৰ হৈছে। বীণাৰ জীৱন যাতে সুখৰ হয় সেয়ে মোৰ ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা। আপুনি বীণাক কিয় এনেবোৰ কথা সুধিছে? বীণাক সন্দেহ নকৰিব।"

প্ৰিয়বন্ধু বিপদত পৰিল। ক'লে—মই বীণাক সন্দেহ কৰা নাই। সন্দেহ কৰা নাই শুণে বীণাৰ ওচৰত মই আজি মোৰ প্ৰাৰ্থনা লৈ আহিছোঁ। সেই প্ৰাৰ্থনা পেছ্ কৰিব মই পাৰা নাই বা জানা নাই।"

"কি প্ৰাৰ্থনা বৰুবা," বুলি সাধনাই সুধিলে।

"প্ৰাৰ্থনা—বীণাৰ প্ৰতিশ্ৰুতি ভঙ্গ। বীণাই প্ৰতিশ্ৰুতি ভঙ্গ কৰিব লাগিব।

সাধনা আৰু বীণাৰ মুখ ছাঁইৰ নিচিনা শেঁতা পৰি গ'ল। প্ৰতিশ্ৰুতি ভঙ্গ কৰিব লাগিব মানে কি প্ৰিয়বন্ধুৰ লগত বীণাৰ বিয়া নহ'ব? প্ৰিয়বন্ধু কি আজি হেমন্তৰ ঘটক হৈ আহিছে? সাধনা বীণাৰ মুখৰ চেহেৰা পৰিবৰ্ত্তন হোৱা দেখি প্ৰিয়বন্ধু ভীত হ'ল। ক'লে তোমালোকক দুখ দিবলৈ মই অহা নাই।"

"নহয়, নহয়, বৰুবা আপোনাৰ কি কথা আপুনি কওক।"

"মোৰ কথা এই যে বীণাই বি, এ পাছ কৰাৰ আগতে অৰ্থাৎ অতি সোনকালে বিয়াত সন্মতি দিব লাগে।"

সাধনাই ভীতা হৈ সুধিলে "কাৰ লগত?"

এই প্ৰশ্নটো এতিয়া নুঠে, সাধনা! কাৰ লগত বিয়া হ'ব সেই কথাটো কেতিয়াবাই স্থিৰ হৈ আছে!

সাধনাৰ মুখত হাঁহি ফুটি উঠিল। বীণা কিছু চিন্তান্বিতা হ'ল; কিন্তু একোকে নক'লে।

প্ৰিয়বন্ধু চতুৰ লোক। বীণাৰ মনোভাৱ বুজি পালে। ক'লে—বীণা মোক "ভুল নুবুজিবা। তুমি যেতিয়া হেমন্তক কৃপাৰ বা উদাসীন চকুৰে চোৱা—মই তোমাক অবিবাহিতা থাকিবলৈ দিব নোখোজোঁ। হেমন্ত মোৰ আত্মীয়। হেমন্ত নীচ প্ৰকৃতিৰ লোক নহয়। তোমাৰ মোৰ সম্বন্ধ সোনকালে ঘটি উঠিলে হেমন্তৰ দৃষ্টি তোমাৰ প্ৰতি পৰিবৰ্ত্তিত হোৱা স্বাভাৱিক; কাৰণ তোমাৰ লগত হেমন্তৰ অন্য সম্বন্ধ গঢ়ি উঠিব। আনফালে বাসন্তীৰ প্ৰতি হেমন্তৰ ব্যৱহাৰৰ পৰিবৰ্ত্তন ঘটা সম্ভৱ হ'ব। আন-নহলেও বাসন্তীৰ কাৰণে চাই তুমি বিয়াত মান্তি হোৱা উচিত। এই বিয়াত হেমন্ত আৰু বাসন্তীৰ সহযোগ থাকিব আৰু উভয়ে সহকৰ্মী হিচাপে [illegible] কিজানি এই বিয়াৰ পাছত উভয়ৰ মিলন হয়েই।" সাধনা আৰু বীণাই কথা বুজি পালে।

বীণাই ক'লে—"আপুনি বাবাৰ লগত কথা কওক। বাবা মান্তি হ'লে মোৰ আপত্তি নাথাকিব"—বুলি বীণা ভিতৰলৈ সোমাই গ'ল।

বীণাৰ মাক নাই। বীণা মজুমদাৰৰ বৰ আদৰৰ ছোৱালী। সাধনাই মজুমদাৰক মাতি আনিলে। প্ৰিয়বন্ধুই মজুমদাৰৰ লগত কথা হ'ল আৰু বিয়াৰ দিন ধাৰ্য্য কৰিলে।

## (১৮)

বিয়াৰ দিন ওচৰ চাপিল। প্ৰিয়বন্ধুৰ অনুৰোধত হেমন্তও কোক্‌ৰাঝাৰলৈ আহি বাসন্তীৰ লগত লগ লাগিছে। হেমন্ত আৰু বাসন্তীৰ সকলো প্ৰকাৰ উদ্যোগত বিয়া সম্পন্ন হৈ গ'ল।

বিয়াৰ পাছত হেমন্ত পুনঃ ঘূৰি গ'ল। মাহেশ্বৰীও বিয়ালৈ আহিছিল; বিয়াৰ পাছত হেমন্তৰ লগতে পুনঃ ঘূৰি গ'ল। মাহেশ্বৰীৰ যাতে কোনো প্ৰকাৰ কষ্ট বা অসুবিধা নহয় তাৰ বাবে বাসন্তীয়ে যথাযোগ্য যত্ন লৈছে। হেমন্তৰ প্ৰতিও বাসন্তীয়ে যথেষ্ট মনোযোগ দিছে। বাসন্তীয়ে নিজ ইচ্ছাত স্বাধীনভাৱে সকলো কাম কৰিছে। মাহেশ্বৰী, হেমন্ত বা প্ৰিয়বন্ধুৰ কোনো পৰামৰ্শ বা আদেশৰ আৱশ্যক হোৱা নাই; নাইবা তেওঁলোকৰ কোনো বাধ্যবাধকতাত কাম কৰিব লগা হোৱা নাই। বাসন্তীৰ উৎসাহ, আনন্দ, কাৰ্যদক্ষতা আৰু অতিথিৰ প্ৰতি আদৰ-অভ্যৰ্থনাৰ আয়োজন দেখি তিনিও মুগ্ধ হৈছে। কঁহো কোনো ত্ৰুটী তেওঁলোকে দেখা নাই। হেমন্তই মুগ্ধ দৃষ্টিৰে লক্ষ্য কৰিছে। আজি বাসন্তীৰ নিৰ্দেশিত হেমন্ত বা মাহেশ্বৰীয়ে কাম কৰিছে।" মাহেশ্বৰীয়ে মনে মনে হুমুনিয়াহ্ পেলাইছে। এনেহেন বোৱাৰীক লৈ তেওঁ ঘৰ কৰিব পৰা নাই। কত যে কি দোষ হ'ল তেওঁ ভাবি নাপায়। বাসন্তীয়ে যে পুতেকক কিহত অসন্তুষ্ট কৰিলে তাকো বুজি নাপায়। হেমন্তৰ কৰ্তব্য হেমন্তই কৰিব। মাহেশ্বৰীয়ে আজিকালি একো নকয়। হেমন্তই যদি বাসন্তীক লৈ যাব নোৱাৰে, মাহেশ্বৰীৰ কৰৰ একো প্ৰয়োজন নাই।

ঘৰ-সংসাৰ সিহঁতৰ। সিহঁতে যদি ঘৰ-সংসাৰৰ ফালে দৃষ্টি নিদেয়ে, তেওঁ বুঢ়ীয়ে তালৈ দৃষ্টি দিলে কি হ'ব? ইত্যাদি কথা ভাবি মাহেশ্বৰী আজিকালি এইবোৰ কথাত নাথাকে। মাহেশ্বৰী যাবলৈ ওলোৱাত বাসন্তীয়ে আহি ভৰিত দীঘল দি পৰি সেৱা জনালে আৰু চকুলোৰে মাহেশ্বৰীৰ ভৰি তিয়াই দিলে। হেমন্তকো সেৱা কৰিলে। উভয়ে গুচি গ'ল।

প্ৰিয়বন্ধুই দূৰৈৰ পৰা চাই থাকিল। বীণা ঘৰত নাছিল। বীণা বিয়াৰ পাছদিনা আহিছিল আৰু তাৰ পাছদিনাই দেশৰ প্ৰথামতে বাপেকৰ ঘৰলৈ গুচি গৈছিল।

কিছুদিন পাছত বীণা আহিল। এদিনাখন বীণা আৰু বাসন্তীয়ে কথা পাতি আছে। প্ৰিয়বন্ধুই আহি সুধিলে—"বাসন্তি। তহঁতে কিহৰ মেল পাতিছ?"

তোমাৰ চাকৰিৰে মেল পাতিছোঁ দাদা। তুমিতো বীণাক—অ' নহয়—বৌ'টিক কাইলে লৈ যাবা। মই পুনঃ অকলে থাকিব লাগিব"।

"মই নাযাওঁ নহয় বাসন্তি! লক্ষীপুৰলৈ মই কেতিয়াও নাযাওঁ। মই তোৰ লগতে থাকিম।

"নহয় বীণা—তই যাবই লাগিব। দাদাৰ অকলে থকাত খোৱা-বোৱাত বৰ কষ্ট হ'ব নহয়। তই নহ'লে কেনেকৈ হ'ব?" বাসন্তীয়ে বীণাক বৌ বুলিব পৰা নাই। বীণায়ো বৌ বোলাত ভাল পোৱা নাই। দুয়োজনে দুয়োজনৰ নাম কাঢ়িয়ে কয়।

"তই যদি ধুবুৰীলৈ যাব, তেন্তে মই লক্ষীপুৰলৈ যাম।"

"সেইটো কেনেকৈ হ'ব বীণা। মোৰ যোৱা সম্ভৱ নহয়।

"কিয় সম্ভৱ নহয়, বাসন্তি।"

"তই জানি শুনি এইবোৰ কথা সোধা উচিত হৈছে নে বীণা।" বুলি বাসন্তীয়ে কথমপি চকুৰ পানী বন্ধ কৰিলে।

বীণাই বুজিলে—যে বাসন্তীয়ে হেমন্তৰ কথা কাৰো লগত আলোচনা কৰিবলৈ ভাল নাপায়।

বীণা আৰু প্ৰিয়বন্ধু লক্ষীপুৰলৈ নগৈ ধুবুৰীলৈ আহি হেমন্তৰ ঘৰত উঠিল। মাহেশ্বৰীয়ে বীণা আৰু প্ৰিয়বন্ধুক সাদৰে অভ্যৰ্থনা কৰিলে; কিন্তু হেমন্ত বা মাহেশ্বৰীয়ে বাসন্তীৰ বিষয়ে কোনো কথা নুসুধিলে। মাহেশ্বৰী নিজৰ কামলৈ গুচি গ'ল।

"তোমাৰ আৰু বি, এ পাছ কৰা নহ'ল বীণা। বিয়া হে পাছ কৰিলা" বুলি হেমন্তই সুধিলে।

"বি, এ পাছ কৰিলেহে বিয়া পাছ কৰিব পাৰিলোঁহেঁতেন মিঃ বৰুৱা। বিয়া আগহে হ'ল।"

"হওঁতে হয়; পিছে তুমি এতিয়াও বি, এ পাছ কৰা উচিত।

"উচিততো জগতত বহুত কথাই; কিন্তু উচিত কথাবোৰ হে ঘটি নুঠে। যিবোৰ অনুচিত কথা সেইবোৰহে ঘটি উঠে।"

"সেইটো কিয় হ্ব, বীণা?"

"কিয় নহয়, বৰুৱাদেৱ? এই ধৰক আপুনি আৰু বাসন্তী এইদৰে থকা উচিত হৈছে নে?"

"উচিত হোৱা নাই—সেইটো কেনেকৈ জানিলা বীণা?"

"উচিত হোৱা বুলি আপুনি কব পাৰেনে বৰুৱাদেৱ?"

"নিশ্চয় পাৰোঁ" বুলি হেমন্তই কলে।

প্ৰিয়বন্ধু আৰু বীণা উভয়েই আচৰিত হ'ল। বাসন্তীয়ো কয় এইদৰে থকা উচিত হৈছে, আকৌ হেমন্তয়ো কয় যে এইদৰে থকাটোৱেই উচিত হৈছে।

"একমাত্ৰ এই কথাতেই এওঁলোকৰ দুয়োৰো সম্পূৰ্ণ মিলা দেখা গৈছে" বুলি প্ৰিয়বন্ধুই হুমুনিয়াহ্ কাঢ়ি ক'লে।

"নহয়, বৰুৱাদেৱ! আপোনালোক দুয়ো আত্মপ্ৰৱঞ্চনা কৰিছে।"

"তুমি সেইটো বুজা নাই, বীণা। বিশেষকৈ এই সময়ত তোমালোকে এই কথা বুজি নোপোৱা" বুলি হেমন্তই বীণা আৰু প্ৰিয়বন্ধুৰ নতুন মিলনৰ কথা ইঙ্গিত কৰিলে।

বীণাই অলপ লাজ পালে। প্ৰিয়বন্ধুয়ো একো নামাতিলে। বীণা আৰু প্ৰিয়বন্ধু যি ভাৱত হেমন্তৰ ওচৰলৈ আহিছিল তাৰ কোনো উপায় নেদেখি দুয়ো লক্ষীপুৰলৈ গুচি গ'ল।

## (১৯)

বহুত দিন পাছৰ কথা। মাহেশ্বৰীৰ বেমাৰ হ'ল। হেমন্ত বৰ বিপদত পৰিল। মাহেশ্বৰীৰ বাঁচিবৰ আশা নাই। মাহেশ্বৰীয়ে বাসন্তীক চাবৰ মন কৰিলে। হেমন্তই খবৰ দিলে। বাসন্তী আহিল। মাহেশ্বৰীয়ে হেমন্ত আৰু বাসন্তী দুয়োৰো মুখৰ ফালে চালে আৰু লাহে লাহে চকু মুদিলে। মাহেশ্বৰীৰ জীৱনলীলা শেষ হ'ল। কাজ কৰ্ম গ'ল। তাৰ পাছতো প্ৰায় এমাহ মান গ'ল। বাসন্তীয়ে হেমন্তক এৰি যাবলৈ প্ৰস্তাৱ কৰিব পৰা নাই। হেমন্তই বাসন্তীক নিয়মিত কাজ-কৰ্ম কৰি থকা দেখি পুনৰায় যাবৰ মন আছে বুলি ভবা নাই। বাসন্তী কিন্তু মনে মনে যাওঁ যাওঁ কৈ আছে।

এনেতে এদিন সাধনা আহি ওলাল। "কি কৰিছ বাসন্তি!" বুলি সাধনা ঘৰৰ ভিতৰলৈ সোমাই গ'ল। তেতিয়া হেমন্ত ঘৰত নাছিল। অফিচলৈ গৈছিল।

বাসন্তীয়ে সাধনা অহা দেখি বৰ ভাল পালে। "আজি অসময়ত বিনা সাধনাতে সাধনাদেৱীৰ আবিৰ্ভাব হ'ল। ই বৰ সৌভাগ্যৰ কথা" বুলি বাসন্তীয়ে ক'লে।

"বসন্তকালত বাসন্তীদেৱীয়ে বসন্তদেৱৰ কি অভ্যাৰ্থনা জনাইছে তাকে চাম বুলি আহিলোঁ। বাসন্তী যেতিয়া বসন্তদেৱৰ ওচৰত থাকে, তেতিয়া সাধনাৰ আৱশ্যক নাই নহয়! সাধনা উপযাচি আহিব লাগিব।"

"তই এইবোৰ কি-কথা কৈছ সাধনা বাইদেউ; মই একো বুজি পোৱা নাই" বুলি বাসন্তীয়ে ক'লে।

নুবুজিবিতো, এতিয়া তহঁতৰ নতুন জীৱন আৰম্ভ হৈছে নহয়! তহঁতে এতিয়া কাব্য জগতত বাস কৰি থকা বাবে আমিও কৰিব ভাষাত কথা কবলৈ চেষ্টা কৰিছিলোঁ। সিহে কিয় যে নুবুজিলি মই বুজা নাই।"

"আমাৰ নতুন জীৱন কি সাধনা বাইদেউ?"

"বিৰহৰ পাছত মিলন—সি বৰ মধুৰ হয়—নহয় নে?"

"মিলন হোৱা নাই, বাইদেউ। জীৱন আৰু বেছি দুঃসহ হৈ উঠিছে।"

"কিয় কি হৈছে, বাসন্তি?"

"মোৰ মহা বিপদ হৈছে। মই এতিয়া ইয়াৰ পৰা যাবও নোৱাৰোঁ আৰু চকুৰ আগতে এখেতৰ এনে বিলৈ সহি থাকিবও নোৱাৰোঁ"

"কি বিলৈ?"

"কি কম, বাইদেউ—আজিকালি এখেতে মদ খাব ধৰিছে।

আজিকালি হেমন্তই অফিচৰপৰা ওলাই গৈয়ে মদৰ ভাটিখানাত সোমায় আৰু একান্তমনে মদ খাই গধূলি আহি ঘৰত সোমায়।

মদৰ নিচাত কেতিয়াবা কয়—"বাসন্তি! প্ৰাণৰ বাসন্তি: মোক তুমি ভুল বুজিলা বাসন্তি!"

আকৌ কেতিয়াবা কয়—"বীণা! মই তোমাক ভাল পাইছিলোঁ সঁচা; কিন্তু মইতো কেতিয়াও তোমাৰ ওচৰত মোৰ প্ৰেম নিবেদন কৰা নাই। তোমাৰ মৰ্যাদাৰ হানি হয় এনে কথা কেতিয়াও কোৱা নাই। মইতো বাসন্তীৰ প্ৰতি কোনো বিশ্বাসঘাতকতা কৰা নাই।"

আকৌ কেতিয়াবা কয়—"সাধনা! সাধনা কুমাৰী হৈয়েই থাকিল। কেতিয়াবা ভাবোঁ সাধনাই মোক ভাল পায় আৰু সেই বাবে অবিবাহিতা হৈ থাকিল। কেতিয়াবা ভাবোঁ সাধনাৰ কুমাৰী হৈ থকা উচিত হোৱা নাই। মোক যদি ভাল পায় সেইটো সাধনাৰ অন্যায় হৈছে। বিবাহিত লোক এজনক ভাল পাই নিজৰ জীৱনত অশান্তি অনা সাধনাৰ উচিত হোৱা নাই। মইতো সাধনাক প্ৰেমিকৰ চকুৰে কোনোদিনে চোৱা নাই।"

এইবোৰ কথা বাসন্তীয়ে নাজানিছিল। মদৰ নিচাত বিবোৰ প্ৰলাপ হেমন্তই বকে তাৰপৰা বাসন্তীয়ে জানিছে।

বাসন্তীয়ে এইবোৰ কথা সাধনাৰ ওচৰত কেনেকৈ কয়? কিন্তু সাধনাই যে ইমান দিনে বিয়া কৰোৱা নাই, আৰু বীণাৰ বিয়াৰ পাছৰপৰাই যে হেমন্তই মদ খোৱা আৰম্ভ কৰিছে এইবোৰ কথাৰ পৰা বাসন্তীয়ে বহুতো কিছু কথা মনে মনে ভাবে।

হেমন্তই মদ খায় বুলি শুনি সাধনাই বৰ দুখ পালে। সাধনা বহুত দিন হেমন্তহঁতৰ ঘৰলৈ অহা নাছিল। তাৰ কাৰণ সাধনাৰ অন্তৰত লুকাই আছিল। কোনেও তাৰ সন্ধেদ নাপাইছিল।

সাধনাৰ বাসন্তীৰ লগত হেমন্ত সম্পৰ্কে অনেক কিছু কথা হ'ল। বাসন্তী যে হেমন্তৰ দুখত ম্ৰিয়মানা হৈ গৈছে সেই বিষয়ে সাধনাৰ অলপো সন্দেহ নাই।

ক'লে—"বাসন্তি। মই তোক কেতিয়াবাই সাৱধান কৰি দিছিলোঁ। তই মোৰ কথা শুনা নাই।"

"মই কি কৰিম বাইদেউ! মোৰ প্ৰতি যি ব্যৱহাৰ কৰিছে মই তোক কেনেকৈ বুজাম? মই তেখেতৰ আদৰ্শৰ উপযুক্তা হ'ব নোৱাৰিলোঁ—সেয়ে মোৰ দোষ। মই মনেপ্ৰাণে ভাল পাব পাৰোঁ—দেহেকেহে সেৱা কৰিব পাৰোঁ; কিন্তু বাইদেউ! মোৰ প্ৰেম বা সেৱাত সন্তুষ্ট নহ'লে মই কি কৰিব পাৰোঁ? মোৰ দোষৰ মাত্ৰা তিলে তিলে পৰ্বত সমান হৈ আজি দুৰ্দশাৰ চৰম সীমা পাইছে গৈ। এতিয়াতো কোনো উপায় নাই। আৰু এটা কথা সোধোঁ বাইদেউ।"

"তেখেতে বীণা ভাল পাইছিল—বীণাক বিয়া নকৰাই মোক কিয় বিয়া কৰালে?"

"সেইটো মই কেনেকৈ কম—বাসন্তি? মই জানো বীণাই হেমন্ত বৰুৱাক কেতিয়াও প্ৰেমিকা হিচাপে ভাল পোৱা নাছিল। তোৰ স্বামী হিচাপে বীণাই তেওঁক ভাল পাইছিল। বীণাক তই কেতিয়াও দোষ নিদিবি। তোৰ মন এই বিষয়ে অপবিত্ৰ নকৰিবি, বাসন্তি।"

সাধনাই ভাবিছিল যে বাসন্তীয়ে এই খবৰ নাজানে। যেতিয়া বুজিলে যে বাসন্তীয়ে এই কথাটো জানে, তেতিয়া সাধনাৰ চিন্তা হ'ল কেনেকৈ বাসন্তীয়ে বীণাক ভুল নুবুজে।

ক'লে—"হেমন্ত বৰুৱাই যেতিয়া তোৰ প্ৰতি খুচি হ'ব নোৱাৰিলে—তেতিয়া বীণাৰ সান্নিধ্যত বীণাৰ প্ৰতি প্ৰেমভাব ওপজা অস্বাভাৱিক নহয়, আৰু সেইবাবে আমি বৰুৱাৰ পৰা আঁতৰত থাকিবলৈ যত্ন কৰিছিলোঁ। আনকি বৰুৱাক আমি বেয়া পোৱা ভাবো দেখুৱাইছিলোঁ; কিন্তু এটা কথা জানিবি বাসন্তি! বৰুৱাই কেতিয়াও অভদ্ৰোচিত ব্যৱহাৰ কৰা নাই বা তেনে কোনো কথা বীণাক কোৱা নাই। আনকি তেওঁ যে বীণাক ভাল পায়, এই কথাও কোনোপ্ৰকাৰে প্ৰকাশ কৰা নাই। আমি তেওঁৰ অন্তৰৰ ভাব বুজি পাইছিলোঁ—তেওঁৰ চকুৰ আৰু মুখৰ ভাব পৰিবৰ্তনত। এই বিষয়ে বৰুৱা অত্যন্ত সাৱধানে আছিল; কিন্তু বৰুৱা প্ৰেমিক। প্ৰেমিকৰ চকু মুখত প্ৰেমৰ ভাব ফুটি ওলাইছিল। তাৰবাবে তেওঁক দোষী কিয় কৰিছ, বাসন্তী?"

"মই দোষী কৰা নাই—সাধনা বাইদেউ। মই কথাটো বুজিবহে খুজিছোঁ। বীণাৰ বিয়া হঠাতে কিয় হ'ল বাইদেউ!"

"সেইটো কথা ঠিক নাজানো বুলি ক'লে অন্যায় কোৱা হ'ব। বীণাৰ কুমাৰী অৱস্থা গুচাই বিবাহিতা অৱস্থাত হেমন্ত বৰুৱাৰ চকুৰ আগত থিয় কৰাই তাৰ উদ্দেশ্য আছিল। তোৰ স্বামীয়ে আবিষ্কাৰ কৰিছিল যে হেমন্ত বৰুৱা বীণাত অনুৰক্ত আৰু সেই বাবেই তোৰ প্ৰতি বিৰক্ত বুলি তেওঁ ধাৰণা কৰিছিল।

সেইবাবে পলম নকৰি সোনকালে তেওঁলোকৰ বিয়াৰ বন্দবস্ত কৰিলে। এতিয়া দেখা গৈছে— এই ঘটনাই আন এটি বিপদ টানি আনিছে। ভ্ৰান্তি আৰু নৈৰাশ্যই মানুহৰ জীৱন অসাৰ্থক কৰি তোলে।” কৈ থাকোঁতে থাকোঁতে সাধনাৰ চকুৰ পানী ওলাল। সাধনাৰ এই দুৰ্বলতা আজি প্ৰকাশ পালে। সাধনাৰ কথা শুনি থাকোঁতে থাকোঁতে বাসন্তীৰো চকুৰ পানী ওলাই আহিল। উভয়ে উভয়ৰ কোলাত মুখ লুকালে।

কিছু সময়ৰ পাছত উভয়ে কিছু প্ৰকৃতিস্থ হ'ল। তাৰ পাছত বাসন্তীয়ে সাধনাক সুধিলে—“বাইদেউ! মোৰ মনত আজি নানা কথা উদয় হৈছে। মই বৰ অভাগিনী। মই সময় মতে কোনো পক্ষতে সাৱধান হব নোৱাৰিলোঁ। মই তেখেতৰ জীৱনত অসাৰ্থকতা আনি দিছোঁ। এতিয়া আৰু মোৰ দ্বাৰা সেই ভুল সংশোধনৰ উপায় নাই। একমাত্ৰ উপায় আছে তোৰ হাতত বাইদেউ।”

“মোৰ হাতত কেনেকৈ বাসন্তি?”

“আছে বাইদেউ! তোৰ হাতত উপায় আছে। খং নকৰ যদি কব পাৰোঁ। অভয় দে বাইদেউ!”

“অভয় দিছোঁ—বাসন্তি! মোৰ দ্বাৰা যি কৰিব পৰা যায় মই কৰিম।”

“ঠিক বাইদেউ? ঠিক নে? ক'”

“ঠিক বাসন্তি! ঠিক। মোৰপৰা যদি তোৰ বা বৰুৱাৰ কিবা উপকাৰ হয় মই কৰিম।”

“তেন্তে বাইদেউ! তেন্তে”—বাসন্তীয়ে ক'ব নোৱাৰি ৎক্ ৎকৈ কান্দি পেলালে।

“ক' বাসন্তি! ইয়াত কান্দিব লগা কি আছে?”

“বাইদেউ! তই তেওঁক উদ্ধাৰ কৰ বাইদেউ।”

“মই কেনেকৈ উদ্ধাৰ কৰিম, বাসন্তি?”

তই পাৰিবি বাইদেউ! মই নোৱাৰিলোঁ—তই পাৰিবি।

সাধনাৰ মন উন্ধাউল হৈ উঠিল। বাসন্তীয়ে কি কয়? সাধনাৰ ভয় হ'ল—তেন্তে বাসন্তীয়ে সাধনাৰ অন্তৰতম প্ৰদেশৰ খবৰ পাইছে। তথাপি সুধিলে—“মই কেনেকৈ উদ্ধাৰ কৰিম, বাসন্তি। তই কি কব লাগিছ।”

“বাইদেউ! তই মোৰ শৰীৰত বহ্। তোৰ অন্তৰ বিচাৰি চা— তোৰ এই কুমাৰী অৱস্থা কিহৰ বাবে। মই বুজি পাইছোঁ, বাইদেউ। মই বৰ অভাগিনী। মই তহঁতৰ জীৱন পথত কণ্টক হৈছোঁ। মোক ক্ষমা কৰ্ বাইদেউ।”

সাধনা অবাক্ হ'ল। সাধনাই কোনো কথা ক'ব নোৱাৰিলে।

কিছু সময়ৰ পাছত বাসন্তীয়ে পুনঃ কলে—“ক' বাইদেউ! তোৰ জীৱনটোৰোতো এটা মূল্য আছে। তোৰ নিজৰ প্ৰতিও কৰ্তব্য আছে। মই কেতিয়া

বাইদেউ—তই আগবাঢ়ি আহ্। মোৰ শক্তি নাই, যে মই এতিয়া আৰু এই বিপদৰপৰা তেখেতক উদ্ধাৰ কৰোঁ।”

সাধনা এনে এটি অৱস্থাৰ বাবে আজি সাজু হৈ অহা নাছিল। গতিকে যদিও প্ৰথমতে অলপ বিবুদ্ধি হোৱা যেন হৈছিল, কিন্তু সময়ৰ পাছত প্ৰকৃতিস্থা হ’ল আৰু ক’লে—“বাসন্তি! তই এইবোৰ কি কথা কৈছ? তোৰ কৰ্ত্তব্য তই নিজে কৰিব লাগিব। তোৰ এই কৰ্ত্তব্যত আন কোনো মানুহে সহায় কৰিব নোৱাৰে। তই স্ত্ৰী। তোৰ স্বামীক উদ্ধাৰ কৰিবৰ ভাৰ অকল তোৰ। কিছু কঠোৰ ভাৱে সাধনাই ক’লে।

বাসন্তীয়ে প্ৰাণত আঘাত পালে। কিংকৰ্ত্তব্যবিমূঢ়া হ’ল। বাসন্তীয়ে এই কঠোৰতাৰ মাজত নিজৰ দুৰ্বলতা বুজি পালে। স্ত্ৰী হৈ স্বামীক আনৰ হাতত তুলি দিবলৈ ইচ্ছা প্ৰকাশ কৰিছে। সঁচাকৈয়ে ই বৰ লাজৰ কথা; কিন্তু বাসন্তীৰ অন্তৰৰ খবৰ কোনে পাব? আজি বাসন্তীৰ ওচৰত হেমন্তৰ স্থূলদেহৰ মূল্যত কৈ হেমন্তৰ ছবি, হেমন্তৰ অন্তৰ আত্মাৰ মূল্য বেছি। বাসন্তীয়ে হেমন্তৰ ছবি পূজা কৰে। হেমন্তৰ আত্মাৰ লগত নিজৰ আত্মাৰ মিলনৰ বাবে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰে। সাংসাৰিক জীৱনত বাসন্তীয়ে স্বামীক শান্তি দিব নোৱাৰিলে। স্বামীৰ মুখত বাসন্তীয়ে শুনিছে যে সাধনাই হেমন্ত বৰুৱাক ভাল পায়। স্বামীয়ে সাধনাক বিয়া কৰালে স্বামীৰ সাংসাৰিক সুখ হ’ব— এয়ে বাসন্তীৰ আশা। স্বামী-সাধনাত সাধনা সহায় হয়। বাসন্তীয়ে একান্তমনে স্বামীসেৱা কৰি স্বামীৰ শ্ৰীপাদপদ্মত ভক্তিপুষ্প আৰু প্ৰেমাশ্ৰুৰ অৰ্ঘ্য প্ৰদান কৰিব পাঁৰে। বাসন্তীৰ কামনা একান্তমনে স্বামীসেৱা কৰা। স্বামীৰ সোহাগ পাবলৈ, স্বামীৰ অঙ্কশায়িনী হ’বলৈ বাসন্তীয়ে কামনা নকৰে।

সাধনা বাসন্তীৰ সখী। সাধনা বাসন্তীৰ আৰু স্বামীৰ শুভাকাঙ্ক্ষিণী; আৰৌ সাধনা স্বামীৰ প্ৰতি অনুৰক্তা। আজি এই দুৰ্দ্দৈৱৰ দিনত সাধনা নিশ্চয় সহায় হ’ব পাৰে; কিন্তু সাধনাৰ কঠোৰ কথাৰ পাছত বাসন্তীয়ে একো ক’ব নোৱাৰিলে; কেৱল চকুৰ লোতকেৰে সাধনাৰ কোলা তিয়াই দিলে।

“বাসন্তি! মই যাও”—বুলি সাধনা হঠাতে গুচি গ’ল।

বাসন্তীয়ে একোকে ক’ব নোৱাৰিলে। জঠৰ হৈ বহি ভাবিব ধৰিলে। বাসন্তীয়ে ভুল কৰিলে নে কি? সাধনাক এইদৰে কোৱা উচিত নাছিল নে কি?

“বাসন্তি। বাসন্তি!!” বুলি আজি সোনকালে হেমন্ত অফিচৰ পৰা আহিল।

“মোৰ বৰ জ্বৰ উঠিছে” বুলি হেমন্তই লৰালৰিকৈ ওচৰতে থকা ছোফাখনত বহিল। বাসন্তীয়ে হেমন্তৰ গাত হাত দি চালে যে সঁচাকৈয়ে বৰকৈ জ্বৰ উঠিছে। বাসন্তীয়ে ততাতৈয়াকৈ গৰম পানী আনি স্বামীৰ ভৰি দুখন ধুৱাই দিলে আৰু লাহে লাহে কাপোৰ সলাবলৈ দি বিছনাত শুবলৈ ক’লে। এতিয়া বাসন্তীয়ে কি কৰে? যদি স্বামীৰ নৰিয়া টান হয়, বাসন্তীয়ে অকলে কি কৰিব।

হেমন্তয়ো ভাবিছে—যদি তেওঁৰ নৰিয়া টান হয়, বাসন্তীয়ে অকলে কি কৰিব?

হেমন্তয়ো ভাবিছে—যদি তেওঁৰ নৰিয়া টান হয়, বাসন্তীয়ে অকলে কি কৰিব? বীণাক খবৰ দিবলৈ হেমন্তৰ অন্তৰত দ্বিধা আৰু ভয় সোমাইছে। হেমন্তই বুজি পাইছে যে এইবাৰৰ নৰিয়া সহজ নহব; কাৰণ আজি কেইবা দিনৰপৰা তেওঁৰ জ্বৰ, প্ৰকাশ হে কৰা নাছিল। এতিয়া অন্তৰখন যে পুৰি মাৰিব লাগিছে, পেটত বেদনা হৈছে; আৰু গাটো বৰকৈ জ্বালা কৰিছে। সাধনাক খবৰ দিবলৈকো হেমন্তই ভয় কৰিছে। সাধনাৰ মনৰ ভাব হেমন্তই বুজি পাইছে। গতিকে সাধনাক মাতি আনিলে হয়তো বাসন্তীৰ আগত সাধনাৰ দুৰ্বলতা প্ৰকাশ পাই যাব।

এইদৰে দুই দিন গ'ল। হেমন্তৰ জ্বৰ নকমিল। ক্ৰমে উপসৰ্গ বাঢ়িহে যাব লাগিছে। পেট বিষায় আৰু প্ৰলাপ বকে।

বাসন্তীয়ে সুধিলে—"কি কৰা যায়? বীণাক খবৰ দিওঁনে?"

হেমন্তই ক'লে—"বৰুৱা বৰ জৰুৰী কামত ব্যস্ত আছে বুলি সিদিনা এখন চিঠি দিছিল। এই সময়ত বীণাক খবৰ দিয়া উচিত নহ'ব।"

"তেন্তে সাধনা বাইদেউক খবৰ দিওঁ।"

"দিয়া" বুলি হেমন্তই উত্তৰ দিলে।

ডাক্তৰৰ মুখত সাধনাই শুনিলে যে হেমন্তৰ টাইফয়েড হৈছে। সাধনা লৰি আহিল। বাসন্তী খবৰ দিওঁ বুলি চাকৰটোক মাতিবলৈ বাওঁতে দেখিলে যে সাধনা নিজেই আহিছে।

"কি বাসন্তি! বৰুৱাৰ হেনো টাইফয়েড্ জ্বৰ।"

"হয় বাইদেউ! এতিয়া কি কৰা যায়?"

সাধনাই "একো নহয়" বুলি বাসন্তীক সান্ত্বনা দি হেমন্তৰ ওচৰলৈ গ'ল আৰু গাত হাত দি ক'লে—"বৰুৱা! একো ভয় নাই। সোনকালে ভাল হ'ব," বুলি সাধনা কাষতে বহিল। সাধনাই ইতিমধ্যে বি, এ পাছ কৰি নাৰ্ছিং শিক্ষা কৰিছিল। সাধনাৰ সান্ত্বনা বাক্যত হেমন্তই শান্তি পালে আৰু বাসন্তীৰ উদ্বিগ্নতা আৰু চিন্তাৰ ভাব দেখি মনে মনে প্ৰেমৰ স্নিগ্ধ মধুৰতা অনুভৱ কৰিলে।

এইদৰে একদিন দুদিন কৈ যমে মানুহ টনাটনি কৰাৰ বিয়াল্লিছ দিনৰ মূৰত হেমন্তৰ জ্বৰ এৰিলে। তিনি-চাৰি দিনৰ পাছত প্ৰিয়বন্ধু আৰু বীণাও আহি শুশ্ৰূষাত যোগ দিছে।

ক্ৰমে ক্ৰমে আৰু সাত দিন যোৱাৰ পাছত ডাক্তৰৰ পৰামৰ্শমতে অন্নপথ্য দিলে আৰু অন্নপথ্য দিয়াৰ দুই দিন পাছতে সাধনা গুচি গ'ল। কৈ গ'ল, "ভয় নাই বাসন্তি! মই নিতৌ আহিম।

বীণা আৰু প্ৰিয়বন্ধু হেমন্তৰ অনুৰোধত কিছুদিন থাকিব লগা হ'ল।

এদিন দুদিনকৈ সাত দিন পাৰ হৈ গ'ল। সাধনা নাহিল। বীণা, প্ৰিয়বন্ধু আৰু বাসন্তী আচৰিত হ'ল। সাধনা কিয় নাহিল বুলি আলোচনা কৰি থাকোঁতে—পিয়নে এখন চিঠি দি গ'ল। চিঠিখন বাসন্তীৰ নামত লিখা। বাসন্তীয়ে খুলি চালে। তাত দুখন চিঠি আছে—এখন হেমন্তৰ নামত আৰু আনখন বাসন্তীৰ নামত। বাসন্তীৰ নামত দিয়া চিঠিখন তেনেই চুটি। তাত লিখা আছে—

"মৰমৰ ভনীটী! তোঁলৈ বেলেগে চিঠি দিয়াৰ আৱশ্যক একো নাছিল। বৰুৱালৈ দিয়া চিঠিখনকে দুয়োজনলৈ লিখা হৈছে। তহঁতৰ এই মিলন চিৰস্থায়ী হওক—এয়ে মোৰ আশীৰ্বাদ জানিবি। ইতি—

তোৰ—

সাধনা বাইদেউ

হেমন্তলৈ দিয়া চিঠিখন অলপ দীঘলীয়া। তাত লিখা আছে—

প্ৰিয়তম!

আপুনি প্ৰিয়জনৰ পৰা চিঠি ভাল পায়। আজিয়েই চিঠি প্ৰথম আপোনালৈ লিখিলোঁ আৰু এয়ে শেষ চিঠি। আপুনি যেতিয়া এই চিঠি পাব, তেতিয়া মই অসমৰ বাহিৰত—বহু দূৰলৈ গুচি যাম।

আপোনাক আজি এটি কথা সোঁৱৰাই দিওঁ। মই এদিন আপোনাক কৈছিলোঁ যে বাসন্তী এটি ৰত্ন। আজি আপোনাৰ অন্তৰ বিচাৰি চাওক—বাসন্তী ৰত্ন হয় নে নহয়। বাসন্তীৰ ওপৰত আপুনি যি অন্যায় অবিচাৰ কৰিছে—তাৰ প্ৰতিদান তাই দিছে—অকৃত্ৰিম প্ৰেম, সেৱা আৰু শুশ্ৰূষাৰ দ্বাৰা। আজি বাসন্তীৰ লগত আপোনাৰ মিলন হৈছে—আশাকৰোঁ এই মিলন চিৰস্থায়ী হ'ব। বাসন্তীক অনাদৰ নকৰিব।

আপুনি মোৰ প্ৰিয়তম। মোৰ সাধনাৰ বস্তু। মই আপোনাক ভাল পাওঁ। মোৰ ইচ্ছা আছিল, যে মোৰ প্ৰেম মই লুকাই ৰাখিম। এই কথা জগতৰ কাৰো ওচৰত প্ৰকাশ কৰিবৰ ইচ্ছা মোৰ নাছিল, কিন্তু ঈশ্বৰৰ ইচ্ছা সেয়ে নহয়। আপুনি চতুৰ লোক। আপুনি কেনেবাকৈ মোৰ অন্তৰৰ কথাৰ সন্ধান পাইছে। মই আজিও জানিব পৰা নাই, আপুনি কেনেকৈ জানিলে যে আপুনি মোৰ প্ৰেমাস্পদ।

মই বৰ দুখ পাইছো—আপুনি মদ খাবলৈ ধৰিছে। মদৰ নিচাত যি প্ৰলাপ বকিছে—তাৰপৰা বাসন্তীয়ে জানিছে যে মই আপোনাক ভাল পাওঁ। বাসন্তীয়ে ব্যাকুল মনে মোক অনুৰোধ জনাইছে যেন মই তাইৰ সতিনী হওঁ। বাসন্তী মোৰ প্ৰাণৰ সখী —মৰমৰ ভনী। মই তাইৰ সতিনী হ'ব নোৱাৰোঁ। মোৰ দুৰ্বলতাৰ বাবে ক্ষমা কৰিব বৰুৱাদেৱ। আপোনাৰ ভিতৰত যি অন্তৰ আছে—যি মহত্ত্ব আছে—যি গুণ আছে, মই তাত মুগ্ধ হৈছিলোঁ। সিদিনাৰ কথা আপোনাৰ মনত

নাই। আপোনাৰ তেতিয়া বিয়া হোৱা নাছিল। আপুনি চাকৰি বিচাৰি দেউতাৰ ওচৰলৈ গৈছিল। দেউতাৰ লগত বহুতো সামাজিক কথা পাতিছিল। মই আপোনাক চাহ জলপান তামোল চালি দি অভ্যৰ্থনা কৰিছিলোঁ। আপুনি মোৰ ফালে ভালকৈ লক্ষ্য কৰাই নাছিল; কিন্তু আপোনাৰ ব্যৱহাৰ কথা-বতৰা আৰু সৰলতা দেখি মই মুগ্ধ হওঁ। তাৰ পাছত নানা ছলে নানা বিষয় লৈ আপোনাৰ ওচৰলৈ যাওঁ। মোৰ প্ৰাণত নতুন উদ্দীপনা আহিছিল আৰু মনে প্ৰাণে মই আপোনাৰ ওচৰত আত্মসমৰ্পণ কৰিছিলোঁ। মই যেতিয়া শুনিলোঁ যে বাসন্তীৰ লগত আপোনাৰ বিয়াৰ বন্দবস্ত হৈছে— মই মনেপ্ৰাণে বাসন্তীক আশীৰ্বাদ কৰিলোঁ আৰু চিৰজীৱন কুমাৰী হৈয়ে থাকিম বুলি প্ৰতিজ্ঞা কৰিলোঁ। আজি মই আপোনালোকৰ চকুত ধৰা পৰিছোঁ; গতিকে মই আপোনালোকৰ চকুৰ আগত থাকিব নোৱাৰোঁ। মই এনে ঠাইলৈ যাম, য'ত আপোনালোকে মোক বিচাৰি নাপায়।

বীণাৰ প্ৰতি আপোনাৰ অনুৰাগ জন্মিছিল; কিন্তু আপুনি যে বিৱাহিত, সেইবাবে বীণাৰ প্ৰতি যি ব্যৱহাৰ কৰিছে, তাৰ বাবে সঁচাকৈয়ে মোৰ অন্তৰৰ ভক্তি আৰু অনুৰাগ আপোনাৰ প্ৰতি দুগুণে বাঢ়িছে। আপুনি কেতিয়াও বীণাৰ অসন্মান কৰা নাছিল আৰু কেতিয়াও বীণাৰ ওচৰত নিজৰ প্ৰেম নিবেদন কৰা নাছিল। আমি সেই কথা বুজি পাইছিলোঁ। সেইবাবেই বীণাৰ বিয়া সোনকালে হৈ গ'ল। বীণাক মোৰ এই চিঠি দেখুৱাব।

মোৰ অনুৰোধ আপুনি যেন মদ খাবলৈ এৰে। আজি মই বিদায় হলোঁ। সাধনাৰ কথা যেন আপুনি পাহৰি যায়। মোৰ সেৱা, ভক্তি আৰু প্ৰেমৰ প্ৰথম আৰু শেষ অৰ্ঘ্য গ্ৰহণ কৰিব।

আপোনাৰ মৰমৰ
সাধনা

হেমন্ত, বাসন্তী, বীণা আৰু প্ৰিয়বন্ধু চাৰিওজনে চিঠি পঢ়িলে, কিন্তু কাৰো মুখত কোনো কথা নাই।

সাধনাই কোনেও নজনাকৈ মাদ্ৰাজৰ এখন গাঁৱলীয়া চহৰত শিক্ষয়িত্ৰীৰ কাম লৈ গুচি গ'ল। যাওঁতে কলিকতাত এই চিঠি ডাকত দিয়ে।

***

# উছৰ্গা

পিতা।

দেহত আছে মোৰ তোমাৰ ৰক্ত, হৃদয়ত আছে মোৰ তোমাৰ মূৰ্ত্তি আৰু অন্তৰত আছে মোৰ তোমাৰ স্মৃতি। তুমি যেতিয়া ইহজগতত আছিলা—তোমাৰ সৌম্যমূৰ্ত্তিয়ে দিছিল শান্তি, নিৰ্ভৰতা আৰু সান্ত্বনা। আজিও তোমাৰ স্মৃতিয়ে আনি দিছে সেই নিৰ্ভৰতা। এই দুখময় জীৱনত শান্তি আৰু সান্ত্বনা কামনা কৰি তোমাৰ উদ্দেশ্যে এই পুষ্পঅৰ্ঘ্য প্ৰদান কৰিলোঁ।

তোমাৰ অবোধ সন্তান
"মাজু বাপা"
৪।২।৫৫

# লিখকৰ কথা

আধুনিক সমাজৰ প্ৰগতিৰ এটি ৰূপ চিত্ৰিত কৰিবৰ প্ৰয়াস কৰা হৈছে। পুৰণি সমাজৰ পৰিবৰ্ত্তনৰ স্তৰ-বিশেষত নতুন সমাজৰ প্ৰগতিত ন-পুৰণিৰ যি স্বাভাৱিক সংঘৰ্ষ সমাজত দেখা দিছে—তাৰে এটি নিৰ্দ্দোষ চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰা হৈছে। কালৰ গতিত পুৰণি ভাঙি যায়—নতুনে গঢ় লয়। সময় বালিত এই পৰিবৰ্ত্তনে এৰি থৈ যায়—অতীত সমাজৰ বুৰঞ্জী আৰু সাহিত্যৰ উপাদান। এই উপাদান সংগ্ৰহ কৰোঁতে যাৰ যিমান কৃতিত্ব সাহিত্য-সৃষ্টিত সি সিমান সফল হয়। কৃতিত্ব বা সফলতাৰ আশা আমাৰ যদিও ক্ষীণ, পঢ়ুৱৈ সমাজৰ মনত ৰসসৃষ্টি কৰিবৰ এটি প্ৰবল উদ্যম আমাৰ অন্তৰত জাগি উঠে। দোষত্ৰুটীৰ বাবে সহৃদয় পাঠকবৰ্গৰ ক্ষমা ভিক্ষা কৰি এই উপন্যাস তেওঁলোকৰ ওচৰত প্ৰকাশ কৰিলোঁ। ৩০।১২।৫৪

—লিখক—

# আধুনিকা

## (১)

অৰ্পণা বৰ উদ্বিগ্না হৈ আছিল—পৰীক্ষাৰ খবৰৰ বাবে। মাইনৰ পাছ কৰাৰ পাছতে তাইৰ পিতাক মৰে। মাইনৰ পৰীক্ষা পাছ কৰি তাই সাত টকাকৈ বৃত্তি পাইছিল। পুনৰায় স্কুলত নপঢ়িলে বৃত্তিটো কটা যায়, পঢ়িলে সাত টকাৰে পঢ়া খৰচ নাটে। বৃত্তিটো কটা যাবলৈ নিদি নিতৌ ৪ মাইল খোজ কাঢ়ি গৈ তাই নলবাৰী ছোৱালী হাইস্কুলত পঢ়ি এই বছৰ মেট্ৰিকুলেচন পৰীক্ষা দিছে। অৰ্পণাৰ কাৰণে ই এক প্ৰকাৰ অসাধ্যসাধন। ঘৰত বিধৱা মাকত বাজে তাইৰ কোনো নাই। মাটিবাৰীৰ অলপ সংস্থান আছে; কিন্তু চলোৱাৰ অসুবিধাৰ কাৰণে তাৰ পৰাও বিশেষ লাভ নহয়। পেটে-ভাতে কোনোমতে চলি থাকে। হাইস্কুলত পঢ়া খৰচ চলোৱা বিধৱা মাকৰ পক্ষে সহজ কথা নহয়। গতিকে তাই মাইনৰ পাছ কৰাৰ পাছত পঢ়িবৰ ইচ্ছা কৰা নাছিল। বৃত্তি পোৱাত পুনৰায় পঢ়িব ইচ্ছা কৰিলে। যি নহওঁক দুখে-কষ্টে বৃত্তিৰ টকাৰ সহায় লৈ যোৱা ৪ বছৰ পঢ়ি কোনোমতে এই বছৰ পৰীক্ষা দিছে।

দিলীপে বি.এ. পঢ়ে। দিলীপে গুৱাহাটীৰ পৰা খবৰ আনিছে যে অৰ্পণাই প্ৰথম বিভাগত পাছ কৰিছে আৰু অসমীয়া, সংস্কৃত আৰু অঙ্কত "লেটাৰ" পাইছে। বৃত্তি পোৱাৰ আশাও আছে।

বৃত্তি পালে অৰ্পণাকে পঢ়িব দিব লাগিব মাহী—দিলীপে অৰ্পণাৰ মাক ভুৱনেশ্বৰীক ক'লে।

ভুৱনেশ্বৰীয়ে ক'লে—কেনেকৈ পঢ়িবলৈ দিম বোপা! তাই এই কেইবছৰে যি কষ্টত পঢ়িছে সেইদৰে আৰু পঢ়িবলৈ নিদিওঁ।

কিয় মাহী! বৃত্তি পালে তাই অতি সহজতে নলবাৰী কলেজত পঢ়িব পাৰিব আৰু ঘৰৰ পৰা অহা-যোৱা কৰিলে বৃত্তিৰ টকাৰে তাইৰ পঢ়া খৰচ চলিব—দিলীপে ক'লে।

এতিয়াহি নানাজনে নানা কথা ক'ব লাগিছে। কলেজত ইমান বিলাক ডেকা ল'ৰাৰ মাজত একেজনী ছোৱালীয়ে কেনেকৈ পঢ়িব বোপা? সেইটো নহ'ব। এইবোৰ কথা কৈ তাইৰ মনটো বেয়া কৰি নিদিবা, বোপা—বুলি ভুৱনেশ্বৰীয়ে ক'লে।

ভুবনেশ্বৰীৰ কথাৰ সুৰত উৎসাহ নাই; গতিকে দিলীপে পুনঃ এই বিষয়ে একোকে নকৈ অপৰ্ণাক মাতি ক'লে—অৰ্পণা তোৰ পৰীক্ষাৰ খবৰ কাইলৈকে আহিবৰ কথা। স্কুললৈ খবৰ আহিব। তই কাইলৈ স্কুললৈ যাবি—এইবুলি কৈ দিলীপ গুচি গ'ল।

পাছদিনা সঁচাসঁচিকৈ খবৰ আহিল। অৰ্পণাই বিশ্ববিদ্যালয়ৰ তৃতীয় স্থান অধিকাৰ কৰি ২০ টকীয়া বৃত্তি এটা লাভ কৰিছে। নলবাৰী ছোৱালী হাইস্কুলত ৰাজহুৱা সভাত অৰ্পণাক আশীৰ্বাদ আৰু সম্বৰ্দ্ধনা জনালে আৰু বাইজৰ পৰা টকা তুলি স্কুলফণ্ডৰ পৰা মাহে ১০ কৈ বিশেষ বৃত্তি দি অৰ্পণাক গুৱাহাটীত পঢ়িবৰ বাবে উদ্গনি দিলে।

অপৰ্ণাহঁতৰ গাওঁখনৰ নাম নকুছি। বুঢ়াদিয়া নদীৰ পাৰত। গাঁওখন সৰু কিন্তু বৰ ধুনীয়া। গাঁৱৰ আটাইবোৰ মানুহেই খেতিয়ক। দুঘৰ মাত্ৰ বামুন মানুহৰ ঘৰ। অপৰ্ণাহঁতৰ ঘৰ আৰু দিলীপহঁতৰ ঘৰ। সি বহুতদিনৰ কথা। দুই ফালৰ পৰা দুজন বামুন মানুহ—অপৰ্ণাৰ পিতাক আৰু দিলীপৰ পিতাক—আহি একে সময়তে এই গাঁৱত একেটা উদ্দেশ্য লৈ সোমায়। বিধাতাৰ বিধান ই। অপৰ্ণাৰ পিতাক আহিছিল এজনী শ্ৰীৱতী গাইগৰু বিচাৰি আৰু দিলীপৰ পিতাক আহিছিল এটি হালোৱা গৰু বিচাৰি। দুপৰীয়া একে সময়তে একেঘৰ মানুহৰ তঁত উভয়ে অতিথি হয়। কোনেও কাকো চিনি নাপায়। পাছত উভয়ে একেলগে ৰান্ধি বাঢ়ি খায়।

গাঁওখনৰ স্বাভাবিক পৰিচ্ছন্নতা আৰু প্ৰাকৃতিক সৌন্দৰ্যৰ লগত গাঁৱৰ মানুহবিলাকৰ ব্যৱহাৰ দেখি উভয়ে কোৱাকুই কৰিছিল যে এনে গাঁৱত বাস কৰিলে মানুহৰ উন্নতি নহৈ নোবাৰে।

অপৰ্ণাৰ পিতাক আৰু দিলীপৰ পিতাক বামুন মানুহ হ'লেও হালোৱা ৰাখি খেতিবাতি কৰি জীৱিকা অৰ্জন কৰিছিল। গাঁৱৰ মুখিয়াল মানুহ কেইজনমানে এওঁলোকৰ দুয়োবো কথা শুনি নিজৰ ভিতৰতে আলোচনা কৰি উভয়ৰে আগত প্ৰস্তাৱ কৰিলে—দেউসকল! আমাৰ গাঁৱত বামুন মানুহ নাই; আপোনালোক দুয়ো যদি আমাৰ ইয়ালৈ আহে তেন্তে আপোনালোক দুয়োজনকে বস্তিৰ মাটি আৰু খেতিৰ মাটি সস্তা দৰত আমি বিক্ৰি কৰি দিম। আপোনালোকে নিজৰ নিজৰ মাটিবাৰী বিক্ৰি কৰি সেই ধনেৰে আমাৰ গাঁৱতে মাটিবাৰী কিনি নিজৰ ঘৰদুৱাৰ সাজি লওক। আমি যথাসাধ্যে সকলোৰে সহায় কৰিম। এই অনুসাৰে উভয়ে নিজ নিজ ঘৰৰ মাটিবাৰী বিক্ৰি কৰি সেই পৰিমাণ এই গাঁৱতে মাটিবাৰী কিনি এই গাঁৱৰ বাসিন্দা হয়। এনেহে বিধাতাৰ বিধান যে নিজ নিজ গাঁৱতো এওঁলোকৰ নিজৰ কোনো মানুহ নাছিল। কোনোবা পুৰুষত উঠি আহি সেই গাঁৱত বহিছিল। কিন্তু বংশ বৃদ্ধি নহৈ সদায় দুয়োখন ঘৰতে এজনকৈ মতা ল'ৰা

বাচি থাকে। দুয়োজনৰে একে প্ৰকাৰ কথা দেখি দুয়ো আহি এই গাঁৱতে বসতি কৰিলে। দুয়োজনে লগালগিকৈ ঘৰ সাজি লৈ খেতিবাতি কৰি সুখে জীৱন কটাইছিল। কেইবছৰমান পাছত দিলীপৰ পিতাক মৰে আৰু পাছৰ বছৰতে অপৰ্ণাৰ পিতাক মৰে। উভয়ৰে ঘৰত মাকত বাজে আন কোনো লোক নাই। আগতে গাঁওখনৰ আনবোৰ মানুহে লিখা-পঢ়া নকৰিছিল। খেতিবাতি কৰি জীৱনযাত্ৰা নিৰ্বাহ কৰিছিল। দিলীপৰ আৰু অপৰ্ণাৰ পিতাক অহাৰ পাছত গাঁৱত প্ৰথমতে এখন প্ৰাইমেৰী স্কুল হয় আৰু পাছত এখন মাইনৰ স্কুল স্থাপন হয়। অপৰ্ণা আৰু দিলীপ উভয়ে এই দুখন স্কুলতে পঢ়ে। দিলীপ অপৰ্ণাতকৈ ৪ বছৰে ডাঙৰ। দুয়োখন ঘৰৰ মাজত বৰ মিল। দিলীপ আৰু অপৰ্ণা যেন একে মাকৰ দুই ভাইভনী। এই গাঁৱতে উভয়ৰ জন্ম আৰু উভয়ে একে ঘৰতে ডাঙৰ দীঘল হোৱাৰ নিচিনা; গতিকে উভয়ে উভয়ৰ সুখ দুখৰ ভাগী—ভাই-ভনীৰ নিচিনা।

(২)

"শুধু বিঘে দুই ছিল মোর ভুঁই আর সবি গেছে ঋণে,

বাবু কহিলেন বুঝেছ উপেন সে জমি লইব কিনে।"—অপৰ্ণাই সঞ্চয়িতাখন আগত লৈ পঢ়ি আছে।

দিলীপে সুধিলে—কি পঢ়িছ অপৰ্ণা?

চোৰাছোন দাদা! কি অন্যায়! নিজৰ বাৰীৰ দুটা আম লোৱা বাবে কি শাস্তি—অথচ এদিন এই বাৰীৰ মালিক আছিল সি। আজি হ'ল সি চোৰ। কি অন্যায়! এই জগতত এনে ঘটনা নিতৌ ঘটিব লাগিছে—কবিয়ে কি মধুৰ ভাৱে বৰ্ণনা কৰিছে। অপৰ্ণাই ক'লে।

তই ৰবীন্দ্ৰনাথ পঢ়িছ? বঙালী ভাষা বুজি পাৱনে।—দিলীপ সুধিলে।

পাওঁ দাদা। বঙালী ভাষা বুজিবলৈতো টান নহয়। সংস্কৃত জ্ঞান থাকিলে আৰু ব্যাকৰণৰ সামান্য জ্ঞান থাকিলেই বঙালী ভাষা বুজা একো টান নহয়। মই শৰৎচন্দ্ৰৰ, বঙ্কিম চন্দ্ৰৰ আৰু ৰবীন্দ্ৰনাথৰ প্ৰায়বোৰ কিতাপকেই পঢ়িছোঁ। ভাষা বুজাতকৈ ৰবীন্দ্ৰনাথৰ কবিতাৰ ভাব বুজাহে টান। উপনিষদৰ জটিল তত্ত্ববোৰ যদিও সহজ কথাত মধুৰ ভাৱে কবিয়ে ব্যাখ্যা কৰিছে—তথাপি আমি সহজে বুজি নাপাওঁ। নুবুজিলেও পঢ়িবলৈ বৰ ভাল লাগে। —অপৰ্ণাই ক'লে।

হয় অপৰ্ণা! বঙালী সাহিত্যত ৰবীন্দ্ৰনাথে শ্ৰেষ্ঠ অৱদান দিছে। ৰবীন্দ্ৰনাথ বিশ্বকবি। এনেকোনো বিষয় নাই, সৌন্দৰ্য্য বিকাশৰ এনে কোনো আধাৰ নাই যাক অৱলম্বন কৰি ৰবীন্দ্ৰনাথে কবিতা লিখা নাই। হিন্দুৰ বেদ উপনিষদৰ জ্ঞানৰ সাগৰ মন্থন কৰি কবিতাৰ মাজেদি লোক সমাজক অমৃত দান কৰিছে। কি

অনুভূতি! কি দৃষ্টি আৰু প্ৰকাশভঙ্গী! ৰবীন্দ্ৰ সাহিত্য মূল ভাষাত পঢ়িবলৈ জগতৰ অনেক পণ্ডিত লোকে বঙ্গালী ভাষা শিকি লয়। বঙ্কিম চন্দ্ৰ আৰু শৰৎচন্দ্ৰ নিপুণ কথা-শিল্পী। বঙ্গসাহিত্য-আকাশত জোটাতৰা।—দিলীপে ক'লে।

হয় দাদা! বঙ্গসাহিত্যত পঢ়িব লগা বস্তু বহুতো আছে। অসমীয়া সাহিত্য তেনে চহকী হৈ উঠিবলৈ বহুত দিন বাকী।—দিলীপে ক'লে।

সেইটো হয়; কিন্তু অসমীয়া সাহিত্যৰ পুৰণি সম্ভাৰ বৰ মূল্যবান; বিশেষকৈ অসমীয়া মহাভাৰত, ৰামায়ণ আৰু শঙ্কৰ-মাধৱৰ ৰচনাবোৰ অতি মধুৰ আৰু ভাবপূৰ্ণ। আধুনিক সাহিত্যতো অসমীয়া ভাষা প্ৰগতিৰ বাটত আগুৱাব ধৰিছে যেন অনুমান হয়; কিন্তু আমাৰ লিখকসকলে সদায় তৰুণ বয়সৰপৰা লিখে। সেইবাবে অনেক লিখকৰ ভাষা আৰু সাহিত্যত দোষ পোৱা যায়। তৰুণ বয়সত লিখাত দোষ নাই কিন্তু সততকাই সমাজত প্ৰকাশ কৰিব নালাগে। স্কুল-কলেজত পঢ়ি থাকোঁতেই অনেকে কিতাপ ছপায়। সাহিত্যৰ ভাববোৰ লিখকৰ নিজৰে যদি পৈণত হৈ নুঠে—তেওঁ সমাজক পূৰঠ সাহিত্য দান কৰিব কেনেকৈ? জাতীয় সাহিত্যত ই এক প্ৰকাৰ দোষ। প্ৰবীন লিখকৰ লেখা সদায় গধুৰ হয়।—দিলীপে ক'লে।

হয় দাদা! আমাৰ সাহিত্যত বহুত বাজে কিতাপ ওলাইছে। ভাষাৰ বৈশিষ্ট্য ৰক্ষা কৰি কোনেও নিলিখে। বৰ্ণাশুদ্ধি দোষ আমাৰ সাহিত্যত ৰবকৈ হ'ব লাগিছে। অসমীয়া ভাষাৰ প্ৰকৃত ঠাঁচ আধুনিক সাহিত্যত বহুত লিখকৰে নাইকিয়া হৈছে। ই ভাষা আৰু সাহিত্যৰ কাৰণে শুভ লক্ষণ নহয়—অপৰ্ণাই মন্তব্য কৰিলে।

হয় অপৰ্ণা—কিন্তু নিলিখিলেও ভাষা চহকী নহয়। সকলো ভাষাতে বাজে সাহিত্য আছে। সাহিত্যৰ উন্নতিৰ ইও এটি লক্ষণ। নবীন লিখকসকলৰ দোষ বহুতো আছে সঁচা; কিন্তু অসমীয়া সাহিত্যৰ সেৱাত তেওঁলোকৰ নিষ্ঠা আছে আৰু সাহিত্যপ্ৰেম তেওঁলোকৰ গভীৰ। পৈণত হৈ লিখিবলৈ বাট চাই থাকিলে বুভুক্ষু পঢ়ুৱৈ সমাজক দিবলৈ একো নাইকিয়া হয়। নানাস্তৰৰ পঢ়ুৱৈ সমাজ আছে। সস্তীয়া সাহিত্যৰো সেইবাবে যথেষ্ট মূল্য আছে। মই হ'লে অসমীয়া কিতাপৰ সংখ্যা বঢ়াত ভাল পাইছোঁ। এটি কথা বেয়া পাওঁ যে নবীন লিখকসকলে ভাষাৰ ৰূপ পৰিবৰ্তন কৰিবলৈ প্ৰয়াসী হৈছে। শুদ্ধ অসমীয়া ভাষাৰ ঠাঁচ ৰক্ষা কৰি যদি ভাষাৰ ৰূপ পৰিবৰ্তন কৰিব পাৰে আৰু অসমীয়া ভাষাৰ শব্দ ভাণ্ডাৰ চহকী কৰিব পাৰে মোৰ তাত আপত্তি নাই। শব্দভাণ্ডাৰ চহকী কৰিবলৈ যাওঁতে যদি ভাষা বিজাতীয়া হৈ যায় তাত মোৰ দুৰ্ঘোৰ আপত্তি।—দিলীপে এই গভীৰ মন্তব্য প্ৰকাশ কৰিলে।

তাৰ পাছত দুয়োৰো মাজত অসমীয়া সাহিত্যৰ নবীন লিখকসকলৰ লিখা

পুথিবোৰৰ আলোচনা হ'ল। অসমীয়া সাহিত্যতো নগ্ন গল্প আৰু উপন্যাস ওলাব লাগিছে—ই সাহিত্যৰ উন্নতিমূলক কথা নহয়—আনকালে সমাজৰ সুৰুচিৰো পৰিচয় নিদিয়ে—উভয়ে মন্তব্য কৰিলে।

(৩)

অপৰ্ণাৰ বিষম সমস্যা। ২০ টকীয়া বৃত্তি এটা অপৰ্ণাই লাভ কৰিছে। স্কুলফণ্ডৰ জৰিয়তে নলবাৰীৰ বাইজে মাহে ১০ টকাকৈ দুবছৰ বৃত্তি এটা দিবলৈ প্ৰতিশ্ৰুতি দিছে। এই ৩০ টকাৰে অপৰ্ণাই গুৱাহাটীৰ কলেজত কেনেকৈ পঢ়িব? ৪ মাইল খোজ কাঢ়ি গৈ নলবাৰী কলেজত পঢ়িবলৈ অপৰ্ণাৰ অনিচ্ছা—তদুপৰি নানা অসুবিধা আৰু গাঁৱৰ মানুহৰ নানা গঞ্জনা ভোগ কৰিব লাগিব।

গৰমৰ বন্ধ। গুৱাহাটীৰপৰা দুজন ডেকা ল'ৰা আহি দিলীপহঁতৰ ঘৰত অতিথি হৈছে। দুয়ো দিলীপৰ লগতে বি. এ পঢ়ে। অপৰ্ণাৰ বিষয়ে দিলীপৰ মুখত আগেয়ে শুনিছে। অপৰ্ণাক চাবলৈকে দুয়ো আহিছে। জয়ন্ত, প্ৰদীপ আৰু দিলীপ তিনিও নলেগলে লগা বন্ধু। জয়ন্ত ধনী মানুহৰ ল'ৰা। বাপেক গুৱাহাটী টাউনৰ মৌজাদাৰ। মাটিবাৰী সম্পত্তি বহুত আছে। জয়ন্তৰ আবুয়েক মৰোঁ মৰোঁ অৱস্থা পাইছে গৈ। তেওঁ জয়ন্তৰ বিয়াৰ কাৰণে বৰ ব্যস্ত হৈছে। জয়ন্তৰ পিতাক মাকৰ ইচ্ছা আছিল যে জয়ন্তই এম. এ. পাছ কৰাৰ পাছত বিয়া কৰাব কিন্তু মৌজাদাৰৰ মাকৰ মৰণ কালৰ ইচ্ছা পূৰণ কৰিবৰ কাৰণে জয়ন্তৰ বিয়া পাতিব খুজিছে। মেট্ৰিকুলেচন পৰীক্ষাৰ ফল ওলোৱাত অপৰ্ণাৰ কৃতিত্বত অপৰ্ণাৰ প্ৰতি তেওঁলোকৰ দৃষ্টি পৰিছে। খবৰ কৰি জানিলে যে অপৰ্ণা আৰু দিলীপৰ ঘৰ একে ঠাইতে। দিলীপৰ পৰা অপৰ্ণাৰ সকলো খবৰ পাইছে। সুবিধা পালে যে অপৰ্ণাই বি.এ. বা এম. এ. পাছ কৰিব পাৰিব তাত কোনো সন্দেহ নাই। দিলীপৰ মুখত অপৰ্ণাৰ ৰূপ-গুণৰ কথাও যথেষ্ট শুনিছে। মৌজাদাৰে ভাবিছে যে ছোৱালী যদি দেখিবলৈ ভাল হয় গুৱাহাটীৰ কলেজত নাম লিখি দিয়া বেছি টান নহব। সেই কাৰণে জয়ন্তক প্ৰদীপৰ লগত দিলীপৰ ঘৰলৈ পঠিয়াই দিছে—অপৰ্ণাক চাবলৈ।

দিলীপে অপৰ্ণাহঁতৰ ঘৰলৈ আহি তেওঁৰ দুজন বন্ধু অহা বুলি খবৰ দিলে যে তেওঁলোকে অপৰ্ণাৰ কৃতিত্বত সম্বৰ্দ্ধনা জনাবলৈ আহিছে। বন্ধৰ ভিতৰত দুয়ো ফুৰিবলৈ আহি দিলীপৰ অতিথি হৈছে। এই সুযোগতে অপৰ্ণাৰ লগত পৰিচয় হোৱাটোও বাঞ্ছা কৰিছে।

এই অনুসাৰে তিনিও বন্ধু আবেলি আহি অপৰ্ণাহঁতৰ ঘৰত ওলাল। অপৰ্ণা সুন্দৰী। নিটোল দেহ আৰু কেঁচা হালধিৰ বং। হৰিণাৰ চকুৰ নিচিনা চকুযুৰি। দীঘল চুলিটাৰি। অপৰ্ণাক দেখি জয়ন্ত আৰু প্ৰদীপ খুচি হ'ল। অপৰ্ণাৰ বেশভূষাৰ

পাৰিপাট্য আৰু মাৰ্জিত ৰুচিৰ পৰিচয় দেখা মাত্ৰকে পোৱা যায়। যি ঘৰত জয়ন্তহঁতক বহিবলৈ দিয়া হৈছিল। সেই ঘৰটোৱেই অপৰ্ণাৰ পঢ়া ঘৰ। সেই ঘৰটোৰ শৃঙ্খলা আৰু পাৰিপাট্য দেখিলে চকুত লগা। আলমাৰীত কিতাপবোৰ যেনেদৰে ভাগে ভাগে সজাই থোৱা আছে আলমাৰীৰ সৌন্দৰ্য্য নথাকিলেও থোৱাৰ শৃঙ্খলাত তাৰ এটা সৌন্দৰ্য্য ফুটি ওলাইছে। ডাঁৰত কাপোৰবোৰ যেনেকৈ সজাই থোৱা আছে কাপোৰৰ মূল্যত কৈ তাৰ যত্নৰ মূল্য বেছি আৰু তৃপ্তিদায়ক। ঘৰটোত অন্যান্য বস্তুবোৰো যেনেকৈ সজাই থোৱা হৈছে তাত যি শৃঙ্খলা আৰু ৰুচিৰ পৰিচয় পোৱা গৈছে চহৰৰ কোনো ছোৱালীয়ে এই শৃঙ্খলা আৰু ৰুচিৰ পৰিচয় দিব পাৰিব নে নোৱাৰে সন্দেহজনক। ঘৰটোত সোমোৱা মাত্ৰকে এটা শান্তি আৰু স্বাচ্ছন্দ্যৰ পৰিবেশৰ অনুভূতি আছে।

জয়ন্ত, দিলীপ আৰু প্ৰদীপক অপৰ্ণাহঁতৰ ঘৰলৈ আহিব ধৰা দেখি অপৰ্ণাই তিনিওকো আগবাঢ়ি গৈ মাতি আনি নিজৰ পঢ়া ঘৰত বহুৱালে। দিলীপে অপৰ্ণাক ক'লে তোৰ লগত মোৰ বন্ধু দুজনৰ পৰিচয় কৰাই দিও। জয়ন্তক দেখুৱাই দি ক'লে এও শ্ৰীজয়ন্ত বৰুৱা আৰু প্ৰদীপক দেখুৱাই দি ক'লে এওঁ শ্ৰীপ্ৰদীপ ফুকন। মোৰ সহপাঠী বুলি তোক আগেয়ে কৈছোঁ আৰু এওঁলোকৰ আন পৰিচয়ো তোক মই আগেয়ে দিছোঁ। অপৰ্ণাই পৰিচয় হোৱাৰ লগে লগে নমস্কাৰ জনাই বহিব দিলে।

আমি আপোনাৰ পৰীক্ষাৰ ফল দেখি সন্তোষ পাইছোঁ অপৰ্ণা দেৱী। সেইবাবে আমাক ওলগ জনাবলৈ আহিছোঁ—জয়ন্তই ক'লে।

আপুনি যে নানা অসুবিধাৰ মাজত স্কুলত পঢ়িছে এই কথা দিলীপে আমাৰ আগত কৈছে—প্ৰদীপে এই বুলি সম্বৰ্দ্ধনা জনালে।

অপৰ্ণাই নিজৰ প্ৰশংসা শুনি লাজতে বঙা পৰিল; অপৰ্ণাৰ ধুনীয়া মুখখনি আৰু ধুনীয়া হৈ উঠিল। এই কথাৰ কিহঁ বা উত্তৰ অপৰ্ণাই দিব? অলপ সময়ৰ পাছত ক'লে—আপোনালোক বহক। মই মাক খবৰ দিওঁগৈ বুলি অপৰ্ণা ভিতৰলৈ সোমাই গ'ল।

অপৰ্ণাই খবৰ দিয়াত ভুবনেশ্বৰী ওলাই আহিল। অপৰ্ণাই চাহ কৰিব ধৰিলে। দিলীপে ভুবনেশ্বৰীক সমস্ত কথা বুজাই দিলে আৰু তিনিওৰো পৰিচয় কৰাই দিলে।

দিলীপে ক'লে—মাহী! জয়ন্তই বি. এ. পঢ়ে; অহা বছৰ পৰীক্ষা দিব। এই বছৰ বিয়া কৰাবলৈ জয়ন্ত নিতান্ত অনিচ্ছুক, কিন্তু জয়ন্তৰ আবুয়েকে দেখে কাৰণে বিয়া পাতিব খুজিছে। অপৰ্ণাৰ লগত যদি বিয়াখন হৈ যায় তেন্তে বৰ ভাল হয়। জয়ন্তহঁতৰ ঘৰখন পুৰণি ঘৰ; সম্ভ্ৰান্ত বংশ আৰু ধনী। জয়ন্তৰ মাক পিতাক আবুয়েক ভাই-ভনী সকলো আছে। অপৰ্ণা সুখত থাকিব আৰু আই. এ.

পঢ়িবও পাৰিব। তোমাৰ যদি আপত্তি নাথাকে এই বিষয়ে মই যি কৰিব লাগে কৰিম।

বোপা! এনে এখন ঘৰত অপৰ্ণাক গতাবলৈ মোৰ কিবা আপত্তি থাকিব পাৰেনে? ল'ৰাও ভাল। মোৰ কোনো আপত্তি নাই বোপা; কিন্তু আজিকালিৰ ছোৱালী, তাইৰ মত লব লাগিব। তাইৰ মত নাথাকিলে জোৰ কৰি বিয়া দিলে অশান্তি হ'ব—ভুৱনেশ্বৰীয়ে উত্তৰ দিলে।

সেইটো হয় মাহী! অপৰ্ণাৰ মত লবই লাগিব। মই তোমাৰ মতহে এতিয়া সুধিছোঁ—দিলীপে ক'লে।

মোৰ সম্পূৰ্ণ মত আছে, বোপা! তাইক মই সুধি চাই—তোমালোকক পাছত কম। আজি তাইক তোমালোকে একো সুধিব নালাগে। তাই বৰ বেয়া পাব—ভুৱনেশ্বৰীয়ে ক'লে।

ভাল বাক, মাহী!—দিলীপে উত্তৰ দিলে।

মই বৰ ভাল পালোঁ, বোপাইহঁত! তোমালোকে যে এই দুখুনীৰ পজাঁলৈ এনে এটি কথা লৈ আহিছা। মোৰ মুখত ভাত নুৰুচে, চকুত টোপনি নাহে। গাঁৱত বামুনৰ ছোৱালী ইমান ডাঙৰকৈ ৰাখিছোঁ—নানাজনে নানা কথা কয়। চকুৰ পানীৰে বাট নেদেখোঁ। কি কৰিম, বোপাইহঁত। তাই বৰ জেদী ছোৱালী। কাৰো কথা ভ্ৰূক্ষেপ নকৰে। নিজৰ মতে চলে। লেখা-পঢ়া কৰে, কামবন কৰে আৰু মোক নিশ্চিন্ত মনে থাকিবলৈ উপদেশ দিয়ে। কোনো মতা ল'ৰাৰ লগত কথা নাপাতে। কাৰো ঘৰলৈকে নাযায়। সময় পালে হয় কিতাপ পঢ়ে, নহয় কাপোৰ বোৱে। কাঁপোৰ বুই তাই ভালেখিনি উপাৰ্জন কৰে। তাই লগোৱা কাপোৰ মোকো বুব নিদিয়ে। মই সুকীয়াকৈয়ে কাপোৰ লগাওঁ। ঈশ্বৰৰ ইচ্ছাত মোৰ চকু দুটাত দেখোন চলিছা লগা নাই আৰু কাপোৰ বোৱাত ময়ো অশক্তা হোৱা নাই। মাজে মাজে ইলা নামৰ সিচোপাৰ ৰতন দত্তৰ ছোৱালীজনী আহে। তায়ো একে লগে পঢ়ে। দুয়ো লগলাগি কিতাপ পঢ়ে, হাঁহি-তামোচা কৰে কিন্তু ক'তো ফুৰিবলৈ নাযায়। কেতিয়াবা নিজৰ পুখুৰীৰ পাৰতে বহে বা চাৰিওপাৰে ফুৰে। তায়ো বৰ ভাল ছোৱালী, বোপাইহঁত। কাইথৰ ছোৱালী পাবলৈ বৰ টান। সিহঁতৰ সম্পত্তি আছে, বাপেকেও চৰকাৰী ঠিকা কৰি যথেষ্ট উপাৰ্জন কৰে। ঘৰ দুৱাৰ ভাল। তাইৰ বাৰেও যদি এটি ভাল ল'ৰা পোৱা গ'লহেঁতেন, বৰ ভাল হ'লহেঁতেন, বোপাইহঁত—ভুৱনেশ্বৰীয়ে একেবাহে বহুত কথা কৈ পেলালে।

ভুৱনেশ্বৰীৰ কথাৰ পৰা কাৰো বুজিবলৈ বাকী নাথাকিল যে ভুৱনেশ্বৰী এই সম্বন্ধত খুচিহে হ'ব। এতিয়া অপৰ্ণাৰ মত হ'লে কোনো বাধা নাই।

জয়ন্ত বাপেকৰ দস্তীত পৰি ছোৱালী চাবলৈ আহিছিল। বিয়াৰ কথা সি. কেতিয়াও ভবা নাছিল। অপৰ্ণাক দেখি আৰু অপৰ্ণাৰ মাকৰ কথা শুনি জয়ন্ত

অপৰ্ণাক পাবলৈ মনে মনে আগ্ৰহান্বিত হৈ উঠিল। অপৰ্ণাৰ মুখত যৌৱনৰ জ্যোতি, দেহত অপূৰ্ব লাবণ্য আৰু গোটেইটো অবয়বত এটা আত্ম প্ৰতিষ্ঠাৰ— এটা দৃঢ়তাৰ লক্ষণ ফুটি উঠিছে। জয়ন্তই গাঁৱৰ ছোৱালীবিলাকৰ প্ৰতি এনে উচ্চ ধাৰণা কৰা নাছিল। জয়ন্তৰ ধাৰণা আছিল যে গাঁৱৰ ছোৱালীবোৰে বেশভূষা নাজানে। মানুহৰ লগত কথা-বতৰা পাতিব নাজানে, শ্লীলতা বা ভদ্ৰতাৰ বিষয়ে অনভিজ্ঞা। কাপোৰ বুব জানিলেও চিলাইৰ কাম নাজানে। ভাত ৰান্ধিব জানিলেও কেক্, বিস্কুট, সন্দেশ, ৰসগোল্লা তৈয়াৰ কৰিব নাজানে। মুঠতে জয়ন্তৰ ধাৰণা আছিল যে গাঁৱৰ ছোৱালীবিলাকে আধুনিক সভ্যতাৰ বাটত, প্ৰগতিৰ বাটত বহুতো পাছ পৰি আছে। অপৰ্ণাৰ গাত সকলোবোৰ গুণ আছে নে নাই জয়ন্তই সম্পূৰ্ণ প্ৰমাণ পোৱা নাই; কিন্তু অপৰ্ণাৰ পঢ়া খোটালিত ৰহি জয়ন্তই যিখিনি বুজিব পাৰিছে, যি ৰুচিৰ পৰিচয় পাইছে আৰু প্ৰথম দৰ্শনৰ সাদৰ সম্ভাষণত যি শ্লীলতাৰ পৰিচয় পাইছে তাৰ দ্বাৰা জয়ন্তই যেন নিজৰ মানসিক প্ৰতিকৃতিৰ প্ৰতিবিম্ব চকুৰ আগতে অপৰ্ণাৰ গাত দেখা পাইছে—এনে অনুভব কৰিছে।

এনেতে অপৰ্ণাই চাহৰ যোগাৰ লৈ আহিল। লগতে ইলাও আহিছে। অপৰ্ণাই চাহৰ যোগাৰ টিপয় এখনত চাহপাত দিয়া গৰম পানীৰ কেট্‌লিটো থৈ দিলে। কাহঁৰ থাল এখনৰপৰা নাৰিকলৰ সন্দেশ, নিম্‌কি আৰু কচুৰি আদি সজাই খোৱা বস্তু জনে জনে একোখন প্লেট ভগাই দিলে আৰু চাহৰ কেট্‌লিটোৰ পৰা ঢালি বেলেগ বেলেগ কাপত গাখীৰ চেনি দি চাহ তৈয়াৰ কৰি দিলে। ইলাই সহায় কৰি দিলে। অপৰ্ণাই যে এইবোৰ খোৱা বস্তু নিজে তৈয়াৰ কৰিছে ভুৱনেশ্বৰীয়ে কথাৰ মাজতে জানিবলৈ দিলে।

প্ৰদীপে সুধিলে— অপৰ্ণা দেবি! আপুনি এতিয়া কলেজত নপঢ়িব নে?

অপৰ্ণাই উত্তৰ দিলে—এতিয়াও ভাবিচিন্তি একো ঠিক কৰা নাই। পঢ়িবৰ ইচ্ছা আছে; কিন্তু অসুবিধা বহুতো আছে।

ক্ৰমে বৰ্তমান শিক্ষা পদ্ধতিৰ বিষয়ে আলোচনা আৰম্ভ হ'ল।

জয়ন্তই ক'লে যে দেশৰ দুৰ্দিন আহিছে, কাৰণ শিক্ষাৰ মূলনীতি সম্পৰ্কে কোনেও ভালকৈ উপলব্ধি কৰা নাই। যিমানেই শিক্ষাৰ সংস্কাৰ লাগে লাগে বুলি চিঞৰ বাখৰ লগাইছে সিমানেই নতুন নতুন মানুহৰ স্কুল, নতুন নতুন হাই স্কুল হ'বই লাগিছে। যিবিলাক লোকে হাইস্কুলৰ শিক্ষা বেয়া বুলি বৰ্তমান শিক্ষাপদ্ধতিৰ সংস্কাৰৰ কথা কৈ সভাসমিতিত দীঘল দীঘল বক্তৃতা দিয়ে তেওঁলোকেই পুনঃ পুৰণা ধৰণে হাইস্কুল পাতি চৰকাৰৰ গ্ৰাণ্টৰ বাবে ব্যতিব্যস্ত কৰি তোলে। অকল মাইনৰ স্কুল হাইস্কুলেই নহয় কলেজ পাতিবলৈ প্ৰচেষ্টা চলিছে। পুৰণি শিক্ষাপদ্ধতি যদি সঁচাকৈয়ে বেয়া তেন্তে পুৰণি ধৰণৰ সকলৰ শিক্ষানুষ্ঠানবোৰ পতাৰ আৱশ্যক কি?

তেন্তে কি কৰিব লাগে, জয়ন্ত—বুলি দিলীপে সুধিলে। বৰ্তমান শিক্ষাপদ্ধতি যদি বেয়া তেন্তে তাক পৰিত্যাগ কৰিব লাগে। নতুন ধৰণৰ অনুষ্ঠান গঢ়িব লাগে—জয়ন্তই উত্তৰ দিলে।

একে দিনাই জানো নতুন অনুষ্ঠান গঢ়ি তোলা সম্ভৱ—অপৰ্ণাই প্ৰশ্ন কৰিলে।

সম্ভৱ নহয় সঁচা কথা; কিন্তু নতুন নতুন কৈ পুৰণি ধৰণৰ মাইনৰ স্কুল আৰু হাইস্কুলবোৰ পাতি থাকিলে বুজা যায় যে বৰ্তমান পদ্ধতিৰ শিক্ষালৈ ৰাইজৰ ধাউতি বাঢ়ি গৈছে— জয়ন্তই উত্তৰ দিলে।

সেইটো নহয়। গত্যন্তৰ নোহোৱাতহে ৰাইজে নতুন স্কুলবোৰো পুৰণি পদ্ধতিত পাতিছে। সমাজত নতুন স্কুলৰ আদৰ্শ স্থাপন হ'লেহে পুৰণি পদ্ধতি পৰিবৰ্তিত হ'ব পাৰে। বৃটিছে যেতিয়া এই পদ্ধতি চলায় তেতিয়া জিলা হাইস্কুলবোৰ পাতি এই পদ্ধতি প্ৰচলন কৰিছিল। সেইদৰে নতুন পদ্ধতি চলাব খুজিলে চৰকাৰে প্ৰথমতে গৱৰ্ণমেণ্ট হাইস্কুলবোৰৰ আদৰ্শ পৰিবৰ্তিত কৰিব লাগিব। গৱৰ্ণমেণ্ট হাই, মাইনৰ আৰু ছাত্ৰবৃত্তি স্কুলবোৰৰ আদৰ্শ পৰিবৰ্তিত হ'লে ৰাইজেও সেই আদৰ্শৰ নতুন নতুন স্কুল পাতিব—অপৰ্ণাই ক'লে।

গৱৰ্ণমেণ্ট স্কুলবোৰৰ আদৰ্শৰ আমূল পৰিবৰ্তন নকৰি চৰকাৰে প্ৰথমতে নতুন ধৰণৰ স্কুল বেলেগে পাতিব খুজিছে আৰু নতুন স্কুলবোৰ যাতে প্ৰথমতে গাঁৱতে স্থাপিত হয় ৰাইজৰ আদৰ্শ আৰু মঙ্গলৰ অৰ্থে— তাৰবাবে গৱৰ্ণমেণ্টে আঁচনি হাতত লৈছে। সেইটো জানো একে কথা হোৱা নাই—বুলি দিলীপে তৰ্ক কৰিলে।

একে কথা হোৱা নাইতো—বুলি অপৰ্ণাই উত্তৰ দিলে—কাৰণ চৰকাৰী হাইস্কুলবোৰতে প্ৰধানতঃ দেশৰ গণ্যমান্য লোকসকলৰ ল'ৰা-ছোৱালীয়ে পঢ়ে। এইবোৰ স্কুলতে মেধাৱী ছাত্ৰ-ছাত্ৰীসকল থাকে। এইবোৰ স্কুল পুৰণি ধৰণে চলিবলৈ দি গাঁৱত নতুন ধৰণৰ স্কুল পাতিব খুজিলে সি জনপ্ৰিয় হ'ব নোৱাৰে।

দিলীপে উত্মাৰে সৈত ক'লে—এইবোৰ বিবৰ্তনবাদী লোকসকলৰহে মত। সংস্কাৰবাদী লোকৰ মত নহয়। পুৰণি অনুষ্ঠানবোৰ একেবাৰে ধ্বংস কৰি দি নতুন অনুষ্ঠান পাতিবলৈ গ'লে দেশ প্ৰগতিৰ বাটত আগুৱাব নোৱাৰিব আৰু জাগতিক প্ৰগতিত সমানে ফেৰ মাৰি চলিব নোৱাৰা দোষত জাতীয় অধঃপতন ঘটিব। চৰকাৰে ভাবিছে যে বিবৰ্তনবাদত জাতীয় জীৱনত দুখ-দুৰ্গতিয়ে দেখা দিয়ে; সেইবাবে যদিও শিক্ষাৰ আমূল পৰিবৰ্তন আৱশ্যক বুলি স্বীকাৰ কৰিছে তথাপি একেদিনাই পুৰণি অনুষ্ঠানবোৰৰ প্ৰগতিত ভেটা দিব খোজা নাই। মোৰ মতে চৰকাৰে তাত কোনো ভুল কৰা নাই।

অপৰ্ণাই ক'লে—জানো! শিক্ষাৰ বিষয়ে আমি জানো বা কিমানখিনি যে

সেই বিষয়ে চৰকাৰৰ নীতিৰ বিৰুদ্ধে কথা কম। মই কেৱল ভাবিছোঁ যে চৰকাৰৰ নীতিত যেন কৰবাত কিবা দোষ থাকি গৈছে— সেইবাবে নতুন নতুন হাইস্কুল পুৰণি পদ্ধতিত ৰাইজে পাতিবই লাগিছে।

মযোতো তাকেই ভাবিছোঁ—জয়ন্তই ক'লে। দিলীপে উত্তৰ দিলে—চৰকাৰে এইবোৰ কথা বুজি পায়। কেৱল ৰাইজৰ ফালৰ পৰা নতুন পদ্ধতিৰ সপক্ষে জনমত দৃঢ়ভাৱে গঢ়ি উঠা নাই কাৰণে চৰকাৰ সাৱধানে সংস্কাৰবাদী হৈছে। সাধাৰণতন্ত্ৰৰ প্ৰশাসনত প্ৰশাসনীয় পদ্ধতিত ৰাইজক ক্ৰমে ক্ৰমে পৰিচালিত কৰি চৰকাৰৰ নীতি সমৰ্থনীয় কৰি তুলিব লাগিব; নহ'লে সুনীতিকো সৰ্বসাধাৰণ ৰাইজে কুনীতি বুলি গ্ৰহণ কৰিব আৰু বিৰোধীদলৰ লোকসকলে ৰাইজক ভুল পথে পৰিচালিত কৰিব। এনেবোৰ বিপদৰ সন্মুখীন হ'বলগা হ'লে পৰিণামত গণবিপ্লৱ হোৱাৰ সম্ভাবনা। এনে অৱস্থা নতুন স্বাধীনতাৰ পৰিপন্থী।

আমি আদাৰ বেপাৰী জাহাজৰ খবৰ ল'লে কি হ'ব, বাইদেউ— বুলি ইলাই অপৰ্ণাক ইঙ্গিত দিলে যে এইবোৰ কথা বেছি কৈ পতাৰ পৰা বিৰত থাকিব লাগে।

বৰ কঠোৰ মন্তব্য কৰিলে দেখোন, ইলা দেৱী,—বুলি প্ৰদীপে হাঁহি মাত লগালে। এই কথোপকথনত প্ৰদীপ আৰু ইলাই অংশ গ্ৰহণ কৰা নাছিল। ইলা লাজতে ৰঙা পৰিল।

ইলা। তুমি আমাৰ অতিথি দুজনক তোমাৰ ভাগৰ অভ্যৰ্থনা কৰিবলৈ বাকী আছে—দিলীপে ক'লে।

মই দেখোন অপৰ্ণা বাইদেউৰ লগত চাহ জলপান ভগাই দিছোঁ, দিলীপ দা। তুমি মোৰ ইমান অশলাগ কৰা উচিত হৈছে জানো— ইলাই উত্তৰ দিলে।

সেইটো নহয়, ইলা। এওঁলোক চহৰৰ লোক। এওঁলোকৰ ধাৰণা যে গাঁৱৰ ছোৱালীবোৰ তেনেই পাছ পৰি আছে। তুমি এটা গান গাই শুনাব লাগিব, ইলা। এওঁলোকৰ চহৰৰ ছোৱালীবোৰেহে যেন গান গাব পাৰে এওঁলোকৰ এনে ধাৰণা—দিলীপে ক'লে।

ইয়াৰ পাছত ইলাৰ নানা প্ৰকাৰ ওজৰ-আপত্তি সত্ত্বেও ইলাই গান গোৱাৰ হাত সাৰিব নোৱাৰিলে। দিলীপ, জয়ন্ত আৰু প্ৰদীপ এওঁলোকৰো সঙ্গীতত বাপ আৰু চেতাৰ এচ্‌ৰাজ বজোৱাত প্ৰত্যেকৰে অভ্যাস আছে। ইলা আৰু অপৰ্ণা সঙ্গীতত দিলীপৰ ছাত্ৰী। ইলা আৰু অপৰ্ণাই দুয়ো হাৰমোনিয়ম বজাই গান গাই শুনালে।

গাঁৱৰ ছোৱালী যে চহৰৰ ছোৱালীতকৈ কোনো গুণে কম নহয় তাৰ প্ৰত্যক্ষ প্ৰমাণ জয়ন্ত আৰু প্ৰদীপে পালে। তদুপৰি সামাজিক ব্যৱহাৰ আৰু

গাম্ভীর্য্যত এওঁলোকে যে এটা মধুৰ পৰিৱেশৰ সৃষ্টি কৰিব পাৰে তাকো দুয়ো বন্ধুৱে বুজি পালে।

বৰ ভাল পালোঁ, দিলীপ। এতিয়া আমি যাওঁ—বুলি প্ৰদীপ আৰু জয়ন্তই বিদায় মাগিলে।

আজি যাব নাৱাৰা, জয়ন্ত। আজি তোমালোক থাকিব লাগিব। কাইলৈ দুপৰীয়াৰ বাছত উত্তৰগুৱাহাটীলৈ যাব পাৰিবা বুলি দিলীপে জোৰ কৰি দুয়োকো থাকিবলৈ ক'লে।

ৰাতিটোৰ বাবে দুয়ো থাকিল। ৰাতি দিলীপহঁতৰ ঘৰত গানৰ বৈঠক বহিল আৰু গাঁৱৰ প্ৰায়বিলাক মানুহে তাত যোগ দিছিল; ইলা আৰু অপৰ্ণাই তাত বিশেষ অংশ গ্ৰহণ কৰিছিল।

## (৪)

জয়ন্তহঁত গুৱাহাটীলৈ ঘুৰি যোৱাৰ ৭ দিনমান পাছত দিলীপে জয়ন্তৰ পিতাকৰপৰা এখন চিঠি পালে।

বাপা দিলীপ,

শ্ৰীমান জয়ন্ত সিদিনা তোমালোকৰ তালৈ কৈছিল—অপৰ্ণাক চাবলৈ। অপৰ্ণাক চাই আহি সি আমাক একো কোৱা নাই। আনকি মাকৰ আগতো একোকে কোৱা নাই। প্ৰদীপক মাতি আনি মই সুধিলোঁ। প্ৰদীপেও জয়ন্তৰ মনৰ কথা একো নাজানে বুলি ক'লে। অপৰ্ণাৰ মাকৰ এই বিয়াত মত আৰু আগ্ৰহ আছে বুলি প্ৰদীপে কৈছে; কিন্তু অপৰ্ণাৰ হেনো মত লোৱা হোৱা নাই। এই ক্ষেত্ৰত তুমিয়েই মাজৰ মানুহ। কাৰ কি কৰ্তব্য তুমি মাজত থাকি বুজাই দিয়া উচিত হ'ব। আশীৰ্বাদ লবা। ইতি—

আশীৰ্বাদক
শ্ৰীনিৰঞ্জন বৰুৱা

চিঠি পাই দিলীপ অপৰ্ণাহঁতৰ ঘৰলৈ গ'ল।—গুৱাহাটীৰপৰা জয়ন্তৰ পিতাকে অপৰ্ণাৰ বিয়াত কি মত জানিবৰ কাৰণে এখন চিঠি দিছে মাহী—। তুমি অপৰ্ণাক এই বিষয় কিবা সুধিছানে?

—সুধিছোঁ বোপা! মই একোকে নকওঁ। তুমি নিজেই সুধি চোৱা। দুৰ্ভাগ্য মানুহৰ এনেকৈয়ে আহে, বোপা! ভুৱনেশ্বৰীয়ে এইদৰে বৰ দুখ মনেৰে উত্তৰ দিলে।

কি হৈছে মাহী? দিলীপে সুধিলে।

কি হ'ব? এনে এখন ঘৰ, এনে বৰ আৰু উপযাচি নিজে আহিছে। অপৰ্ণাৰ হেনো বিয়াত মত নাই। বামুনৰ ছোৱালী। ১৫/১৬ বছৰ বয়স হৈছে। গাঁৱত মানুহৰ নানা গঞ্জনা সহিব লগা হৈছে এনে সুযোগ কোনে এৰে, বোপা! ভুবনেশ্বৰীয়ে উত্তৰ দিলে।

তেন্তে জয়ন্তক অপৰ্ণাৰ পছন্দ হোৱা নাই?

জানো বোপা! তুমি নিজেই অপৰ্ণাক সুধি চোৱা।

দিলীপে অপৰ্ণাক এই বিষয়ে সুধিবলৈ অলপ লাজ পাইছে। তথাপি ইয়াৰ মাজত সোমাইছে যেতিয়া সুধিবই লাগিব। ইয়াক ভাবি সুধিলে—অপৰ্ণা ক'ত মাহী?

সৌৱা, চোৱাছোন্ পুখুৰীত বৰশী বাই আছে। মানুহেনো দেখিলে কি হ'ব? ইমান ডাঙৰ ছোৱালী পুখুৰীত বৰশী বাই আছে।

নিজৰ পুখুৰীত বৰশী বাই আছে—একো বেয়া কথা হোৱা নাই মাহী—বুলি কৈ দিলীপ পুখুৰীৰ ফালে গ'ল। তাত ইলা আৰু অপৰ্ণাই বহি বৰশী বাই আছে আৰু নানা কথা পাতি আছে।

কি কৰিছ, অৰ্পণা—বুলি দিলীপে সুধিলে।

বৰ ডাঙৰ মাছ এটা এৰা দি গ'ল, দাদা।

নিশ্চয় বৌ মাছ হ'ব। অপৰ্ণাই উত্তৰ দিলে।

বৰশীত যোৱা মাছটো কোনো দিনেই সৰু নহয়, অপৰ্ণা—বুলি দিলীপে ক'লে।

ইলাই খিল্‌খিল্‌কৈ হাঁহি দিলে। অপৰ্ণাৰ মুখখন খঙতে ৰঙা পৰিল। এনেয়ে মাছটো এৰা দি গৈছে, তাৰ দুখ আছেই, তাৰ উপৰি দিলীপে ঠাট্টা কৰিছে, আৰু ইলাই উপলুঙা কৰি হাঁহিছে।

বৰশীৰ মাছ এৰা দি যোৱাৰ দুখ কিমান—তাক তুমি কি বুজিবা, দাদা? বুলি অপৰ্ণাই বৰ মনোযোগেৰে বৰশীৰ পুঙাটোৰ ফালে চাবলৈ ধৰি ছিপ্‌টো দুয়োহাতে সাৱধানে ধৰি থাকিল। তাৰ পাছৰ মুহূৰ্ততে এটা প্ৰকাণ্ড বৌমাছ বৰশীত গাথি পেলালে। হুইল থকা বৰশী। অপৰ্ণাই মাছটোৰ লগত খেলিব ধৰিলে। মাছ ভাগৰি নপৰিলে তুলিব নোৱাৰি। এনে সময়তে জয়ন্ত আহি ওলাল। জয়ন্তক দেখি দিলীপ বৰ উৎসাহিত হ'ল আৰু অপৰ্ণা যে কিমান যোগ্যা ছোৱালী তাৰ প্ৰমাণ হাতে হাতে দিব পৰাত মনে মনে বৰ খুচি হ'ল; কিন্তু অপৰ্ণাৰ ইঙ্গিতত কোনেও কথাবতৰা পাতি কোনো প্ৰকাৰ হাই কৰিব পৰা নাই।

জয়ন্ত সিদিনা মাথোন অপৰ্ণাইতৰ ঘৰলৈ আহিছিল। আজি আকৌ হঠাতে আহি ওলাইছেহি। অপৰ্ণাই মাছৰ লগত খেলিব ধৰিছে। জয়ন্তই মুগ্ধ নেত্ৰে অপৰ্ণাৰ মুখৰ ফালে চাই আছে। অপৰ্ণাৰ মুখত বিৰিঙি উঠিছে কি এটা

একাগ্ৰতা, কি এটা স্থিৰতা। দুই এডাল ক'লা চুলি অপৰ্ণাৰ দুয়োগালৰ ওপৰেদি বাগৰি পৰিছে আৰু দুই এডাল কেকোঁৰা চুলি কপালৰ অগত ঢৌ খেলিব লাগিছে। চকুত জিলিকি উঠিছে—এটা সাফল্যৰ আনন্দ। বৰশীৰ হুইলত সূতা ভৰোৱাৰ লগে লগে ছিপেৰে মাছ টনাত অপৰ্ণাৰ সমস্ত শৰীৰটোৰ এটা হেন্দোলনি উঠিছে। আকৌ যেতিয়া হুইলৰ সূতা সকলোখিনি এৰি দিয়াৰ পাছত মাছে সূতা যেন ছিঙি লৈ যায় তেতিয়া দুয়ো হাতে ছিপ্ ধৰি মাছে মানুহে টনাটানি কৰাৰ লগে লগে তালে তালে অপৰ্ণাৰ বুকুৰ এটা নাচন উঠিছে। পাছে মাছটো এৰা দি যায় এই আশঙ্কাত মনত যি উদ্বেগ আহিছে সেই উদ্বেগৰ লগত জয়ন্ত আৰু দিলীপ উপস্থিত থকাত যৌৱনসুলভ সঙ্কোচন অনুভূতিৰ অভিব্যক্তিয়ে অপৰ্ণাৰ মুখত এটা অপূৰ্ব বঙ্কিম আভাৰ সঞ্চাৰ কৰিছে। গাৰ চাদৰখন বুকুৰ ওপৰেদি মেৰিয়াই কৰ্কালত টানকৈ আঁটি লৈছে। মাছৰ টানত কেতিয়াবা আগফালে, কেতিয়াবা পাছফালে, কেতিয়াবা সোঁৱে আৰু কেতিয়াবা বাওঁে হালিজুলি অপৰ্ণাই মাছটোৰ লগত খেলিছে।

পাৰত থিয় দি ইলাৰ উদ্বেগ আৰু দিলীপৰ প্ৰতীক্ষা। পানীত ধীৰ বতাহৰ ঢৌ আৰু মাছে দৌৰি ফুৰাত পানীৰ খলকনি আৰু পশ্চিমফালে মাৰ যাবলৈ ওলোৱা ৰঙা বেলিৰ হেঙুলি ৰহণে এটা অপূৰ্ব দৃশ্যৰ সৃষ্টি কৰিছে। পুখুৰীৰ উত্তৰ দক্ষিণ দুয়োপাৰে শাৰী শাৰী তামোল আৰু নাৰিকল গছ। পূব পাৰত গোলাপ, টগৰ, মালতী, নৱমল্লিকা আদি ফুলৰ ফুলনি। পশ্চিম পাৰত আম আৰু কঠাল গছৰ শাৰী।

জয়ন্ত সৌন্দৰ্য্যৰ উপাসক। এই প্ৰাকৃতিক দৃশ্যত মুগ্ধ হৈ জয়ন্তই অপৰ্ণাৰ অলক্ষিতে তৎক্ষণাৎ কেমেৰাত এটি স্ন্যাপ তুলি ল'লে।

প্ৰায় দুঘণ্টামান যুঁজি যুঁজি অপৰ্ণাই মাছটো পানীৰ ওপৰত ভহালে। তেতিয়া সন্ধ্যা লাগি গৈছে। মাছ ভাহি উঠাৰ পাছত লাহে লাহে মাছটো পাৰলৈ টানি আনিছে।

লাহে লাহে পানীৰ জিয়লিত নামি মাছটো দুয়োহাতে পাৰত তুলি দিয়া, দাদা—অপৰ্ণাই দিলীপক ক'লে।

অপৰ্ণাই কোৱামাত্ৰকে জয়ন্তই পানীত নামি মাছটো পাৰত তুলি দি নিজে ভৰি পিছলি পানীত পৰি গ'ল। ইলাই হাঁহি দিলে। দিলীপ আৰু অপৰ্ণাই উদ্বিগ্নমনে জয়ন্তৰ ফালে চালে। অপৰ্ণা আৰু জয়ন্তৰ চাৰিচকুৰ মিলন হ'ল। অপৰ্ণাই জয়ন্তৰ চকুত অন্তৰৰ ভাব লক্ষ্য কৰিলে। অপৰ্ণাৰ চকুত জয়ন্তই এটা আকৰ্ষণ অনুভৱ কৰিলে। অপৰ্ণাই মুখ ঘূৰালে। জয়ন্তই—ভালেই হ'ল, দিলীপ, মোৰ সাঁতুৰিবৰ সুযোগ মিলিল—বুলি হোলা সোলোকাই পুখুৰীত সাঁতুৰিব ধৰিলে। দিলীপে নিজৰ ঘৰত গৈ চুৰিয়া আৰু গামোছা আনি দিলে। তাৰ পাছত দিলীপে কথমপি মাছটো অপৰ্ণাহঁতৰ ঘৰলৈ দাঙি লৈ গ'ল।

চোতালত মাছটো ইলা আৰু অপৰ্ণাই কাটি গাঁৱৰ মানুহক দুই এডোখৰকৈ ভগাই দি দিলীপ আৰু জয়ন্তক মাছৰ পোলাও ৰান্ধি খুৱালে। জয়ন্ত সিদিনা ৰাতি দিলীপহঁতৰ ঘৰত থাকিল।

## (৫)

পাছদিনা ৰাতিপুৱা। অপৰ্ণাহঁতৰ ঘৰত। অপৰ্ণাই চহৰত নোপোৱা লাৰু-পিঠাৰে চাহ জলপানৰ যোগাৰ কৰিছে। চাহ-জলপানৰ লগত কথাবতৰা চলিছে।

স্বাধীনতাৰ মাদকতা কি আশ্চৰ্য্যজনক। দেশখনত যেন শৃঙ্খলা নাই। অস্বাভাৱিক বিশৃঙ্খলা। পুৰণি যত কিছু আছে সকলোবোৰকে যেন ধ্বংস কৰিব লাগিব। কি উন্মত্ততা—বুলি দিলীপে ক'লে।

কি কৈছা তুমি দিলীপ? কিবা দাৰ্শনিক তথ্য আৱিষ্কাৰ কৰা যেন অনুমান হয়—জয়ন্তই সুধিলে?

মই কৈছোঁ—দেশ স্বাধীন হোৱাৰ লগে লগে মানুহে ভাবিছে যে তেওঁৰ যি ইচ্ছা তাকেই তেওঁ কৰিব পাৰে। তেওঁৰ ইচ্ছাত বাধা দিবলৈ কোনো নাই। কাৰো অধীন তেওঁ নহয়। মানুহে নিজে নিজেহে নিজৰ কাৰ্য্য নিয়ন্ত্ৰণ কৰিব পাৰে—কোনো শাসন, কোনো আইন বা কোনো সামাজিক নিয়মে তেওঁক বা তেওঁৰ কাৰ্য নিয়ন্ত্ৰণ কৰিব নোৱাৰে। সমাজ বা ৰাষ্ট্ৰীয় শাসন বুলি যেন একো নাই—দিলীপে ক'লে।

স্বাধীনতাৰ পাছতেই এটা অস্বাভাৱিক পৰিবৰ্তন দেশত ঘটাটো এটা স্বাভাৱিক কথা। তুমি বিশৃঙ্খলা বুলি যি অৱস্থাৰ সৃষ্টি হোৱা বুলি ভাবিছা—সি ভৱিষ্যৎ শৃঙ্খলাৰ এটি লক্ষণ। পুৰণি ৰীতি-নীতি পৰিবৰ্তিত হ'ব আৰু পুৰণি সমাজ ধ্বংস হ'ব। তাৰ ঠাইত নতুন নিয়ম প্ৰবৰ্তন হ'ব আৰু নতুন সমাজ গঠিত হ'ব। স্বাধীন দেশত পুৰণি আইন-কানুন পৰিবৰ্তিত হ'বই লাগিব। তাত তুমি বেয়া পাইছা কিয়, দিলীপ—জয়ন্তই উত্তৰ দিলে।

হেৰা, দেশ স্বাধীন হ'লে পিতা-পুত্ৰৰ সম্বন্ধ বা সামাজিক লঘু-গুৰু জ্ঞানবো কিবা পৰিবৰ্তন হয় নেকি হে?—দিলীপে প্ৰশ্ন কৰিলে।

এইবোৰ সম্বন্ধৰ পৰিবৰ্তন হয় বুলি কোনে কৈছে তোমাক, দিলীপ? সমাজৰ আৰু সামাজিক নিয়ম বা ব্যৱহাৰৰ নানাপ্ৰকাৰ পৰিবৰ্তন হ'ব—ই নিশ্চিত কথা। সেইবুলি পিতা-পুত্ৰৰ, সম্বন্ধৰ বা লঘু-গুৰুজ্ঞানৰ পৰিবৰ্তন ঘটিব কিয়?—জয়ন্তই তৰ্ক কৰিলে?

কিয় তুমি দেখা নাই, জয়ন্ত, আজিকালিৰ ল'ৰা-ছোৱালীবোৰে জানো

আগৰ নিচিনা মাক-বাপেকৰ কথামতে চলে? পৰীক্ষাত ফেল হ'লে আত্মহত্যা কৰে, প্ৰশ্ন টান হ'লে পৰীক্ষা নিদিয়ে, নকল কৰাত ধৰা পৰিলে শিক্ষকক প্ৰহাৰ কৰে, কিতাপ নপঢ়াকৈ পৰীক্ষা পাছ কৰিব খোজে, বাপেৰ-মাকে ছোৱালী চালে ল'ৰাৰ পছন্দ নহয়। নিজে চাইহে বিয়া কৰাব লাগে, দৰা চালেও ছোৱালীৰ মত লৈহে বিয়া পাতিব পাৰিব—এইবোৰ আধুনিকতাৰ অৰ্থ কি হে? দিলীপে সুধিলে।

অপৰ্ণা আৰু ইলা অলপ বস্তা পৰিছে। দিলীপৰ ইচ্ছাকৃত আক্ৰমণো ইয়াত মিশ্ৰিত আছে।

এইবোৰ কথাৰ বাবে তুমি ল'ৰা-ছোৱালীহঁতক দোষী কৰিছা কিয়......? সমাজৰ পাৰিপাৰ্শ্বিক অবস্থা তাৰবাবে দায়ী—জয়ন্তই উত্তৰ দিলে।

তুমি কি কৈছা মই বুজা নাই। ভালকৈ বুজাই কোৱা চোন, জয়ন্ত—দিলীপে প্ৰশ্ন কৰিলে।

কিয় বুজা নাই হে, দিলীপ? সমাজৰ পাৰিপাৰ্শ্বিক অবস্থাৰ লগত দেশৰ ল'ৰা-ছোৱালীৰ চাৰিত্ৰ গঠন নিৰ্ভৰ কৰে। সমাজত যি আদৰ্শ দেখে ল'ৰা-ছোৱালীয়ে তাকে অনুসৰণ কৰে। যদি আদৰ্শ অনুযায়ী জাতীয়তা গঠন কৰিব খোজা সমাজৰ আদৰ্শ পৰিবৰ্তন কৰাৰ দিহা কৰা, সেইটো কৰিবলৈ হ'লে নতুন শিক্ষা পদ্ধতিৰ আৱশ্যক হৈছে। বৰ্তমানৰ শিক্ষাৰ দ্বাৰা ল'ৰা-ছোৱালীৰ আশা-আকাঙ্ক্ষা পূৰণ হ'ব নোৱাৰে, সেইবাবে এই শিক্ষাৰ প্ৰতি কাৰো শ্ৰদ্ধা নাইকিয়া হৈছে। স্কুল-কলেজত পঢ়িছে বিশ্ববিদ্যালয়ৰ মাৰ্কা এটি ল'বলৈ। চাকৰিৰ বজাৰত চাকৰি এটা ল'ব লাগিব। চাকৰি পাবলৈও বহুতে ইচ্ছা নকৰে; সেইবাবে এই শিক্ষাৰ প্ৰতি সৰ্বসাধাৰণৰ আস্থা নাই। এই অবস্থাৰ পৰিবৰ্তন নহ'লে সামাজিক শৃঙ্খলা কেতিয়াও নাহে—জয়ন্তই উত্তৰ দিলে।

মই তোমাৰ কথা বুজিবলৈ টান পাইছোঁ—জয়ন্ত!—দিলীপে ক'লে।

কিয় বুজা নাই দাদা—বুলি অপৰ্ণাই মাত লগালে। মোৰ এটি কথা শুনা। বৰ্তমান শিক্ষাপদ্ধতিৰ অৱস্থা কি হৈছে জানা? অভিভাৱকসকলে ভাবে যে তেওঁলোকে যেনেকৈ চাকৰিৰ আশাত স্কুলত মনোযোগ দি পঢ়িছিল, ওৰে ৰাতি নোট মুখস্থ কৰি পৰীক্ষাৰ বাবে সাজু হৈছিল সেইদৰে এতিয়াৰ ল'ৰাবিলাকেও পঢ়িব লাগে; কাৰণ পৰীক্ষাৰ ফলৰ ওপৰত ভৱিষ্যৎ চাকৰি নিৰ্ভৰ কৰে; কিন্তু ল'ৰাইতে ভাবে পৰীক্ষাত ভাল ফল হলে নো কি হ'ব? আমাৰ ইয়াত এতিয়াও তেনে অৱস্থা নহ'লেও বঙ্গদেশত কিমান ফাৰ্ষ্ট ক্লাচ এম. এ. বহি আছে, ছপাখানাৰ প্ৰুফ সংশোধন কৰি জীৱিকা নিৰ্বাহ কৰিছে। ভাবি চোৱাচোন এম. এ. পাছ কৰি যদি চাকৰি চাকৰি বুলি ঘূৰি ফুৰিব লাগে নাইবা ছপাখানাৰ প্ৰুফ্ সংশোধন কৰি জীৱিকা নিৰ্বাহ কৰিব লাগে তাতকৈ দুখৰ কথা কিবা আছে নে?

চাকৰিৰ সংখ্যা যদিও বাঢ়িছে তাৰ বাবেও উপযুক্ততাৰ কোনো মাপকাঠি নাই। চাকৰিৰ দায়িত্ব অনুসাৰেও দৰমহাৰ নিৰিখ বন্ধা হোৱা নাই। তদুপৰি বজাৰৰ বস্তুৰ মূল্য যি হিচাপে বাঢ়িছে চাকৰিৰ দৰমহা সেই হিচাপে বঢ়া নাই; গতিকে চাকৰিৰ বাবেও মানুহৰ তৃষ্ণা সিমান নাই। একো কৰিবলৈ নোহোৱাতহে মানুহে চাকৰি কৰে। আনফালে চাকৰিৰ সংখ্যা বাঢ়িলেও আটাইবিলাকে চাকৰি কৰি খাব নোৱাৰে। দেশত স্বাধীন ব্যৱসায়ৰ পথ মুকলি হ'ব লাগে। যেতিয়ালৈকে স্বাধীন ব্যৱসাৰৰ পথ মুকলি নহয় তেতিয়ালৈকে শিক্ষিত যুৱক-যুৱতীক মনৰ জোখাৰে কাম দিব নোৱাৰিব আৰু তেতিয়ালৈকে সিহঁতক আগৰ দিনৰ নিচিনা বাধ্য কৰি ৰাখিব নোৱাৰিব। অভিভাৱকসকলৰ ভৱিষ্যৎ দৃষ্টি চুটি হোৱা যেন দেখা গৈছে; কাৰণ আগৰ দিন যে পৰিবৰ্তন হৈ যাব লাগিছে তালৈ তেওঁলোকে দৃষ্টি দিয়াই নাই। সেইবাবে ল'ৰা-ছোৱালীবিলাকৰ আৰু অভিভাৱকসলকৰ দৃষ্টিভঙ্গি বিভিন্ন হৈছে। আনকালে চোৱা ছোৱালীবিলাককো ল'ৰাৰ শিক্ষা পদ্ধতিত শিক্ষা দিব ধৰিছে। ছোৱালীবিলাকেও সেইবাবে বি. এ. এম. এ পাছ কৰি চাকৰি বিচাৰে। পূৰ্বৰ সমাজৰ বা গাৰ্হস্থ্য ধৰ্মৰ আদৰ্শ এইদৰে তিষ্ঠি থাকিব পাৰে জানো? পাশ্চাত্য শিক্ষাত শিক্ষিত যুৱক-যুৱতীসকলে চাকৰি কৰি ফুৰাৰ কাৰণে ভাৰতীয় গাৰ্হস্থ্য ধৰ্মপালন কৰিব নোৱাৰে। সেইবাবে স্বামী-স্ত্ৰীৰ সম্বন্ধও ভাৰতীয় গাৰ্হস্থ্য ধৰ্মৰ পৰিপূৰক হিচাপে নহৈ এটি নতুন গঢ় লৈছে। এইটো তো স্বাভাৱিক পৰিণতি। এতিয়াও যে ইউৰোপীয় পদ্ধতিৰ পৰিবাৰ গঢ়ি উঠা নাই— আৰু এতিয়াও যে ভাৰতীয় আদৰ্শ সম্পূৰ্ণ পাহৰি যোৱা নাই—তাৰবাবে শিক্ষিত যুৱক-যুৱতীসকলক ধন্যবাদ হে দিব লাগে, দাদা। স্বামী-স্ত্ৰীৰ সম্বন্ধৰ কোনো পৰিবৰ্তন হোৱা নাই—গাৰ্হস্থ্য ধৰ্মৰ ৰূপৰ পৰিবৰ্তন হৈছে মাথোন।

অপৰ্ণাৰ মুখত এনে উত্তৰ শুনি জয়ন্ত খুচি হ'ল। অপৰ্ণাই যে এনে উত্তৰ কৰিব পাৰিব জয়ন্তই ভবাই নাছিল।

স্বাধীন ব্যৱসায়ৰ পথ কেনেকৈ মুকলি কৰা যায় জয়ন্ত—দিলীপে সুধিলে।

অপৰ্ণাই এই প্ৰশ্নৰ উত্তৰ দিলে—স্বাধীন ব্যৱসায়ৰ পথ খুলিবলৈ হ'লে দেশৰ নেতাসকলৰ দৃষ্টি-ভঙ্গি পৰিবৰ্তিত হ'ব লাগে। জাতিগত হিচাপে ইমানদিন কুটিৰ শিল্পবোৰ চলি আছিল। প্ৰত্যেকটো বৃত্তিৰ লগত জাতিৰ ছাপ থকা কাৰণে বহুতো কুটিৰ শিল্প ধ্বংস হ'ল। যি কাম কৰিলে সমাজত হেয় প্ৰতিপন্ন হ'ব লাগে সেই কাম মানুহে কিয় কৰিব? জাতিগত হিচাপে আজিকালি কুটিৰ শিল্পবোৰ বৰ্তি নাথাকে। বেলেগ বেলেগ শিল্পৰ বাবে বেলেগ বেলেগ অনুষ্ঠান খুলিব লাগে। প্ৰাচীন ভাৰতত বিনা খৰচে জাতিভেদ অনুসাৰে শিল্পবোৰৰ শিক্ষা চলি আছিল। আজিকালি প্ৰত্যেকটো শিল্প শিক্ষা দিবলৈ স্কুল-কলেজ পাতিব লাগিব। ই বৰ কম সমস্যাৰ কথা নহয়। আপোনাৰে মতে জীৱেকক

কাপোৰ বোৱা শিকাইছিল। আজিকালি বয়ন বিদ্যালয়ত নিশিকালে ছোৱালীয়ে কাপোৰ বুৱ নিশিকে। কমাৰ, কুমাৰৰ কামো আজিকালি স্কুল-কলেজতহে শিকিব লাগিব। সেইবাবে বিদ্যাশিক্ষাৰ বাবে মাইনৰ বা হাইস্কুলৰ সংখ্যা নবঢ়াই কাৰিকৰি বিদ্যাৰ স্কুল-কলেজ যথেষ্ট পৰিমাণে পাতিব লাগে।

এই আলোচনাৰ মাজত চাহ-জলপান খোৱা শেষ হৈ গ'ল। জয়ন্ত কি কাৰণে আহিছিল সেই কথাৰ একো মীমাংসা হোৱা নাই। দিলীপেও অপৰ্ণাক অপৰ্ণাৰ বিয়াত কি মত একো সুধিবলৈ সময় পোৱা নাই; গতিকে জয়ন্তই চিন্তান্বিত হৈ ক'লে—মই এতিয়া যাওঁ, দিলীপ। হঠাতে আপোনাক আহি আমনি দিলোঁ অপৰ্ণা দেবি। মাফ্ কৰিব, মই এতিয়া যাওঁ।

নোবাবে যাব, বৰুৱাদেৱ। খোৱা-বোৱা কৰি আবেলিকৈ আপুনি যাব—অপৰ্ণাই উত্তৰ দিলে।

দুপৰীয়া খোৱা-বোৱাৰ পাছত তিনিও আলাপ-আলোচনাত বহিল। বহুতো সামাজিক সমস্যা লৈ আলোচনা হ'ল। অপৰ্ণাৰ যুক্তি আৰু দৃষ্টিভঙ্গী দেখি উভয়ে তবধ মানিলে। গাঁৱৰ ছোৱালী এজনীয়ে যে ইমানবোৰ কথা জানিব পাৰে আনকি দিলীপেও ইমানদিনে বুজিব পাৰা নাই।

বিবাহটো এটা যাজ্ঞিক অনুষ্ঠান কৰি ৰাখিলে নচলিব—দাদা। দেশৰ হাওৱা বদলি গৈছে। বিবাহ এতিয়া চুক্তিতহে পৰিণত হ'ব—অপৰ্ণাই ক'লে।

জয়ন্ত আৰু দিলীপ চক্‌খাই উঠিল। অপৰ্ণাই কি কয়?

তাৰ অৰ্থ? বুলি দিলীপে সুধিলে। অৰ্থ হৈছে এইটো যে—বিবাহ যাজ্ঞিক অনুষ্ঠান বুলি কৈ বিবাহবন্ধন অচ্ছেদ্য কৰি মুনি ঋষিসকলে সমাজক ভুৱা দি ৰাখিছে। সেইটো বৰ্তমান যুগত নচলিব—বুলি অপৰ্ণাই উত্তৰ দিলে।

কিয় অপৰ্ণা দেবি! আপুনি দেখোন যুগান্তকাৰী মন্তব্য কৰিছে। —জয়ন্তই সুধিলে।

যুগান্তকাৰী মন্তব্য নহয়, বৰুৱা দেৱ। কালৰ গতিত নতুন পুৰণি হয়। পুৰণি পৰিবৰ্তিত হৈ আকৌ হয়তো নতুন হৈ দেখা দিয়ে। স্ত্ৰী-স্বামীৰ অৰ্দ্ধাঙ্গিনী, জন্মজন্মান্তৰৰ সঙ্গিনী, সহধৰ্মিণী ইত্যাদি নানাকথাৰে স্ত্ৰীজাতিক পুৰুষৰ সম্পূৰ্ণ অধীন কৰি ৰাখিছে। আজিৰ দিনত সেইটো নচলিব।—অপৰ্ণাই ক'লে।

কিয়? তাত দোষ কি পালে? জয়ন্তই প্ৰশ্ন কৰিলে। দিলীপে তবধ মানিছে। অপৰ্ণাৰ এই ৰূপ মতবাদ দিলীপে আগেয়ে কেতিয়াও শুনা নাই।

দোষ-গুণৰ কথা নহয়—বৰুৱা দেৱ! পুৰুষ আৰু স্ত্ৰীৰ সমান অধিকাৰ, সকলো দেশতে আছে—নাই কেৱল ভাৰতবৰ্ষত। সমান অধিকাৰ নাথাকিলে সহধৰ্মিণী বুলি কোৱাৰ আৱশ্যক কি? ই ভুৱা হয় নে নহয়?

সেইটো আপোনাৰ ভুল ধাৰণা—অপৰ্ণা দেবি! জয়ন্তই উত্তৰ দিলে।

কেতিয়াও নহয়। আপুনি প্ৰমাণ কৰক বৰুৱা দেৱ—বুলি অপৰ্ণাই তৰ্কৰ আহ্বান জনালে।

জয়ন্ত তৰ্কৰ বাবে সাজু হ'ল। ক'লে—হিন্দুৰ বিবাহ যাজ্ঞিক অনুষ্ঠান কাৰণে স্ত্ৰী-পুৰুষৰ ভিতৰত এনে এটি সম্বন্ধ গঢ়ি উঠে যি সম্বন্ধ স্ত্ৰী-পুৰুষৰ ভিতৰত যি কোনো এজন মৰিলেও চিঙি নাযায়। দাম্পত্য প্ৰেমৰ যদি পাৰ্থিব কোনো বন্ধন থাকে, তেন্তে হিন্দুৰ এই বিবাহৰ যাজ্ঞিক অনুষ্ঠান। আজি জগতৰ পিনে দৃষ্টি কৰি চাওক। ভাৰতবৰ্ষৰ এই বিবাহবন্ধন কিমান মধুৰ, কিমান শান্তিৰ আৰু কিমান সুখৰ।

আন দেশৰ দাম্পত্য প্ৰেমৰ মধুৰতা যে ভাৰতবৰ্ষ দাম্পত্য প্ৰেমৰ মধুৰতাত কৈ কম তাৰ কি প্ৰমাণ আছে, বৰুৱাদেৱ? বুলিকৈ অপৰ্ণাই হাঁহি পেলালে।

জয়ন্তই ক'লে—চাওক আমাৰ ওচৰত ইয়াৰ কোনো মাপকাঠি নাই—কিন্তু চুক্তিৰ ওপৰত সম্পন্ন হোৱা বিয়া কিমান ভাঙি গৈছে তাৰ হিচাপ সম্পূৰ্ণ আছে। ভাৰতবৰ্ষৰ দাম্পত্য জীৱনত ঘটা নানা অশান্তিৰ মাজতো দাম্পত্য প্ৰেমৰ হৰণভগন নহয় আৰু মানৱ সভতাত এই বিবাহৰ এটি বিশেষ স্থান আছে।

চাওক, বৰুৱাদেৱ,—মানৱতা আৰু মানৱসভ্যতা দুটা বস্তু নহয়। মানৱতাৰ ফালৰ পৰা লক্ষ্য কৰিলে দেখিব যে বহু ক্ষেত্ৰত বিবাহ-বিচ্ছেদ বাঞ্ছনীয়। যিটো বাঞ্ছনীয় সেই কথাটো পালন কৰা মানৱতা আৰু মানৱ সভ্যতাৰো কোনো হানিজনক কথা নহয়। —অপৰ্ণাই ক'লে।

এই বিষয়ে তৰ্ক কৰি থকাৰপৰা কোনো ফল পোৱা নাযাব; কিন্তু প্ৰাণীজগতৰ ফালে দৃষ্টি কৰক—দেখিব হিন্দুৰ বিবাহৰ দ্বাৰা যেনেকৈ স্ত্ৰী-পুৰুষৰ ভিতৰত অবিচ্ছেদ্য সম্বন্ধ ঘটি উঠে জোৱা জোৱা পশুপক্ষীৰ ভিতৰতো তেনে অবিচ্ছেদ্য সম্বন্ধ আপোনা আপুনি ঘটি উঠে। বৰ মধুৰ এই সম্বন্ধ। তাৰ উপৰি আন এটি কথা এই যে বিবাহ-বিচ্ছেদত তিৰোতা জাতিৰ হানিৰ মাত্ৰা বেছি হ'ব; আৰু পূৰ্ব পক্ষৰ ল'ৰা-ছোৱালীবিলাকৰো ভৱিষ্যৎ জীৱন সম্পৰ্কে নানা অশান্তিয়ে দেখা দিব। পাশ্চাত্য দেশৰ নিচিনা বিবাহ প্ৰথা চলিলে ভাৰতীয় গাৰ্হস্থ্য জীৱনৰ মধুৰতা লোপ পাব—ই ধ্ৰুৱ নিশ্চয়। কালৰ গতিক কোনেও বাধা দিব নোৱাৰে, যিটো হ'বলগীয়া সি হ'বই, কিন্তু এইটো কথা ঠিক যে হিন্দু জাতিৰ মাজৰপৰা বৈদিক ধৰ্মানুষ্ঠানবোৰ একেবাৰে লোপ পাই নাযায়। পুনঃ পুনঃ অৱস্থাবিপৰ্য্যয়ৰ মাজতো তিষ্ঠি থাকিব—এই ধৰ্মানুষ্ঠানবোৰ আমি পছন্দ কৰোঁ বা নকৰোঁ। সনাতন ধৰ্মৰ বিশেষত্ব এইখিনিতেই। সনাতন সত্যৰ ওপৰত প্ৰতিষ্ঠিত এই ধৰ্ম। ইয়াৰ হৰণভগন নহয়। ই অন্ধবিশ্বাস নহয়—ধ্ৰুৱ সত্য। জয়ন্তই বক্তৃতাৰ সুৰে ক'লে।

অপৰ্ণাই ইয়াৰ পাছত প্ৰতিবাদ কৰিবলৈ ভাল নাপালে। ফলে—বিবাহ সম্পৰ্কে তিৰোতাজাতিৰ কি কৰ্তব্য সেই বিষয়ে মই এতিয়াও স্থিৰ সিদ্ধান্তত উপনীত হ'ব পৰা নাই। চিৰাচৰিত নিয়মত যেন ক'ৰবাত কেৰোণ আছে—মোৰ তেনে সন্দেহ হয়।

জয়ন্তই ইয়াৰ পাছত কোনো উত্তৰ নিদিলে। দিলীপ বৰ বিষণ্ণ হ'ল। জয়ন্তই বিদায় মাগিলে। জয়ন্ত গুচি গ'ল—হতাশমনে।

## (৬)

অপৰ্ণাৰ প্ৰতি জয়ন্তৰ আকৰ্ষণ বাঢ়ি গৈছে; কিন্তু অপৰ্ণাৰ লগত সিদিনা বিবাহৰ বিষয়লৈ যি আলোচনা হ'ল তাৰপৰা জয়ন্তৰ মনত বিষাদ জন্মিছে। বিবাহ সম্পৰ্কে অপৰ্ণাৰ যি মত পোৱা গৈছে তাৰ দ্বাৰা জয়ন্তৰ বুজিবলৈ বাকী থকা নাই—যে অপৰ্ণা যাজ্ঞিক অনুষ্ঠানৰ পক্ষপাতী নহয়। চিভিল মেৰেজ বা ৰেজেষ্টাৰী বিয়াত হয়তো অপৰ্ণাৰ মত হ'ব পাৰে কিন্তু জয়ন্ত সেই বিয়াৰ পক্ষপাতী নহয়; তদুপৰি জয়ন্তৰ পিতাক, মাক বা আবুয়েক কিয় মান্তি হ'ব? মুঠতে অপৰ্ণাৰ লগত বিয়া হোৱাৰ সম্ভাৱনা নাইকিয়া হৈ গৈছে।

মাজতে দিলীপৰ বিপদ হৈছে। দিলীপে জয়ন্তৰ পিতাকৰ আগত কি কয় তাকে ভবিব লাগিছে। অপৰ্ণাৰ মাকেতো দিলীপৰ আগত স্পষ্টকৈ কৈছে যে অপৰ্ণাৰ এই বিয়াত মত নাই। সিদিনাৰ আলোচনা অপৰ্ণাই নিজে উত্থাপন কৰিছিল আৰু সেই আলোচনাত অপৰ্ণাৰ যি স্পষ্ট মত প্ৰকাশ পাইছে তাৰ পাছত অপৰ্ণাৰ মত পুনঃ সুধিবলৈ দিলীপে লাজ পাইছে। দিলীপ আজি মাজৰ মানুহ হৈও কোনোপক্ষকে কোনো কথা ক'ব পৰা নাই। দিলীপ বৰ আচৰিত হৈছে যে অপৰ্ণাই ইমানবোৰ কথা শিকিলে। আধুনিক প্ৰগতিৰ বাটত যে নাৰীজাতি ইমান আগবাঢ়ি গৈছে আৰু তাৰ প্ৰভাৱ যে সুদূৰ নকুছি গাঁৱতো ইমানকৈ বিস্তাৰ কৰিছে দিলীপৰ অজ্ঞাত আছিল। অপৰ্ণাই বাতৰি কাকত আৰু কিতাপ বৰকৈ পঢ়ে। তাৰপৰাই যে অপৰ্ণাৰ মন ইমান স্বাধীন আৰু প্ৰগতিবাদী হৈছে দিলীপে এতিয়াহে আবিষ্কাৰ কৰিলে। নাৰী জগতৰ জাগৰণ ইমান দ্ৰুত আৰু শক্তিশালী হৈ উঠিছে বুলি দিলীপে ক'বই নোৱাৰিছিল। আনফালে দিলীপৰ মনত বৰ দুখ হৈছে। অপৰ্ণাৰ প্ৰতি দিলীপৰ ভনীৰ প্ৰতি ককায়েকৰ চেনেহ জড়িত আছে। সহোদৰা নহলেও দিলীপে অপৰ্ণাৰ এই কথাবোৰ শুনি ভাল পোৱা নাই। নাৰীৰ বিবাহৰ বিষয় লৈ ইমান স্পষ্টকৈ অপৰ্ণাই জয়ন্তৰ লগত আলোচনা কৰিছে যে অপৰ্ণাৰ মত বুজিবলৈ কাৰো বাকী থকা নাই।

দিলীপে নিজৰ পঢ়া কোঠালীত আৰাম চেয়াৰ এখনত বহি এইবোৰ কথা

ভাবি আছে। এনেতে অপৰ্ণাই আহি মাতিলে—দাদা। মা'ই তোমাক আম খাবলৈ মাতিছে। ভাল বাৰু। অপৰ্ণা, যাব লাগিছোঁ, তই যা, এই বুলি অপৰ্ণাক বিদায় দিবৰ মনেৰে দিলীপে ক'লে। দিলীপৰ মন বৰ গধুৰ হৈ আছে, কোনোপধ্যে কোনোকাৰণে অপৰ্ণাৰ লগত কোনো আলোচনা কৰিব খোজা নাই। অপৰ্ণাই দিলীপৰ মনোভাব বুজি পাই কোনো কথা নোকোৱাকৈ পুনঃ ঘৰলৈ গুচি গ'ল। দিলীপ আহিল। অপৰ্ণাৰ মাকে দিলীপক এটি আম আৰু এবাটি চেকা কঠালৰ ৰস খাবলৈ দিলে। আম-কঠালৰ বতৰত এইদৰে আম-কঠাল খোৱা এটা আনন্দৰ কথা। খোৱাৰ লগে লগে দিলীপে সুধিলে—অপৰ্ণা ক'ত, মাহী।

সৌৱা পুখুৰীৰ পাৰত ইলাৰ লগত বেঞ্চত বহি দুয়ো কথাপাতি আছে—ভুবনেশ্বৰীয়ে এই বুলি কৈ অপৰ্ণা আৰু ইলাৰ ফালে আঙুলিৰে দেখুৱাই দিলে।

দিলীপে আম কঠাল খোৱা শেষ কৰি অপৰ্ণাহঁতৰ ফালে গ'ল। দিলীপে ইলাক সুধিলে—তোমালোকে ইয়াত মহিলাসমিতি পাতিছা নেকি, ইলা?

ইলা আচৰিত হ'ল। ক'তা আমিতো ইয়াত মহিলাসমিতি পতা নাই—দিলীপদা। অপৰ্ণাই মাথোন হাঁহিলে। অপৰ্ণাৰ ফালে চাই দিলীপ ঘূৰি আহিল; একোকে নক'লে।

দিলীপৰ মনত সন্দেহ হৈছিল যে অপৰ্ণাৰ যিবোৰ ধাৰণা সেই ধাৰণা যদি গাঁৱত প্ৰচাৰ হয় তেন্তে অপৰ্ণাৰ বিষয়ে নানা কথা ওলাব। অপৰ্ণাৰ মাকৰ মনত তেতিয়া বৰ আঘাত লাগিব। এনেয়ে অপৰ্ণাৰ মাকৰ মনত শান্তি নাইকিয়া হৈছে। অপৰ্ণাৰ বিয়াৰ বাবে যত্ন কৰিবৰ মানুহ দিলীপত বাহিৰে আন কোনো নাই। দিলীপ বৰ চিন্তান্বিত হৈছে।

জয়ন্ত বৰ ব্যথিত মনে সিদিনা অপৰ্ণাহঁতৰ ঘৰৰ পৰা ঘূৰি গৈছে। অপৰ্ণাৰ কথাবোৰ জয়ন্তৰ ভাল লগা নাই। অপৰ্ণাৰ যুক্তিবোৰ যেন আধুনিকতাৰ ঔদ্ধত্য আৰু পুৰণি প্ৰথাৰ ওপৰত অযথা আক্ৰমণ। পুৰণি প্ৰথামতে নাৰী পুৰুষৰ অধীন আৰু নাৰীজাতিৰ ওপৰত পুৰুষৰ অমানুষিক অত্যাচাৰ চলি আছে এইবোৰ কথা প্ৰতিপন্ন কৰিবলৈ অপৰ্ণা যেন বদ্ধপৰিকৰ হৈছে। জয়ন্ত সিদিনা অপৰ্ণাহঁতৰ ঘৰলৈ যোৱাৰ কোনো কথা নাছিল। কিবা এটা অদৃশ্য আকৰ্ষণৰ ফলত জয়ন্ত গৈছিল। যি পৰিমাণ উৎসাহ আৰু আনন্দত জয়ন্ত অপৰ্ণাহঁতৰ ঘৰলৈ গৈছিল সেই পৰিমাণ নৈৰাশ্য আৰু নিৰানন্দৰ বোজা বান্ধি লৈ জয়ন্ত ঘূৰি আহিছে। জয়ন্তৰ লগত অপৰ্ণাৰ বিয়া হ'ব নে নহয় সেই বিষয়ে অপৰ্ণাই স্পষ্টকৈ একো কোৱা নাই কিন্তু কথাপ্ৰসঙ্গৰ দ্বাৰা বুজা যায় যে অপৰ্ণাৰ মতে বিবাহ এটা চুক্তি হে মাথোন। স্ত্ৰী-পুৰুষৰ সম্বন্ধ সংসাৰযাত্ৰা নিৰ্বাহৰ এটা পথ। স্ত্ৰী-পুৰুষৰ নিজৰ নিজৰ আদৰ্শ পৰিপূৰণৰ এটা পাৰস্পৰিক সম্পৰ্ক। বিপৰীত আদৰ্শৰ স্ত্ৰী-পুৰুষৰ বৈবাহিক জীৱন সুখৰ হ'ব নোৱাৰে। বিপৰীত আদৰ্শৰ জীৱনযাত্ৰানিৰ্বাহৰ দ্বাৰা

দুটি জীৱনৰ সংঘাত হয়। এই সংঘাতত অশান্তি হোৱা স্বাভাৱিক। অবিচ্ছেদ্য সম্বন্ধ স্থাপন হ'লে এই সংঘাতৰ দ্বাৰা দুটি জীৱন ব্যৰ্থতাত পৰ্য্যবসিত হোৱা স্বাভাৱিক পৰিণতি। অপৰ্ণাৰ আশঙ্কাৰ মৰ্ম এই। সতী-সাবিত্ৰী-দময়ন্তীৰ দেশত আজি সতীত্বৰ আদৰ্শ আৰু নাৰীৰ মৰ্যাদাও বৈবাহিক চুক্তিৰ চৰ্তহে মাথোন। জয়ন্তৰ পক্ষে এই প্ৰগতি অসহনীয়। জয়ন্তই অপৰ্ণাৰ এইবোৰ কথা সহিব পৰা নাই।

জয়ন্তৰ পিতাকে দিলীপৰফালৰ পৰা কোনো চিঠি পত্ৰ নাপাই চিন্তান্বিত হৈছে। অপৰ্ণাৰ লগত বিয়া হোৱাৰ সম্ভাৱনা নাই বুলি তেওঁ ভাবিছে। সেইবাবে অন্য ঠাইত বিয়াৰ বন্দোবস্ত কৰিবলৈ যত্ন কৰিছে।

## (৭)

অপৰ্ণাই গুৱাহাটীতে ছোৱালী কলেজত নাম লিখিলে—আজৰি সময়ত কাপোৰ বুই উপাৰ্জনৰ বাট উলিয়াব বুলি মনে মনে স্থিৰ কৰি সেই অনুসাৰে তাৰ ব্যৱস্থাও কৰিছে। অপৰ্ণাক দেখি ইলায়ো কলেজ হোষ্টেলতে কাপোৰ বোৱাৰ ব্যৱস্থা কৰি লৈছে।

কলেজ হোষ্টেলৰ গভৰ্ণেছ সৰলা দেৱী—বালবিধৱা বামুণৰ ছোৱালী। বিধৱা হোৱাৰ পাছত স্কুল-কলেজত পঢ়ি এম. এ. পাছ কৰি কলেজৰ অধ্যাপিকা হৈছে। বামুণৰ বিধৱাৰ নীতি-নিয়ম মানি চলে। পূজা-আহ্নিক কৰে আৰু দিনটো লঘোনে থাকি সন্ধ্যাৰ সময়ত হবিষ্যান্ন কৰে। সৰলাৰ বয়স কিমান কোনেও অনুমান কৰিব নোৱাৰে। মুখৰ লাৱণ্য আৰু শৰীৰৰ গঠন চাই অনুমান হয় যেন তেওঁ ভৰা যুৱতী। অধ্যাপিকা আৰু গভৰ্ণেচ হিচাপে আজি দহ বছৰ তেওঁ কাম কৰিছে। তেওঁ যিদিনা কামত সোমাইছিল সিদিনা শৰীৰৰ যি লাৱণ্য লৈ আহিছিল সেই লাৱণ্যৰ কোনো হানি বিঘ্নি হোৱা বুলি কোনেও ক'ব নোৱাৰে। হাঁহিমুখ আৰু সদানন্দ ভাৱ। মুখৰ ফালে চালে অনুমান হয় যেন তেওঁ ষোড়শী যুৱতী। ওচৰত থিয় দিলে অনুমান হয় যেন তেওঁ ষোড়শী যুৱতী। ওচৰত থিয় দিলে অনুমান হয় যেন তেওঁৰ চাৰিওফালে এটা স্নিগ্ধতাৰ পৰিবেশ লাগি আছে। তেওঁক দেখিলে কলেজৰ আৰু হোষ্টেলৰ ছোৱালীবিলাকৰ মনত আপোনাআপুনি এটা ভক্তি আৰু শ্ৰদ্ধাৰ ভাৱ উদয় হয়। কলেজত কুটিৰ শিল্পৰ শিক্ষাৰ কোনো ব্যৱস্থা নাই। কিন্তু আজৰি সময়ত ছোৱালীবিলাকে যিকোনো শিল্প শিক্ষাৰ চৰ্চা কৰিলে উপযুক্ততা বিচাৰ কৰি তাৰ বাবে কলেজৰ পৰা প্ৰশংসা-পত্ৰ দিয়া হয়। এই ব্যৱস্থা সৰলা দেৱীৰ যত্নত হৈছে। কাপোৰবোৱা, বেজিৰ কাম কৰা আৰু সূতাকটা বৰ্ত্তমান এই তিনিবিধ বিষয়হে প্ৰবৰ্ত্তন হৈছে। এই ব্যৱস্থা অনুসৰি

অপৰ্ণা আৰু ইলাই কাপোৰ বোৱা কাম হাতত লৈছে। অপৰ্ণাই পাটৰ কাপোৰ আৰু মুগাৰ কাপোৰ বুই যথেষ্ট উপাৰ্জন কৰে।

সিদিনা সৰলা আহি অপৰ্ণাৰ পাছফালে থিয় দি কাপোৰ বোৱা চাই আছিল। অপৰ্ণাই কাপোৰ বোৱাৰ লগে লগে কিবা অন্য কথা ভাবি আছিল। গভৰ্ণেছ আহি যে কাষত থিয় দি আছে কবই পৰা নাছিল। অপৰ্ণাই ভাবি আছিল—

হিন্দুৰ বৈবাহিক প্ৰথা যাজ্ঞিক অনুষ্ঠানৰ মাজেদি হয় বুলি সি অবিচ্ছেদ্য সম্বন্ধ হয় আৰু এই সম্বন্ধ জন্মজন্মান্তৰৰ বুলি বিশ্বাস কৰা হয়। নাৰীৰ মৰ্যাদা আৰু সতীত্বৰ লগত বিবাহৰ সম্পূৰ্ণ সম্বন্ধ আছে। যি দেশত বা যি ধৰ্মত বিবাহ চুক্তি হিচাপে ভবা হয় সেই দেশতো তো নাৰীৰ মৰ্যাদাৰ যথেষ্ট মূল্য আছে। বিবাহবিচ্ছেদ আছে বুলিতো সতীত্বৰ কোনো অৱমাননা নাই। যেতিয়া যি পুৰুষৰ লগত স্বামী স্ত্ৰীৰ সম্বন্ধ ঘটে তেতিয়া সেই পুৰুষৰ লগত সততা ৰক্ষা কৰি চলিলেই সতীত্বৰ কোনো হানি নহয় আৰু বিবাহবিচ্ছেদ (ডাইভোৰ্চ) আইনৰ আদৰ্শ এইটোৱেই; কিন্তু হিন্দু নাৰীৰ মৰ্যাদাৰ যি পবিত্ৰতা সেই পবিত্ৰতাৰ আদৰ্শ ইয়াত নাই বা থাকিব নোৱাৰে। কোনো পুৰুষ যদি লম্পট হয়, অত্যাচাৰী হয়, মদপী হয় বা স্ত্ৰীৰ প্ৰতি সম্পূৰ্ণ দায়িত্বজ্ঞানহীন হয় তথাপি স্ত্ৰীৰ কৰ্তব্য স্বামীৰ প্ৰতি অচলা ভক্তি প্ৰদৰ্শন কৰা। ই স্বাভাৱিক কেনেকৈ হ'ব পাৰে? নাৰীৰ মৰ্যাদা যদি স্বামীয়ে নিজে ৰক্ষা নকৰে, স্বামী যদি অত্যাচাৰী হয়, পত্নীপ্ৰেম যদি নাথাকে সেই স্বামীৰ ওচৰত নাৰী আজীৱন কিহৰ বলত, কি সুখত বা কি বন্ধনত আৱদ্ধ থাকিব? বিবাহ যাজ্ঞিক অনুষ্ঠান হোৱা বাবে বিবাহ বিচ্ছেদৰ কোনো উপায় নাই আৰু যি জন মানুহৰ লগত কোনো প্ৰকাৰে মনৰ মিল হ'ব নোৱাৰে, তাৰ লগত স্বামীৰ ভক্তি আৰু প্ৰেম সম্পূৰ্ণ ঢালি দি চিৰজীৱন কটাব লাগিব— ইয়াৰ দ্বাৰা নাৰীজাতিৰ প্ৰতি যথেষ্ট অবিচাৰ কৰা হৈছে। দুটা দুটা জীৱন একেলগে প্ৰকৃতিৰ আৰু স্বভাৱৰ পাৰস্পৰিক বৈপৰিত্য দোষত অশান্তি আৰু ব্যৰ্থতাৰ গৰ্ভত বিলীন হৈ যায়। অপৰ্ণা এইবোৰ কথা ভাবি তন্ময় হৈ আছে।

সৰলা দেৱীয়ে মাত লগালে কি ভাবি আছা—অপৰ্ণা?

অপৰ্ণা চক্‌খাই উঠিল। গভীৰ চিন্তাত নিমগ্ন থকা মানুহক হঠাতে মাতিলে আৰু নিৰ্জনতা থকা বুলি ভাবি একান্তমনে গভীৰ চিন্তাত বিভোৰ হৈ থকা মানুহক মাতিলে হঠাতে চক্‌খাই উঠা স্বাভাৱিক। অপৰ্ণাও তেনেভাৱে চক্‌খাই উঠি সৰলাক দেখি লাজ পালে।

মই বহুতো কিবাকিবি ভাবি আছোঁ—বাইদেউ, বুলি অপৰ্ণাই উত্তৰ দিলে।

বহুত কিবাকিবি কি কথা অপৰ্ণা? সৰলাই সুধিলে। অপৰ্ণা আহিবৰ

দিনাখনৰ পৰা অপৰ্ণাৰ প্ৰতি এটি আপোনভাৱ উপজিছে—সৰলাৰ মনত, অপৰ্ণাৰ মুখত এটা স্থিৰতাৰ আৰু গাম্ভীৰ্যৰ জেউতি দেখি। দুখ-কষ্টৰ মাজত উঠা ছোৱালীৰ মুখত এনে এটি স্থিৰতা সাধাৰণতে লক্ষ্য কৰা যায়। অপৰ্ণাৰ মুখৰফালে চালে—সৰলাই ভাবে অপৰ্ণা যেন নিজৰেই ছোৱালী। মানুহৰ মাজত পৰস্পৰৰ এনে আকৰ্ষণত পৰস্পৰৰ মাজত এটা সম্বন্ধ আপোনআপুনি গঢ়ি উঠে— যেন ই কত কালৰ তেজৰ সম্বন্ধ। অপৰ্ণাৰ মনতো সৰলাৰ প্ৰতি নিজৰ মাকৰ নিচিনা এটা ভক্তিৰ ভাৱ উদয় হৈছে। সৰলাৰ মুখত সৰলতাৰ স্বৰ্গীয় আভা এনেদৰে প্ৰস্ফুটিত হোৱা অপৰ্ণাই দেখা পায় যেন সৰলা সৰলতাৰ প্ৰতিমূৰ্তি। এই কাৰণেই অপৰ্ণাই সৰলাক ভক্তি আৰু শ্ৰদ্ধা কৰে—যি ভক্তি আৰু শ্ৰদ্ধা অকল জননীৰহে প্ৰাপ্য।

অপৰ্ণাই উত্তৰ দিলে—সেইবোৰ বহুত কথা বাইদেউ। আপোনাৰ আগত সেইবোৰ কোৱা কথা নহয়। কেতিয়াবা কথাপ্ৰসঙ্গত কম বাৰু, বাইদেউ।

অপৰ্ণাৰ উত্তৰত সৰলা খুচি নহ'ল। সৰলাই জীৱনত অনেক ঘাত-প্ৰতিঘাত পাইছে—অনেক প্ৰকাৰৰ অভিজ্ঞতা লাভ কৰিছে। অপৰ্ণাৰ এই তন্ময়তা আৰু চিন্তাৰ এই গভীৰতা ছোৱালীবিলাকৰ ক্ষেত্ৰত প্ৰায়েই প্ৰেমৰ লক্ষণ। প্ৰেমিকাৰ হৃদয় প্ৰেমিকৰ চিন্তাত তন্ময় হৈ থাকে। সৰলাৰ মনত ধাৰণা হ'ল যে অপৰ্ণা প্ৰেমত পৰিছে। সেইবাবে অপৰ্ণাক নিজৰ কুঠৰীলৈ মাতি লৈ গ'ল। কুঠৰীত সুমাই লৈ ভিতৰৰ পৰা দৰজা বন্ধ কৰি দি নিজৰ বিছনাত অপৰ্ণাক বহুৱাই ল'লে। নিজে কাষত বহি অপৰ্ণাৰ গালত এটি চুমা খালে আৰু অপৰ্ণাক গলত সাবটি ধৰি সুধিলে—কচোন ভনিটী! তোৰ কি হৈছে? তোৰ এনে উন্মনা ভাৱ কিয় হৈছে?

অপৰ্ণাই আপোনজনৰ পৰা এনে মৰমৰ ভাৱ কোনোকালে পোৱা নাই। মাকৰ লগত অপৰ্ণাৰ প্ৰাণখোলা কথা নহয় আৰু মাকৰ মৰমত দৰদী হিয়াৰ উচ্ছাস নাই। বহুত কথাত মাকৰ লগত অপৰ্ণাৰ মিল নাই। অপৰ্ণা ইমান দিন স্বাধীনভাৱে চলিছে। দিলীপক জ্যেষ্ঠ ভ্ৰাতৃৰ স্থান দি আহিছে আৰু ইলাক সৰু-ভনিটীৰ নিচিনা ভাবি আহিছে। অপৰ্ণাৰ অন্তৰৰ কথা কোৱাৰ লগ কোনোদিনেই হোৱা নাই। অপৰ্ণাৰ প্ৰাণত সৰলাৰ এই ব্যৱহাৰত এটি আনন্দৰ ঢৌ খেলি গ'ল আৰু গোটেইটো শৰীৰত এটা শিহৰণৰ সঞ্চাৰ হ'ল। অপৰ্ণাই একোকে ক'ব নোৱাৰিলে—মাথোন অপৰ্ণাৰ দুই চকুয়েদি দুধাৰি চকুৰ পানী আপোনাআপুনি বৈ গ'ল।

অপৰ্ণাৰ মনত দুখ আছে এই কথা কোনেও নাজানে। আজি দৰদী হিয়াৰ কোমল পৰশত অপৰ্ণাৰ অন্তৰত গোট মাৰি থকা দুখ গলি পানী হৈ চকুৰে ধাৰ বলিলে। অপৰ্ণাৰ মনৰ দুখৰ কথা মাকেও নাজানে। অপৰ্ণা বামুনৰ ছোৱালী।

শান্তি হোৱাৰ আগতে বিধবা মাকে উপযুক্ত দৰাত অপৰ্ণাক বিয়া দিব নোৱাৰিলে। সেইবাবে নানাজনৰ নানা কথা অপৰ্ণাৰ মাকে আৰু অপৰ্ণাই শুনিব লগা হৈছে। ভুবনেশ্বৰীয়ে যথাসময়ত অপৰ্ণাক বিয়া দিবৰ চেষ্টা কৰিছিল কিন্তু অপৰ্ণাৰ জোখাৰে উপযুক্ত দৰা নোপোৱাত আৰু দিলীপে অনুপযুক্ত দ'ৰাত বিয়া দিবলৈ হাক্ দিয়াত শান্তি হোৱাৰ আগতে অপৰ্ণাৰ বিয়া নহ'ল। দিলীপে কৈছিল যে শান্তি হোৱাৰ পূৰ্বে উপযুক্ত দৰাত ছোৱালী বিয়া দিয়া শাস্ত্ৰীয় বিধি সঁচা কিন্তু উপযুক্ত দৰাৰ অভাৱ হ'লে অনুপযুক্ত দৰাৰ লগত ছোৱালী বিয়া দিয়া উচিত নহয় বুলি শাস্ত্ৰই দঢ়াই দঢ়াই কৈছে। গতিকে শান্তি হোৱাৰ পূৰ্বে অপৰ্ণাক বিয়া নিদিয়াত কোনো শাস্ত্ৰীয় বিধি উলঙ্ঘন কৰা হোৱা নাই; কিন্তু তিতা আৰু অবাঞ্ছনীয় মাত অনাহকতে যাৰে তাৰে পৰা শুনি অপৰ্ণাৰ অন্তৰ ভিতৰে ভিতৰে শিলৰ নিচিনা কঠিন হৈ উঠিছে আৰু শাস্ত্ৰীয় বাক্যৰ মৰ্য্যাদা ৰক্ষা কৰিবলৈ নিজক সম্পূৰ্ণ উপযুক্তা কৰি লৈ উপযুক্ত দৰাৰ লগতহে পৰিণীতা হ'ব বুলি মনে মনে প্ৰতিজ্ঞাবদ্ধা হৈছে।

জয়ন্তৰ প্ৰতি অপৰ্ণাৰ স্বাভাৱিক আকৰ্ষণ ওপজিছে। মনৰ কঠিনতা নাথাকিলে হয়তো এই সম্বন্ধত অপৰ্ণাই সহজতে মত দিলেহেঁতেন; কিন্তু জয়ন্তৰ মানসিক আদৰ্শ আৰু অপৰ্ণাৰ মানসিক আদৰ্শ সমান স্তৰৰ হয়নে নহয় তাকে বুজিবৰ কাৰণে অপৰ্ণাই সময় লৈছে। কলেজীয়া শিক্ষা বা ধনৰ মানদণ্ডত অপৰ্ণা বিচলিতা হ'ব খোজা নাই; কিন্তু জয়ন্তৰ উপস্থিতিত জয়ন্তৰ প্ৰতি এটি স্বাভাৱিক আকৰ্ষণ এনেদৰে অনুভৱ কৰে যেন অপৰ্ণাই জয়ন্তৰ ওচৰত নিজক সম্পূৰ্ণৰূপে বিলীন কৰি দিব আৰু জয়ন্তৰ অনুপস্থিতিত জয়ন্তৰ বিষয়ে এটা চিন্তা অহৰহ অপৰ্ণাৰ অন্তৰত চলি থাকে। জয়ন্তৰ চিন্তাতে তাই আনন্দ পায়, মধুৰিমাৰ আৱেশ অনুভৱ কৰে। জয়ন্ত সুপুৰুষ, শিক্ষিত আৰু মাৰ্জিত ৰুচিসম্পন্ন। জয়ন্তৰ প্ৰতি অপৰ্ণাৰ আকৰ্ষণ ক্ৰমে প্ৰবলতৰ হৈ উঠিব লাগিছে। বৰশী বাই থকা দিনাখন যেতিয়া জয়ন্তই—অপৰ্ণাই দিলীপক কোৱা মাত্ৰকে—নিজে পানীত নামি মাছটো পাবলৈ আনিবলৈ আগ বাঢ়িছিল সিদিনা বিশেষকৈ অপৰ্ণাৰ মন জয়ন্তৰ প্ৰতি বেছি আকৃষ্ট হৈছে; কিন্তু তাৰে পাছদিনাই বিবাহপ্ৰথা চুক্তিৰ ওপৰত নিৰ্ভৰ কৰা উচিত নে যাজ্ঞিক অনুষ্ঠানৰ ওপৰত নিৰ্ভৰ কৰা উচিত এই বিষয়ে তৰ্ক-বিতৰ্ক হোৱাত জয়ন্ত হতাশ আৰু ব্যথিত মনে অপৰ্ণাহঁতৰ ঘৰৰ পৰা ঘূৰি গৈছে। অপৰ্ণাই এই কথা অন্তৰে অন্তৰে বুজি পাইছে; কিন্তু অপৰ্ণাই তথাপি মনে মনে স্থিৰ কৰি লৈছে যে ভাগ্যত যি ঘটে ঘটিব কিন্তু কোনো পুৰুষ মানুহক সম্পূৰ্ণকৈ বুজি পোৱাৰ আগতে বিয়াত সন্মতি নিদিয়ে। নিজৰ মনৰ আদৰ্শৰ লগত মিলাই চাই সমান মানসিক আদৰ্শৰ মানুহ পালেহে নিজক দান কৰিব। হিন্দুৰ বিয়াত বিবাহ-বিচ্ছেদ নাই। যদি পাছত উভয়ৰ মিল নঘটে তেতিয়া জীৱনত অশান্তি

অশান্তি আৰু অজস্র জ্বালা আহিব। অপর্ণাৰ মনত সন্দেহ উপস্থিত হৈছে যে মনে মনে যদি পতিক ভাল পোৱা নাযায়, মনে-প্রাণে যদি পতিৰ ওচৰত প্রেম নিবেদন কৰিব পাৰা নাযায়, উভয়ৰ মানসিক আদর্শৰ মাজত যদি সংঘাত উপস্থিত হয় আৰু এই সংঘাতৰ ফলত যদি উভয়ৰে মাজত ব্যৱধানৰ এটা দুর্ভেদ্য প্রাচীৰ থিয় হয়, তাত পাতিব্রত্য বা সতীত্বৰ আদর্শ নাইবা দাম্পত্যপ্রেম সমান গৰিমাপূর্ণ আৰু মহিমাময় হৈ উঠিব নোৱাৰে। স্বামী-স্ত্রী হিচাপে জীৱনযাত্রানির্বাহ কৰি থাকিও যদি মনৰ মিলনত ব্যাঘাত ঘটে তেনে ক্ষেত্রত তিৰুতাৰ সতীত্বৰ মর্যাদা অক্ষুণ্ণ থাকিব নোৱাৰে। অপর্ণাই ভাবিব নোৱাৰে যে পতিৰ প্রতি মনৰ সংভাৱ নষ্ট হ'লে সেই সতীত্বৰ মূল্য কিমানখিনি। দেহৰ পবিত্রতা ৰক্ষা কৰি মানসিক পবিত্রতা ৰক্ষা কৰিব নোৱাৰিলে—সতী সতী হ'ব নোৱাৰে। দৈহিক পবিত্রতা আৰু মানসিক পবিত্রতা ৰক্ষাৰ বাবে উভয়ৰ মাজত অকৃত্রিম প্রেমৰ বন্ধন লাগে। অকৃত্রিম প্রেমৰ বন্ধন দৃঢ় হয় সমান মানসিক উৎকর্ষ আৰু সমান মানসিক আদর্শৰ সম্মিলমিলৰপৰা। এইবোৰ কথা লৈ অপর্ণাৰ অন্তৰত সদায় দ্বন্দ্ব চলিব লাগিছে। জয়ন্ত আৰু অপর্ণাৰ পাৰস্পৰিক আৰু স্বাভাবিক আকর্ষণ আৰু মাকৰ ককর্থনা বিকর্থনাৰ লগত নিজৰ মানসিক আদর্শৰ সংঘাত উপস্থিত হৈছে। এফালে নিজৰ দাৰিদ্র্য, আনফালে জয়ন্তৰ ধনৰ প্রতিষ্ঠা, এফালে আত্মপ্রতিষ্ঠাৰ প্রবল আকাঙ্ক্ষা আনফালে পুৰুষৰ অধীনতা স্বীকাৰ—এইবোৰ বিপৰীত ভাবাদর্শৰ লগত অপর্ণাৰ কোমল মন যেন ছিন্নবিচ্ছিন্ন হৈ যায়। মানসিক এই অৱস্থাৰ মাজত অপর্ণা যেন আথে পানীত পৰিছে। এনে সময়ত-সৰলাৰ আদৰ আৰু সহানুভূতি পাই অপর্ণাই চকুৰ পানী সামৰিব নোৱাৰিলে। এই দুর্বলতাৰ বাবে অপর্ণা লজ্জিতা হ'ল।

ক'লে, বাইদেউ! মোৰ মনৰ কথা প্রকাশ কৰি ক'ব নোৱাৰোঁ। আজি মোৰ মনৰ যি অৱস্থা—তাক মই ভাষাৰে ফুটাই তুলিব নোৱাৰোঁ। মোক আজিৰ বাবে ক্ষমা কৰক, বাইদেউ।

সৰলাই একোকে নকৈ কেৱল মাথোন অপর্ণাৰ হাত দুখন নিজৰ হাতৰ মাজত লৈ মনে মনে বহি থাকিল।

(৮)

পিতাকে জয়ন্তৰ বিয়া আন ঠাইত বন্দবস্ত কৰিবলৈ চেষ্টা কৰাত জয়ন্তই বিয়া নকৰায় বুলি প্রদীপৰ হতুৱাই পিতাকক জনাই দিলে। পিতাকেও জয়ন্তৰ বিয়া সোনকালে পতাৰ পক্ষপাতী নাছিল; কেৱল মাথোন মাকৰ অন্তিম সময়ৰ ইচ্ছা পূৰণৰ বাবেহে জয়ন্তৰ বিয়াৰ চেষ্টা কৰিছিল। নিৰঞ্জন বৰুৱাই মাকক বুজাই কোৱাত মাক ৰাজী হ'ল। কিছুদিনৰ পাছত মাক ঢুকাল।

সবলাই তাৰ পাছত অপৰ্ণাক কোনো কথা সোধা নাছিল; কিন্তু অপৰ্ণাৰ প্ৰতি সবলাই এটা বিশেষ আকৰ্ষণ অনুভৱ কৰিছিল। এদিনাখন জয়ন্তই আহি সবলাৰ ওচৰত অপৰ্ণাৰ লগত সাক্ষাতৰ আবেদন জনালে। সবলাই জয়ন্তক সুধিলে—অপৰ্ণা আপোনাৰ কি হয়? জয়ন্তই কি উত্তৰ দিব? কোনো সম্পৰ্কীয় মানুহ নহলে হোষ্টেলৰ নিয়মানুসাৰে কোনো ছোৱালীক সাধাৰণতে অইন মানুহে দেখা সাক্ষাৎ কৰিব নোৱাৰে। কোনো কাৰণবশতঃ যদি কাকো কোনো ছোৱালীক দেখা কৰিবৰ আৱশ্যক হয় তেন্তে সাক্ষাতৰ কাৰণটো কৈ গভৰ্ণেচৰ সাক্ষাতত দেখা কৰিব পাৰিব। সবলাই জয়ন্তক এই নিয়মৰ কথা ক'লে।

তেন্তে মই আজি অপৰ্ণাক দেখা নকৰোঁ; আপুনি যেন অনুগ্ৰহ কৰি অপৰ্ণাক মই অহা কথা কয়। মই বন্ধৰ ভিতৰতে অপৰ্ণাক অপৰ্ণাহঁতৰ ঘৰত সাক্ষাৎ কৰিম।

জয়ন্তৰ মুখৰ ফালে চাই সবলাই বুজিলে যে জয়ন্তৰ মনত যেন কিবা এটা খেদ আছে। কি কাৰণত জয়ন্তই দেখা কৰিব খুজিছে সেই কাৰণটো জয়ন্তই নোকোৱাত সবলাই ইতস্ততঃ কৰিছে। শেহত কিবা ভাবি সবলাই জয়ন্তক বহিবলৈ দি চঁকিদাৰিণীক পঠিয়াই দি অপৰ্ণাক মতাই আনিলে।

অপৰ্ণা আহি জয়ন্তক দেখি ক'লে—আপুনি কেতিয়া আহিছে বৰুৱাদেৱ? কাৰ ওচৰলৈ আহিছে? বাইদেউৰ লগত আপোনাৰ চিনাকি আছে নেকি? বুলি একে নিঃশ্বাসতে এই কেইটি প্ৰশ্ন কৰিলে।

জয়ন্তই অলপ যেন বেদনা পালে আৰু ক'লে—নহয়, অপৰ্ণা দেবি! মই আপোনাক সাক্ষাৎ কৰিবলৈকে আহিছোঁ।

কিয়? কিবা জৰুৰী কথা আছে নেকি, বৰুৱাদেৱ?—অপৰ্ণাই সুধিলে।

জয়ন্তই উত্তৰ দিলে—হয়।

ভালবাৰু, বহক। মই একাপ চাহ কৰি আনোঁ। বাইদেউ! আপুনি খন্তেক এখেতৰ লগত কথা পাতক—বুলি কৈ অপৰ্ণা চাহ কৰিবলৈ গ'ল।

জয়ন্ত কিয় আহিছে—জয়ন্তই নিজেই বুজি নাপায়। অপৰ্ণাক চোৱা আৰু অপৰ্ণাৰ লগত কথাপতাই জয়ন্তৰ উদ্দেশ্য। অপৰ্ণাৰ চিন্তাই জয়ন্তৰ মনত অনবৰত লাগি আছে। অপৰ্ণাৰ সান্নিধ্য জয়ন্তক লাগে। এটা অদৃশ্য শক্তিৰ আকৰ্ষণত জয়ন্ত অপৰ্ণাক চাবলৈ আহিছে— সাক্ষাৎ কৰিবৰ জৰুৰী কোনো উদ্দেশ্য বা কাৰণ নাই। জয়ন্তই সবলাদেৱীক সুধিলে—ছোৱালীবিলাকৰ মাজত তৰ্কসভা আছে—নহয়নে?

হয়, আছে—সবলাই উত্তৰ দিলে।

তাত কি কি বিষয়ে আলোচনা হয়? স্ত্ৰী স্বাধীনতা বিষয়ে আলোচনা হয় নে নহয়—জয়ন্তই সুধিলে।

হয়—সৰলাই উত্তৰ দিলে।

মাফ্ কৰিব, মহোদয়া! স্ত্ৰী স্বাধীনতাৰ অৰ্থ মই বুজি নাপাওঁ কাৰণেহে সুধিছোঁ। স্ত্ৰী স্বাধীনতাৰ অৰ্থ পুৰুষৰ হাতৰপৰা মুক্তি লাভ নহয় জানোঁ?—জয়ন্তই প্ৰশ্ন কৰিলে।

সৰলাই মিচিকি হাঁহিলে—একো উত্তৰ নিদিলে।

জয়ন্তই পুনঃ ক'লে—চাওক, পুৰুষ আৰু স্ত্ৰীৰ ভিতৰত যি সম্বন্ধ তাক স্বাধীনতা আৰু অধীনতাৰ মানদণ্ডেৰে জোখাৰ আৱশ্যক কি? ই এখন দেশৰ শাসনপদ্ধতিৰ কথা নহয়; ই পাৰিবাৰিক জীৱনৰ পাৰস্পৰিক সম্বন্ধ। কোনো ক্ষেত্ৰত যদি স্ত্ৰী-পুৰুষৰ অধীন হয় আকৌ কোনো ক্ষেত্ৰত পুৰুষো স্ত্ৰীৰ অধীন হয়—বুলি কৈ জয়ন্তই সৰলাৰ মুখৰ কালৈ এক দৃষ্টিৰে চাই ৰ'ল।

সৰলাই এই বিষয়ে তৰ্কৰ প্ৰয়োজন বুলি নাভাবে; কিন্তু জয়ন্তই যি ভাবে বিষয়টোৰ অৱতাৰণা কৰিলে কিবা এটা নক'লে নহয় কাৰণে ক'লে—চাওক, ৰক্ষাদেৱ? সকলো কথাৰে দুটা ফাল আছে। প্ৰত্যেক কথাৰে কাৰ্যকাৰণ ভাৱ আছে। আজি স্ত্ৰী স্বাধীনতাৰ কাৰণে যি আন্দোলন চলিছে—ছোৱালীবিলাকৰ মাজত যি এটা জাগৰণ আহিছে—ই প্ৰতিক্ৰিয়া মাথোন বুলি ক'লে ভুল কোৱা নহ'ব। এই প্ৰতিক্ৰিয়াৰ পৰা জানো এইটো প্ৰতীয়মান নহয় যে এই প্ৰতিক্ৰিয়াৰ পূৰ্বে সমানুৰূপ ক্ৰিয়া পূৰ্বতে ঘটি গৈছে। সেইবাবে ইয়াত আপ্‌চোচ্ কৰিব লগা কথা একো নাই। এটা কথা অৱশ্যে মন কৰিব লাগে যে সকলো কথাৰে একোটি সীমা আছে। সীমা পাৰ হ'লেই অধঃপতন অৱশ্যম্ভাৱী।

আজি কিছুমান দিনৰপৰা উত্তেজিতভাৱে কথা কোৱাৰ স্বভাৱ জয়ন্তৰ হৈছে। নিজৰ প্ৰকৃতিৰ পৰিবৰ্তন হৈছে—জয়ন্তই বুজি পাইছে —এই কথা। অপৰ্ণাৰ গৰ্ব আৰু ঔদ্ধত্যৰ লগত জয়ন্তৰ শিক্ষা আৰু সংস্কাৰৰ সংঘাত হোৱাত জয়ন্তৰ জিদ্ হৈছে—কেনেকৈ অপৰ্ণাৰ এই গৰ্ব খৰ্ব কৰিব পাৰে। মনে মনে নানা কথা আলোচনা কৰাৰপৰা জয়ন্তৰ উত্তেজিত স্বভাৱৰ লক্ষণ দেখা গৈছে।

অপৰ্ণাই চাহজলপান লৈ আহিল। মাত্ৰ দুজনৰ কাৰণে অনা দেখি জয়ন্তই সুধিলে—মাত্ৰ দুজনৰ কাৰণে হে দেখোন অপৰ্ণা দেৱি!

বাইদেউ দিনত একো মাখায় নহয়—বুলি অপৰ্ণাই উত্তৰ দিলে।

হয় নেকি? আপুনি হিন্দু বিধৱাৰ সকলো নীতি-নিয়ম পালন কৰে হব পায়—বুলি জয়ন্তই সৰলাক সুধিলে।

সৰলাই নিজৰ বিষয়ে ক'বলৈ সঙ্কুচিতা হৈ ক'লে—চাওক, সংস্কাৰ এটি কথা আৰু প্ৰগতিও এটি কথা। পূৰ্ব সংস্কাৰৰ হাত মানুহে সহজে এৰাব নোৱাৰে। মই নিজে পূৰ্বৰ নীতি-নিয়ম পালন কৰিবলৈ যদিও যত্ন কৰোঁ—আধুনিক প্ৰগতিৰ বিৰোধী নহওঁ। কোনো বিধৱাই যদি বৈধব্য পালন নকৰে,

মাছ, মাংসও খায় মই তেওঁক দোষ নিদিওঁ। প্ৰগতিৰ বাটত আদৰ্শৰ তাৰতম্যানুসাৰে সংস্কাৰৰ পৰিবৰ্তন হয়। পূৰ্বৰ সংস্কাৰে আধুনিক জগতৰ নৰ-নাৰীৰ আশা-আকাঙ্ক্ষা পূৰণ কৰিব নোৱাৰে—সেইবাবে আদৰ্শৰ পৰিবৰ্তন ঘটিছে।

জয়ন্তই উত্তৰ দিলে—মই আপোনাৰ কথা বুজিব নোৱাৰিলোঁ। আপুনি নিজে সাত্ত্বিকপৰায়ণা বিধবা হৈও বৈধব্য জীৱনত মাছ-মাংস খোৱা সমৰ্থন কেনেকৈ কৰে বুজিব নোৱাৰিলোঁ।

চাওক, বৰুৱাদেৱ! বাইদেউ এইবোৰ কথা আলোচনা কৰিবলৈ বৰ ভাল নাপায়। তেখেতৰ কথা মই বহুতো জানোঁ—আৱশ্যক হ'লে মই উত্তৰ দিব পাৰোঁ। বাইদেউ। এখেতৰ প্ৰশ্নৰ উত্তৰ মই দিওঁ—আপুনি যেন বেয়া নাপায় আৰু মোৰ যদি ভুল হয় আপুনি শুধৰাই দিব—বুলি কৈ অপৰ্ণা যেন তৰ্কযুদ্ধতহে নামিব এনে ভাব ধাৰণ কৰিলে।

জয়ন্তই এইটোকেই আশা কৰিছিল। অপৰ্ণাৰ লগত তৰ্ক কৰাই জয়ন্তৰ উদ্দেশ্য।

অপৰ্ণাই ক'লে—ক্ষমা কৰিব, বৰুৱাদেৱ! আপুনি পাহৰি গৈছে যে যোৱাকালি অদ্যতন আজি নহয়। অতীতৰ নিয়ম প্ৰণালী বিধি ব্যৱস্থা অতীতৰ সমাজৰ উপযোগী আছিল। আজিৰ সমাজত সেইবোৰ নিয়ম বা বিধি ব্যৱস্থা অচল হৈ গৈছে।

হ'ব পাৰে, কিন্তু আদৰ্শৰ পৰিবৰ্তন হ'ব নোৱাৰে—জয়ন্তই তৰ্ক কৰিলে। সমাজৰ পৰিবৰ্তন হোৱা স্বাভাৱিক, কাৰণ শিক্ষাৰ আদৰ্শৰ পৰিবৰ্তন হৈছে। পৰাধীন ভাৰতবৰ্ষৰ পঙ্গু অৱস্থাত পাশ্চাত্য আদৰ্শত সমাজে গঢ় লৈছে; কিন্তু দুখৰ কথা এই যে স্বাধীন ভাৰতবৰ্ষত প্ৰাচ্য আদৰ্শই স্থান পোৱা নাই।

আপোনাৰ কথা স্পষ্ট হোৱা নাই—অপৰ্ণাই প্ৰতিবাদ জনালে।

কিয়?—জয়ন্তই সুধিলে।

আপুনি পৰস্পৰবিৰুদ্ধ মতৰ কথা কৈছে। সমাজৰ পৰিবৰ্তন স্বাভাৱিক বুলি স্বীকাৰ কৰিছে। শিক্ষাৰ আদৰ্শও পৰিবৰ্তন হোৱা বুলি স্বীকাৰ কৰিছে। শিক্ষাৰ দ্বাৰা মানুহৰ চিন্তাধাৰা গঠিত হয়। মানুহৰ চিন্তাধাৰা অনুসাৰে মানুহে জীৱনযাত্ৰা নিৰ্বাহ কৰে। এই জীৱনযাত্ৰা নিৰ্বাহৰ অৰ্থে মানুহে যেনেদৰে আদৰ্শ গঢ়ি লয় তেনেদৰে সমাজে গঢ় লয়। পাশ্চাত্য শিক্ষাত শিক্ষিত লোকসকলৰ প্ৰাচ্যৰ আদৰ্শ, প্ৰাচ্যৰ জীৱনযাত্ৰানিৰ্বাহ পদ্ধতি নাইবা প্ৰাচ্যৰ সমাজ আশা কৰা আপোনাৰ ভুল হোৱা নাইনে?—অপৰ্ণাই উত্তৰ দিলে।

অপৰ্ণা দেৱি! আমাৰ দেখোন মতবিৰোধ নাই! আপুনি স্বীকাৰ কৰিছে যে পাশ্চাত্য আদৰ্শত সমাজ গঢ়ি উঠিব লাগিছে—জয়ন্তই বিজয়ৰ ভাব ধৰিলে।

সেইটো নকলেও হয়—কাৰণ আপুনি আমগছৰ পুলি পুতি কঠাল ফল আশা কৰিব নোৱাৰে। পাশ্চাত্য শিক্ষাৰ ফলভোগ—ভালকৈ খাব লাগে, ভাল কাপোৰকানি পিন্ধিব লাগে—ৰূপৱতী আৰু আধুনিকা তিৰোতা লাগে, ভাল ঘৰ লাগে আৰু সমাজত ওখ আসন লাগে। নতুন সমাজৰ আদৰ্শ এয়ে। মানুহৰ ক্ষুধা, তৃষ্ণা আৰু কামনাবাসনাৰ সম্পূৰ্ণ তৃপ্তি সাধনেই এই সমাজৰ উদ্দেশ্য। পৰকালৰ সুখভোগৰ আশাত ইহকালৰ আশা-আকাংক্ষা জলাঞ্জলি দিয়া নব্য সমাজৰ লক্ষ্য নহয়।

এই আদৰ্শই মানৱ জীৱনৰ চৰম আদৰ্শ নহয়, অপৰ্ণা দেৱি। জয়ন্তই প্ৰতিবাদ কৰিলে।

নহয় কি? জীৱন যাপনৰ উচ্চতৰ মান নিৰ্ণয়েই—আধুনিক সমাজৰ লক্ষ্য। পৰকালৰ চিন্তাত সমস্ত কামনাবাসনা ত্যাগ কৰিব লাগিব—প্ৰগতিৰ লক্ষণ ই নহয়। তদুপৰি প্ৰাচ্য আদৰ্শৰ কথা যিবিলাক লোকে কয় তেওঁলোকেও এইবোৰ কামনাবাসনাৰেই দাস। প্ৰভেদ মাথোঁন—ভাষণত।

অৰ্থাৎ—? জয়ন্তই সুধিলে।

অৰ্থাৎ সংসাৰৰ ভোগৰ বাবে যত প্ৰকাৰ উৎকৃষ্ট সামগ্ৰী আছে—সমস্তৰে প্ৰতি আকাংক্ষা থাকিব আকৌ মানুহৰ আগত কʼব যে সংসাৰ মিছা, ভোগত সুখ নাই—ত্যাগতহে সুখ। ই ভণ্ডামি নহয় জানোঁ? প্ৰাচ্য আদৰ্শৰ নামত এই ভণ্ডামি অচল হৈ গৈছে, বৰুৱাদেৱ। অপৰ্ণাই ডাঠি কʼলে।

আপুনি কোৱা কথা সমস্ত সত্য—কিন্তু তাতে এটি ডাঙৰ সত্য লুকাই আছে। সেইটো হৈছে—মানুহে ভোগ কৰি সুখ বা শান্তি পোৱা বুলি কেতিয়াবা কোনেও কোৱা শুনিছেনে? অকল ভোগ কৰিলেই মানুহে সুখ বা শান্তি নাপায়—জয়ন্তই প্ৰতিবাদ কৰি কʼলে।

অৰ্থাৎ এককালে আপুনি সম্পূৰ্ণ সংসাৰী হৈ ভোগৰ চৰম আদৰ্শ সমুখত ৰাখি আনকালে ত্যাগৰ বাটেদি চলিব খুজিছে—ই সম্ভৱ নে? অপৰ্ণাই সুধিলে।

জয়ন্তই উত্তৰ দিলে—আপুনি যি আধুনিক সমাজৰ আদৰ্শৰ কথা কʼলে—সেই আদৰ্শ সফল কৰিবলৈকো মানুহক উপযুক্ত শিক্ষা লাগে। তদুপৰি এই আদৰ্শৰ উপলব্ধিয়েই মানৱজীৱনৰ চৰম লক্ষ্য বা পৰিণতি নহয়। ইয়াতোকৈ উচ্চতৰ আদৰ্শ আছে।

কি—? বুলি অপৰ্ণাই প্ৰশ্ন কৰিলে?

সেই উচ্চতৰ আদৰ্শ হৈছে—আনন্দলাভ। সেই উচ্চতৰ আদৰ্শ উপলব্ধি কৰিবলৈ মানুহক উপযুক্ত শিক্ষা লাগে। শিক্ষাৰ বাবে উপযুক্ত সামাজিক পৰিৱেশ লাগে। তেনে সমাজ গঢ়িবলৈ হʼলে ভোগৰ প্ৰতি বিতৃষ্ণা থাকিব লাগিব। আপুনি কোৱা কথা সম্পূৰ্ণ সঁচা—যে ভোগৰ বাটেদি—ত্যাগৰ আদৰ্শ

লাভ কৰিব লাগিব। ভোগেই জীৱনৰ পৰিণতি নহয়। মানুহৰ সুখ বা শান্তি বা আনন্দ লাভ হয় যেতিয়া ভোগতকৈও উচ্চতৰ আদৰ্শ চকুৰ আগত ভাহি উঠে। ভোগৰ মাজেদি ত্যাগৰ আদৰ্শৰ পথ দেখা যায়। ভোগৰ প্ৰতি যেতিয়া বিতৃষ্ণা আহে তেতিয়া এই উচ্চতৰ আদৰ্শৰ সন্ধান মিলে। ত্যাগৰপৰা শান্তি আহে। সংসাৰ ধৰ্ম জীৱৰ পৰম ধৰ্ম। এই সংসাৰ ধৰ্মৰ মাজেদি অৰ্থাৎ নিৰ্লিপ্ত ভোগৰ মাজেদি আত্মচৈতন্য উপস্থিত হয়। এই আত্মচৈতন্য হ'লে আত্মাৰ সম্পূৰ্ণ উপলব্ধি হয়—তেতিয়া পৰমানন্দ লাভ হয়। এই আদৰ্শৰ পৰা বিচ্যুত হৈ শিক্ষানুষ্ঠান গঢ়িলে প্ৰকৃত জ্ঞানৰপৰা সদায় বঞ্চিত হৈ থাকিব লাগিব আৰু সমাজৰ চিন্তাধাৰা সদায় ইহজীৱনৰ সুখ-দুখৰ পৰিণতিলৈয়ে ব্যস্ত থাকিব। ত্ৰিকালজ্ঞ মনিঋষিসকলে সেইবাবে সমাজৰ আদৰ্শ সংসাৰৰ সুখ-দুখৰ গণ্ডীত আবদ্ধ কৰি ৰখা নাছিল। জয়ন্তই উত্তৰ দিলে।

ভাল বাৰু, আপোনাৰ কথা মানি ললোঁ—কিন্তু তাৰবাবে সমাজত পক্ষপাতিত্ব দোষ কেলেই? অপৰ্ণাই প্ৰশ্ন কৰিলে।

কি ৰকম পক্ষপাতিত্ব দোষ? জয়ন্তই পুনঃ প্ৰশ্ন কৰিলে।

এই ধৰক—সমাজত উচ্চনীচ ভেদ, স্ত্ৰী-পুৰুষৰ প্ৰতি অসন্মান ব্যৱস্থা বিধবাৰ প্ৰতি অবিচাৰ ইত্যাদি নানা প্ৰকাৰ ব্যৱস্থাৰ মাজত পক্ষপাতিত্ব দোষ দেখা যায়—বুলি অপৰ্ণাই উত্তৰ দিলে।

অপৰ্ণা—এইবোৰ বৰ গধুৰ কথা। ইমান কম সময়ৰ ভিতৰত এইবোৰ কথাৰ আলোচনা হ'ব নোৱাৰে—বুলি [illegible] প্ৰতিবাদ জনালে।

নহয়, বাইদেউ! আমি এথোন আচল প্ৰশ্নটোলৈ অহাই নাই—বুলি অপৰ্ণাই ক'লে।

নহয়, অপৰ্ণা! মই বিস্তাৰিতখিনি শুনিলোঁ জয়ন্ত বৰুৱাৰ যুক্তি শাস্ত্ৰ-সন্মত আৰু ন্যায়সঙ্গত। তোমালোকৰ আধুনিক সমাজত যিবোৰ কথাৰ প্ৰচলন হ'ব লাগিছে তাত বহুতো কেৰোণ আছে; আনকালে আজিৰ হিন্দুসমাজ আদৰ্শ অনুসাৰে চলি থকা নাই—তাতো বহুতো কেৰোণ আছে। আদৰ্শলৈ যেতিয়া তৰ্ক কৰিবা তেতিয়া হিন্দুৰ শাস্ত্ৰীয় আদৰ্শত কতো ভুল নাপাবা; আকৌ সমাজৰ ফালে যেতিয়া দৃষ্টি কৰিবা তেতিয়া দেখিবা যে আদৰ্শৰপৰা বহুতো দূৰৈত পৰি আছে সমাজৰ দৃষ্টিভঙ্গি। শঠতা, ভুৱাচুৰি, ভণ্ডামি ভৰি আছে গোটেইখন সমাজৰ ভিতৰত। সেইবুলি মানুহ গাৰ্হস্থ্য ধৰ্মৰ আদৰ্শৰপৰা চ্যুত হ'ব নালাগে; কাৰণ জগতত নানা ধৰ্মৰ মানুহ আছে, কিন্তু সকলো ধৰ্মতে সকলো দেশতে গাৰ্হস্থ্যধৰ্মৰ প্ৰাধান্য দেখি আৰু স্ত্ৰী-পুৰুষে সুখেস্বচ্ছন্দে সাধুভাৱে জীৱনযাপন কৰিব পাৰিলেই জয়ন্ত বৰুৱাই ব্যাখ্যা কৰা উচ্চতৰ আদৰ্শৰ সন্ধান পোৱা যায়। হিন্দুৰ বিশাল, ধৰ্ম আৰু উপলব্ধি এয়েই। এই বুলি সকলাই আলোচনাৰ সামৰণি

মাৰিবৰ উদ্দেশ্যে সুধিলে—বৰুৱাদেৱ। আপোনাৰ লগত অপৰ্ণাৰ পৰিচয় কেনেকৈ হয়?

এই প্ৰশ্নত জয়ন্ত আৰু অপৰ্ণা উভয়ে অলপ অপ্ৰস্তুত হ'ল। অপৰ্ণাৰ মুখ ৰঙা পৰিল—লাজতে আৰু জয়ন্তৰ মুখ অলপ গম্ভীৰ হ'ল।

জয়ন্তই উত্তৰ দিলে—দিলীপ আৰু মই একে শ্ৰেণীতে পঢ়োঁ। দিলীপহঁতৰ ঘৰৰ কাষত অপৰ্ণাদেৱীৰ ঘৰ। দিলীপহঁতৰ ঘৰলৈ যাওঁতে উভয়ৰে পৰিচয় হয়।

বৰুৱাদেৱ! মই আপোনাক চিনি পাওঁ। আপুনি আৰু এদিন আহিব। তেতিয়া এইবোৰৰ বিষয়ে পুনৰ কথা-বতৰা হ'ব। আজি মোৰ আন কাম আছে। সৰলাই এইদৰে জয়ন্তক বিদায় দি চেয়াৰৰপৰা উঠিল।

অপৰ্ণাৰ লগত জয়ন্তৰ যি কথা আছিল সেই কথা পাতিবৰ অৱকাশ নিমিলিল। জয়ন্তই অপৰ্ণাৰ মুখৰ ফালে চালে—অপৰ্ণাই তলমূৰ কৰিলে। জয়ন্তই মনে মনে এটা হুমুনিয়াহ কাঢ়ি দুয়োকো নমস্কাৰ দি বিদায় ল'লে।

ইলা আৰু প্ৰদীপৰ পৰস্পৰৰ ভিতৰত অন্তৰে অন্তৰে পৰিচয় ভালদৰে হৈ গৈছে। ইলা মাজে মাজে প্ৰদীপহঁতৰ ঘৰলৈ যায় আৰু মাজে মাজে পলাই চুৰ কৰি দুয়ো চিনেমা চায়। এই কথা বহুত দিনলৈকে কোনেও নাজানিছিল। হঠাতে প্ৰদীপে ইলালৈ লিখা চিঠি এখন অপৰ্ণাৰ হাতত পৰিল।

প্ৰাণৰ ইলা,

যোৱা ৰাতি পূৰ্ণিমাৰ জোনাকৰ স্নিগ্ধতাৰে গোটেইখন পৃথিৱী স্নিগ্ধ হৈ উঠিছিল। মই ব্ৰহ্মপুত্ৰৰ পাৰত বহি তোমাৰ মুখখনি ভাবি আছিলোঁ। বাহিৰৰ আকাশত শুভ্ৰ চন্দ্ৰমাই পোহৰ দিছিল আৰু মোৰ অন্তৰ আকাশত তোমাৰ চন্দ্ৰমুখে পোহৰ দিছিল। ব্ৰহ্মপুত্ৰ নদীত পূৰ্ণিমাৰ জোনে পানীৰ তৰঙ্গত তৰঙ্গিত হৈ শতধা সহস্ৰধা হৈ নাচি ফুৰিছিল আৰু মোৰ অন্তৰৰ প্ৰেমমন্দাকিনীৰ তৰঙ্গত তোমাৰ সহাস্য চন্দ্ৰমুখে শতসহস্ৰ প্ৰকাৰে তৰঙ্গিত হৈ নাচি-বাগি মোৰ হৃদয় আলোকিত কৰিছিল তুমি মোৰ কাষত নাছিলা; থাকিলে বোধকৰোঁ মোৰ এই স্নিগ্ধ অনুভূতিৰ গতি পৰিবৰ্তিত হ'লহেঁতেন। মাজে মাজে তোমাৰ ওচৰলৈ লৰি গৈ তোমাক লৈ আহিবৰ মন গৈছিল, কিন্তু পাছৰ মুহূৰ্তেতে ভয় আৰু সঙ্কোচে সেই কাৰ্যৰপৰা মোক বিৰত কৰি ৰাখিছিল। তুমি নথকাত মই যোৱা ৰাতি যি বিৰহ ভোগ কৰিছিলোঁ সেই বিৰহৰ অনুভূতিয়ে সাৰ্থকতা লাভ কৰিছিল—প্ৰকৃতিৰ সৌন্দৰ্যৰ লগত তোমাৰ সুন্দৰ মুখখনিৰ ৰূপৰ পোহৰে মোৰ অন্তৰ আকাশ উদ্ভাসিত কৰি মোক যেন প্ৰকৃতিৰ কোলাত বিলীন কৰি দিছিল। তুমি ওচৰত থাকিলে তো মই এই অনুভূতিৰ পৰশ ভোগ কৰিব নোৱাৰিলোঁহেঁতেন। তুমি ওচৰত থাকিলে হয়তো কালিৰ ৰাতি অনুভূতিৰ আৰু আনন্দৰ ৰূপ বেলেগ হ'লহেঁতেন। মই বুজিব নোৱাৰোঁ কোনটো বেছি আনন্দৰ হ'লহেঁতেন। তোমাৰ

উপস্থিতি আৰু অনুপস্থিতি উভয়েই মোৰ আনন্দৰ সমল যোগাব পাৰে যেতিয়া—ভাবিচোৱা তোমাৰ স্থান মোৰ অন্তৰৰ কোন্ প্ৰদেশত। ব্ৰহ্মপুত্ৰৰ সোঁতৰ গতিৰ লগত মোৰ ইলাৰ গতিৰ ৰিজনি বৰ মধুৰ লাগিছিল। পতিতপাবনী গঙ্গানদীৰ এটি নাম হেনো ইলা। কি সুন্দৰ তোমাৰ নামটি, কি অৰ্থপূৰ্ণ আৰু কি মনোমুগ্ধকৰ।

মোৰ জীৱন তোমাৰ লগত সাৰ্থক হ'ব বুলি আশা কৰি আছোঁ। সাজানো বিধাতা পুৰুষে কোনদিনা সেইদিন উপস্থিত কৰে। মোৰ মৰম ল'বা।—তোমাৰ মৰমৰ—প্ৰদীপ।

এই চিঠি ডাকত অহা নাছিল, পত্ৰবাহকে অনা নাছিল, নিজে হাতে হাতে দিয়া নাছিল—আহিছিল ধোবাৰ কাপোৰৰ মাজত। ইলাৰ কাপোৰ অপৰ্ণাক ধোবাই চম্‌জাই দিব ধৰোঁতে অপৰ্ণাৰ হাতত এই চিঠি পৰিল। অপৰ্ণাই চিঠিখনি ৰাখি দিলে। তেতিয়া আবেলি দুইবজা।

কিছুসময়ৰ পাছত ইলাক বিচাৰি অপৰ্ণা ইলাৰ কমৰ ফালে গ'ল। গৈ দেখে যে ইলা নাই। এঘন্টামানৰ পাছত আকৌ বিচাৰি গ'ল। গৈ দেখে যে ইলাই ধোবাই দিয়া কাপোৰবোৰৰ ভাঁজবোৰ পুনঃ পুনঃ খুলিব ধৰিছে আৰু আকৌ ভাঁজ কৰি থব ধৰিছে। মুখত এটি বিষাদৰ ছায়া।

কি কৰিছ ইলা, বুলি,—অপৰ্ণাই মাতিলে।

ধোবাই দিয়া কাপোৰবোৰ মিলাই চাইছোঁ, বাইদেউ—বুলি ইলাই উত্তৰ দিলে আৰু কাপোৰবোৰ লাহে লাহে এখন এখনকৈ ভাঁজ খুলি খুলি চাই বাকচত সুমাই থ'লে।

তোৰ কি হৈছে—ইলা? তোৰ মুখখন দেখোন তেনেই শুকান দেখিছোঁ—অপৰ্ণাই সুধিলে।

একো হোৱা নাই—বাইদেউ—ইলাই উত্তৰ দিলে।

নহয়, ইলা। তই মৰিছ—মৰিবলৈ ওলাইছ—বুলি অপৰ্ণাই ক'লে।

ইলাৰ মুখখন ছাই যেন হ'ল। ইলা ভীতা আৰু সঙ্কুচিতা হৈ সুধিলে—তুমি কি কৈছা, বাইদেউ? মোৰ একো অসুখ-বিসুখ হোৱা নাই। তুমি এইবোৰ কি কথা কৈছা—মই বুজা নাই। ইলাৰ কথা আৰু মাত কঁপি উঠিছে। ইলাই যেন কথা—কেইষাৰি নিজৰ মাতেৰে আৰু নিজৰ ভাবাবে কোৱা নাই।

তোৰ মৰণকাল উপস্থিত হৈছে, ইলা! তোৰ সমূখত মহা বিপদ। পশ্চিমফালে চা—কলা ভাবৰ উঠিছে। ধুমুহা আহিবলৈ বেছি পলম নাই। তোৰ অন্তৰৰ ফালে চা অনাহূত আপদাই—তোৰ অন্তৰ আগুৰি পেলাইছে। তোৰ নিস্তাৰ নাই—অপৰ্ণাই ক'লে।

ইলাৰ মনৰ অৱস্থা বৰ্ণনা কৰিব নোৱাৰি। অপৰ্ণাৰ ওচৰত কোনো কথা

খুলি ক'বও নোৱাৰে অথচ ইলা যেন ধৰা পৰি গৈছে এনে আশঙ্কা হৈছে। বাহিৰত নির্লোৰিতাৰ ভাও ৰক্ষা কৰা কঠিন সমস্যা হৈ পৰিছে। অন্তৰত ভয়, লাজ আৰু অপমানৰ দুৰ্যোৰ আশঙ্কা।

তথাপি ইলাই ক'লে—একো হোৱা নাই, বাইদেউ। কঁপি উঠিল তাইৰ কণ্ঠস্বৰ। তাই নিজেই বুজি পালে যে বিশ্বাসৰ অযোগ্য তাইৰ সেই কথা। অপর্ণাই স্থিৰ দৃষ্টিৰে তাইৰফালে চাই থাকিল। অপর্ণাৰ স্থিৰ দৃষ্টি তাই সহিব নোৱাৰিলে। চকুৰ পানীৰে তাইৰ মনৰ দুৰ্বলতা প্রকাশ কৰি দিলে। কি লজ্জা! কি অপমান—তাই আশঙ্কা কৰিছে! ইলা যেন মাটিৰ তলত সোমাই যাব।

অপর্ণাই লাহে লাহে ইলাক নিজৰফালে টানি আনি সাবটি ধৰিলে আৰু বিছনাত বহি ইলাৰ মুখটো নিজৰ কোলাত লৈ গা-মূৰ পিহিব ধৰিলে। ইলাই নীৰবে কান্দিলে।

বহু সময়ৰ পাছত—ইলা, তোৰ এখন চিঠি আছে বুলি কৈ ইলাক চিঠিখন অপর্ণাই দিলে। ইলা ইতিমধ্যে অলপ প্রকৃতিস্থা হৈছে। চিঠি পঢ়ি ইলা লজ্জিতা আৰু সঙ্কুচিতা হ'ল। অপর্ণাৰফালে মুখ তুলি চাব নোৱাৰা হ'ল। এই চিঠিকেই তাই বিচাৰিছিল—ধোবাই দিয়া কাপোৰৰ মাজত।

প্রদীপৰ চিঠিত সকলো কথা স্পষ্ট হৈ উঠিছে। দ্বিধা, সংশয় বা অবিশ্বাস নাই। ইলাৰ আসে নাপালে প্রদীপে ইমান স্পষ্টকৈ লিখিব নোৱাৰে।

অপর্ণাই মাতিলে—ইলা।

বাইদেউ! ইলাৰ কণ্ঠস্বৰ জড়িত।

প্রদীপ যে বামুনৰ ল'ৰা আৰু তই যে কাইথৰ ছোৱালী—। তই জানেনে নাজানে?—অপর্ণাই সুধিলে। আগেয়ে জনা নাছিলোঁ—পাছত জানিছোঁ, বাইদেউ! ইলাই উত্তৰ দিলে।

প্রদীপৰ দেউতাক নৈষ্ঠিক বামুন। তেওঁ যে এই বিয়া সহজে হ'বলৈ দিব মোৰ সন্দেহ আছে। তই প্রদীপক আসে দিয়া উচিত হোৱা নাই—ইলা।

মই মৰিছোঁ—বাইদেউ! মোৰ কথা মই তোমাক অইন এদিন ক'ম, বাইদেউ! আজি মোক ক্ষমা কৰা—বুলি কৈ ইলাই পুনঃ কান্দিব ধৰিলে।

(৯)

দুৰ্গা পূজাৰ বন্ধ। অপর্ণা আৰু ইলা বন্ধত ঘৰলৈ আহিছে। ঘৰৰপৰা বিজয়া দশমীৰ দিনা ডিব্ৰুগড়, অপর্ণা আৰু ইলা গুৱাহাটীৰ বিজয়া দশমীৰ মেলা চাবলৈ আহিছে। সিদিনাই ৰাতিৰ গাৰীত ঘূৰি অহাৰ কথা। কছাৰীঘাটত প্রদীপ আৰু জয়ন্তৰ লগত দেখা। অপর্ণাই জয়ন্ত আৰু প্রদীপক ক'লে—আপনালোকৰ

লগত আমাৰ জৰুৰী কথা আছে; আপোনালোকেও আজি আমাৰ লগত আমাৰ ঘৰলৈ যাব লাগিব। জয়ন্ত আৰু প্ৰদীপৰ অমত নাই। ভালেই পালে। ৰাতি ১০ বজাত আটাইবিলাকে নকুছি গাঁও পালে। দিলীপৰ ঘৰত প্ৰদীপ আৰু জয়ন্ত অতিথি থাকিল।

পাছদিনা অপৰ্ণাৰ ঘৰত চাহমেল বাহিছে। অপৰ্ণাই দিলীপক কথাই কথাই ক'লে—আজি বুৰাদিয়া নদীৰ পাৰত আমি বালিভাত খাওঁগৈ আহা, দাদা।

উত্তম প্ৰস্তাব—বুলি প্ৰদীপে তৎক্ষণাৎ সমৰ্থন কৰিলে। ইলাৰ চকু মুখ ৰঙা কৰিছে। জয়ন্তৰ আপত্তি নাই বুলি ক'লে। দিলীপে ইতস্ততঃ কৰিছে—একোকে কোৱা নাই।

তুমি দেখোন একোকে নক'লা, দিলীপ—জয়ন্তই সুধিলে।

গাঁৱৰ মাজত বালিভাত খাবলৈ গ'লে মানুহে ভাল নুবুলিব,—জয়ন্ত, দিলীপে উত্তৰ দিলে।

গাঁৱৰ মাজত তো নহয়—নদীৰ পাৰত বেলাৰে দলঙৰ কাষত নিৰল ঠাই আছে, দাদা—বুলি অপৰ্ণাই ক'লে। সেইটো মই বুজিছোঁ—অপৰ্ণা। গাঁৱৰ মাজত মানে গাঁৱলীয়া মানুহৰ দৃষ্টিত—ই শোভন নহ'ব। দিলীপে উত্তৰ দিলে।

তোমালোকে পুৰুষ মানুহেও এইবোৰ কথালৈ ভয় কৰা নে, দাদা, বুলি অপৰ্ণাই দিলীপৰ শঙ্কা উৰাই দিবৰ মন কৰিলে।

'আমাৰ কোনো ভয় নাই, অপৰ্ণা। আমি পুৰুষ মানুহ। ভয় তোমালোক দুয়োকোলৈহে। ইলাৰ পিতাকে এই কথাটো পাহৰি কৰিব। দিলীপে ক'লে।

সেই দায়িত্ব মোৰ—বুলি ইলাই উত্তৰ দিলে; কিন্তু দিলীপৰ কথাৰ উত্তৰত এইদৰে কোৱাত নিজে নিজে লাজতে মূচকচ্ যোৱাৰ নিচিনা হৈছে। ইলাই এই প্ৰস্তাৱত মান্তি হোৱাৰ কাৰণ—অপৰ্ণাৰ পূৰ্বৰ ইঙ্গিত আছে।

দিলীপে দুৰ্যোৰ আপত্তি কৰিলে; দিলীপৰ কথা কোনেও নুশুনিলে। বালিভাত খোৱাৰ ব্যৱস্থা সমস্ত ঠিকঠাক্ হ'ল। দিলীপেও অসন্তোষ মনে দলত যোগ দিব লগা হ'ল; কাৰণ দিলীপ নাথাকিলে অতি বিসদৃশ দৃশ্য হ'ব।

অপৰ্ণাই ইলাৰ পৰা প্ৰদীপ আৰু ইলাৰ মাজত হোৱা সমস্ত কথাৰ সন্ধেদ লৈছে। প্ৰথম দৰ্শনতে যিদিনা জয়ন্তই পিতাকৰ আদেশক্ৰমে অপৰ্ণাক চাবলৈ আহিছিল ইলাৰ প্ৰদীপৰ প্ৰতি এটি আপোনি ভাব জাগি উঠে। ইলাই অন্তৰত এটি নতুন অনুভূতিৰ সন্ধান পায়। প্ৰদীপ আগত থাকিলে প্ৰদীপৰ লগত কথা পাতিবলৈ প্ৰদীপৰ ফালে চাই থাকিবলৈ আৰু প্ৰদীপৰ অনুপস্থিতিত প্ৰদীপৰ কথা ভাবিবলৈ ইলাই বৰ ভাল পায়। প্ৰদীপৰ ফালে চাই থাকোঁতে যেতিয়া প্ৰদীপৰ চকুৰ লগত নিজৰ চকুৰ মিলন হয় তাত যেন এটা লজ্জামিশ্ৰিত আনন্দৰ অনুভূতি পায়, শৰীৰত যেন এটা শিহৰণ লাগে আৰু মুখখন আপোনাআপুনি

ৰঙা হৈ উঠে। প্ৰথমদিনা ৰাতি গানৰ বৈঠকত প্ৰদীপৰ গান আৰু সুৰ ইলাৰ মনত বৰ মধুৰ লাগিছিল। ইলাৰ প্ৰতি প্ৰদীপৰো তেনে এটি ভাব জাগি উঠিছিল। ইলাৰ মুখৰ কমনীয়তা, ইলাৰ চকুযুৰি আৰু ইলাৰ মাত যেন প্ৰদীপৰ কামনাৰ ধন, যেন অন্তৰৰ আকাঙ্ক্ষাৰ বস্তু আৰু জগতত যেন একমাত্ৰ উপভোগ্য সৃষ্টি। পৰস্পৰৰ প্ৰতি পৰস্পৰৰ এই স্বাভাৱিক আকৰ্ষণ কি অদৃশ্য শক্তিৰ বলত ঘটিছিল তাক দুয়োজনৰ ভিতৰত কোনেও ভাবি নাপায়। সিদিনা কোনেও কাৰো ওচৰত কোনো কথা প্ৰকাশ কৰিবলৈ সাহ পোৱা নাছিল। ইলাই অপৰ্ণাৰ আগত কৈছিল বাইদেউ! তুমি সুধিছা প্ৰদীপ ফুকন যে বামুন মানুহ তই নাজাননে? ইয়াৰ উত্তৰ মই কি দিম? মোৰ অন্তৰত যি অনুভূতি হৈছিল, মোৰ বুকুত যি এটা অস্বাভাৱিক আকৰ্ষণৰ প্ৰেৰণাই খেলা কৰিছিল—তাক মই বুজাই ক'ব নোৱাৰোঁ। তেতিয়া কাইথ বা বামুন বিবেচনা কৰিবৰ অবকাশ মোৰ নাছিল। প্ৰেমৰ কবিতা বহুতো পঢ়িছিলোঁ, নাটক উপন্যাস বহুতো পঢ়িছিলোঁ; কিন্তু কোনো কবিতা পঢ়ি নাইবা কোনো নাটক উপন্যাস পঢ়ি এই অনভূতিৰ সন্ধান পোৱা নাছিলোঁ। কি আকৰ্ষণ আৰু কি অনুভূতি! গোটেইখন জগত যেন মিছা—একমাত্ৰ সঁচা যেন মোৰ এই অনুভূতি—এই আকৰ্ষণ। অহৰহ লাগি আছে এটা চিন্তা—এটা ভাব। জগতত যেন এজন মাত্ৰহে মানুহ আছে—যাৰ ওচৰত অন্তৰৰ সকলো আকাঙ্ক্ষা, সকলো কামনা-বাসনা ঢালি দিব পাৰি। বৈঠকত গান গাইছিলোঁ যেন কেৱল মাত্ৰ প্ৰদীপ ফুকনকহে শুনাবলৈ। গানৰ শেষত যদি কাৰোফালে সলজ্জ দৃষ্টিৰে চাইছিলোঁ—সেইজন হৈছে—প্ৰদীপ ফুকন। প্ৰদীপ ফুকনেও যেন মোৰ গানহে বেছিকৈ শুনিছে— মোৰ ফালেহে যেন এক ধ্যানে চাই আছে। তাৰ এসপ্তাহমানৰ পাছত মই এখন চিঠি পাওঁ। সেই চিঠি মই কাকো দেখুৱাব নোৱাৰোঁ, তোমাকো নোৱাৰোঁ—বাইদেউ। সেই চিঠিত কি ভাষা আৰু কি কাকুতি মিনতি! মই চিঠি পঢ়ি যেন হাতে হাতে স্বৰ্গ ঢুকি পালোঁ। মোৰ জীৱনত যেন এটি পৰম বস্তু লাভ কৰিছোঁ—এনে এটি অনুভূতি মই পালোঁ। মই সেই চিঠিৰ উত্তৰ দিওঁ—অতি সংক্ষেপে। যি ভাষাৰে মই চিঠি পাইছিলোঁ—সেই ভাষাতকৈও গভীৰ অনুভূতি মোৰ অন্তৰত আছিল; কিন্তু মোৰ চিঠিত মোৰ ভাষাত তাক ফুটাই তুলিবলৈ মোৰ ইচ্ছা হোৱা নাছিল; কিন্তু উত্তৰ নিদিয়াকৈও থাকিব নোৱাৰিলোঁ। মোৰ চিঠিৰ প্ৰত্যুত্তৰত মই দীঘলীয়া চিঠি পাওঁ। প্ৰত্যেক চিঠিৰ প্ৰত্যেক শাৰীৰ মাজেদি প্ৰদীপ ফুকনৰ প্ৰেম নিবেদনৰ সংবাদ আছে। তাৰপাছত কলেজত ভৰ্তি হোৱাৰ পাছত প্ৰদীপ ফুকনৰ লগত মোৰ নিভৃত সাক্ষাত বহুবাৰ হয় আৰু একেলগে চিনেমা চোৱাও হয়। প্ৰদীপ ফুকনৰ লগত মোৰ বিয়া হ'ব—এই বিশ্বাস মোৰ আছে, কিন্তু কেনেকৈ হয় তাৰ কোনো উপায় মই নাজানো। প্ৰদীপ ফুকনে মোক আশ্বাস দিছে কিন্তু কি উপায়ে হ'ব পাৰে মোক কোৱা নাই।

এইটোৱেই সমস্যা। এই সমস্যা সমাধানৰ বাবে আজি অপৰ্ণাই প্ৰদীপৰ লগত আলোচনা কৰিবৰ উদ্দেশ্যে এই বালিভাত খোৱাৰ ব্যৱস্থা কৰিছে।

শৰৎকাল—ফৰকাল বতৰ। মহাসমাৰোহেৰে আনন্দ-উৎসৱৰ মাজত বালিভাত ৰন্ধাৰ ব্যৱস্থা হ'ব লাগিছে। অপৰ্ণা ৰান্ধনী আৰু ইলা পালতী। আনবোৰ বন্দবস্ত প্ৰদীপ, দিলীপ আৰু জয়ন্তই কৰি দিছে। খৰিপাত সমস্ত যোগাৰ কৰি দি তিনিও বন্ধুই আছৰা জালেৰে মাছ মৰাত লাগি গ'ল। ডাঙৰ মাছ নাপালেও ভাঙুনা চেলেকনি মাছ যথেষ্ট পালে। কেইবাখনিও আঞ্জাৰ যোগাৰ হ'ল। ৰন্ধা হোৱাৰ পাছত আটাইকেউজনে খাবলৈ বহিল। ইলাই বিতৰণ কৰি দিলে। বিতৰণ কৰি দিয়াৰ সময়ত ইলাৰ প্ৰতি প্ৰদীপে সতৃষ্ণনয়নে চাই থকা দেখি অপৰ্ণাই ক'লে—ফুকনদেৱে ইলাৰ প্ৰতি যেনেদৰে দৃষ্টি কৰিছে ইলাৰ হাতৰপৰা আঞ্জাৰ চৰিয়া পৰি নগ'লেহে হৈছে—ইলা, অলপ সাৱধান হবি ভণিটী। প্ৰদীপে লাজ পালে কিন্তু মিচিকিয়া হাঁহি এটি মাৰি ক'লে—ইলাক আৰু আপোনাক আজি বৰ সুন্দৰ দেখা গৈছে—অপৰ্ণা দেৱি! আমি যেন তাহানিকালৰ কোনোবা ঋষিৰ আশ্ৰমতহে বহি ভাত খাব লাগিছোঁ আৰু আপোনালোক যেন দুয়োটি কোনো ঋষিকন্যা হে—এনে বোধ হৈছে।

ফুকন ডাঙৰীয়াই আজি কালি কবিৰ ভাষাতহে কথা কয়। এই কবিত্বৰ নিজৰা কৰবাত নিশ্চয় আছে—ফুকন ডাঙৰীয়া। সেই নিজৰাটোৰ সন্ধান আমাকো অলপ দিব নে? কিজানি আমিও কবিযশপ্ৰাৰ্থিনী হোৱাৰ হাবিয়াস কৰিব পাৰোঁ— অপৰ্ণাই হাঁহি হাঁহি ক'লে।

জয়ন্ত আৰু দিলীপ অলপ আচৰিত হোৱা যেন হৈ অপৰ্ণাৰ আৰু প্ৰদীপৰ কথা শুনি আছে। ইলা লাজতে ৰঙা পৰিছে।

কবিত্বৰ নিজৰা আপোনাৰ ওচৰতো আছে—অপৰ্ণা দেৱি! পিছে আপুনি সেই নিজৰাৰ সুশীতল পানী উপভোগৰ বাঞ্ছা নকৰি নিজেই নিজৰাৰ বাপ ধৰি আছে; কিন্তু আপোনাৰ নিজৰাৰ সুশীতল পানীয়ে যাক অভিসিঞ্চিত কৰিব লাগে তাক আপুনি অভিসিঞ্চন কৰা নাই। বেচেৰা জয়ন্তই চাতক পখীৰ নিচিনা আপোনাৰ নিজৰা বাপ মেঘৰ পানী কেতিয়া পাওঁ কেতিয়া পাওঁ আশা কৰি বহি আছে—প্ৰদীপে ৰসিকতাৰে হাঁহি হাঁহি উত্তৰ দিলে।

জয়ন্তই ভবা নাছিল যে প্ৰদীপে ইমান স্পষ্ট জবাব দিব। জয়ন্তৰ প্ৰেমিক হৃদয় এই উক্তিত খুচি হ'লেও লাজুক আৰু অভিমানী জয়ন্তৰ হৃদয়ত ক'ৰবাত এটা খোঁচা লাগিল—জয়ন্তই এনেকুৱা অনুভৱ কৰিলে।

দিলীপে প্ৰদীপ আৰু অপৰ্ণাৰ উক্তি নিৰ্লজ্জ উক্তি বুলি মনে মনে ভাবি লৈছে। দিলীপ অলপ ক্ষোভিত হৈছে।

অপৰ্ণাই ভবা নাছিল যে প্ৰদীপে এই ব্যক্তিগত আক্ৰমণৰ পাল্টা জবাব

এইদৰে দিব। অপৰ্ণা আজি প্ৰদীপৰ লগত যুদ্ধৰ বাবে সাজু হৈ আহিছে। প্ৰদীপৰ এই আক্ৰমণত পিছুৱাই যাব খোজা নাই।

নহয়, ফুকন ডাঙৰীয়া। ভগৱানৰ এই সুন্দৰ সৃষ্টিত আপোনাৰে বা মোৰ মনত লগা বহুত বস্তু সৃষ্টি হৈছে। নানা তৰহৰ সুগন্ধি আৰু মনোমোহা ফুলৰ সৃজন হৈছে; সেইবুলি য'তে যিটো বস্তু ভাল বা সুন্দৰ দেখা যায় সেই বস্তুটোকে নিজৰ বুলিবৰ অধিকাৰ আমাৰ কিমানখিনি—সেইটো জানো বিচাৰ কৰিব নালাগে?—অপৰ্ণাই প্ৰশ্ন কৰিলে।

মই আপোনাৰ কথা বুজা নাই অপৰ্ণা দেৱি। আপোনাৰ যিটো প্ৰশ্ন তাৰ উত্তৰটো তাতেই আছে। মোক সুধিবৰ তাৎপৰ্য বা প্ৰয়োজন কি?—বুলি প্ৰদীপে পুনঃ প্ৰশ্ন কৰিলে।

তাৎপৰ্য্য হৈছে যে আমাৰ প্ৰত্যেক কাৰ্যৰ বাবে আমি নিজে দায়ী। কাৰ্যৰ কি ফল কাৰ্য কৰা পূৰ্বেই জানি ল'ব লাগে। কোন্ কাৰ্যৰ বাবে কাৰ কিমানখিনি অধিকাৰ তাকো জানিব লাগে। অধিকাৰ বা সীমাৰ বহিৰ্ভূত কোনো কাম কৰা উচিত নহয়।—অপৰ্ণাই উত্তৰ দিলে।

অপৰ্ণাৰ কথোপকথনৰ ধাৰা দেখি ইলা ভীতা হৈ পৰিছে। জানোচা ইলা আৰু প্ৰদীপৰ সমস্ত কথা প্ৰকাশ হৈ পৰে। সেইবাবে ইলা শঙ্কিতা হৈ মাজতে ক'লে— ইমানবোৰ জটিল প্ৰশ্নৰ অৱতাৰণা কিয় কৰিছা, বাইদেউ! বালিভাত খোৱাৰ আনন্দৰ মাজত ইমান দাৰ্শনিক তথ্যৰ আলোচনা তোমালোকে দুয়ো কৰি থাকিলে তোমালোকৰ লগৰে আমি আৰু তিনি ব্যক্তিয়ে ৰসবোধ কৰিব নোৱাৰোঁ নহয়। নহয় নে দিলীপ দা,—বুলি ইলাই দিলীপক সান্ত্বনি লবৰ মনেৰে ক'লে।

দিলীপে একোকে নক'লে। দিলীপৰ মন আজি প্ৰসন্ন বা প্ৰফুল্ল থকা নাই। অপৰ্ণাই ইঙ্গিতটো বুজি পালে। ইলাই এই কথা ভাল পোৱা নাই কাৰণে অপৰ্ণাই বেছি দূৰ আগবাঢ়িব নুখুজিলে। অপৰ্ণাৰ ইচ্ছা আছিল যে অপৰ্ণাই আজি ইলা আৰু প্ৰদীপৰ বিয়াৰ কথাবতৰা সম্পূৰ্ণ কৰিব; কিন্তু ইলাৰ ইঙ্গিতত পিছুৱাই থাকিল।

জয়ন্তই ক'লে—তুমি সেখোন একোকে নোকোৱা, দিলীপ? তুমিনো ইমান মেৰা পাইছা কিয়? আলোচনা সেখোন ৰসাল হৈয়ে উঠিছিল। হয়, অপৰ্ণা, মই স্বীকাৰ কৰোঁ সুন্দৰ হ'ল বুলিয়েই, চিত্তাকৰ্ষক হ'ল বুলিয়েই—এই জগতৰ সকলো বস্তুতে নিজৰ স্বত্ব বৰ্ত্তি নাযায়।

জয়ন্তই অপৰ্ণাক অপৰ্ণা বুলিয়েই সম্বোধন কৰিলে। ইমান দিনে জয়ন্তই অকল অপৰ্ণা বুলি সম্বোধন কৰিব পৰা নাছিল। আজি এই মধুৰ পৰিৱেশৰ মাজত, নদীৰ পাৰৰ নিৰ্জ্জন প্ৰাকৃতিক দৃশ্যৰ পটভূমিত আৰু বালিভাতৰ সুমধুৰ

যৌথ আনন্দৰ মাজত প্ৰেমিক জয়ন্তৰ হৃদয়ত যি আবেগ উঠিছে—সেই আবেগৰ মোহত অপৰ্ণা জয়ন্তৰ মনত নিচেই আত্মীয়, আপোনাৰ জন আৰু নিকটতম হৈ গৈছে। অপৰ্ণাক আপুনি বুলি বা অনাত্মীয়া হিচাপে মাতিবলৈ টান পাইছে। অপৰ্ণাই এই পৰিবৰ্তন লক্ষ্য কৰিছে। ইয়ে স্বাভাৱিক পৰিবৰ্তন আৰু আত্মীয়তাৰ অভিব্যক্তি অপৰ্ণাই নুবুজাকৈ থকা নাই।

কিন্তু বৰুৱাদেৱ! তথাপি কোনো কোনো সুন্দৰ বস্তুৰ প্ৰতি নাইবা কোনো কোনো সুন্দৰ ব্যক্তিবিশেষৰ প্ৰতি এনে এটি আকৰ্ষণবোধ কৰা যায় যে সেই বস্তুটিৰ বা ব্যক্তিবিশেষৰ ওপৰত যেন নিজৰ সম্পূৰ্ণ স্বত্ব বা অধিকাৰ আছে—এনে নহয় নে? অপৰ্ণাই ক'লে।

ই যেন জয়ন্তৰ মনৰ কথাৰ অবিকল প্ৰতিধ্বনিহে। জয়ন্তই যেন অপৰ্ণাৰ কথাত নিজৰ অন্তৰৰ গুপুত কথাৰ, গোপন আবেগৰ স্পষ্ট প্ৰতিচ্ছবি দেখা পাইছে। জয়ন্তৰ প্ৰাণত আনন্দময় শিহৰণ বাগৰি গ'ল। অপৰ্ণাইয়ো হয়তো অনুৰূপ আবেগ অন্তৰত লুকাই ৰাখিছে। এইদৰে ভাবাত তাক ফুটাই তুলিছে।

জয়ন্তই যেন নিজৰ অজানিত ভাবতেই—'হয়' বুলি প্ৰত্যুত্তৰ দিলে।

ক'লে—অপৰ্ণা—তোমাৰ তৰ্ক যুক্তি—মাফ্ কৰিবা—মই তোমাক আপুনি বুলিব নোৱাৰোঁ—মোৰ মনত বৰ ভাল লাগে; কিন্তু বহু বিষয়ত মই তোমাৰ লগত একমত হ'ব নোৱাৰোঁ।—

কোনটো বিষয়ত আপুনি মোৰ লগত একমত হ'ব নোৱাৰে বৰুৱাদেৱ! অপৰ্ণাই সুধিলে।

তুমি প্ৰাচীন মতৰ সম্পূৰ্ণ বিৰোধী। তুমি স্ত্ৰীস্বাধীনতা বুলি এটা বস্তু স্বীকাৰ কৰা। সিদিনা তোমালোকৰ হোষ্টেলত এই বিষয়ে আলোচনা হৈছিল; কিন্তু আলোচনা সম্পূৰ্ণ নহ'ল। দ্বিতীয়তে বিবাহ বৈদিক অনুষ্ঠান আৰু পূৰ্বজন্মৰ সংস্কাৰ—তাক তুমি বিশ্বাস নকৰা। অথচ সমস্ত আৰ্যসভ্যতা আৰু বৈদিক কৃষ্টি পুৰুষ আৰু স্ত্ৰীৰ পাৰস্পৰিক সম্বন্ধৰ ওপৰত প্ৰতিষ্ঠিত। এই সৃষ্টিৰ মূলত পুংশক্তি আৰু স্ত্ৰীশক্তিৰ সংযোগ বা পৰস্পৰৰ মিলন। পুংকেশৰ আৰু গৰ্ভকেশৰ সংযোগতেই ফুলৰ সৃষ্টি। কোনো কাৰো অধীন নহয় কোনো কাৰো পৰা সম্পূৰ্ণ স্বাধীন নহয়। জন্মগত বংশধাৰাৰ ওপৰত প্ৰতিষ্ঠিত হয়—মানুহৰ স্বত্ব। স্ত্ৰীস্বাধীনতা বুলি যি হাওবা দেশত বৈ যাব লাগিছে—তাৰ জন্মগত কোনো অধিকাৰ বা দাবী নাই। জয়ন্তই উত্তৰ দিলে।

আপুনি বহুত ডাঙৰ ডাঙৰ কথা কৈছে। সৃষ্টিতত্ত্ব বা বৈদিক কৃষ্টিৰ প্ৰশ্ন লৈ আমি পুৰুষৰ লগত তৰ্ক কৰিবও খোজা নাই বা যুজিবও খোজা নাই। আমাৰ মূল কথা হৈছে যে পুৰুষ জাতিটো ইমান স্বাৰ্থপৰ—ইমান আত্মম্ভৰী আৰু ইমান অহংকাৰী হৈ গৈছে যে স্ত্ৰী জাতিক সদায় নিজৰ অধীন কৰি—আজ্ঞাবহ্য কৰি

বিলাসৰ সামগ্ৰী কৰি তুলিছে। পুৰুষব্যতিৰেকে স্ত্ৰীৰ কোনো সুকীয়া সত্তা নাই—এনে এটি মনোভাবৰ সৃষ্টি হৈছে। ই অপমানজনক নহয়নে—তিৰোতাৰ পক্ষে?—অপৰ্ণাই সুধিলে।

তুমি যি দৃষ্টিভঙ্গীৰে বিষয়টো চাইছা—এই দৃষ্টিভঙ্গীৰে বাহ্যতঃ চেষ্টা দেখা গ'লেও প্ৰকৃতপক্ষে বস্তুটো তেনে নহয়—জয়ন্তই উত্তৰ দিলে।

কিয় নহয়—বৰুৱাদেৱ, প্ৰথমতে ধৰক একে মাকৰ সন্তান ল'ৰা আৰু ছোৱালী, কিন্তু সম্পত্তি পাবৰ সময়ত ল'ৰা আৰু ছোৱালীৰ প্ৰতি বিভিন্ন ব্যৱস্থা—তাৰপৰা পুৰুষৰ স্বাৰ্থপৰতা প্ৰমাণ নহয় নে? কওক, বৰুৱাদেৱ—অপৰ্ণাই সুধিলে।

ইয়াত কেতিয়াও স্বাৰ্থপৰতা নাই। বুজাৰ ভুল মাথোন। শুনা—আৰ্য্যসভ্যতাৰ মূল ইতিহাস পাহৰি নাযাবা। আৰ্য্যসকলে স্থায়ী ঘৰবাৰী কৰি ক'তো নাথাকিছিল। এটা দলৰ বা পৰিবাৰৰ অধিপতিৰ অধীনত সেই দলটোৰ বা পৰিবাৰটোৰ সুখ-দুখ সকলো নিৰ্ভৰ কৰিছিল। একান্নবৰ্তী পৰিবাৰৰ আদৰ্শত চলিছিল। উপাৰ্জ্জিত সকলো সম্পত্তি সেই পৰিবাৰৰ। ছোৱালী বিয়া দিয়াৰ পাছত সেই ছোৱালী আন পৰিবাৰভুক্ত হোৱাত পিতৃসম্পত্তিৰ পৰা বঞ্চিত হয় কিন্তু শহুৰেৰৰ সম্পত্তিৰ অংশীদাৰিণী হয়। ইয়াত পক্ষপাতিত্ব ক'ত বা স্বাৰ্থপৰতা ক'ত? স্ত্ৰী-ধনৰ ওপৰত কাৰো হাত নাই; আনকি নিজৰ স্বামীৰো নাই—জয়ন্তই উত্তৰ দিলে।

ছোৱালী যদি অপুত্ৰিকা অৱস্থাত বিধৱা হয়—তেতিয়া সম্পত্তিৰ অধিকাৰিণী কিয় হ'ব নোৱাৰে—বৰুৱাদেৱ?—অপৰ্ণাই সুধিলে।

হিন্দুৰ সমাজ বংশ ৰক্ষাৰ আদৰ্শত গঠিত। এই বংশৰক্ষা সৃষ্টি তত্ত্বৰ আদি কথা। হিন্দুৰ সমাজ-ব্যৱস্থাৰ মূল ভিত্তি—মানুহৰ দৈনন্দিন জীৱনৰ সুখ দুখ আৰু নিজ নিজ বংশৰ বৈশিষ্ট্য ৰক্ষাৰ অৰ্থে সকলো ব্যৱস্থা। এই বৈশিষ্ট্য ৰক্ষাৰ বাটেদি মানুহে ক্ৰমাগত সংস্কৃতিৰ পথত আগ বাঢ়ে। এই বৈশিষ্ট্য ৰক্ষাৰ যি প্ৰচেষ্টা সেয়ে কৃষ্টি। এই কৃষ্টি ৰক্ষাৰ অৰ্থে সকলো নিয়ম-নীতি। ছোৱালীৰ ভৱিষ্যৎ জীৱন যেতিয়ালৈকে আশা-আকাঙ্ক্ষাৰ বাটত উজ্জ্বল হৈ থাকে তেতিয়ালৈকে সম্পত্তি ভোগৰ ব্যৱস্থা সম্পূৰ্ণ আছে। অবিবাহিতা, বিবাহিতা, বা বিধৱা ছোৱালীৰ বাবে সুকীয়া সুকীয়া ব্যৱস্থা আছে। অবিবাহিতা ছোৱালীৰ পিতৃসম্পত্তিৰ ওপৰত যিমান দাবী, বিবাহিতা ছোৱালীৰ সিমান দাবী নাথাকে। আনকালে পুত্ৰৰ অভাৱত দৌহিত্ৰৰ সম্পত্তিৰ ওপৰত অধিকাৰ বৰ্ত্তে। বিধৱা ছোৱালী বা পুত্ৰহীনা ছোৱালীৰ পিতৃসম্পত্তিৰ ওপৰত অধিকাৰ নাই আৰু শহুৰেৰৰ সম্পত্তিৰ ওপৰত দান বিক্ৰি হস্তান্তৰৰ অধিকাৰ নাই। এই ব্যৱস্থাকেই আধুনিক সমাজে অবিচাৰ বা পক্ষপাতিত্ব দোষ বুলি পুৰণি সমাজব্যৱস্থাৰ

ওপৰত পৰিহ্‌ণা দিয়ে; কিন্তু এই ধাৰণা সম্পূৰ্ণ ভুল। বিধবা ছোৱালীৰ ভবিষ্যৎ আশা-আকাঙ্ক্ষা একো নাথাকে আৰু সেইবাবে সম্পত্তিৰ প্ৰতি কোনো মায়ামমতা নাথাকে। এনে ছোৱালী সম্পত্তিৰ সম্পূৰ্ণ অধিকাৰিণী হ'লে পুৰুষানুক্ৰমিক আৰ্জি থোৱা সম্পত্তিৰ কোনো অংশ অধিকাৰ অনুসাৰে সম্পূৰ্ণ নষ্ট কৰিব পাৰে। এই স্বেচ্ছাচাৰিতাৰ বাটত এটা প্ৰতিবন্ধক নিদিলে সম্পত্তি ধ্বংস হৈ যাব পাৰে। আনফালে জীৱদ্দশাত স্বামীৰ সম্পত্তি ভোগত সম্পূৰ্ণ অধিকাৰ আছে; আকৌ পতিৰ ঋণশোধ, পতিৰ অন্ত্যেষ্টিক্ৰিয়া, তীৰ্থযাত্ৰা আদি ধৰ্মকাৰ্যত দান বিক্ৰিৰো অধিকাৰ আছে। ছোৱালীক হিন্দুৰ কৃষ্টিগত পথত কেতিয়াও বঞ্চিত কৰা নাই। সম্পত্তিবিভাগৰ এনে এটি নীতি গ্ৰহণ কৰিছে যাতে হিন্দুৰ ঊৰ্দ্ধদৈহিক অনুষ্ঠান, একান্নবৰ্তী পৰিবাৰ পালন আৰু ল'ৰা-ছোৱালীৰ উভয়ৰে সমান অধিকাৰ ৰক্ষিত হয়। বিয়াৰ পাছত যদি ছোৱালীৰ পৰিবৰ্তে ল'ৰা পিতৃঘৰত নাথাকি শহুৰেকৰ ঘৰত যায় তেন্তে আজি ছোৱালীৰ প্ৰতি যি ব্যৱস্থা ল'ৰাৰ প্ৰতিও তেনে ব্যৱস্থা কৰিব লাগিব। ছোৱালী যদি বিয়াৰ পাছত পিতৃঘৰত থাকে তেন্তে ল'ৰাই যেনেকৈ পিতৃসম্পত্তি পায় ছোৱালীয়েও তেনেকৈ পাব লাগিব। সম্পত্তিবণ্টনত এই নীতি একান্নবৰ্তী পৰিবাৰ ৰক্ষাৰ কাৰণে আৰু কি ল'ৰা কি ছোৱালী উভয়ৰে প্ৰতি সমব্যৱহাৰ ৰক্ষাৰ বাবে। এই ব্যৱস্থাত ছোৱালীৰ ফালৰপৰা কোনো ক্ষতি হোৱা নাই বা পক্ষপাতিত্ব দোষত ছোৱালীৰ প্ৰতি কোনো ন্যূন আচৰণ কৰা হোৱা নাই।

পুনঃ ভাবি চোৱা অপৰ্ণা—স্ত্ৰী-পুৰুষ উভয়ৰ স্বচ্ছ আৰু সহযোগত সংসাৰ ৰচনা হয়। সন্তি-সন্ততিৰ মঙ্গলৰ অৰ্থে—নিজৰ সাংসাৰিক জীৱনৰ সুখৰ অৰ্থে স্ত্ৰীয়ে ঘৰৰ ভিতৰখন চায়, পুৰুষে বাহিৰখন চায়—। ইয়াত পুৰুষৰ স্বাৰ্থপৰতা বা আত্মম্ভৰিতা একো নাই।

বাইদেউ! তুমি দৰ্শন, বিজ্ঞান, আইন, শ্ৰুতি, স্মৃতি একোকে নেৰিবা হ'ব পায়। ককাইদেৱে সংস্কৃত শাস্ত্ৰৰ সাগৰ মন্থন কৰিব, আনফালে বাসুকী নাগৰ আৰু মন্দাৰ পৰ্বতৰ যে কি কঠিন সমস্যা হৈছে তালৈ কোনো দৃষ্টি নাই—বুলি ইলাই জয়ন্তৰ ফালে কেৰাহীকৈ চাই অপৰ্ণাক ব্যঙ্গৰ সুৰে ক'লে।

অৰ্থাৎ এই আলোচনা ত্যাগ কৰি তোৰ আৰু প্ৰদীপ ফুকনৰ আলোচনালৈ আহিব লাগে—নহয় নে ইলা?

তুমি যে কি কোৱা বাইদেউ! বুলি ইলাই প্ৰকৃততে খঙ্ কৰি সেই ঠাইৰ পৰা উঠিগৈ অকলে নৈৰ পাৰত বহি কান্দিব ধৰিলে।

অপৰ্ণাই কথাবাৰ আনন্দত কোৱা যেন পাই কিছু সময়ৰ পাছত ইলাৰ পাছে পাছে গৈ ইলাক কান্দি থকা দেখি মুৰোহাতে সাবটি ধৰি টানি আনিলে। —নকৰ্ও ইলা—তইতৰ কোনো কথাকেই কাৰো আগত নকওঁ। তই নাকান্দিবি।

মই শপত খাইছোঁ—তহঁতৰ কথা নুলিয়াওঁ। তোৰ মনত দুখ দিবৰ ইচ্ছা মোৰ নাই।—আহ, ইলা আমি ঘূৰি যাওঁ, এই বুলি অপৰ্ণাই ইলাৰ চকুৰ পানী মুচি দি ইলাক শান্ত কৰি মাতি লৈ আহিল।

যি কাৰণে আজি বালিভোজৰ ব্যৱস্থা সেই কাৰণ সফল নহ'ল—ইলাৰ নিজৰ আপত্তিৰ কাৰণে। মুঠতে এই বালিভোজ পৰ্ব আনন্দৰ মাজেদি সমাপন হ'ল। গাঁৱত আধুনিকতাৰ এটা নতুন আদৰ্শ স্থাপিত হ'ল; কিন্তু পাছদিনা গাঁৱৰ মানুহে দিলীপ, অপৰ্ণা আৰু ইলাক এই বিষয়ে নানা প্ৰকাৰে ভৎৰ্সনা কৰিলে। আটাইবিলাক মানুহে দিলীপ, অপৰ্ণা আৰু ইলাক নিজৰে ঘৰৰ ল'ৰা-ছোৱালীৰ নিচিনা দেখে কাৰণে এই কথালৈ বেছি আলোচনা বা বেছি জল্পনা-কল্পনা নকৰিলে।

## (১০)

প্ৰদীপৰ ঘৰত মহা অশান্তিৰ সৃষ্টি হৈছে। প্ৰদীপে মাকৰ আগত ইলাক বিয়া কৰোৱাৰ প্ৰস্তাব কৰিছে। এই কথালৈ প্ৰদীপৰ মাকৰ লগত কিছুমান দিনৰ পৰা মনোমালিন্য ঘটিছে। মাকে প্ৰদীপক নামাতে। পিতাকে এইকথা শুনি ঘৰৰ পৰা ওলাই যাবলৈ কৈছে। প্ৰদীপ একমাত্ৰ সন্তান; তাতে আকৌ মাকৰ মন। মাকে ঘৰৰ পৰা ওলাই যাবলৈ কব পৰা নাই; কিন্তু মাকপুতেকৰ ভিতৰত এটা অস্বাভাবিক অৱস্থাৰ সৃষ্টি হৈছে। পিতাক-মাকৰ আপত্তিত প্ৰদীপে ইলাৰ ওচৰত বিয়াৰ প্ৰস্তাব দিব পৰা নাই।

প্ৰদীপে সিদিনা অপৰ্ণাৰ কথাৰ ইঙ্গিতত বুজি পাইছে যে ইলাক সোনকালে বিয়া নকৰালে ইলাৰ অৱস্থাও বৰ সঙ্কটাপন্ন হৈছে। অপৰ্ণাই যে প্ৰদীপৰ ওচৰত ইলাৰ লগত বিয়াৰ প্ৰস্তাব কৰিব খুজিছিল আৰু ইলাৰ ইঙ্গিতত হে বন্ধ কৰিছে এইকথা প্ৰদীপে বুজি পাইছে। প্ৰদীপৰ সেই কাৰণে মহা সঙ্কট উপস্থিত হৈছে। প্ৰদীপে ইলাক কথা দিছে যে প্ৰদীপে যি কোনো উপায়ে ইলাক বিয়া কৰাব। অবিশ্বাস ইলাই কৰা নাই—এই কথাৰ। অপৰ্ণাই প্ৰদীপৰ লগত এই বিষয়ে প্ৰসঙ্গ উত্থাপন কৰা মাত্ৰকে সেইবাবে কথাটো বন্ধ কৰিছে। প্ৰদীপ সদায় বাস্তৱবাদী—আদৰ্শবাদী কোনোদিনেই নাছিল। প্ৰদীপে কোনোদিন কোনো কথালৈ তৰ্ক কৰিব ভাল নাপাইছিল। আনকালে প্ৰদীপ পিতৃমাতৃভক্ত সন্তান। কেতিয়াও পিতাকৰ বা মাকৰ অবাধ্য হোৱা নাই। পিতৃভক্ত সন্তানৰপৰা অবাধ্যতাৰ এই বিষম কাৰণ উপস্থিত হোৱাত প্ৰদীপৰ পিতাকৰ মনত বিষম আঘাত লাগিছে আৰু সেইবাবে প্ৰদীপক ঘৰৰপৰা ওলাই যাবলৈ কৈছে। শাস্ত্ৰবিশ্বাসী আৰু নৈতিক কোনো ব্ৰাহ্মণে অসবৰ্ণ বিবাহ সমৰ্থন কৰিব নোৱাৰে।

যি নান্দীমুখ শ্ৰাদ্ধই সাতপুৰুষলৈ উদ্ধাৰ কৰে সেই নান্দীমুখ শ্ৰাদ্ধৰ অৱমাননা কোনো নৈতিক বামুনে সহিব নোৱাৰে. কুলৰ একমাত্ৰ সন্তানৰ এই অধঃপতনত প্ৰদীপৰ পিতাক নাৰায়ণ ফুকন মৰ্ম্মাহত হৈছে। নিৰ্বংশ হ'লে মানুহৰ মনত যি দুঃখ উপস্থিত হয় তদ্ৰূপ দুখত নাৰায়ণ ফুকন মৃতপ্ৰায় হৈছে।

প্ৰদীপক যদিও পিতাকে ঘৰৰ পৰা ওলাই যাবলৈ কৈছে, তথাপি যে প্ৰদীপ ওলাই যোৱা নাই—এই কথা প্ৰদীপৰ পিতাকে লক্ষ্য কৰিছে। প্ৰদীপে পিতাকৰ আগত সাহ কৰি কোনো কথা কোৱা নাই। মাকে যদিও প্ৰদীপক নামাতে প্ৰদীপে মাকক সদায় বস্তু-বাহানি খুজি আমনি কৰিয়েই আছে। মাকে প্ৰদীপৰ খোৱা-বোৱা আদিত আগৰ নিচিনাই যত্ন লৈছে কিন্তু আনন্দমনে প্ৰদীপৰ লগত কোনো কথা পতা নাই, নাইবা কোনো বিষয়ৰ আলোচনাৰ বাবে কোনো প্ৰসঙ্গ উত্থাপন কৰা নাই।

কিছুমান দিন পাছত প্ৰদীপে লাহে লাহে বুকুত সাহ গোটাই পিতাকৰ ওচৰ চাপিল—ক'লে—

পিতা, মই আপোনাৰ ওচৰত দোষী, সেইটো স্বীকাৰ কৰিছোঁ; কিন্তু আপুনি মোৰ ফালৰ পৰা কোনো কথা নুশুনাকৈ মোক ঘৰৰ পৰা ওলাই যাবলৈ কৈছে। মই আপোনাৰ বাক্য এতিয়াও পালন কৰা নাই—কাৰণ, মই জানোঁ আজিও আপোনাৰ স্নেহ মোৰ প্ৰতি সমানে আছে। এতিয়াও আপুনি মোক মৃত বা ত্যজ্য পুত্ৰ বুলি ভবা নাই, প্ৰদীপে এইখিনি কথা জুকিয়াই লৈ পিতাকৰ ওচৰত কোনো প্ৰকাৰে প্ৰকাশ কৰিলে।

পিতাকৰ মনত অত্যন্ত অশান্তি চলি আছিল। পুত্ৰ শতদোষত দোষী হ'লেও পিতাকৰ ওচৰত সদায় ক্ষমাৰ্হ। পিতাকৰ ব্যথিত মনত কিয়ৎ পৰিমাণে সান্ত্বনা আনি দিছে—প্ৰদীপৰ এই নম্ৰ কথাকেইষাৰিয়ে। পিতা-পুত্ৰৰ অত্যন্ত মধুৰ সম্পৰ্ক। এই মধুৰতাৰ সম্পৰ্ক নাৰায়ণ আৰু প্ৰদীপৰ ভিতৰত আজীৱন চলি আহিছে। কোনো বিষয়ে পৰামৰ্শৰ সময়ত পিতা-পুত্ৰ যেন দুজন বন্ধুহে। এনে ক্ষেত্ৰত নাৰায়ণ ফুকনে যে প্ৰদীপক ঘৰৰ পৰা ওলাই যাবলৈ কৈছে—ই কম দাৰুণ আঘাতৰ প্ৰতিক্ৰিয়া নহয়।

নাৰায়ণ ফুকনে প্ৰদীপৰ মুখৰ ফালে চাই সুধিলে—প্ৰদীপ। নিশ্চয় তোৰ মতৰ পৰিবৰ্তন হৈছে। তই তোৰ ভুল বুজি পাইছ, নহয়নে? এইখন ঘৰৰ একমাত্ৰ কলুপ্ৰদীপ তই। তোৰ এই অধঃপতন হ'বলৈ মই দিব নোৱাৰো-বাপ্। ক' বাপ্ তোৰ মতৰ পৰিবৰ্তন হৈছে। তই মোৰ কথাৰ অবাধ্য হোৱা নাই—ক' বাপ্। —নাৰায়ণ ফুকনে গদ্ গদ্ কণ্ঠে প্ৰদীপক সুধিলে।

প্ৰদীপে বুজি পালে পিতাকৰ মনত কিমান আঘাত লাগিছে। পিতাকৰ কথা সোধাৰ ভঙ্গি দেখি প্ৰদীপ মুহ্যমান হৈ পৰিছে। প্ৰদীপ নিমাত হৈ থাকিল।

প্ৰদীপ নিমাত হৈ থকা দেখি নাৰায়ণ ফুকনে পুনঃ সুধিলে—তোৰ মতৰ পৰিবৰ্তন হোৱা নাই—বাপ্? তই চিন্তা কৰি চা, বাপ্। তোৰ এই কথা মই কেতিয়াও সমৰ্থন কৰিব নোৱাৰিম। বংশপৰম্পৰায় চলি অহা এটা কৃষ্টি—সবৰ্ণে সবৰ্ণে বিবাহ—এই পদ্ধতিৰ বিৰুদ্ধে মই মোৰ জীৱদ্দশাত কোনো বিবাহ সমৰ্থন কৰিব নোৱাৰিম। তই যদি ইয়াৰ শাস্ত্ৰীয় বিচাৰ কৰিব খোজ মোৰ তাত আপত্তি নাই; কিন্তু তোৰ কাৰ্য সমৰ্থন কৰি মোৰ চৈধ্য পুৰুষ নৰকগামী কৰিব নোৱাৰোঁ। তই যিমানেই ইয়াক অন্ধবিশ্বাস বুলি কব—মোৰ তাত আপত্তি নাই। এই অন্ধবিশ্বাসেৰে সৈতে মোক মৰিবলৈ দে, বাপ্। মোৰ মৃত্যুৰ পাছত তোৰ যিহকে ইচ্ছা তাকেই কৰিবি।

প্ৰদীপে পিতাকৰ সকলো কথা জানে। পিতাকৰ লগত তৰ্ক কৰিব খোজা নাই। যেতিয়া প্ৰদীপে ইলাৰ লগত বিয়াৰ কোনো প্ৰস্তাব কৰা নাছিল আৰু প্ৰদীপৰ বিয়াৰ যেতিয়া কোনো প্ৰশ্নই উঠা নাছিল তেতিয়া বহুদিন সাধাৰণভাৱে নিৰপেক্ষ বিচাৰ আৰু সমালোচনা বহু সমস্যালৈ পিতাকৰ লগত প্ৰদীপৰ হৈ গৈছে। আধুনিক দৃষ্টিভঙ্গীৰে প্ৰদীপে তেতিয়া বহু তৰ্ক পিতাকৰ লগত কৰিছে। বহুদিন পিতাকে উত্তেজিত হৈ শাস্ত্ৰৰ মাহাত্ম্য ব্যক্ত কৰিছে। প্ৰদীপৰ মনত আছে—পিতাকে এদিন কৈছিল—সত্ত্ব ৰজঃ তম এই তিনিগুণৰ তাৰতম্য অনুসাৰে জগতত মানুহৰ প্ৰকৃতি ভেদ হয়। এই সত্ত্ব ৰজঃ তম গুণৰ তাৰতম্য অনুসাৰে সমান প্ৰকৃতিৰ মানুহৰ শ্ৰেণীৰ সৃষ্টি হয়। উদাৰ, অনুদাৰ বেছি উদাৰ, কম উদাৰ—এইভাৱে, পুনঃ বীৰ, কাপুৰুষ, সৰল, কুটিল—নানা প্ৰকৃতিৰ লোক জগতত আছে! সমভাবাপন্ন বা সমগুণী মানুহৰ বিভিন্ন পৰ্যায় আছে। এই বিভিন্ন পৰ্যায় অনুসাৰে চাৰিবৰ্ণৰ সৃষ্টি হৈছে। ই সৃষ্টিৰ বা প্ৰকৃতিৰ লক্ষণ। মানুহৰ মনগঢ়া কথা নহয়।

প্ৰদীপে আকৌ পিতাকৰ মুখত শুনিছে যে সকলো প্ৰাণী উদ্ভিদৰ বিভিন্ন শ্ৰেণী আছে।

ফল নেদেখিলে বা নাখালে কোনে ক'ব যে সকলো আমগছ একে নহয়। সেইদৰে কাৰ্যভেদে বিভিন্ন শ্ৰেণীৰ মানুহৰ সৃষ্টি হয়। মানুহৰ স্বভাৱ বা ধৰ্ম বা কাৰ্য কৰাৰ পদ্ধতি বা ব্যৱসায় হিচাপে বুজা যায় যে সকলো মানুহ সমপৰ্যায়ভুক্ত নহয়। মেকুৰী আৰু বাঘ একেজাতি হ'লেও উভয়ৰে ধৰ্ম বা স্বভাৱ একে নহয়। সমশ্ৰেণীৰ মানুহৰ লগত হে বৈবাহিক সম্বন্ধ হ'ব পাৰে; সমশ্ৰেণীৰ মানুহৰ লগত বৈবাহিক সম্বন্ধ হ'লে হে ভবিষ্যৎ বংশ সমান ধৰ্মাৱলম্বী হ'ব পাৰে।—কিন্তু—। প্ৰদীপে ভাবিব নোৱাৰে—ইলাৰ লগত প্ৰদীপৰ মিলনৰ বাট নাই।

প্ৰদীপ ইলাৰ ওচৰত আবদ্ধ। নিজৰ কথাত আবদ্ধ। ইলাৰ কোনো দোষ নাই। ইলাৰ প্ৰেম প্ৰবুদ্ধ কৰিছে প্ৰদীপে। আগবাঢ়ি গৈ ইলাক ওচৰ চপাই লৈছে।

এফালে পিতৃ-মাতৃ আৰু কুলধৰ্ম—আনফালে ইলা আৰু নিজ প্ৰতিশ্ৰুতি। কোনটো গৰীয়ান্—কোনটো বৰণীয়। প্ৰদীপৰ মন ধ্বস্তবিধ্বস্ত হৈ গৈছে। আজি যদি প্ৰদীপে ইলাক গ্ৰহণ নকৰি পিতৃআজ্ঞা পালন কৰে তেন্তে নিমাখিতা ইলাৰ জীৱন ব্যৰ্থতাত পৰ্যবসিত হ'ব। ইলাৰ ভৱিষ্যৎ জীৱনত তেতিয়া হ'লে কি ঘটিব প্ৰদীপে কল্পনা কৰিব নোৱাৰে। ইলাই হয়তো প্ৰদীপৰ ওচৰত কোনো দাবী উত্থাপন নকৰে, ইলাই হয়তো এই প্ৰত্যাখ্যানৰ বাবে কোনো দিন কাকো কোনো কথা মুখ ফুটাই নকয় কিন্তু ইলাৰ জীৱন যে ব্যৰ্থতাত পৰিণত হ'ব—ই ধ্ৰুৱ নিশ্চয়।

প্ৰদীপে পুনঃ ভাবিছে—কুলধৰ্ম কি? যেতিয়া গোটেইখন ভাৰতবৰ্ষতে বৰ্ণভেদ উঠি যাব ধৰিছে, যেতিয়া মনৰ মিলেই বিবাহৰ প্ৰধান কথা হ'ব লাগিছে—তেনে ক্ষেত্ৰত পূৰ্বৰ ৰীতি-নীতিবোৰ আকোৰ গোঁজালি কৈ ধৰি থাকিলে কি হ'ব? সমাজৰ ৰূপ যেতিয়া পৰিবৰ্তিত হ'ব লাগিছে—তেতিয়া প্ৰদীপৰ আৰু ইলাৰ জীৱন ব্যৰ্থতাত লয় কৰি দিয়াৰ সাৰ্থকতা কি? প্ৰদীপ আৰু ইলাৰ মিলনৰ অনুৰূপেই তো সমাজ গঠিত হ'ব লাগিছে। প্ৰদীপৰ দোষ ক'ত?

প্ৰদীপক নিমাত থকা নাৰায়ণ ফুকনেও এবোৰকৈ নকৈ টেবিলৰ ওপৰতে থকা বাল্মীকি ৰামায়ণখনৰ পাত লুটিয়াব ধৰিলে আৰু ক্ৰমে অধ্যয়নত ৰত হ'ল।

"পিতা"—বুলি প্ৰদীপে মাত লগালে।

ফুকনে মুখ তুলি চালে।

পিতা। আপুনি যি কৃষ্টি বা কুলধৰ্মৰ কথা কয় সেই কৃষ্টি বা কুলধৰ্মতো ভাৰতত আৰু সৰহদিন তিষ্ঠি নাথাকে। অস্পৃশ্যতাবৰ্জন, অসবৰ্ণ বিবাহ, বিধবা বিবাহ, বিবাহ-বিচ্ছেদ, শ্ৰেণীহীন সমাজগঠন ইত্যাদি যত প্ৰকাৰ আন্দোলনে ভাৰতবৰ্ষত মূৰ দাঙি উঠিছে এই আন্দোলনৰ বিৰুদ্ধে সনাতনী দল কেতিয়াও থিয় দিব নোৱাৰে; তদুপৰি আইন বা ৰাষ্ট্ৰীয় শাসনে কেতিয়াও সনাতনী পন্থা সমৰ্থন নকৰে। মাজতে কেইটামান গোঁড়া পৰিবাৰৰ কেইটিমান ল'ৰা-ছোৱালীয়ে দুখ-কষ্ট বৰণ কৰি জীৱন নিয়াব লাগিব।—প্ৰদীপে ৰাদ্ধকণ্ঠে উত্তৰ দি পিতাকক এটি সেৱা জনাই লাহে লাহে ওলাই গুচি গ'ল।

তাৰ পাছত প্ৰদীপে মাকৰ ওচৰত গৈ মাকক ক'লে—মা। মোৰ মনত সমস্ত আলোচনা হৈ গ'ল। ভাৰতীয় শাসন বিকালে গতি কৰিছে, ৰাষ্ট্ৰিয় শাসনৰ যি পদ্ধতি আৰু শ্ৰেণীহীন সমাজৰ যি আদৰ্শ তাত হিন্দুৰ পূৰ্বৰ কৃষ্টি বা কুলধৰ্ম তিষ্ঠি থাকিব নোৱাৰে। আজি ইলাৰ লগত মোৰ বিবাহৰ প্ৰস্তাৱ তোমালোকৰ মনত যেনে বিসদৃশ লাগিছে, দুই চাৰিবছৰৰ পাছত দেখিবা যে সি সমাজত

সুস্থভাৱে চলি গৈছে। মাজতে আমাৰ নিচিনা কেইজনমানৰ মৰণ উপস্থিত হৈছে। মা! মই পিতৃ-মাতৃ ত্যাগ কৰিব নোৱাৰোঁ। মোৰ জীৱন তোমালোকৰ চৰণত বন্ধা আছে, কিন্তু আনকালে মই ইলাক ত্যাগ কৰিব নোৱাৰিম। মই এতিয়া পিতৃআজ্ঞা পালন কৰি তোমালোকৰপৰা আঁতৰত থাকিম—অপেক্ষা কৰিম পিতৃআজ্ঞাৰ—ইলাক গ্ৰহণ কৰাৰ অনুমতিৰ। প্ৰদীপে মাকক সেৱা জনাই চকুৰ পানী টুকি টুকি ওলাই গুচি গ'ল।

## (১১)

কেইবামাহো পাছৰ কথা। ইলা আৰু প্ৰদীপৰ পৰস্পৰৰ প্ৰেম আৰু প্ৰতিশ্ৰুতিৰ কথা ইলাৰ বাপেকৰ কাণত পৰিছে—অপৰ্ণাৰ পৰা। অপৰ্ণাই যেতিয়া দেখিছে যে ইলা আৰু প্ৰদীপৰ মানসিক সম্বন্ধ গাঢ়তৰ হৈ উঠিব ধৰিছে আৰু ইলাই যেতিয়া প্ৰদীপৰ ওচৰত সম্পূৰ্ণ আত্মসমৰ্পণ কৰিছে—কোনো উপায় আৰু নাই—অপৰ্ণাই ইলাৰ বাপেকক মনে মনে এই খবৰটো জনালে। ইলাৰ বাপেক ৰতন দত্তৰ বৰ চিন্তা হ'ল। প্ৰদীপ ফুকন নৈষ্ঠিক বামুনৰ ল'ৰা। প্ৰদীপৰ বাপেক এই বিয়াত কেতিয়াও মান্তি নহ'ব। ৰতন দত্তও নৈষ্ঠিক হিন্দু। তেওঁ বামুনৰ ল'ৰাত ছোৱালী দিবলৈ ৰাজী নহয়। প্ৰতিলোম বিবাহ শাস্ত্ৰবিৰুদ্ধ আৰু বংশবৃদ্ধিৰ প্ৰতিবন্ধক বুলি বিশ্বাস কৰে। এই মহাসঙ্কটত কি কৰা যায়—অপৰ্ণা—বুলি দত্তই সুধিলে।

মই কোনো উপায় ভাবি নাপাইহে আপোনাক জনাইছোঁ—খুৰা। মই ইলাক নানা প্ৰকাৰে বুজাবৰ চেষ্টা কৰিছোঁ; তাই উত্তৰ দিছে যে তাই প্ৰদীপৰ লগত বিয়া নোসোমাবলৈ ৰাজী থাকিব পাৰে—যদি আৱশ্যক হয়; কিন্তু আন কোনো লোকৰ লগত বিয়াত তাই মান্তি নহয়। অপৰ্ণাই উত্তৰ দিলে।

তই এতিয়া মোক কি কৰিবলৈ কৱ—অপৰ্ণা। দত্তই সুধিলে।

একো কৰিব নালাগে, খুৰা। আপুনি ইলাৰ বিয়াৰ সম্পৰ্কে একোকে নাভাবি বহি থাকিলেই হয়। আপুনি দৰা বিচাৰি বিপত্তিত পৰিব বুলি ভাবি মই আগধৰি খবৰটো আপোনাক জনাইছোঁ। এনে ক্ষেত্ৰত হিতে বিপৰীত হয়। নানা প্ৰকাৰ অভাবনীয় ঘটনা ঘটে। আত্মহত্যা পৰ্যন্ত বহুত ছোৱালীয়ে কৰে। ই মানসিক বিকাৰ। ইলাৰ বিষয়ে আপুনি যদি একোকে নাভাৱে তেতিয়া কালক্ৰমত হয়তো ফল অশুভ নহ'বও পাৰে।—অপৰ্ণাই উত্তৰ দিলে।

মই জানিবা তোৰ কথা মানিলোঁ; কিন্তু খুৰীয়েৰাইতো নামানিব। তেওঁক অলপ বুজাই ক—অপৰ্ণা। দত্তই অনুৰোধ জনালে।

খুৰীক মই আগতে কৈছোঁ—খুৰা। তেওঁ কান্দিকাটি অস্থিৰ হৈছে। আপোনাক তেওঁ ক'বলৈ সাহ কৰা নাই—জনোচা আপুনি ইলাক খং কৰে। তেওঁ কয়—ইমান ডাঙৰ কথা এটা—কুলনাশ হোৱাৰ ব্যৱস্থাৰ কথা—তেওঁ আপোনাক ক'ব নোৱাৰে। ই যে ভালৰ কাৰণে হোৱা নাই—তেওঁ ভাবি লৈছে। —অপৰ্ণাই ক'লে।

সেইটো মই বুজিছোঁ—অপৰ্ণা; কিন্তু তথাপি তেওঁক অলপ ধৈৰ্য্য ধৰিবলৈ তই মাজে মাজে কৈ থাকিবি—দত্তই অপৰ্ণাক গদগদস্বৰে ক'লে।

খুৰা! আপুনি ধৈৰ্য ধৰিলে মই তেওঁক বুজাব পাৰিম। আপুনি সেই বিষয়ে নিশ্চিন্ত থাকক। তিৰোতাৰ মন—তাতে আকৌ মাক। ছোৱালীৰ দুখ-কষ্ট মাকে বুজিব—খুৰা!—বুলি অপৰ্ণাই উত্তৰ দিলে।

ভাল, অপৰ্ণা, তোৰ ওপৰতে সমস্ত দায়িত্ব থাকিল। মই এই বিষয়ে ইলাক একো নোসোধো—মাককে বুজাই কম—দত্তই ক'লে।

অপৰ্ণাৰ উদ্দেশ্য সিদ্ধি হ'ল। অপৰ্ণাৰ ভয় আছিল—দত্তক মান্তি কৰাব নোৱাৰিব। নৈষ্ঠিক লোক। কি কৰে কি ঠিক? জোৰ কৰি স্বজাতীৰ কোনো ল'ৰাৰ লগত নাইবা কলিতা সম্প্ৰদায়ৰ কোনো উপযুক্ত ল'ৰাৰ লগত বিয়া পাতি দিয়ে বুলি অপৰ্ণাই আশঙ্কা কৰিছিল। এতিয়া সেই আশঙ্কা আঁতৰিল। প্ৰদীপ আৰু ইলাৰ মিলন কেনেকৈ হ'ব পাৰে—সেই বিষয়েহে অপৰ্ণাই ভাবিছে।

অপৰ্ণাই আজি ইলাৰ মাকক লগ নধৰি ইলাক লগতে নিজৰ ঘৰলৈ লৈ গ'ল। শঙ্কা কৰিছে যে অপৰ্ণা গুচি যোৱাৰ পাছত হয়তো তিনিওজনৰ মাজত—ইলাৰ পিতাক, মাক আৰু ইলাৰ মাজত—আজি সকসুৰা কাজিয়া এখন হৈ যাব পাৰে। তাত অমঙ্গল হোৱাৰ যথেষ্ট ভয় আছে।

অপৰ্ণাহঁতৰ ঘৰ। ইলাই জানিছে যে অপৰ্ণাই ইলাৰ পিতাকৰ ওচৰত সমস্ত খবৰ দিছে। অপৰ্ণা আৰু ইলা অপৰ্ণাৰ শোৱা কুঠৰীত সোমোৱা মাত্ৰকে ইলাই বিছনাত পৰি কান্দিব ধৰিলে। অপৰ্ণা কাষত বহি ইলাৰ গা-মূৰ পিহি দিব ধৰিলে। একোকে নক'লে। বহুত পৰৰ মূৰত ইলাই চিঠি এখন অপৰ্ণাক দিলে। অপৰ্ণাই পঢ়িলে—চিঠিত লিখা আছে—

প্ৰাণৰ ইলা।

আজি ঘৰ এৰিলোঁ। পিতাই কেতিয়াবাই ঘৰৰ পৰা ওলাই যাবলৈ কৈছিল; কিন্তু মোৰ পিতাক মই চিনি পাওঁ। পুত্ৰস্নেহ তেওঁৰ গভীৰ, নিষ্ঠা তেওঁৰ তাতোকৈ বেছি। হিন্দুৰ শাস্ত্ৰৰ প্ৰতি তেওঁৰ বিশ্বাস অটল। কুলধৰ্ম তেওঁ জীৱন থাকে মানে নেৰে। মনসাহ কৰি আজি তেওঁৰ ওচৰত মোৰ শেষ মন্তব্য জনাই পিতাৰ চৰণত এটি সেৱা দি ঘৰৰ পৰা গুচি আহিছোঁ। এতিয়া কি কৰোঁ নাজানোঁ। আজি মন অত্যন্ত গধুৰ। বেছি কথা লিখিবৰ মন কিন্তু কাপ নচলে। ধৈৰ্য্য ধৰি থাকা, ইলা। এদিন তোমাক মই ল'ম। সমাজৰ চকুত বা আইনৰ দৃষ্টিত

হেয় হৈ তোমাক গ্ৰহণ কৰিবৰ ইচ্ছা মই কৰা নাই। গৌৰৱেৰে সৈতে তোমাক মই গ্ৰহণ কৰিম।

তোমাৰ প্ৰাণৰ
প্ৰদীপ

মোৰ কাৰণে তেওঁ পিত-পাতৃ ত্যাগ কৰি গৃহত্যাগী হ'ল বাইদেউ। বুলি ইলাই হুক্ হুক্কৈ কান্দিব ধৰিলে।

অপৰ্ণাই উত্তৰ দিলে—প্ৰদীপ ফুকনৰ মনুষ্যত্ব আছে, ইলা। প্ৰদীপ অমানুষ নহয়। ধৈৰ্য ধৰ, ইলা।

ইলাই বেছিকৈহে কান্দিব ধৰিলে। অপৰ্ণাই লাহে লাহে দুৱাৰখন জপাই দি ওলাই গুচি গ'ল।

(১২)

অপৰ্ণাৰো মনৰ অৱস্থা প্ৰায় সমান। জয়ন্ত অপৰ্ণাৰ কাৰণে উত্ৰাৱল হৈ ফুৰিছে। অপৰ্ণাই জয়ন্তক আসে দিয়া নাই। অপৰ্ণাৰ জীৱন দুঃখদাবিদ্ৰ্যৰ মাজত কাটিছে। স্বাবলম্বিনী অপৰ্ণা। মনৰ বল যথেষ্ট আছে; কিন্তু জয়ন্তৰ চিন্তা আৰু জয়ন্তৰ প্ৰতি আকৰ্ষণে অপৰ্ণাক মাজে মাজে দুৰ্বল কৰি তোলে।

অপৰ্ণাই ভাবে—জয়ন্ত ধনী, জয়ন্ত বিদ্বান্ কিন্তু জয়ন্ত প্ৰাচীন সংস্কাৰবাদী। জয়ন্ত প্ৰগতিৰ বাটত অন্তৰায়। এতিয়াও স্ত্ৰী জাতিক সম্পূৰ্ণ অধিকাৰ দিবলৈ জয়ন্ত ৰাজী নহয়। স্বামী-স্ত্ৰীৰ স্থান যদি সমান পৰ্যায়ত নাথাকে দাম্পত্য জীৱন সুখৰ হ'ব নোৱাৰে। স্বাধীনা অপৰ্ণাই অধীনতাৰ শৃঙ্খল নিজহাতে পিন্ধিবলৈ ইতস্ততঃ কৰিছে। অপৰ্ণাই নিজত্ব বিসৰ্জন দি আনৰ আজ্ঞাবহী হৈ চলিব নোৱাৰে। জয়ন্তই সিদিনা আপুনি সম্বোধন ত্যাগ কৰি তুমি সম্বোধনেৰে অপৰ্ণাৰ লগত কথা পাতিছে। অপৰ্ণাই জয়ন্তক তুমি বুলিব নোৱাৰে, কাৰণ সি সমাজত শিষ্টাচাৰবিৰোধী কথা হ'ব; কিন্তু জয়ন্তই আজি অপৰ্ণাক তুমি বুলিছে—বয়সত ডাঙৰ বুলি নহয়—প্ৰাণৰ আকৰ্ষণত—নিকটতম ব্যক্তিবিশেষ বিবেচনা কৰি। এই আত্মীয়তাৰ বন্ধনত অপৰ্ণাক সমান স্থানত নিশ্চয় ৰখা নাই; স্বভাৱতে নিম্নতৰ স্থানত অপৰ্ণাক বহুৱাইছে। মনে মনে নিশ্চয় জয়ন্তৰ মনত নিজক উচ্চতৰ স্থান দিয়াত, অপৰ্ণাৰ আপত্তি নাই কিন্তু জয়ন্তক পুৰুষ হিচাপে স্বামীৰ স্থান আকাঙ্ক্ষী হিচাপে উচ্চতৰ স্থান দিয়াত অপৰ্ণাৰ আপত্তি। প্ৰকৃতিৰ কোলাত পুৰুষ আৰু স্ত্ৰী সমান। উচ্চনীচভেদ জাত কিয় থাকিব? অপৰ্ণাই

জয়ন্তৰ এই মনোভাৱৰ লগত নিজক খাপ্ খুৱাই ল'ব পৰা নাই, সেইবাবে অপৰ্ণাই জয়ন্তক নিজৰ দুৰ্বলতা জানিবলৈ দিয়া নাই।

পিছে অপৰ্ণাই ভাবিছে যে যেতিয়া অপৰ্ণাই বিয়াত মত দিয়ে তেতিয়া জয়ন্তৰ লগতে অপৰ্ণাৰ বিয়া হ'ব—যদিহে জয়ন্তই মত পৰিবৰ্তন কৰি আন ছোৱালী বিয়া নকৰায়। নাটকীয় দৃশ্য সৃষ্টি কৰিবৰ অপৰ্ণাৰ ইচ্ছা নাই; কিন্তু গতানুগতিকভাৱে হোমৰ কাষত বহি যাকে তাকে স্বামী বুলি গ্ৰহণ কৰিবৰ ইচ্ছাও অপৰ্ণাৰ নাই। স্বামীনিৰ্বাচনত স্বয়ম্বৰ সভা পাতিব খোজা নাই অপৰ্ণাই কিন্তু সেইবুলি অৰক্ষণীয়া কন্যাৰ দুৰবস্থা মোচনৰ বাবে বিয়াৰ অনুষ্ঠান পাতিবলৈকো অপৰ্ণাই নিদিয়ে।

## (১৩)

হাবি-বননি-পাহাৰ-পৰ্বত-নৈ-স্ৰোতস্বিণীয়ে প্ৰাকৃতিক দৃশ্যৰ সৌন্দৰ্য্য সৃষ্টি কৰে। নিৰ্জন নদীৰ পাৰত বননিৰ শোভা মনোৰম হৈ উঠে। অস্তপ্ৰায় সূৰ্যৰ হেঙ্গুলীয়া বৰণে তাক আৰু মনোৰম কৰি তোলে। প্ৰভাত সূৰ্যৰ ৰাঙলি কিৰণে মৃদুমলয়াৰ লগত খেলা কৰি অপূৰ্ব সৌন্দৰ্যৰ সৃষ্টি কৰে। উঠি অহা যুৱক-যুৱতীৰ প্ৰাণত এই বিনন্দীয়া সৃষ্টিৰ সৌন্দৰ্য উপভোগ কৰিবৰ স্পৃহা আপোনা-আপুনি জাগি উঠে। এনে হেন প্ৰাকৃতিক দৃশ্যৰ আঁৰালত যেতিয়া যুৱক-যুৱতীৰ মিলন হয় প্ৰাণত এটা অনাবিল আনন্দৰ ঢেউ খেলি যায়। এই সৃষ্টিৰ সৌন্দৰ্য্য উপভোগত যেন অকল তেওঁলোকৰেইহে অধিকাৰ। কি অপূৰ্ব সেই অনুভূতি! বালিভাত খোৱাৰ দিনা বুৰাদিয়া নদীৰ পাৰত এই অনুভূতিয়ে জয়ন্ত-অপৰ্ণাৰ আৰু প্ৰদীপ-ইলাৰ অন্তৰত খেলা কৰিছিল। বাস্তৱ জগতৰ দৃষ্টিৰ প্ৰতি লক্ষ্য থকাত সমাজৰ বিচাৰহীন মন্তব্যৰ আশঙ্কাত দিলীপ আতঙ্কিত হৈ থকাত এই প্ৰাকৃতিক সৌন্দৰ্য্যৰ ৰস দিলীপে উপভোগ কৰিব নোৱাৰিলে। তদুপৰি সমানুভূতিৰ স্পন্দন সমান তাৰঁত বাজিবলৈ দিলীপৰ লগৰী নাছিল। অপৰ্ণাৰ প্ৰাণত জয়ন্তৰ প্ৰতি তাই এটি তীব্ৰ আকৰ্ষণৰ আবেগ অনুভৱ কৰিছিল। জয়ন্তও অপৰ্ণাৰ প্ৰতি সমানে আকৃষ্ট হৈছিল; কিন্তু এই অনুভূতিৰ বাহ্যিক অভিব্যক্তিত নানাপ্ৰকাৰ বাধাবিপত্তি আছিল। জয়ন্তই নৈৰাশ্যৰ বেদনা অনুভৱ কৰিছিল। অপৰ্ণাৰ প্ৰাণত জয়ন্তৰ প্ৰতি প্ৰেমৰ সঞ্চাৰ হৈছিল।

অপৰ্ণাৰ মনত কি বিপৰীতমুখী ভাৱে খেলা কৰে অপৰ্ণাই নিজেই বুজিব নোৱাৰে। অপৰ্ণা যেতিয়া জয়ন্তৰপৰা আঁতৰত থাকে তেতিয়া জয়ন্তৰ প্ৰতি অপৰ্ণাৰ আকৰ্ষণ অহৰহ অনুভৱ কৰে। আকৌ যেতিয়া জয়ন্ত অপৰ্ণাৰ ওচৰত থাকে অপৰ্ণা জয়ন্তৰ ওচৰ চাপিব নোখোজে, জয়ন্তক বুজিবাই নিদিয়ে যে

অপৰ্ণাই জয়ন্তক মনে মনে ভাল পায়। কি বিচিত্ৰ মনোগতি! উভয়ে উভয়ক ভাল পায়—কিন্তু মিলন পথত কি অন্তৰায়!

অপৰ্ণাই যিমানেই জয়ন্তৰ পৰা আঁতৰত থাকিবলৈ যত্ন কৰিছে, জয়ন্তৰ জিদ্ সিমানে বাঢ়ি গৈছে। জয়ন্তই অপৰ্ণাৰ মন জয় কৰি বিয়া কৰাবই—মনে মনে দৃঢ়প্ৰতিজ্ঞ হৈছে। যদি জয়ন্তই অপৰ্ণাক নাপায় তেন্তে জয়ন্তই কাকো বিয়া নকৰায়—এয়ে জয়ন্তৰ শেষ সিদ্ধান্ত।

জয়ন্ত স্বাধীনচেতা পুৰুষ। অপৰ্ণাৰ স্বাধীন মনোভাৱে জয়ন্তক মুগ্ধ কৰিছে। অপৰ্ণা সুন্দৰী, শিক্ষিতা, মাৰ্জিতৰুচিসম্পন্না আৰু লাৱণ্যময়ী। অপৰ্ণাৰ মুখত যি আত্মপ্ৰতিষ্ঠাৰ আভা ফুটি উঠিছে জয়ন্ত তাত মোহিত হৈছে। আন কোনোফালৰ পৰাই অপৰ্ণাক পোৱাত বাধা নাই। জয়ন্তৰ পিতাকৰ সম্মতি আছে, অপৰ্ণাৰ মাকৰ সম্মতি আছে। অপৰ্ণাই কেৱল সম্মতি দিয়া নাই। কাৰণ কি জয়ন্তই ভাবি পোৱা নাই।

জয়ন্তৰ প্ৰেমিকৰ মন। কোনো কোনো দিন জয়ন্তই ভাবে যে জয়ন্ত গৈ অপৰ্ণাৰ ওচৰত স্পষ্টভাবাবে প্ৰেম নিবেদন কৰিব। সেই অনুসাৰে কোনো কোনো দিন জয়ন্ত লৰি আহি অপৰ্ণাৰ ওচৰ পায়হি; কিন্তু অপৰ্ণাৰ ওচৰ পালেই অপৰ্ণাৰ লগত তৰ্কযুদ্ধ হয় আৰু ভাৱৰ আদান-প্ৰদানৰ পৰিবৰ্তে যুক্তিতৰ্কৰ আদান প্ৰদান হয়। কোনো কোনো দিন তৰ্কৰ স্বাভাৱিক সীমা পাৰ হৈ বাক্‌যুদ্ধত পৰিণত হয়। তাৰ দ্বাৰা উভয়ৰে মন সাময়িকভাৱে ক্ষুণ্ণ হয়। এই বিশ্বত ভগৱানৰ সৃষ্টিকৌশল বুজা নিতান্ত কঠিন। উভয়ৰ প্ৰতি উভয়ৰ এই ক্ষুণ্ণতা উভয়ৰ প্ৰাণত নিকটতৰ সম্বন্ধৰ সৃষ্টি কৰে আৰু প্ৰেমৰ সঞ্চাৰ কৰে। উভয়ৰে অন্তৰতম প্ৰদেশত গভীৰ প্ৰেমৰ ধাৰা খৰস্ৰোতা হৈ বৈ যায় কিন্তু বাহিৰত তাৰ কোনো প্ৰকাশ নাই। শ্লীলতা আৰু ভদ্ৰতাৰ গণ্ডীৰ ভিতৰত প্ৰেমৰ চঞ্চলতা ফুটি নুঠে।

জয়ন্তই ভাবে—অপৰ্ণা আধুনিকা কিহত? অপৰ্ণাই আধুনিক ধৰণে হাঁহিব নাজানে, আধুনিক ধৰণে কটাক্ষপাত কৰিব নাজানে নাইবা আধুনিক ধৰণে হৃদয়ৰ কোমল বৃত্তিবোৰৰ প্ৰকাশ ফুটাই তুলিব নোৱাৰে। প্ৰাচীন মনোবৃত্তিৰ প্ৰতি বিদ্ৰূপ কটাক্ষ, পুৰুষ জাতিৰ প্ৰতি এটা প্ৰতিদ্বন্দ্বিতা আৰু স্ত্ৰীস্বাধীনতাৰ প্ৰতি এটা অস্বাভাৱিক অনুৰাগ আধুনিকধৰণে অপৰ্ণাই প্ৰকাশ কৰে; কিন্তু স্ত্ৰীপুৰুষৰ প্ৰেমৰ ক্ষেত্ৰত অপৰ্ণা যেন প্ৰাচীনা নাৰীৰ নিচিনা অত্যন্ত গম্ভীৰা আৰু অন্তঃসলিলা। আধুনিকা নাৰীৰ নিচিনা কোনো পুৰুষ মানুহৰ লগত চিনেমা চাবলৈ নাযায়, কোনো পুৰুষ মানুহৰ লগত প্ৰেমসম্বন্ধীয় আলাপ বা আলোচনা নকৰে নাইবা কোনো আধুনিক নাৰীৰ নিচিনা প্ৰসাধন বা বেশভূষা নকৰে। তাতকৈ ইয়াৰ প্ৰসাধন, বেশভূষা বা কথা-বতৰা বেছি আধুনিক ধৰণৰ।

জয়ন্তৰ সন্দেহ হয় যে অপৰ্ণাৰ এই যুক্তিতৰ্ক, প্ৰাচীনতাৰ বিৰুদ্ধে এই অভিযান—ই কেৱল বাহ্যিক ভাও। অপৰ্ণা পূৰামাত্ৰাই প্ৰাচীন সংস্কৃতিসম্পন্না। যিমানেই জয়ন্তই এইদৰে ভাবে সিমানেই জয়ন্তৰ প্ৰাণত আশাৰ প্ৰদীপ জ্বলি উঠে; সিমানেই জয়ন্তই ভাবে অপৰ্ণা জয়ন্তৰে হ'ব—অন্য কাৰো হ'ব নোৱাৰে। অপৰ্ণাক লাভ কৰিবই লাগিব—জয়ন্তৰ প্ৰতিজ্ঞা দৃঢ়তৰ হয়।

## (১৪)

দিলীপৰ মনত বৰ অশান্তি হৈছে। প্ৰদীপৰ লগত ইলাৰ পৰিচয় দিলীপৰ জৰিয়তেই হয়। আজি প্ৰদীপ আৰু ইলাৰ মাজত যি সম্বন্ধৰ সৃষ্টি হৈছে সি কোনো মতেই বাঞ্ছনীয় নহয়। ফলত দুয়োটি জীৱন ব্যৰ্থতাৰ সাগৰত লীন হৈ যাব পাৰে। আনফালে জয়ন্ত আৰু অপৰ্ণাৰ মাজত যি সম্বন্ধৰ সৃষ্টি হৈছে সিও বাঞ্ছনীয় নহয়। জয়ন্ত আৰু অপৰ্ণাৰ বিয়া হব বুলি দিলীপে বৰ আশা কৰিছিল। জয়ন্তৰ অনিচ্ছাসত্বেও জয়ন্তহঁতৰ ঘৰখনৰ মান-সম্মান কাটি কৰি থৈ নিৰঞ্জন্ বৰুৱাই উপযাচি এগৰাকী দুখুনী বিধৱাৰ ছোৱালী নিজৰ ৰূপবান আৰু গুণবান ল'ৰাৰ কাৰণে সুধিব খুজিছিল—একমাত্ৰ দিলীপৰ ওপৰতে নিৰ্ভৰ কৰি। অপৰ্ণা আৰু ইলাৰ লগত জয়ন্ত আৰু প্ৰদীপৰ পৰিচয় আৰু ঘনিষ্ঠতা হ'বলৈ পাইছে দিলীপকে আশ্ৰয় কৰি। নহ'লে অপৰিচিত আৰু অসম্বন্ধীয় দুজন ডেকা ল'ৰাৰ লগত গাঁৱৰ দুজনী গাভৰু ছোৱালীৰ ইমান ঘনিষ্ঠ পৰিচয় যি কোনো সমাজৰ দৃষ্টিত শোভন নহয়। ঘটনা চক্ৰত এই প্ৰকাৰ অৱস্থা বিপৰ্যয় দিলীপে আশঙ্কা কৰা নাছিল। দিলীপ নিৰুপায় অৱস্থাত পৰিছে। এই পৰিচয় ভঙ্গ কৰি দিবৰো উপায় নাই। পৰিচয়ৰ ঘনিষ্ঠতা আৰু প্ৰত্যেকৰ লগত প্ৰত্যেকৰ পাৰস্পৰিক সম্বন্ধ এনে গাঢ় হৈ উঠিছে যে এওঁলোকৰ সাক্ষাৎ, অহা-যোৱা বা কথা-বতৰা অপৰ কোনোলোকে বন্ধ কৰি দিব নোৱাৰে।

কিন্তু—গাঁৱত মানুহৰ দৃষ্টিত শোভন হোৱা নাই। বিসদৃশ হৈছে। প্ৰথমতে গাঁৱৰ মানুহে ভাবিছিল যে জয়ন্তৰ লগত অপৰ্ণাৰ বিয়া হ'ব, গতিকে জয়ন্তৰ অহা-যোৱাত সকলো মানুহ বৰঞ্চ খুচি হৈছিল; কিন্তু যেতিয়া জয়ন্তৰ আৰু অপৰ্ণাৰ বিয়াৰ সম্ভাৱনা নাই বুলি সকলোৱে জানিলে তেতিয়া গাঁৱত মানুহে এই ঘনিষ্ঠ পৰিচয় ভাল চকুৰে চোৱা নাই। ইলা আৰু প্ৰদীপ বিভিন্নজাতিৰ। দুয়োৰো মাজত কোনো প্ৰকাৰ সম্বন্ধ নাই। গুৱাহাটীৰ ডেকা ল'ৰা এজন আহি নকুছি গাঁৱৰ গাভৰু ছোৱালী এজনীৰ লগত ঘনিষ্ঠ পৰিচয়ত আৱদ্ধ হব—ই গাঁৱৰ মানুহে সহিব নোৱাৰিলে তেওঁলোকক দোষ দিব নোৱাৰি। দুই এজনে এই বিষয়ে কঠোৰ মন্তব্য দিলীপক শুনাবলৈকো এৰা নাই। দিলীপ মহাসমস্যাত পৰিছে।

ক্ৰমে ক্ৰমে প্ৰদীপৰ অহা-যোৱা প্ৰায় বন্ধ হৈছে; কেতিয়াবা হঠাতে আহি ওলায় আৰু বেছি সময় নাথাকি ইলাক এবাৰ চাই গুচি যায়। কথা পাতিবলৈো বৰ আগ্ৰহ নকৰে; কাৰণ প্ৰদীপে জানে যে গাঁৱৰ মানুহে প্ৰদীপৰ অহা-যোৱা ভাল চকুৰে নাচায়। দিলীপে এদিন স্পষ্টকৈয়ে প্ৰদীপক ক'লে যে প্ৰদীপ আৰু ইলাৰ নিভৃত সাক্ষাৎ নৈতিকতাৰ ফালৰ পৰা দূষণীয়। দিলীপৰ এই কথাত প্ৰদীপ নকুছিলৈকো প্ৰায় আহিবলৈ এৰিছে। ইলাক চিঠিৰে জনাইছে যে প্ৰদীপে ইলাৰ স্মৃতি বুকুত বান্ধি লৈ মিলনৰ দিনলৈ বাট চাই থাকিব।

প্ৰদীপে পিতাক মাকৰ ওচৰত বিদায় লৈ আহি মহাসমস্যাত পৰিছিল। আগগুৰি নভবাকৈ ভবিষ্যৎ চিন্তা নকৰি মনৰ আবেগতে ওলাই আহি দেখিলে যে পেটৰ ভাত কেইটালৈকে মহাসমস্যা। নিৰুপায় হৈ বহু সাধ্যসাধনা কৰি বেলৰ সামান্য কৰ্মচাৰীহিচাপে চাকৰি এটি ল'লে। চাকৰিত প্ৰদীপে সম্পূৰ্ণ মনোযোগ দিলে। আজৰি সময়ত প্ৰদীপে লিখা-পঢ়া কৰে। বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ মোহ প্ৰদীপৰ নাই। প্ৰাচ্য দৰ্শন আৰু পাশ্চাত্য দৰ্শনৰ বহুগ্ৰন্থ প্ৰদীপে অধ্যয়ন কৰিলে। ইংৰাজী আৰু সংস্কৃত সাহিত্যৰ বহুকিতাপ পঢ়িলে। পিতাক-মাকলৈ চিঠিৰে সকলো খবৰ দিয়ে কিন্তু ঘৰলৈ ঘূৰি যোৱাৰ কথা নাভাবে। কাৰণ ইলাক বিয়া কৰোৱাৰ কথা প্ৰদীপে এৰা নাই। ইলাৰ প্ৰসঙ্গ, ইলাৰ কথা প্ৰদীপৰ মনত অহৰহ লাগি আছে। মাকৰ পৰাও প্ৰদীপে চিঠি পায়। মাকে ঘূৰি যাবলৈ মাতিছে কিন্তু প্ৰদীপে যাবলৈ ইচ্ছা কৰা নাই।

(১৫)

কিছুদিন পাছৰ কথা। দিলীপ আৰু জয়ন্তই এম, এ, পাছ কৰিলে। বি, এল পাছ কৰিবলৈ বাকী। দুয়ো উকিল হোৱাকেই স্থিৰ কৰিছে। অপৰ্ণা আৰু ইলাই বি,এ, পাছ কৰিলে। ইলাই বি.টি. পঢ়িব ধৰিলে আৰু অপৰ্ণাই বি, এল পঢ়িব ধৰিলে। অপৰ্ণাৰো উকিল হোৱাৰ ইচ্ছা; কিন্তু তিৰোতাকো চাকৰিত সমান অধিকাৰ দিয়াৰ নীতি গ্ৰহণ কৰাৰ ফলত অপৰ্ণাক ই, এ, চি পদত মকৰল কৰিবৰ উদ্দেশ্যে চৰকাৰৰপৰা অপৰ্ণাৰ মত সুধি পঠোৱাত অপৰ্ণাই এই পদ গ্ৰহণ কৰিলে। অপৰ্ণাই চাকৰি পোৱাৰ পাছত আই, এ, এছ্ পাছ্ কৰা দুই এজন ডেকা ল'ৰা অপৰ্ণাৰ পাণিপ্ৰাৰ্থী হৈছিল; কিন্তু অপৰ্ণাৰ লগত কথা-বতৰা পাতি অপৰ্ণাৰ আশা ত্যাগ কৰি গৈছে। অপৰ্ণাৰ মাক অপৰ্ণাৰ বিয়াৰ বিষয়ে হতাশ হৈছে; তেওঁ আজিকালি বিয়াৰ বিষয়ে অপৰ্ণাক একো নকয়।

জয়ন্তই অপৰ্ণাৰ আশা ত্যাগ কৰা নাই। অপৰ্ণাই এতিয়া চাকৰি কৰাৰ পাছত পুৰুষৰ মুখাপেক্ষী হ'ব নালাগে—অপৰ্ণাৰ বিয়াছৰ এটা আপত্তি কটা

গৈছে। অপৰ্ণাই গুৱাহাটীতে ই, এ, চি পদত কাম কৰে। মাজে মাজে জয়ন্তহঁতৰ ঘৰলৈ যায়। জয়ন্তৰ পিতাক আৰু জয়ন্তৰ মাকেও অপৰ্ণাক বৰ ভাল পায়। অপৰ্ণাই ঘৰ ভাৰালে মাকৰ সৈতে থাকে। অপৰ্ণাহঁতৰ ঘৰলৈকো জয়ন্ত আৰু জয়ন্তৰ মাক মাজে মাজে ফুৰিবলৈ আহে।

সিদিনা সন্ধ্যাবেলা অপৰ্ণাই দিলীপ আৰু জয়ন্তক চাহ খাবলৈ মাতিছে। ইলাও আহিছে। ইলা বি, টি কলেজৰ ছোৱালী হোষ্টেলত থাকে। চাহৰ মজলিছ পতাৰ এটি উদ্দেশ্য আছে—অপৰ্ণাৰ। জয়ন্তৰ লগত সামাজিক সমস্যা আৰু আধুনিক মতবাদ লৈ অপৰ্ণাই তৰ্ক কৰিব খুজিছে। সেইবাবে চাহ খাবৰ সময়ত অপৰ্ণাই জয়ন্তক সুধিলে—আপোনালোকৰ প্ৰাচীন কৃষ্টি, বৈদিক সভ্যতা আৰু হিন্দু ধৰ্মৰ লগত আজিৰ সভ্যজগতৰ কি সামঞ্জস্য আছে? মই এদিন কৈছিলোঁ পাশ্চাত্য শিক্ষাত শিক্ষিত ল'ৰা-ছোৱালীৰ পৰা প্ৰাচ্যৰ আদৰ্শৰ সমাজ আশা কৰা ভুল—মোৰ এই কথা সত্য নহয় জানোঁ?

অপৰ্ণা তুমি তৰ্কৰ উদ্দেশ্যে এই প্ৰশ্ন তুলিছা নহয় জানোঁ? জয়ন্তই সুধিলে।

অপৰ্ণাৰ গাল দুখন অলপ ৰঙা হ'ল আৰু ওঠত এটা মিচিকিয়া হাঁহি বিৰিঙিলে। ক'লে—ধৰি লওক তৰ্কৰ উদ্দেশ্যেই মই এই কথা উলিয়াইছোঁ। বৈদিক ধৰ্মৰ যুগ এতিয়াও আছে নে?

দিলীপ আৰু জয়ন্তই উভয়েই সংস্কৃতত এম, এ পাছ কৰিছে। জয়ন্তই দিলীপক সুধিলে—দিলীপ, তোমাৰ আজি আন ঠাইত কোনো কাম নাইতো? মই অপৰ্ণাৰ প্ৰশ্নৰ উত্তৰ দিব খুজিছোঁ। তুমিও মোৰ লগত থাকিলে ভাল হয়। তোমাৰ যদি সোনকালে যাবৰ প্ৰয়োজন নাই—তেন্তে মই তৰ্কৰ আহ্বান পালন কৰিব খোজোঁ। তৃতীয় ব্যক্তি নাথাকিলে তৰ্কৰ ৰস নজমে। ইলা দেৱী যদিও আছে—ইলাইতো আমাৰ কথাত বৰকৈ যোগ নিদিব।

ভয় নাই, জয়ন্ত। মই আজি যথেষ্ট সময় হাতত লৈ আহিছোঁ....... দিলীপে উত্তৰ দিলে।

ইলাই মিচিকি হাঁহি ক'লে—বকবা দেব। তৰ্কযুদ্ধৰ শ্ৰোত্ৰী হ'বলৈ মই সম্পূৰ্ণ ৰাজী আছোঁ; লগতে তামোলচালি যোগাই আলপৈচান ধৰিবলৈকো সাজু আছোঁ।

জয়ন্তই ক'লে—বৈদিক সভ্যতা আৰু হিন্দু ধৰ্ম একে বস্তু। এই সভ্যতা বা ধৰ্মৰ কেন্দ্ৰ ঈশ্বৰোপাসনা—সূৰ্য্যোপাসনাৰ মাজেদি।

বেদত সূৰ্য্যক কোনো কোনো ঠাইত বিষ্ণু, কোনো কোনো ঠাইত সবিতা বুলি কৈছে। সূৰ্য আমাৰ উৎপত্তি স্থান। পৃথিৱী সূৰ্যৰ পৰা ছিটিকি পৰা এটা বাষ্প পিণ্ড। সূৰ্য্যত থকা বস্তুৰে গঠিত আমাৰ দেহ। ই বৈজ্ঞানিক সত্য। ক'তো ভুল

নাই। ঠিক যিকাৰণে ঘৰখনৰ প্ৰতি আমাৰ এটি আকৰ্ষণ আছে সেইকাৰণে সূৰ্যৰ প্ৰতি আমাৰ আকৰ্ষণ আছে—কাৰণ আমাৰ মূলঘৰ—উৎপত্তি স্থান—সূৰ্য। পিতা-মাতাৰ প্ৰতি যিকাৰণে আমাৰ ভক্তি হয় সেই কাৰণে সূৰ্যৰ প্ৰতি আমাৰ ভক্তি হয়। পিতৃৰ ঔৰষত পুত্ৰৰ জন্ম। সূৰ্যত থকা পদাৰ্থৰদ্বাৰা আমাৰ দেহ গঠিত। আনকি আমাৰ আত্মাৰ লগত সূৰ্যাত্মাৰ কোনো ভেদ নাই। এই সূৰ্যাত্মাৰ লগত পুনঃ পৰমাত্মাৰ কোনো ভেদ নাই। সেইৰাবে জীৱাত্মা, সূৰ্যাত্মা আৰু পৰমাত্মাৰ ধৰ্ম বা গুণ এক। সূৰ্যাত্মাৰ মাজেদি জীৱাত্মাই পৰমাত্মাৰ লগত যোগ সূত্ৰ স্থাপন কৰিব পাৰে কাৰণে সূৰ্যোপাসনাৰ ব্যৱস্থা আছে—হিন্দুৰ বেদত। এয়ে বৈদিক সভ্যতাৰ মূল ভিত্তি, অপৰ্ণা! তোমাৰ আধুনিক জগতত যত প্ৰকাৰ মতবাদ নাথাকক, প্ৰগতিৰ বাটত যত প্ৰকাৰেই নতুন নতুন তথ্য আৱিষ্কাৰ নকৰক—এই সত্যৰ হৰণ-ভগন নাই। সেইবাবে এই ধৰ্মৰ নাম সনাতন ধৰ্ম; কাৰণ নিজৰ দেহ, আত্মা আৰু অস্তিত্বৰ লগত বিশ্ব সৃষ্টিৰ উপাদান, পৰমাত্মা আৰু বিশ্বৰ অস্তিত্বৰ লগত কোনো ভেদ নাই। তাঁৰৰ মাজেদি যেনেকৈ বৈদ্যুতিক শক্তি প্ৰবাহিত হয়, এই বৈদ্যুতিক শক্তিৰ প্ৰয়োগৰ দ্বাৰা যেনেকৈ বৈজ্ঞানিকসকলে নানা প্ৰকাৰ অদ্ভুত কাৰ্য সাধন কৰিব লাগিছে—সেইদৰে জীৱৰ দেহত আবদ্ধ থকা আত্মাৰ উৎকৰ্ষৰ দ্বাৰা, শক্তি সাধনাৰ দ্বাৰা যোগীসকলে পৰমাত্মাৰ লগত যোগসূত্ৰ স্থাপন কৰি সৃষ্টিৰ পৰমৈশ্বৰ্য্য লাভ কৰি আনকি স্ৰষ্টাৰ আসন পৰ্যন্ত গ্ৰহণ কৰিব পাৰে; কাৰণ আত্মাৰ ভেদ নাই—মূলতঃ একে বস্তু। এই বাস্তৱ আদৰ্শই হিন্দুৰ সভ্যতা বা বৈদিক ধৰ্ম। ইয়াত ক'তো ভুল নাই—অপৰ্ণা।

কিন্তু বৰুৱাদেৱ! আপুনি যি সৃষ্টিতত্ত্বৰ কথা ক'লে—তাৰ লগত আমি সচৰাচৰে দেখি থকা সৃষ্টিতত্ত্বৰ যথেষ্ট প্ৰভেদ আছে। স্ত্ৰীপুৰুষৰ সংসৰ্গত সৃষ্টি হয়। এই বিশ্বৰ সৃষ্টিত তেনে কোনো কাৰণ দেখা নাযায়। সেইবাবে আপোনাৰ কথা বুজিবলৈ টান পাইছোঁ—অপৰ্ণাই ক'লে।

জয়ন্তই উত্তৰ দিলে—সৃষ্টিৰ সময়ত আত্মাৰ পৰাই এই বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টি হয়। এই বিশ্বব্ৰহ্মাণ্ড আত্মাতেই অৱস্থিত হৈ আছিল আৰু প্ৰলয়কালত আত্মাতেই বিলীন হয়। গতিকে আত্মাৰ ব্যতিৰেকে কোনো বস্তুৰ স্থায়িত্ব নাই। এই আত্মোপলব্ধি হিন্দুৰ একমাত্ৰ কাম্য, সাধনাৰ লক্ষ্য। এই আত্মোপলব্ধিৰ দ্বাৰা অমৃতত্ব লাভ হয়। সমগ্ৰ পৃথিৱীৰ অধীশ্বৰ হ'লেও এই অমৃতত্ব লাভ কৰিব নোৱাৰি। হিন্দুৰ ধৰ্ম, সংস্কাৰ, জাতিভেদ, তীৰ্থভ্ৰমণ, তীৰ্থস্নান, অতিথি সৎকাৰ, বিবাহ পদ্ধতি, সংস্কাৰকৰ্ম, শ্ৰাদ্ধাদি কাৰ্য সমস্তই এই লক্ষ্যত উপনীত হ'বৰ পথ। কৰ্মৰ দ্বাৰা অথচ কৰ্মফলৰ প্ৰতি নিৰ্লিপ্ত থাকি অৰ্থাৎ কৰ্মসন্ন্যাসৰ দ্বাৰা এই লক্ষ্যত উপস্থিত হ'ব পাৰি বা অমৃতত্ব লাভ কৰিব পাৰি। ভোগৰ দ্বাৰা নহয়—

ভোগৰ মাজেদি, ভোগলিপ্সা পৰিত্যাগ কৰি। প্ৰাচ্য সমাজৰ আদৰ্শ এই আত্মোপলব্ধি। ভোগবাসনা ত্যাগ কৰি। প্ৰাচ্য সমাজৰ আদৰ্শ এই আত্মোপলব্ধি। ভোগবাসনা ত্যাগ আৰু অমৃতত্ব লাভ বা পৰমাত্মাত লীন। জ্ঞানীয়ে জ্ঞানৰ মাজেদি পৰমব্ৰহ্মৰ জ্ঞান লাভ কৰে, ভক্তই ভক্তিৰ মাজেদি ভগবৎ প্ৰেমৰ সোৱাদ পায়, আৰু যোগীয়ে জীৱাত্মাৰ আৰু পৰমাত্মাৰ মৈথুন বা সংযোগৰ দ্বাৰা পৰমানন্দ লাভ কৰে। এই উচ্চতৰ আদৰ্শৰ সন্ধান দিয়া পাশ্চাত্য শিক্ষাৰ উদ্দেশ্য নহয়—ই প্ৰাচ্যৰহে উদ্দেশ্য। তোমাৰ কথা সম্পূৰ্ণ সত্য অপৰ্ণা যে পাশ্চাত্য শিক্ষাত লোকৰ পৰা প্ৰাচ্য আদৰ্শৰ সমাজ গঢ়ি উঠিব নোৱাৰে। "আপুনি সৃষ্টিতত্ত্বৰ কথা উল্লেখ কৰিছিল আৰু আমি যি সৃষ্টি চকুৰ আগত দেখি আছোঁ সেই সৃষ্টি প্ৰণিধান কৰিলেই বিশ্বসৃষ্টিৰ কথা জনা যায় বুলি আপুনি কৈছিল—মই বুজা নাই—বৰুৱাদেৱ। পুৰুষ আৰু স্ত্ৰীৰ সংসৰ্গত সৃষ্টি। বিশ্ব সৃষ্টি কেনেকৈ হ'ল—অপৰ্ণাই প্ৰশ্ন কৰিলে।"

জয়ন্তই উত্তৰ দিলে—প্ৰথমতে এই জগৎ পুৰুষকাৰ আত্মাৰূপেই আছিল। তেতিয়াও পৃথক্ পৃথক্ দেহবিশিষ্ট প্ৰাণীসকলৰ সৃষ্টি হোৱা নাই। সেই বিৰাট পুৰুষকাৰ আত্মাই অনুধাবন কৰি দেখিলে যে তেওঁতকৈ পৃথক্ অপৰ কোনো পদাৰ্থ নাই। তেওঁ প্ৰশ্ন কৰিলে—মই কোন্? তেৱেঁই মই—সোহহং—এই কথা তেওঁ উচ্চাৰণ কৰিলে। এই একাকী অৱস্থাত তেওঁ ভীত হ'ল। আজিও সকলো মানুহে অকলে অকলে থাকিলে ভীত হয়। পুনঃ ভাবিলে যে মোত বাজে আন কোনো যেতিয়া নাই মই কিয় ভীত হওঁ? মোক কোনে কি কৰিব পাৰে? তেওঁৰ ভয় নাইকিয়া হ'ল; কিন্তু তেওঁৰ আনন্দ নাই; অকলে অকলে কোনো সুখী হ'ব নোৱাৰে। তেওঁ সঙ্গীৰ বা স্ত্ৰীৰ অভিলাষী হ'ল। সঙ্গকামী হৈ তেওঁ ভাবিলে যে তেওঁ স্ত্ৰীৰ দ্বাৰা আলিঙ্গিত হৈ আছে। এইদৰে তেওঁ দ্বিধা বিভক্ত হ'ল—মনু আৰু শতৰূপা ৰূপে—স্বামী আৰু স্ত্ৰী হিচাপে। এই কাৰণে পত্নী গ্ৰহণৰ পূৰ্বে নিজ দেহ অৰ্দ্ধভাগ হৈ থাকে। এই কাৰণে স্ত্ৰী স্বামীৰ অৰ্দ্ধাঙ্গিনী। এই স্ত্ৰীত সেই বিৰাট পুৰুষ উপগত হ'ল। তাৰ ফলত মনুষ্য সৃষ্টি হ'ল।

শতৰূপাই মনে মনে ভাবিলে—তেওঁ নিজৰপৰা মোক উৎপন্ন কৰি আকৌ নিজৰ কন্যাস্বৰূপা মোতেই উপগত হৈছে। এইবুলি তেওঁ তিৰোভূতা হৈ গাভী হ'ল। মনু ষাঁড় হ'ল আৰু গাভীত উপগত হৈ গৰুৰ সৃষ্টি কৰিলে। তাৰ পাছত ক্ৰমে ঘোৰা, গাধ এইৰূপে পৰুৱা পিপড়া পৰ্যন্ত সৃষ্টি কৰিলে। এইদৰে সমস্ত সৃষ্টি কৰি তেওঁ জানিলে যে তেৱেঁই সৃষ্টিৰূপে বিদ্যমান; কাৰণ তেৱেঁই সমস্ত সৃষ্টি কৰিছে। যাৰ এইৰূপ জ্ঞান আছে তেৱেঁই স্ৰষ্টা। স্ত্ৰী-পুৰুষৰ সংসৰ্গত সৃষ্টি। কোনো কাৰোপৰা স্বাধীন নহয়; কোনো কাৰো অধীন নহয়। সৃষ্টিৰ মূলত

পুৰুষ আৰু স্ত্রী। স্ত্রীস্বাধীনতা বুলি যি জাগৰণ আহিছে—মূলতঃ তাৰ কোনো অৰ্থ নাই।

হিন্দুৰ যত প্ৰকাৰ সংস্কাৰ আছে, যত প্ৰকাৰ বিশ্বাস আছে বা যত প্ৰকাৰ শাস্ত্রীয় ব্যৱস্থা আছে সমস্তই এই সংস্কাৰৰ বশৱৰ্তী। হিন্দু সভ্যতা বা বৈদিক কৃষ্টিৰ মূলত এই বিশ্বাস। সৃষ্টি তত্ত্বৰ এয়ে মূল কথা আৰু হিন্দু ধৰ্মৰ এয়ে ভিত্তি। ইয়াতকৈ উচ্চতৰ কৃষ্টি একো নাই—বুলি জয়ন্তই যেন বিজয় ঘোষণা কৰিলে।

## (১৬)

প্ৰদীপ এতিয়া ৰেলৱে চাকৰিত। গোৰখ্‌পুৰত থাকে। কৰ্তৃপক্ষই প্ৰদীপৰ বুদ্ধি আৰু কাৰ্যকুশলতা দেখি প্ৰদীপক উচ্চপদত উন্নীত কৰিছে। প্ৰদীপে অকলশৰীয়া জীৱন কটাই থকা দেখি বন্ধু-বান্ধৱৰ ভিতৰত বহুতে প্ৰদীপক বিয়া কৰাবলৈ কয়। প্ৰদীপে এই বিষয়ে কাৰো আগত একো নকয়।

ইলাই বি, টি পৰীক্ষা দি উঠিছে। অপৰ্ণাই এমাহৰ ছুটীলৈ ইলাৰ লগত ফুৰিবলৈ যাব খুজিছে, মাকক নকৈছিত থৈ ইলাৰ লগত দুয়ো যাবলৈ ওলাল। ইলাৰ পিতাক-মাকে আপত্তি কৰিছিল কিন্তু অপৰ্ণাই বুজাই কোৱাত যাবলৈ দিলে। গোৰখ্‌পুৰত প্ৰকাণ্ড ৰেলৱে বাংলো এটাত প্ৰদীপ থাকে। সন্ধ্যাৰ সময়। জুন মাহ। অতিপাত বৰষুণ দিছে। প্ৰদীপ ফুকনে ইজি চেয়াৰ এখনত বহি আকাশৰ ফালে চাই কিবা ভাবি আছে। মেঘৰ গাৰ্জনি, আকাশৰ চিকিমিকি আৰু ধাৰাষাৰ বৰষুণ অবিৰতভাৱে চলি আছে। এনে দুৰ্যোগ বৰ কমেই হয়। প্ৰাকৃতিক দুৰ্যোগে যিমান ভীষণ আকাৰ ধাৰণ কৰিছে প্ৰদীপৰ মনো সিমান বেয়া গৈছে। নিঃসঙ্গ জীৱন। স্নেহময় পিতা আৰু স্নেহময়ী মাতাৰ পৰাও বিচ্ছিন্ন। প্ৰেমময়ী ইলাৰ লগত মিলিবৰো কোনো পন্থা নাই। প্ৰদীপে নানা কথা চিন্তা কৰি আছে। এনেতে ঘৰৰ দুৱাৰমুখত এখন টেক্সি গাড়ী থিয় দিলে।

ৰেলৱে ষ্টেচনৰপৰা পোৱা মাইলমান দূৰৈত প্ৰদীপৰ বাংলোটো হোৱা কাৰণে ইলা আৰু অপৰ্ণাই ষ্টেচনতে ৰেলৱে কৰ্মচাৰী এজনক সুধি গাড়ী এখন ভাড়া কৰি প্ৰদীপৰ ঘৰত ওলালহি। প্ৰদীপ বৰ আচৰিত হ'ল। ইলা আৰু অপৰ্ণা যে এইদৰে গোৰখ্‌পুৰত ওলাবহি প্ৰদীপে সপোনতো ভবা নাছিল। সুধিলে— আপোনালোকে দুয়ো এই দুৰ্যোগত ক'ৰপৰা ওলালহি, অপৰ্ণা দেৱী!

পাছত কম ফুকন ভাণ্ডাৰীয়া। এতিয়া আমাক অভ্যৰ্থনা কৰক। আপোনাৰ ঘৰত কোনো চাকৰবাকৰ নাই জানো? বুলি কৈ একেবাৰে বাংলোৰ ভিতৰে দি গৈ পাছফালৰ বাৰান্দাত থিয় দিলেগৈ।

আছে—অপৰ্ণা দেৱী।—এই ফাকুৱা—বুলি প্ৰদীপে মাতিলে। ফাকুৱা ওলাই আহিল।

ফাকুৱাক প্ৰদীপে গাড়ীৰপৰা মালবস্তুখিনি নমাই আনিবলৈ দিলে আৰু গা-ধোৱা ঘৰত টবত ঠাণ্ডা পানী আৰু বাল্‌তিত গৰম পানী দিবলৈ ক'লে। তাৰ পাছত দোকানৰপৰা সন্দেশ আৰু ফলমূল কিনি আনিবলৈ আন এটি চাকৰ পঠাই দিলে। তেতিয়া দুৰ্যোগ শাম কাটিছে আৰু বাহিৰত জোনাক উঠিছে।

অপৰ্ণা আৰু ইলা উভয়ে গা-পা ধুই আহি ড্ৰইং ৰুমত বহিল। প্ৰদীপো আহি বহিল। চাকৰে চাহ জলপান দিলে।

প্ৰদীপ আচৰিত হৈছে। অসমৰপৰা সুদূৰ গোৰখপুৰলৈ ইলা আৰু অপৰ্ণা আহিছে। প্ৰদীপে কেনেকৈ কিহেৰে অভ্যৰ্থনা কৰিব? ইলাৰ আগমনত প্ৰদীপৰ প্ৰাণত আনন্দৰ যি অনুভূতি হৈছে—তাক প্ৰদীপে কেনেকৈ প্ৰকাশ কৰিব? আনফালে ইলাক গ্ৰহণ কৰিব নোৱাৰাত প্ৰদীপৰ মনত যে দুখ কিমান তাকেই বা কেনেকৈ কাক বুজাব? প্ৰথমতে কি কথাৰে অভ্যৰ্থনা কৰিব তাকো ভাবি পোৱা নাছিল। প্ৰিয়জনৰ আকস্মিক আৰু অপ্ৰত্যাশিত আগমনত মানুহৰ মনত এটা অস্বাভাৱিক আনন্দ আৰু বিস্ময় উপস্থিত হয়। এই বিস্ময় আৰু আনন্দৰ মোহ কাটি যোৱাৰ পাছতহে স্বাভাৱিক আলাপ-আলোচনাৰ সুযোগ মিলে। প্ৰদীপৰ এই স্বাভাৱিক অৱস্থা এতিয়াও অহা নাই।

আপুনি কি ভাবিছে—ফুকন ডাঙৰীয়া বুলি অপৰ্ণাই সুধিলে।

ভাবিছোঁ—সঙ্কোচ আৰু কুণ্ঠাৰে সৈতে প্ৰদীপে উত্তৰ দিলে—ইলাক লৈ আপুনি ইমানদূৰ কিয় আহিছে?

অহাত কিবা দোষ হৈছে নেকি—ফুকন ডাঙৰীয়া,—অপৰ্ণাই সুধিলে।

দোষ-গুণ বিচাৰ কৰিবৰ অধিকাৰ মোৰ নাই—অপৰ্ণা দেৱী।—প্ৰদীপে উত্তৰ দিলে। প্ৰদীপৰ মাতত দুখ আৰু অনুতাপ যেন ফুটি ওলাইছে।

প্ৰদীপৰ উত্তৰত ইলাৰ মমতো দুখে দেখা দিলে; কিন্তু ইলা তলমূৰ হৈ বহি থাকিল—একোকে নকলে। কথমপি চকুৰ পানী ৰোধ কৰিলে।

অপৰ্ণাই উভয়ৰে মনৰ অৱস্থা বুজি পালে। ফুকন ডাঙৰীয়া। আমি কাশীৰ হিন্দুবিশ্ববিদ্যালয় চাওঁ বুলি ফুৰো আহিছোঁ। পণ্ডিত মালবীয়জীৰ কীৰ্ত্তিস্তম্ভ কাশীৰ হিন্দু বিশ্ববিদ্যালয়। ভাবিলোঁ—বাটতে আপোনাক দেখা কৰি যাওঁ। গুৱাহাটী ষ্টেচনত সুধি জানিলোঁ আপুনি ইয়াত আছে। দুবেৰ গঙ্গা ওচৰতে মিলিল। বাটতে আপোনাক পালোঁ—বুলি কৈ অপৰ্ণাই হাঁহিব ধৰিলে।

অপৰ্ণাই কথাৰ ভঙ্গী আৰু হাঁহিৰ দ্বাৰা সাময়িক অৱস্থাৰ পৰিবৰ্ত্তন কৰিবৰ যত্ন কৰিলে। প্ৰদীপ আৰু ইলাৰ মন কিছু পাতল হ'ল।

প্ৰদীপে সুধিলে—কাশীৰ পৰা আৰু কঁৰবালৈ যাব নেকি অপৰ্ণা দেৱী?

নিশ্চয়! অপর্ণাই উত্তৰ দিলে। ইমান দূৰ আহি পত্নীপ্ৰেমৰ কালজয়ী স্মৃতি চিহ্ন নেদেখাকৈ নুঘুৰোঁ বুলি আহিছোঁ।

আপোনালোকে তাজমহল চাবলৈ যাব?—প্ৰদীপে সুধিলে। হয়—বুলি অপৰ্ণাই উত্তৰ দিলে।

বৰ ভাল কথা—অপৰ্ণা দেবি! পৃথিৱীৰ ভিতৰত মানৱসভ্যতাৰ ই এটা পৰম আশ্চৰ্য্যজনক নিদৰ্শন। কি পৰিকল্পনা! কি মনোহৰ কাৰুকাৰ্য্য আৰু পত্নীপ্ৰেমৰ কি সুবিমল উদাহৰণ! চাহজাহান যদি মমতাজতকৈ আগেয়ে মৰিলহেঁতেন—এই তাজমহলৰ সৃষ্টি নহ'লহেঁতেন। চাহজাহানৰ পত্নীশোকে চাহজাহানক মহত্বৰ কৰি তুলিলে।—প্ৰদীপে উত্তৰ দিলে।

তাকে স্বচক্ষে চাওঁবুলি আহিছোঁ—ফুকন ডাঙৰীয়া। পিছে আপুনিও আমাৰ লগত যাব লাগিব—বুলি অপৰ্ণাই ক'লে। প্ৰদীপে কোনো উত্তৰ নিদিলে। ফাকুৱাই আহি চাহৰ কাপ প্লেটবোৰ লৈ গ'ল আৰু কি পাক হ'ব সুধিলে।

মাছ আছে নে—ফাকুৱা? প্ৰদীপ সুধিলে।

মাছতো নাই চাহেব! মুৰ্গীৰ কণী আৰু মুৰ্গীৰ মাংস আছে। বুলি সি উত্তৰ দিলে।

এইবোৰ চলিব নে অপৰ্ণা দেবী!—প্ৰদীপ সুধিলে।

কিয় নচলিব ফুকন ডাঙৰীয়া! খাদ্য—খাদ্য। তাত আকৌ বিচাৰ কি? পিছে আপোনাৰহে এইবোৰত আপত্তি থকা উচিত আছিল। অপৰ্ণাই উত্তৰ দিলে।

এই কথাত ইলা হঠাতে উঠি গ'ল।

## (১৭)

ইলা! উঠ্ ইলা! ৰাতিপুৱা অপৰ্ণাই ইলাক মাতিছে। ইলা আৰু অপৰ্ণা একেটি ৰূমতে বেলেগ বেলেগ বিছনা কৰি শুইছিল। বহু ৰাতিলৈকে ইলাৰ টোপনি হোৱা নাছিল—সেইবাবে শেষ ৰাতি গভীৰ টোপনি গৈছে।

অপৰ্ণাই উঠি দেখে ফুকন নাই। চাকৰটোক সুধি জানিব পাৰিলে যে ৰাতিপুৱাতেই উঠি খালি চাহ এক কাপ খাই ষ্টেচনলৈ গৈছে। ৰাতিপুৱা ৫ বজাত এখন গাড়ী অহাৰ কথা; সেই গাড়ীত অসমৰ মন্ত্ৰী এগৰাকী দিল্লীলৈ যাব। প্ৰদীপক দেখা কৰিবলৈ মাতিছিল; প্ৰদীপ দেখা কৰিবলৈ গৈছে। গাড়ী ঠিক সময়তে আহিছিল; কিন্তু কিবা অপৰিহাৰ্য্য কাৰণত গাড়ী গোৰখপুৰত ২ ঘন্টা পলম হ'ল। গাড়ী যোৱাৰ পাছতহে প্ৰদীপ ঘূৰি আহিব পাৰিলে।

প্ৰদীপ ঘূৰি আহি দেখে যে অপৰ্ণাই গা পা ধুই—ফুৰিবৰ মত অকলে বহি

খবৰৰ কাগজ পঢ়ি আছে। ইলা নাই। ইলা ক'ত? অপৰ্ণা দেৱী!—প্ৰদীপে সুধিলে।

ইলাৰ টোপনি ভগা নাই—ফুকন ডাঙৰীয়া!—অপৰ্ণাই উত্তৰ দিলে। অপৰ্ণাৰ কথা শেষ হোৱাই নাই ইলা আহি ওলাল।

তোৰ ইমান টোপনি-ইলা। মই ইমান মাতিলোঁ—তোৰ সাৰ নাই। পিছে ইয়াত বহিব নালাগে একেবাৰে গা ধুই আহ্ গৈ। চাহ-জলপানৰ যোগাৰ হৈছে। তোৰ বাবেহে ৰখি আছোঁ—অপৰ্ণাই ক'লে।

প্ৰদীপ আচৰিত হ'ল। চাহ-জলপানৰ যোগাৰ কেনেকৈ হ'ল—অপৰ্ণা দেৱী—প্ৰদীপে সুধিলে।

অপৰ্ণা নিজে পাক ঘৰলৈ গৈ বাবুৰ্চিক সুধি বস্তুৰ যোগৰ লৈ নাৰিকলৰ পিঠা, লুচি আৰু মোহনভোগ তৈয়াৰ কৰিছে।

ইলাই গা ধুই অহাৰ পাছত তিনিও চাহ-জলপান খালে। চাহ জল-পান খোৱা হোৱাৰ পাছত প্ৰদীপে তামোল এখন তত্তাতৈয়াকৈ মুখত ভৰাই ঘৰিব পিনে চাই ক'লে—অপৰ্ণা দেৱী। আপোনালোক দুয়ো এতিয়া থাকক। মোৰ জৰুৰী কাম আছে—মই আলিপুৰ দুৱাৰলৈ যাম। কাইলৈ সন্ধ্যালৈকেহে ঘূৰি আহিম। এই বুলি কৈ প্ৰদীপ ফুকন গুচি গ'ল। প্ৰদীপৰ ইচ্ছা অপৰ্ণা আৰু ইলা দুই এদিন থাকক। প্ৰদীপৰ মন বৰ চঞ্চল হৈ উঠিছে। ইলাক প্ৰদীপে আজি সহজে গ্ৰহণ কৰিব পাৰে; কিন্তু পিতাক-মাকৰ অনুমতি পোৱা নাই। পিতাক-মাকৰ আশীৰ্বাদ পুত্ৰৰ বিয়াত নিতান্ত আৱশ্যক—প্ৰদীপে বিশ্বাস কৰে।

প্ৰদীপ ফুকনৰ সঁচাকৈয়ে আলিপুৰ দুৱাৰত কাম আছে নে ইলা নে আমাৰ ফাকি দি গুচি গ'ল—অপৰ্ণাই সুধিলে।

ইলাই মিচিকি হাঁহি মাৰি ক'লে—দুয়োটা কথাই সঁচা বুলি মোৰ অনুমান হয়।

প্ৰদীপ ফুকনৰ কথা দেখোন বুজা টান হৈছে, ইলা। তই কি ভাবিছ? অপৰ্ণাই সুধিলে।

মই একো ভবা নাই বাইদেউ!—ইলাই উত্তৰ দিলে। অপৰ্ণাই ক'লে—প্ৰদীপ ফুকন কিন্তু বৰ মেধাবী লোক, ইলা! ইমান কম সময়ৰ ভিতৰতে বি, এ, পাছ নকৰা লোক এজনে ইমান উচ্চপদবী লাভ কৰা সহজ কথা নহয়। নৈতিকতাৰ ফালৰপৰা বিচাৰ কৰিলেও দেখা যায় প্ৰদীপ ফুকনৰ নৈতিক বল যথেষ্ট আছে।

ইলাই এই বিষয়ে একো মন্তব্য নকৰিলে। সুধিলে—তুমি ফুকনক আমাৰ লগত যাবলৈ কিয় অনুৰোধ কৰিলা, বাইদেউ!

তোৰ লগত যোৱাত তোৰ ভাল লাগিব বুলিয়েই অনুৰোধ জনাইছোঁ। তোৰ আপত্তি আছে নে কি ইলা। অপৰ্ণাই সুধিলে।

আপত্তি আছেতো বাইদেউ। আমাৰ মানসিক অৱস্থা কাবো সুস্থ নহয়। এনে অৱস্থাত পৰস্পৰৰ সান্নিধ্যই মনৰ স্থৈৰ্য্য নষ্ট কৰি দিব পাৰে। তুমি লক্ষ্য কৰা নাই, বাইদেউ, ফুকন আমি অহাৰপৰা বিমৰ্ষ আৰু চঞ্চল হৈ উঠিছে—ইলাই উত্তৰ দিলে।

তোক মই বুজি নাপাওঁ ইলা। তোৰ মিলনৰ বাবে মই যি চেষ্টাকেই কৰোঁ তই তাতে আপত্তি কৰ। সিদিনা বুৰাদিয়া নদীৰ পাৰত বালি ভোজৰ দিনা তয়েই আপত্তি কৰি মোৰ প্ৰসঙ্গ বন্ধ কৰিলি। তই ভাবিছ কি ইলা? অপৰ্ণাই সুধিলে।

হয় বাইদেউ। মইতো ইয়ালৈকো আহিব খোজা নাছিলোঁ। তুমিহে জোৰ কৰি আনিছা—ইলাই কান্দো কান্দো হৈ ক'লে। তই দেখোন কান্দিব খুজিছ—ইলা। মই কি জগৰ লগালোঁ? তহঁতৰ যদি মিলন হয় কাবো কতো ক্ষতি নহয়। মহাভাৰতো অশুদ্ধ নহয়। অসবৰ্ণ বিবাহ দেশত চলিছেই, চলিবই ধৰিছে। মহাত্মা গান্ধীৰ ল'ৰাই ৰাজাগোপাল আচাৰীৰ ছোৱালী বিয়া কৰোৱা নাই জানোঁ? সি দেখোন প্ৰতিলোম বিবাহ হৈ গ'ল। অনুলোম বিবাহত শাস্ত্ৰৰ সন্মতি আছে। তহঁতৰ বিবাহ হ'লে অনুলোম বিবাহহে হ'ব।—অপৰ্ণাই ক'লে।

এইবোৰ শাস্ত্ৰৰ কথা আলোচনাৰ আৱশ্যক কি, বাইদেউ। শাস্ত্ৰৰ সন্মতি থাকক বা নাথাকক—আমাৰ বিয়া এই জনমত নহয় বাইদেউ। তেখেত সন্মত হ'লেও মই সন্মত নহওঁ।—ইলাই উত্তৰ দিলে।

তই কি কৈছ, ইলা? তোৰ এনেকুৱা মত কেতিয়াৰ পৰা হ'ল? মইতো তোৰ এই পৰিবৰ্তনৰ কথা নাজানো—ইলা?—অপৰ্ণাই সুধিলে।

মত অমত কি বাইদেউ। সমাজৰ নীতিৰ বিৰুদ্ধে যোৱা সদায় অন্যায়। নিজৰ খুচিমতে নাইবা নিজৰ প্ৰয়োজন অনুসাৰে সমাজৰ নিয়ম ভঙ্গ কৰিলে সমাজ চলিব নোৱাৰে। ব্যক্তিগত নৈতিকতাৰ ওপৰত সমাজৰ শৃঙ্খলা নিৰ্ভৰ কৰে। সমাজৰ নিয়মত যদি কৰবাত দোষ আছে তেন্তে তাক সমাজে সংস্কাৰ কৰিব। ব্যক্তিগতভাৱে উলঙ্ঘন কৰাৰ পৰা সমাজৰ কল্যাণসাধন নহয়। পূৰ্বাপৰৰ নিয়ম অনুসাৰে সমাজ পাতি মানুহে পূৰ্বৰ নিয়ম বাতিল কৰে আৰু নতুন নিয়ম প্ৰচলন কৰে। ব্যক্তিগতভাৱে সমাজৰ নিয়ম ভঙ্গ কৰিলে সমাজ পঙ্গু হয় আৰু সামাজিক শৃঙ্খলা নাথাকে। অসবৰ্ণ বিবাহ সমাজত চলিবলৈ যথেষ্ট পলম আছে আৰু বিয়াই প্ৰেমৰ চৰম পৰিণতি নহয় বাইদেউ।—ইলাই এনেভাৱে জড়িতকণ্ঠে ক'লে—অপৰ্ণাই প্ৰতিবাদ কৰিব নোৱাৰিলে।

পাছদিনা সন্ধ্যাৰ সময়ত প্ৰদীপ ঘূৰি আহিল কিন্তু লগতে জ্বৰ লৈ আহিল। প্ৰদীপৰ জ্বৰ দেখি অপৰ্ণা আৰু ইলা উভয়ে চিন্তান্বিতা হ'ল।

প্ৰদীপে ক'লে—তোমালোক যোৱা। মোৰ জ্বৰ হোৱা বাবে ইয়াত থাকিব নালাগে। প্ৰদীপে ভাবিছে যে, অপৰ্ণা আৰু ইলাই হয়তো জ্বৰ হোৱা বাবে যাবলৈ

সঙ্কোচ কৰিব। প্ৰদীপৰ জ্বৰৰ বাবে তেওঁলোকৰ ভ্ৰমণত কিয় বাধা পৰিব লাগে। কিবা হয় যদি হ'ব—ডাক্তৰ আৰু নাৰ্চৰ হাততে যি হয় হ'ব।

সেইটো কেনেকৈ হয়—ফুকন ডাঙৰীয়া! আপোনাৰ ইমান জ্বৰ। আপোনাৰ জ্বৰ নেৰাকৈ আমি যাব নোৱাৰোঁ—অপৰ্ণাই ক'লে।

এদিন দুদিনকৈ ৭ দিন জ্বৰ হ'ল। ৭ দিনৰ মূৰত প্ৰদীপৰ বসন্তই দেখা দিলে। প্ৰদীপৰ মাজে মাজে জ্ঞান নাথাকে। যন্ত্ৰণা অসহ্য। ইলাৰ আৰু অপৰ্ণাৰ পৰিচৰ্যাত প্ৰদীপে মাজে মাজে শান্তিৰ নিশ্বাস পেলায়। যেতিয়া বসন্তৰ প্ৰকোপ বেছি হ'ল—ইলাই অপৰ্ণাক ক'লে— বাইদেউ! ফুকনৰ দেউতাকক খবৰ দিয়া উচিত হ'ব।

হয় ইলা! ষ্টেচন মাষ্টৰক কৈ খবৰ দিওৱা উচিত হ'ব বুলি অপৰ্ণাই ফাকুৰাক ষ্টেচন মাষ্টৰ মহাশয়ক মাতিব পঠালে। ষ্টেচন মাষ্টৰ অহাৰ পাছত অপৰ্ণাই প্ৰদীপ ফুকনৰ জ্বৰৰ সমস্ত বৃত্তান্ত দি প্ৰদীপ ফুকনৰ পিতাকক খবৰ দিবলৈ ক'লে। ষ্টেচন মাষ্টাৰে টেলিফোনেৰে খবৰ দিয়াৰ তৃতীয় দিনা প্ৰদীপৰ পিতাক নাৰায়ণ ফুকন আৰু মাক বিমলা দেৱী আহি ওলাল। তেওঁলোক অহাৰ পাছত অপৰ্ণাই আদ্যোপান্ত সকলো কথা তেওঁলোকক বুজাই ক'লে। ইলাই লাজতে তেওঁলোকৰ আগত ওলোৱা নাছিল। কিন্তু ৰোগীয়ে মাজে মাজে ইলাৰ বিচাৰ লোৱাত ইলা ওলাবলৈ বাধ্য হৈছে। ২/১ দিনতে ইলাৰ সেৱা আৰু শুশ্ৰূষা দেখি নাৰায়ণ ফুকন আৰু বিমলা দেৱী মুগ্ধ হৈছে। ২১ দিনৰ মূৰত প্ৰদীপৰ বাঁচিবৰ আশা হ'ল।

তাৰ পাছত আৰু ৭ দিনমানৰ পাছত প্ৰদীপ আৰোগ্য হ'ল। মা ইলা! তোমাৰ যত্নতেই আজি প্ৰদীপক ঘূৰাই পালোঁ—বিমলাই ইলাক ক'লে।

ইলা লাজতে ৰঙা পৰিল। কুণ্ঠিতভাৱে ক'লে—নহয়, মা! আপোনাৰ ল'ৰা ভগবানৰ অনুগ্ৰহত বাচিছে; মোৰ কি সাধ্য মা? মোৰ যত্ন আৰু সেৱাৰ যে আৱশ্যক হৈছে তাৰ বাবেই মই কৃতজ্ঞ। ঈশ্বৰে যেন এই কামৰ বাবেহে মোক ইয়ালৈ আনিছিল। অপৰ্ণা বাইদেৱে মোক জোৰ কৰি ইয়ালৈ লৈ আহিছে। আমি কাশীৰ হিন্দু বিশ্ববিদ্যালয় চাবলৈ আহিছিলোঁ; বাটতে অপৰ্ণা বাইদেউ ইয়াত নামিল। মোৰ কোনো উপায় নাছিল। ইলাই যেন বিমলা দেৱীৰ ওচৰত অহাৰ বাবে কৈফিয়ৎ দাখিল কৰিছে।

মই সকলো শুনিছোঁ মা! অপৰ্ণাবপৰা। মোৰ মনত বৰ দুখ মা। সামাজিক বাধা নাথাকিলে কি আগ্ৰহেৰে মই তোমাক লওঁহেঁতেন—বিমলা দেৱীয়ে দুখ কৰিলে।

ইলাৰ চকুৰপৰা কেইটোপামান পানী আপোনাআপুনি গালেদি বাগৰি পৰিল—স্নেহৰ পৰশ পাই। ইলাই একোকে ক'ব নোৱাৰিলে।

প্ৰদীপ সম্পূৰ্ণ ভাল হৈছে। ইলা আৰু অপৰ্ণা যাবলৈ ওলাল। প্ৰদীপে যাবলৈ কৈছে। ইলা আৰু অপৰ্ণাই নাৰায়ণ ফুকনক সেৱা জনালে। নাৰায়ণ ফুকনে ইলাক ঘৰলৈ মাতি নি ক'লে—মা তোমাৰ যত্নত আজি আমি প্ৰদীপক ঘূৰাই পাইছোঁ। আমি মা, প্ৰাচীন যুগৰ মানুহ। শাস্ত্ৰবাক্য লঙ্ঘন কৰিব নোৱাৰোঁ। বিবাহ পূৰ্বজন্মৰ সংস্কাৰ বুলি মানোঁ। চাৰি বৰ্ণৰ ভেদ যুগে যুগে চলি থাকিব বুলি আমি বিশ্বাস কৰোঁ। আজীৱন যি বিশ্বাসক ধৰ্ম বুলি জানি আছোঁ তাক উলঙ্ঘন কৰিব নোৱাৰোঁ। নাৰায়ণ ফুকনে বেছি একো ক'ব নোৱাৰিলে। ইলা মূৰ্চ্ছিতা হৈ পৰি গ'ল। বিমলা আৰু অপৰ্ণাৰ যত্নত চকুমেলি চালে; কিন্তু ইলাৰ জ্বৰ উঠিল। সেই জ্বৰৰ লগতে মিয়াদ অনুসাৰে ইলাৰো বসন্ত ওলাল। অপৰ্ণা আৰু বিমলা ফুকননীৰ চেষ্টাত ইলা সময়ৰ মূৰকত ভাল হ'ল।

নাৰায়ণ ফুকন অপ্ৰস্তুত হ'ল। তেওঁ পুনঃ ইলাক একো কোৱা নাছিল; কিন্তু ইলাই আৰোগ্য লাভ কৰি যাবৰ সময়ত নাৰায়ণ ফুকনক ক'লে— পিতা। মোক আপুনি গ্ৰহণ কৰিব নালাগে। মই আনন্দমনে আপোনাক কৈছোঁ— আপোনাৰ ল'ৰাক বিয়া আপুনি উপযুক্তা পাত্ৰীৰ লগত দিয়ক। মোৰপৰা কোনো প্ৰতিবন্ধকতা নহয়। আপোনাৰ ল'ৰাক মই সকলো কথা বুজাই কৈছোঁ। আমি লোকচক্ষুত বা আপোনালোকৰ দৃষ্টিত দোষী হ'ব পাৰোঁ; কিন্তু পিতা। মই চৰণ চুই কৈছোঁ—আমি কোনো দোষৰ কাম কৰা নাই। মোৰ ভুল মই বুজি পাইছোঁ; তাৰ বাবে মই সাজু হৈছোঁ; কিন্তু মোৰ ইচ্ছা নহয় যে মই আপোনালোকৰ সুখৰ সংসাৰত দুখ আনি দিওঁ। পিতৃভক্ত সন্তান আপোনাৰ। পিতৃৰ আশীৰ্বাদ নাপালে মোক নালাগে কাকো তেওঁ বিয়া নকৰায়। মোক বিয়া কৰিবলৈ আপোনাৰ অনুমতি খুজিবলৈ মই তেওঁক নিষেধ কৰিছোঁ; কাৰণ বংশপৰম্পৰায় যি ধৰ্ম বা যি বিশ্বাস পালন কৰি আহিছে সেই ধৰ্ম বা বিশ্বাস ভঙ্গ কৰিবলৈ মই কেতিয়াও নকওঁ। সংসাৰধৰ্ম পালন কৰিবলৈ সেই আশা কৰা নাই। মোৰ কথা আপোনালোকে পাহৰি যাওক—ইলাই সাশ্ৰুনয়নে ইমানকে কৈ ফুকন ফুকননী দুয়োকো সেৱা জনাই অপৰ্ণাৰ লগত বাটত বৈ থকা মটৰত উঠিল গৈ।

অপৰ্ণা আৰু ইলাৰ তাজমহললৈ যোৱা নহ'ল; কিন্তু কাশীৰ হিন্দু বিশ্ববিদ্যালয় চাই বিশ্বেশ্বৰ দৰ্শন কৰি গুৱাহাটীলৈ ঘূৰি আহিল।

(১৮)

তোৰ কথাৰ অৰ্থ বুজি নাপাওঁ—ইলা, অপৰ্ণাই ক'লে।

কি কথাৰ অৰ্থ, বাইদেউ—ইলাই সুধিলে।

তোৰ নিজৰেই বিয়াত অসন্মতি কিয় হ'ল?—অপৰ্ণাই প্ৰশ্ন কৰিলে।

কিন্তু এই কথাটো বুজি নোপোৱা বাইদেউ। দাম্পত্য জীৱন কেৱল স্বামী আৰু স্ত্ৰীক লৈ নহয়। দাম্পত্য জীৱন সুখৰ হয় স্বামী বা স্ত্ৰীৰ সম্বন্ধীয় আৰু আত্মীয় লোকসকলৰ শুভ ইচ্ছা, আশীৰ্বাদ আৰু প্ৰীতিৰ বন্ধনত। স্বামী আৰু স্ত্ৰীৰ মিলনৰ গণ্ডী দুয়োৰো মাজত সীমাবদ্ধ কৰি লৈ কোনো দম্পতি সুখী হ'ব নোৱাৰে। আমি যি সমাজৰ সপোন দেখিব লাগিছোঁ—সেই সমাজ গঠিত হ'বলৈ এতিয়াও বহুতদিন বাকী। আজি যদি আমাৰ বিয়া হয়, আমি স্বামী-স্ত্ৰী হিচাপে কাৰ সম্বন্ধ পাম—বাইদেউ! যি সকল আত্মীয়-আত্মীয়াক লৈ গৃহসংসাৰ কৰাৰ কথা—সেই সকল আত্মীয় আৰু আত্মীয় যদি আঁতৰি যায়—আমাৰ সংসাৰৰ কি সুখ থাকিব। তাৰ উপৰি ফুকন বাপেকৰ একমাত্ৰ সন্তান, বাপেকৰ পিণ্ডদানৰ অধিকাৰী। ফুকনক জাতিচ্যুত কৰি তেওঁক কৃষ্টিগত অধিকাৰৰপৰা বঞ্চিত কৰিব মই নোখোজোঁ বাইদেউ—ইলাই উত্তৰ দিলে।

অপৰ্ণাই এই কথাৰ উত্তৰত ক'লে—ইলা, সমাজ ব্যক্তিগত জীৱনৰ আদৰ্শলৈহে গঠিত হৈছে। যি ব্যৱস্থাই গাইগুটীয়া হিচাপে মঙ্গল বিধান কৰে উমৈহতীয়া হিচাপেও সেই ব্যৱস্থাই মঙ্গল বিধান কৰিব। স্ত্ৰী-পুৰুষৰ মনৰ মিললৈয়ে বিবাহ আন দেশত হয়। ক'তো জাতি বা ধৰ্মই বাধা নিদিয়ে। স্ত্ৰীৰ বা পুৰুষৰ যাৰ যেনে ধৰ্ম ব্যক্তিগত হিচাব তাক আচৰণ কৰি থাকিও স্বামী-স্ত্ৰী হিচাপে সংসাৰ-যাত্ৰা নিৰ্বাহ কৰিব পাৰে। এনে বিবাহ বহুতো সংঘটিত হৈছে। ভাৰততো সেয়ে হ'ব। তাৰ উপক্ৰম দেখা গৈছে।

হয়তো—বাইদেউ। যি দেশত যি ৰীতি-নীতি আৰু বিবাহ পদ্ধতি চলি আছে সেই দেশত সেয়ে সমাজৰ আদৰ্শ। ভাৰতবৰ্ষৰ সমাজত বিবাহপদ্ধতি সুকীয়া। ধৰ্ম, সমাজ আৰু গাৰ্হস্থ্য জীৱন ওতপ্ৰোতভাৱে জড়িত। যেতিয়ালৈকে পিণ্ডদানৰ অধিকাৰভেদে সম্পত্তিবিভাগ চলি থাকিব তেতিয়ালৈকে অসবৰ্ণ বিয়াৰ সমৰ্থন পোৱা নাযাব। সমস্ত জাতি-ভেদ ভাঙি যোৱাৰ পাছতো যে অসবৰ্ণ বিবাহ সামাজিক ভাৱে চলাত কিমান বছৰ লাগিব তাৰ কোনো ঠিকনা নাই। সম্পূৰ্ণকৈ চলিব বুলিও মোৰ সন্দেহ আছে। তদুপৰি আজি জাতি হিচাপে যি বিভেদ আছে কাইলৈ শ্ৰেণীহিচাপে সেই বিভেদ আপোনাআপুনি গঢ়ি উঠিব—যেনেদৰে আনদেশত আছে। এই শ্ৰেণীবিভাগৰ কাৰণেই ইংলণ্ডৰ সিংহাসন অষ্টম এড্ওৱাৰ্ডে পৰিত্যাগ কৰিব লগা হৈছিল— মিছ্ চিম্প্‌ছন ৰাজকীয় পৰিবাৰৰ যোৱালী নাছিল কাৰণে। ইলাই প্ৰতিবাদ কৰিলে।

তই বুজা নাই, ইলা। অসবৰ্ণ বিবাহ চলিবলৈ সবহদিন নালাগে। জাতিভেদসমূহে উঠি যাব। দুই এঘৰত অসবৰ্ণ বিবাহ চলিছেই। বিলাতৰপৰা মেম আনিও সমাজত চলিছে। সমাজৰ আদৰ্শৰ পৰিবৰ্তন হ'ব লাগিছে—হ'বই।

সম্পত্তি বিভাগো সেইদৰে হ'বৰ কাৰণে আইন হ'ব। আইনপ্ৰণয়ন পাছৰ কথাহে। অপৰ্ণাই তৰ্ক কৰিলে।

অসবৰ্ণ বিবাহ চলিছে সঁচা; কিন্তু সমাজত এতিয়াও গ্ৰহণীয় হৈ উঠা নাই। যি দুই এঠাইত এই অসবৰ্ণ বিবাহ চলিছে তেওঁলোকৰ সাংসাৰিক জীৱন সুচল হৈছে নে নাই চাবলগীয়া। সমাজে যেতিয়ালৈকে পূৰ্বৰ ৰীতিৰ প্ৰাধান্য দিয়ে থাকিব তেতিয়ালৈকে অসবৰ্ণ বিবাহ চলা বুলি তুমি গৌৰৱ কৰিব নোৱাৰা। আজি সমাজৰ যি অৱস্থা তাৰ দ্বাৰা এইটো প্ৰমাণ নহয় যে সমাজৰ আদৰ্শৰ আমূল পৰিবৰ্তন হ'ব। ভাৰতবৰ্ষত ধৰ্ম, সমাজ, সম্পত্তি-বিভাগ, তীৰ্থ-ভ্ৰমণ, তীৰ্থ-স্নান, তীৰ্থবাস, হিন্দুৰ পূজা-অৰ্চনা, বিবাহ, অন্ত্যেষ্টিক্ৰিয়া সমস্ত জন্মান্তৰবাদ বা পূৰ্বসংস্কাৰৰ লগত জড়িত। এই বিৰাট জাতি এটাৰ সমস্ত কৃষ্টিৰ গতি পৰিবৰ্তন কৰি দিয়া—বৰ সহজ কথা নহ'ব। ভীষণ ৰাষ্ট্ৰীয় বিপ্লৱ এটাৰ পাছতো সমাজে পূৰ্বৰ সংস্কাৰ হিচাপে গঢ় লয়। জাতিভেদ ভাঙি দিয়াৰ পাছতো অসবৰ্ণ বিবাহ চলাত যথেষ্ট সময় লাগিব। সমান কৃষ্টিসম্পন্ন বা সমভাবাপন্ন লোকৰ মাজতহে বৈবাহিক সম্বন্ধ হয়। সেই অনুসাৰে শ্ৰেণীৰ সৃষ্টি হ'ব আৰু শ্ৰেণী অনুসাৰে বৈবাহিক সম্বন্ধ হ'ব। ই স্বাভাৱিক গতি। ইলাই তৰ্ক কৰিলে।

অপৰ্ণাই ক'লে—ইলা, তোৰ এইবোৰ কথা গতানুগতিকতাবাদৰ যুক্তি। মানুহৰ ৰুচিভেদে আচাৰ। আচাৰভেদে সমাজ। জাতিভেদৰ গণ্ডীত সমাজত নানা পকাৰ বৈষম্যই দেখা দিছে। উচ্চ-নীচভেদে কৰ্মৰ ভেদ উপস্থিত হৈছে। কৰ্মভেদে জাতিৰ উচ্চতা বা হেয়তা প্ৰমাণিত হৈছে। কোনো কৰ্মই উচ্চ বা হেয় হ'ব নোৱাৰে। কোনো দেশতে ব্যৱসায়ৰ হেয়তা লৈ সমাজ গঠিত হোৱা নাই। শ্ৰমৰ মৰ্যাদা আজি ভাৰতবৰ্ষত নাই। ব্যৱসায়ভেদে মানুহক হেয় কৰি ৰখাৰ ব্যৱস্থাই আজি সমাজক পঙ্গু কৰি তুলিছে। কোনো মানুহেই যে হেয় নহয় তাৰ বাবে অসবৰ্ণ বিবাহৰ নিতান্ত আৱশ্যক। সমান শিক্ষিত ল'ৰা-ছোৱালীৰ মাজত অসবৰ্ণ বিবাহ চলাৰ পাছত যদি পুনৰায় শ্ৰেণী বিভাগ হয় সি কৰ্মৰ হেয়তা প্ৰমাণ নকৰিব। তেনে ধৰণৰ শ্ৰেণীবিভাগ বাঞ্ছনীয়। এক শ্ৰেণীৰ ওপৰত আন শ্ৰেণীৰ শোষণ বা অত্যাচাৰ নচলিব। সম্পত্তি বিভাগৰ আইনপ্ৰণয়ন সমাজৰ অৱস্থানুযায়ী হ'ব। তাৰ বাবে চিন্তা কৰিবৰ কোনো কাৰণ নাই। সম্পত্তিবিভাগৰ আইন প্ৰবৰ্তন আগ কথা নহয়। দৌহিত্ৰ সম্পত্তিৰ অধিকাৰী হয় পিণ্ডদানৰ অধিকাৰী বুলি। পিণ্ডদান প্ৰথা যে চিৰদিন চলি থাকিব তাৰ কি প্ৰমাণ আছে? অসবৰ্ণ বিবাহ চলিলে দৌহিত্ৰৰ সম্পত্তিৰ অধিকাৰিত্ব উঠি যাব। পিতৃ-সম্পত্তিত ল'ৰা-ছোৱালীৰ সমান অধিকাৰ এই সূত্ৰে সম্পত্তি বিভাগৰ নীতি গৃহীত হ'ব।

সেইবোৰ পাছৰ কথা। যুৱকৰ পিতাক মাক জীয়াই থাক মানে যুৱকে পিতৃ আজ্ঞা ব্যতিৰেকে বিয়া নকৰায়। প্ৰতিপত্তিশালী লোকসকলৰ প্ৰদৰ্শিত সমাজ

বাধা ঘটিব। এই সংঘৰ্ষৰ মাজত মোৰ অৱস্থান মই বাঞ্ছনীয় বুলি নাভাবোঁ। ফুকনে পিতৃআজ্ঞা ব্যতিৰেকে বিবাহ কৰিলেও মই বিবাহত সম্মতি নিদিও। সি সুখৰ সংসাৰ হ'ব বুলি বিশ্বাস নকৰোঁ।—ইলাই উত্তৰ দিলে।

দেখ্ ইলা, মই তোক এই বিষয়ে কি কম? বিবাহ বা প্ৰণয় সম্পূৰ্ণ নিজৰ কথা। সংসাৰত বিৰুদ্ধ মতবাদ সদায় চলি থাকিব। বিৰুদ্ধ মতবাদৰ সংঘৰ্ষত মানুহৰ সমাজ। নিজৰ স্বাৰ্থ অনুসৰি মানুহে কৰ্মপন্থা বাছি ল'ব। তোৰ এই আত্মত্যাগৰ মূল্য সমাজত কিমানখিনি আছে মই বুজিব নোৱাৰোঁ। প্ৰদীপ ফুকনৰ লগত তোৰ বিয়া হোৱা উচিত বা হ'ব লাগে—মই তাকেই বুজোঁ। এনে বিবাহৰ মূল্য সমাজত যথেষ্ট আছে আৰু তোৰ নিজৰো তাত লাভ আছে। তোৰ কৰ্তব্য তোৰ হাতত। মোৰ মতহে তোক জনাইছোঁ। অপৰ্ণাই একপ্ৰকাৰ অনুযোগৰ সুৰত ক'লে।

ইলাই একো নামাতিলে।

## (১৯)

সবলা দেৱী অপৰ্ণাৰ ওচৰলৈ আহিছে। অপৰ্ণা ই, এ, চি হোৱাত সবলাই বৰ ভাল পাইছে। অপৰ্ণা যোগ্যা ছোৱালী। কলেজত সদায় সুখ্যাতিৰে পৰীক্ষাবোৰ পাছ কৰিছে। অপৰ্ণাৰ যুক্তি আৰু বিচাৰ বুদ্ধি আছে। ন্যায় বিচাৰ অপৰ্ণাই দিব পাৰিব এই বিষয়ে সবলাৰ সন্দেহ নাই। সিদিনা আছিল বন্ধৰ দিন। উভয়ৰে আজৰি সময় আছে। সেইবাবে সবলা কিছু বেছি সময় থাকিব পাৰিব বুলি ভাবি ৰাতিপুৱা ৮ মান বজাতে আহিছে।

বাইদেউ! আপুনি আজিৰ এই নতুন অসমীয়াখনকে অলপপৰ পঢ়ক। মই গাটো ধুই লওঁ। আজি উঠাত অলপ বেলি হ'ল। আপুনি আহিব বুলি জনা হ'লে অলপ আগতে উঠিলোঁহেঁতেন। অপৰ্ণাই সবলাৰ ফালে নতুন অসমীয়াখন আগবঢ়াই দি গামোছা এখন কান্ধত পেলাই গা ধোৱা ঘৰত সোমাল।

অপৰ্ণাই গাধোৱা শেষ কৰি এখন ৰেকাবীত অমিতা কেইটুকুৰামান আৰু আনাৰস কেইটুকুৰামান সবলাক দি নিজে চাহ জলপান কৰিলে।

চাহ খোৱাৰ লগে লগে অপৰ্ণাই ক'লে—বাইদেউ! বিচাৰৰ কামটো মই বৰ বেয়া পোৱা নাই। বহুত মানুহৰ দুখৰ কাহিনী আছে—এই বিচাৰৰ লগত সম্বন্ধ। বহুত মানুহৰ জীৱন দৈৱদুৰ্ঘটনাৰ লগত জড়িত হৈ বিপদাপন্ন হয়। বুদ্ধি-বিবেচনা খটাব জানিলে প্ৰকৃত দোষী কোন সহজে ধৰিব পাৰি আৰু নিৰ্দোষ মানুহক বহুতো কুচক্ৰৰ হাতৰপৰা ৰক্ষা কৰিব পাৰি। সাক্ষী প্ৰমাণৰ বিৰুদ্ধে অৱশ্যে অনেক সময়ত নিৰ্দোষ মানুহক ৰক্ষা কৰা টান হয় কিন্তু অলপ বহি-

সুস্থিৰচিত্তে বিবেচনা কৰা যায় যিবোৰ সাক্ষী প্ৰমাণকে ব্যৱহাৰ কৰি সেইজন লোকক নিৰ্দোষ প্ৰমাণ কৰিব পাৰি আৰু এটা কথা বাইদেউ! ৰায় লিখিবৰ সময়ত দেখা যায় যে যিজন লোকক দোষী বুলি ভাবি ৰায় লিখিব ধৰা হয় ৰায় লিখা শেষ হোৱাৰ লগে লগে সেইজন মানুহেই নিৰ্দোষ বুলি প্ৰতিপন্ন হয়। মই নিজেই আচৰিত হওঁ। মই গোপন অনুসন্ধান কৰি দেখিছোঁ—দোষী ব্যক্তিৰ উকিলক ৰায় দিয়াৰ পাছত গোপনে সুধি চাইছোঁ—বৰ আচৰিত ধৰণে দোষী ব্যক্তিজন মোকৰ্দমাৰ সাক্ষী প্ৰমাণত জড়িত হৈ যায়। উকিলবিলাক বহুত সময়ত আচৰিত হৈ যায়, কিন্তু হুকুমৰ ৰায়ত যি যুক্তি দেখুৱা হয় তাক অন্যায় বুলি কোনেও কব নোৱাৰে। মনত বৰ আনন্দ হয় তেতিয়া। বাইদেউ! বৰ্তমানত মই এই কামটো সঁচাকৈয়ে ভাল পাইছোঁ।

বৰ ভাল পালোঁ, অপৰ্ণা! তোমাৰ বিদ্যা-বুদ্ধিৰ সদ্ব্যৱহাৰ হৈছে। ভগবানে সুমতি দান কৰক। সৎপথত থাকি বিচাৰ কৰিলে কেতিয়াও বিচাৰ ভুল নহ'ব। ভগবানৰ দৃষ্টি আৰু অনুগ্ৰহ সকলো ক্ষেত্ৰতে আছে। সৰুলাই ক'লে।

ভগবানৰ কথা বৰকৈ ভবা নাই, বাইদেউ! আপুনিও জয়ন্ত বৰুৱাৰ নিচিনাকৈ ভগৱানৰ কথাকেই ক'লে। অপৰ্ণাই মন্তব্য কৰিলে।

জয়ন্ত বৰুৱাৰ কথা ওলোৱাত সৰুলাই ভাল পালে। সৰুলাই বুজি পাইছে জয়ন্ত আৰু অপৰ্ণা দুয়ো প্ৰেমিকপ্ৰেমিকা; অথচ ব্যৱহাৰত উভয়ে যেন উভয়ৰ প্ৰতিদ্বন্দ্বী। এই অৱস্থাৰ কেতিয়া ওৰ পৰে সেইটোৱেই সমস্যা—সৰুলাই ভাবিছে।

অপৰ্ণাই জয়ন্তৰ মন সম্পূৰ্ণ বুজি পাইছে আৰু জয়ন্ত বৰুৱাক অন্তৰৰ সৈতে ভাল পাইছে; অথচ অপৰ্ণাই মনৰ কথা জয়ন্ত বৰুৱাক জানিবলৈ নিদিয়ে। অত্যন্ত দুৰ্বোধ্য মন অপৰ্ণাৰ। অপৰ্ণাই নিজেই বুজি নাপায়। নিভৃত মুহূৰ্তত অপৰ্ণাৰ মনপ্ৰাণ যে জয়ন্তৰ চৰণত ঢালি দিব এনেদৰে ভাবে অথচ জয়ন্ত সমুখত আহিলে অপৰ্ণা যেন বজ্ৰৰ নিচিনা কঠিনা হয়। পুৰুষৰ বিপক্ষে যেন অপৰ্ণাই এটা অভিযান চলাইছে আৰু জয়ন্ত যেন সমস্ত পুৰুষৰ প্ৰতিনিধি। জয়ন্তক পৰাস্ত কৰিব পাৰিলে যেন সমস্ত পুৰুষ জাতিটোক অপৰ্ণাই পৰাজিত কৰিব পাৰিব—এনে এটি ধাৰণাৰ বশবৰ্তীনী হৈছে।

জয়ন্ত অত্যন্ত মেধাবী লোক। পণ্ডিত আৰু শাস্ত্ৰজ্ঞ। প্ৰাচীন মতবাদী আৰু অন্ধবিশ্বাসী নহয়। প্ৰত্যেকটো বিশ্বাসৰ পাছত যুক্তি আৰু প্ৰমাণ আছে। জয়ন্ত অপৰ্ণাৰ ওচৰত কোনোদিন পৰাস্ত হোৱা নাই; বৰঞ্চ অপৰ্ণাহে সদায় পৰাজিতা হৈ আছে। জয়ন্তই অপৰ্ণাৰ ওচৰত প্ৰেম-নিবেদন কৰিবলৈ সুযোগ পোৱা নাই। তৰ্কৰ জালত নিজৰ মত যিমানেই প্ৰতিষ্ঠা কৰিছে আৰু আপৰ্ণাৰ মত যিমানেই খণ্ডন কৰিছে— দুয়োজনৰ মাজত আন্তৰিক আকৰ্ষণ বাঢ়ি গৈছে আৰু বাহ্যিক

ব্যৱহাৰত ব্যৱধান ৰচিত হ'ব লাগিছে। জয়ন্তই এই অৱস্থাটো বুজি পাইছে। কিন্তু অপৰ্ণাক কোনো প্ৰকাৰে নমনীয় কৰি তুলিব পৰা নাই। ব্যক্তিত্ব থকা পুৰুষে কেতিয়াও নিজে নমনীয় হ'ব নোৱাৰে আৰু হ'লেও সেই নমনীয়তা বহু সময়ত গ্ৰহণীয় নহয় ৰমণীৰ ওচৰত প্ৰত্যাখ্যাত হয়। ব্যক্তিত্বসম্পন্না ৰমণীৰ ওচৰত এই নমনীয়তা ঘৃণাৰ বস্তুও হ'ব পাৰে। প্ৰেম আৰু প্ৰতিদ্বন্দ্বিতা একেলগে সমানেসমানে ফেৰ মাৰি চলিব পাৰে ই এটা অস্বাভাৱিক অৱস্থা যেন অনুমান হয়—কিন্তু জয়ন্তৰ জীৱনত ই অতীব সত্য ঘটনা।

জয়ন্তই নিৰলে যেতিয়া অপৰ্ণাৰ কথা ভাৱে মাজে মাজে বলিয়া হোৱাৰ নিচিনা হয়। জয়ন্তই যেন লৰি গৈ অপৰ্ণাক সাৱটি ধৰিব। অপৰ্ণাৰ ওচৰত বহুবাৰ এই প্ৰেমোন্মাদনা লৈ লৰি আহিছে কিন্তু কোনোবাৰেই নিজৰ ব্যক্তিত্বৰ অৱমাননাৰ ভয়ত অপৰ্ণাৰ ওচৰত নিজৰ দুৰ্বলতা প্ৰকাশ কৰিব পৰা নাই।

জয়ন্তৰ বিষম সমস্যা হৈছে।

## (২০)

প্ৰদীপৰ পিতাক আৰু মাক সময়মতে ঘৰলৈ গুচি গ'ল। প্ৰদীপৰ বিয়াৰ কথা উত্থাপন কৰিবলৈ কাৰো কোনো বাট নাই। ইলাই নাৰায়ণ ফুকনক যি কেইষাৰ কথা কৈছিল তাৰদ্বাৰা প্ৰদীপৰ আন ঠাইত বিয়াৰ বাট সম্পূৰ্ণ খোলা আছে; কিন্তু অৱস্থাৰ গুৰুত্ব অনুভৱ কৰি কোনো প্ৰস্তাৱ দিয়া কাৰো পক্ষে সম্ভৱ হোৱা নাই। প্ৰদীপৰ মাকে যাবৰ সময়ত চকুৰ পানী টুকি টুকি গৈছে। প্ৰদীপে মাকৰ কান্দোন সহিব নোৱাৰি নিজেও কান্দি পেলাইছে।

প্ৰদীপে ইলাৰ ওচৰত কৰা প্ৰতিজ্ঞা পালনৰ কোনো বাট দেখা নাই; আনফালে পিতাকৰ বিনাঅনুমতিত কেতিয়াও প্ৰদীপে ইলাক বিয়া নকৰায়। প্ৰদীপৰ অনুশোচনা অত্যন্ত গভীৰ। ইলাৰ লগত এই সম্পৰ্কে কথা পাতিবলৈ প্ৰদীপৰ সাহ হোৱা নাছিল; কিন্তু প্ৰদীপৰ বেমাৰৰ সময়ত ইলাই যি পৰিশ্ৰম কৰিলে আৰু যি শুশ্ৰূষা কৰিলে সেই ঋণ পৰিশোধ কৰা প্ৰদীপৰ পক্ষে সুকঠিন। ইলাই পাছত নিজেও সেই বেমাৰত ভুগিছে।

প্ৰদীপৰ জীৱন বিষময় হৈছে। মানুহৰ আদৰ্শ অনুসাৰে কৰ্মপথত আগবাঢ়িব নোৱাৰিলে—নৈৰাশ্যৰ যি দুখ আছে সেই দুখ সহ্য কৰা সহজ কথা নহয়। প্ৰদীপৰ আদৰ্শৰ লগত কৌলিক কৃষ্টিৰ সংঘাত হৈছে— প্ৰদীপ নিৰুপায় হৈছে।

কিছুদিন পাছৰ কথা। ইলা আজিকালি স্কুল ইন্‌স্পেক্‌ট্ৰেছ্। প্ৰদীপ আলিপুৰ দুৱাৰত ডিষ্ট্ৰিক্‌ট্ ট্ৰাফিক্ চুপাৰিণ্টেণ্ডেণ্ট্। কোনো কাৰণত ইলা কলিকতালৈ যাব

লগা হোৱাত উভয়ৰে দেখা হয় আলিপুৰ দুৱাৰত। প্ৰদীপে ইলাক এৰি নিদিলে। নিজৰ বাহঁলৈ লৈ গ'ল।

ইলা। মই পিতৃ আজ্ঞা নোহোৱাকৈয়ে তোমাক বিয়া কৰিবলৈ মনস্থ কৰিছোঁ—তুমি মান্তি হোৱা। প্ৰদীপে ইলাৰ হাত দুখনত ধৰি ক'লে।

সেইটো হ'ব নোৱাৰে ফুকন ডাঙৰীয়া। ইলাই সজল চক্ষুৰে উত্তৰ দিলে।

কিয় ইলা। এইৰকম বিয়া শতসহস্ৰ হ'ব লাগিছে—তুমি দেখা নাই জানোঁ? শতসহস্ৰ বিয়াৰ মাজত ইয়ো এটা হ'ব। তুমি আজি তাত কিয় আপত্তি কৰিছা—ইলা। সমাজ এইদৰেই গঠিত হ'ব লাগিছে। প্ৰদীপে ক'লে।

হওক ফুকন ডাঙৰীয়া। সেইটো হ'ব নোৱাৰে। পিতৃ-মাতৃৰ আশীৰ্বাদ বিয়াত ডাঙৰ বস্তু। পিতৃ-মাতৃৰ আশীৰ্বাদ নোহোৱাকৈ বিয়া কৰিলে তাত শান্তি হ'ব নোৱাৰে। ইলাই উত্তৰ দিলে।

কিন্তু ইলা—! আমাৰ দুটা জীৱনৰ কি কোনো সাৰ্থকতা নাই? প্ৰদীপে প্ৰশ্ন কৰিলে।

যথেষ্ট সাৰ্থকতা আছে—ফুকন ডাঙৰীয়া। পিতৃ-মাতৃৰ আশীৰ্ব্বাদ নোহোৱাকৈ বৈবাহিক জীৱন যাপন কৰিলে যি সাৰ্থকতা আশা কৰিছে— সেই সাৰ্থকতাৰ তুলনাত এই জীৱনত আজীৱন অবিবাহিত থাকি কৰ্ত্তব্য কাৰ্য্য সুচাৰুৰূপে কৰি যোৱাৰ সাৰ্থকতা বেছি।—ইলাই উত্তৰ দিলে।

কিন্তু আমাৰ তাত আশা আকাঙ্ক্ষা পূৰণৰ বাট ক'ত ইলা? প্ৰদীপে উত্তৰ দিলে।

সাধাৰণ সংসাৰযাত্ৰা নিৰ্ব্বাহৰ আশা আকাঙ্ক্ষা পূৰণৰ বাট নাই; কিন্তু তাতোকৈ উচ্চতৰ আশা আকাঙ্ক্ষা পূৰণৰ বাটেদি যাব লাগিব, ডাঙৰীয়া। হিন্দুৰ শাস্ত্ৰ যদি সঁচা হয়—তেন্তে আমি পৰজন্মলৈ বাট চাই থাকিব লাগিব। ইহজনমত আমাৰ দৈহিক মিলনৰ আশা কৰা সম্ভৱ নহব—ইলাই ক'লে!

তেন্তে সেয়ে হওঁক ইলা! মোক যেন ক্ষমা কৰা বুলি কৈ প্ৰদীপে ইলাক সাৱটি ধৰিলে।

ইলাই লাহে লাহে প্ৰদীপৰ বাহুবন্ধনৰ পৰা নিজক মুক্ত কৰি লৈ ক'লে—ফুকন ডাঙৰীয়া। ইহজনমত আমি দুয়ো বন্ধু; পৰজনমত আমি দুয়ো স্বামী-স্ত্ৰী এই আকাঙ্ক্ষা বুকুত লৈ থাকিম—এয়ে হব মোৰ জীৱন যাত্ৰা।

ইলাই সংযম ৰাখিব নোৱাৰি হুক্ হুকুকৈ কান্দিব ধৰিলে।

প্ৰদীপেও চকু লো টুকিব ধৰিলে। কিছুসময়ৰ পাছত পুনঃ ইলাক সাৱটি লৈ কপালত এটি চুমা খালে আৰু ক'লে—ইলা। এক বাত্ৰাত পৃথক্ ফল হ'ব নোৱাৰে। এই আদৰ্শই মোৰো জীৱনৰ সম্বল হ'ব।

## (২১)

ব্হাগ মাহ। অপৰ্ণাৰ প্ৰস্তাব অনুসাৰে জয়ন্ত আৰু অপৰ্ণা চিকাৰলৈ ওলাইছে। অপৰ্ণাৰ নিজৰ মটৰ। ড্ৰাইভাৰ এজন লগত। জয়ন্তই ভবা নাছিল যে অপৰ্ণাই এইদৰে জয়ন্তক চিকাৰৰ বাবে মাতি পঠাব। ড্ৰাইভাৰে মটৰ চলাইছে—জয়ন্ত আৰু অপৰ্ণা পাছৰ ছিটত দুয়ো কাষাকাষি কৈ বহিছে।

অপৰ্ণাই জয়ন্তক সুধিলে—বক্তৃতা দেৱ। আপুনি এদিন কৈছিল যে স্ত্ৰী পুৰুষৰ শক্তি। আপুনি এই কথাৰ দ্বাৰা কি অৰ্থ কৰিছিল?

অপৰ্ণা। মই তোমাক এদিন স্ত্ৰীস্বাধীনতাৰ অৰ্থ কি হব পাৰে বুজাই কৈছোঁ; লগতে সৃষ্টিৰ কথাও বুজাই কৈছোঁ। স্ত্ৰী পুৰুষৰ শক্তি এই কথা বুজাই কোৱা নাই—সঁচা। প্ৰদীপে উত্তৰ দিলে।

হয়, বক্তৃতা দেৱ। অপৰ্ণাই কলে।

অপৰ্ণা। বক্তৃতাৰ বুলি যিবোৰ তাক পাহৰি যোৱা। আমাৰ চাৰিওফালে যি সমাজ বা যি গাৰ্হস্থ্য জীৱন ঘৰে ঘৰে মানুহে যাপন কৰিব লাগিছে তাৰ ফালে দৃষ্টি দিয়া। পুৰুষ কোনো দিন স্ত্ৰীৰ পৰা স্বাধীন নহয়। কাৰ্য্যক্ষেত্ৰত সদায় স্ত্ৰীৰ অধীন পুৰুষ; স্ত্ৰীৰ আজ্ঞাবহ পুৰুষ। নহলে সংসাৰ যাত্ৰা নচলে। ল'ৰা ছোৱালীৰ প্ৰতি দৃষ্টি ৰাখে স্ত্ৰীয়ে। পুৰুষে উপাৰ্জ্জন কৰে—নাৰীয়ে জমা ৰাখে, খৰচ কৰে, ভগাই দিয়ে বা প্ৰতিপালন কৰে। পুৰুষৰ উপাৰ্জ্জনৰ সম্পূৰ্ণ অধিকাৰিণী হয় স্ত্ৰী। বৰ সুখৰ হয় সংসাৰ—পুৰুষৰ উপাৰ্জ্জন ওপৰত স্ত্ৰীৰ অধিকাৰ যেতিয়া বৰ্ত্তি যায়—ল'ৰা ছোৱালীৰ মঙ্গলৰ অৰ্থে। স্ত্ৰীৰ সেৱা আৰু স্ত্ৰীৰ শুশ্ৰূষাৰ লগত পুৰুষৰ উপাৰ্জ্জন আৰু অৱৰক্ষণ সম্মিলিত হৈ সুখৰ সংসাৰ সৃষ্টি হয়। বাহিৰণন চায় পুৰুষে, ঘৰধন চায় স্ত্ৰীয়ে। হাল বায় পুৰুষে, খেতি কৰে পুৰুষে—ভাত ৰান্ধে স্ত্ৰীয়ে, কাপোৰ বোৱে স্ত্ৰীয়ে এয়ে আদৰ্শ। ইয়াত স্বাৰ্থপৰতা বা আত্মম্ভৰিতাৰ কথা নাই। ই পাৰস্পৰিক সহযোগ মাথোন। জয়ন্তই কৈ যায়।

অপৰ্ণাৰ আজি তৰ্ক কৰিবৰ ইচ্ছা নাই। প্ৰতিবাদ কৰিবৰ ইচ্ছা আজি অপৰ্ণাৰ নাই। মটৰৰ গতিৰ লগত অপৰ্ণাৰ দেহ কেতিয়াবা জয়ন্তৰ গা স্পৰ্শ কৰিছে; লগে লগে অপৰ্ণাৰ গাৰ শিহৰণি উঠিছে। জয়ন্ত সাৱধানে আঁতৰি যায়—জয়ন্তৰ ভয় পাছে অপৰ্ণাৰ প্ৰতি অসম্মান দেখুৱা হয়। জয়ন্তই জটিল প্ৰশ্নৰ সকল ব্যাখ্যা দিবৰ বাবে বাছি বাছি বাক্য প্ৰয়োগ কৰিছে—অপৰ্ণাই যেন আজি কথা শুনিবৰ ইচ্ছা কৰা নাই। মিচিকিমিচিকি হাঁহিছে আৰু জয়ন্তৰ কালে অৰ্থপূৰ্ণ দৃষ্টিৰে চাই থাকে। জয়ন্তই ভাবিছে জয়ন্তৰ কথা অপৰ্ণাৰ মনত লগা নাই, যুক্তিবোৰ সাৰুৱা হোৱা নাই নাইবা বিশ্বাসযোগ্য হোৱা নাই।

জয়ন্তই কয়—স্ত্ৰীহীন পুৰুষৰ সংসাৰ উদাসীন। কোনো কামত মন নবহে,

উপাৰ্জ্জনত উৎসাহ নাই। উপাৰ্জ্জিত অৰ্থৰ সঞ্চয়ৰ হাবিয়াস নাই। এইবোৰ বাস্তৱ কথা। অপৰ্ণাই এইবোৰ কথাৰ উত্তৰ নিদিয়ে।

জয়ন্তই কয়—স্ত্ৰী পুৰুষৰ আনন্দৰ নিজৰা, প্ৰেৰণাৰ উৎস। পুত্ৰস্নেহ, মাতৃস্নেহ বা পিতৃস্নেহৰ লগত এই প্ৰেৰণা বা এই আনন্দৰ—এই দাম্পত্য প্ৰেমৰ তুলনা হব নোৱাৰে। পৰৰ ল'ৰাক নিজৰ পুত্ৰৰ নিচিনা প্ৰতিপালন কৰা, জনক নহলেও অন্য লোকক পিতৃভক্তি দেখুৱা বা পিতৃবৎ মান্য কৰা, জননী নহলেও আন ৰমণীক মাতৃবৎ মান্য কৰা বা ভক্তি কৰাৰ দৃষ্টান্ত সংসাৰত বিৰল নহয়; কিন্তু প্ৰকৃত স্বামীস্ত্ৰীৰ ব্যতিৰেকে এই দাম্পত্যপ্ৰেমৰ উদ্ভৱ নহয়। এই দাম্পত্য প্ৰেমৰ ভিত্তিত প্ৰতিষ্ঠিত হৈছে নাৰীৰ মৰ্য্যাদা—নাৰীৰ সতীত্ব। নাৰীৰ দেহদান বা ৰতিক্ৰিয়াৰ সাৰ্থকতা হয়—এই মৰ্য্যাদা ৰক্ষাৰ ভিত্তিৰ ওপৰত। ভাৰতীয় আদৰ্শত সেইবাবে নাৰীদেহৰ পৱিত্ৰতাৰ মূল্য অসীম। বিবাহ বিচ্ছেদ প্ৰথা সেইবাবে ভাৰতীয় আদৰ্শৰ বহিৰ্ভূত।

জয়ন্ত অবিবাহিত আৰু অপৰ্ণা অবিবাহিতা। যৌৱনৰ প্ৰেমোন্মাদনাত মতলীয়া কিন্তু দাম্পত্য প্ৰেমৰ প্ৰকৃত সোৱাদ উভয়ৰে অবিদিত। অপৰ্ণাই কিন্তু এটি নতুন দৃষ্টিভঙ্গী পালে। দেহদানৰ লগত নাৰীৰ মৰ্য্যাদাৰ বা সতীত্বৰ যি সম্বন্ধ তাৰ এটি নতুন দৃষ্টিভঙ্গী অপৰ্ণাৰ গোচৰত আহিল। তদুপৰি অপৰ্ণাৰ মনত আগৰ দৃঢ়তা এতিয়া নাই। পুৰুষৰ সঙ্গ এতিয়া অপৰ্ণাৰ ঈপ্সাৰ বস্তু হৈছে। জয়ন্তক যে তৰ্কযুদ্ধৰ দ্বাৰা অপৰ্ণাৰ ওঁতৰত ৰাখিছে—অপৰ্ণাই বুজি পাইছে। জয়ন্তৰ সঙ্গ নিৰ্জ্জনত উপভোগ কৰিবৰ উদ্দেশ্যে অপৰ্ণাই জয়ন্তক মাতি আনিছে।

উভয়ে উভয়ৰ চকুৰ ফালে চালে। চাৰি চকুৰ মিলন হ'ল। এই মিলনত উভয়ৰে দেহত এটা আনন্দৰ শিহৰণ বৈ গ'ল। ভাষাৰ দ্বাৰা ভাববিনিময় দুয়োজনৰে পক্ষে অসম্ভৱ। ভাবৰ বিনিময় চকুৰ দৃষ্টিৰ দ্বাৰা হোৱাত উভয়ে পুলকিত। দুয়ো নিৰৱ। কিছুসময়ৰ পাছত অপৰ্ণাই সুধিছে—স্ত্ৰী পুৰুষৰ শক্তি—এই প্ৰশ্নৰ উত্তৰ সম্পূৰ্ণ হোৱা নাই—বৰুৱা দেব!

জয়ন্তই অপৰ্ণাৰ ফালে দৃষ্টি কৰিলে আৰু মিচিকি হাঁহিলে। জয়ন্তই ক'লে—বাস্তৱ জীৱনৰ উদাহৰণ দি স্ত্ৰী পুৰুষৰ শক্তি এই কথা স্পষ্টকৈ মই বুজাই কৈছোঁ। তুমি মনদি শুনা নাই। তোমাৰ চিন্তাৰ ধাৰা আজি তৰ্ক বা আলোচনাৰ মাজত নাই—অপৰ্ণা। জয়ন্তই পুনঃ মিচিকি হাঁহিলে।

মটৰ ক্ৰমশঃ আগবাঢ়ি গৈছে। ড্ৰাইভাৰে সুধিছে—কিমান দূৰ যাব মা? পোনে পোনে গৈ থাক—যিমান দূৰলৈ হয়—গোৱালপাৰা পৰ্য্যন্ত।—অপৰ্ণাই উত্তৰ দিলে। চিকাৰ কৰা অপৰ্ণাৰ উদ্দেশ্য নহয়। উদ্দেশ্য জয়ন্তৰ লগত ভ্ৰমণ। জয়ন্তক আজি পুৰাপুৰিকৈ নিজৰ কাষলৈ টানি অনা। অপৰ্ণাই জয়ন্তক

সদায় আঁতৰত ৰাখিছে। জয়ন্ত অপৰ্ণাৰ ওচৰ চাপিবলৈ ব্যগ্ৰ। এই ব্যগ্ৰতাৰ সুযোগ লৈ অপৰ্ণা আজি জয়ন্তৰ ওচৰ চাপিব খুজিছে।

আগেয়ে তোমাক কৈছোঁ—অপৰ্ণা। আনন্দ নিৰাবিল, আনন্দ-পৰমানন্দ লাভেই জীৱনৰ বা জীৱাত্মাৰ লক্ষ্য। সৃষ্টিৰ উদ্দেশ্য—স্ত্ৰী আৰু পুৰুষৰ যৌন সম্পৰ্কত এই আনন্দৰ উপলব্ধি কৰোৱা। জয়ন্তই—অতি সাৱধানে শ্লীলতাৰ গণ্ডীত ক'বলৈ যত্ন কৰিছে।

আপুনি কি অদ্ভুত কথা কৈছে—বকৰা দেৱ! মই একোকে বুজা নাই—অপৰ্ণাই প্ৰশ্ন কৰিলে।

এই কথাটো বুজিলে ভাৰতীয় কৃষ্টিৰ মূল কথাটো বুজা হ'ব—অপৰ্ণা।—জয়ন্তই উত্তৰ দিলে—স্ত্ৰী পুৰুষৰ পৰস্পৰৰ পৰস্পৰৰ প্ৰতি আকৰ্ষণৰ মাজত আনন্দৰ যি স্পৰ্শ পোৱা যায়, স্ত্ৰী পুৰুষৰ পৰস্পৰৰ আলিঙ্গনত যি আনন্দ পোৱা যায় আৰু স্ত্ৰী পুৰুষৰ যৌন মিলনত যি আনন্দ পোৱা যায় সেই আনন্দৰ অনুভূতি ভগৱানৰ প্ৰতি ভক্তৰ অকৃত্ৰিম ভক্তিত আৰু ভক্ত ভগৱানৰ যৌগিক বা আধ্যাত্মিক মিলনত পোৱা যায়। উৰ্দ্ধৰেতা যোগীয়ে মূলাধাৰত অৱস্থিত কুণ্ডলিনী শক্তি জাগৃত কৰি সহস্ৰাৰ পদ্ম অধিষ্ঠিত পৰমাত্মাৰ লগত যৌগিক মিলনত সেই আনন্দ উপলব্ধি কৰে। ইয়াকেই মৈথুন বোলে। এই কুণ্ডলিনী শক্তি—স্ত্ৰী, পুৰুষৰ শক্তি প্ৰণিধান কৰি ভাবি চোৱা—সৃষ্টিৰ ৰহস্যত পৰমানন্দ লাভৰ সন্ধান আছে। গৌৰীপীঠ আৰু শিৱলিঙ্গ—এই পৰমানন্দ লাভৰ প্ৰতীক্। যৌন মিলনৰ সাৰ্থকতাত যি সৃষ্টি তাৰ প্ৰতীক্ স্বৰূপে শিৱলিঙ্গৰ কল্পনা। সেইবাবে তন্ত্ৰত শিৱৰ শক্তি পাৰ্ব্বতী। সেই অনুপাতে নৰৰ শক্তি নাৰী। নৰ নাৰীৰ ঐকান্তিক সাধনা, ঐকান্তিক প্ৰেম আৰু একনিষ্ঠতাই এই আনন্দৰ সন্ধান দিয়ে। নৰৰ ঐকান্তিকতা, সাধুতা আৰু একনিষ্ঠতাৰ লগত নাৰীৰ সতীত্ব, পতিভক্তি আৰু প্ৰেমৰ মিলনত এই আনন্দৰ সন্ধান আছে। নৰনাৰীৰ এই মিলনত যি সৃষ্টি হয়—যি সতি সন্ততি হয়, একনিষ্ঠ, সত্যনিষ্ঠ আৰু প্ৰেমিক পুৰুষৰ বীৰ্য্যৰ দ্বাৰা একনিষ্ঠা নাৰীৰ গৰ্ভত উৎপন্ন হোৱা বাবে উৎকৰ্ষসম্পন্ন হয়। এই উৎকৰ্ষই পুৰুষানুক্ৰমিক কৃষ্টিৰ মূল কাৰণ আৰু এই উৎকৰ্ষ বা কৃষ্টি ৰক্ষাৰ বাবেই নাৰীৰ মৰ্য্যাদাৰ মূল্য ইমান বেছি। নাৰীৰ মৰ্য্যাদাৰ মহিমা, পবিত্ৰতা আৰু মধুৰ্য্য এই কৃষ্টি ৰক্ষাৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰে। সাধু নৰ আৰু সাধ্বী নাৰীৰ মিলনত সৃষ্টি হয়—স্বাস্থ্যবান্ ৰূপবান্ মেধাবান্ সন্তানৰ। স্ত্ৰী পুৰুষৰ মিলন ইন্দ্ৰিয় চৰিতাৰ্থতাৰ কাৰণে নহয়; স্ত্ৰী পুৰুষৰ মিলন—প্ৰজা সৃষ্টিৰ কাৰণে।

অপৰ্ণাই উৎকণ্ঠা হৈ শুনিছে। প্ৰেমিকা অপৰ্ণাৰ অন্তৰত ভাৱৰ উদ্দীপনা আহিছে। নিজৰেই অজৰ্কিতে অপৰ্ণাই জয়ন্তৰ হাতখন নিজৰ সোঁহাতৰ মাজত মুঠা মাৰি ধৰিছে। নিজৰেই অতৰ্কিতে মূৰটো জয়ন্তৰ কান্ধত পেলাই দিছে। জয়ন্তই সাৱটি ধৰিছে— অপৰ্ণাক আলফন হাত দি।

জয়ন্তই কব ধৰিছে—ইহ জগতত যৌনসম্বন্ধত যি আনন্দ পোৱা যায়—সি ক্ষণিক। মানুহ আনন্দত ডুবি যায়। স্থায়ী আনন্দৰ কথা— পৰমানন্দৰ কথা পাহৰি যায়। সৃষ্টিৰ বৈচিত্র্য এইখিনিতে। এই আনন্দৰ মাজেদি পৰমানন্দৰ সন্ধান যদিও মিলে—মানুহে এই ক্ষণিক আনন্দ ত্যাগ কৰিব নোৱাৰে। অকলশৰীয়া জীৱন যাপন প্ৰকৃতিৰ নিয়ম হয়। স্ত্ৰী পুৰুষৰ পৰস্পৰ আকৰ্ষণ সেইবাবে বিধাতাৰ বিধান বুলি কব পাৰি। এই আকৰ্ষণেই প্ৰেমত পৰিণত হয়।

জয়ন্ত! জয়ন্ত! মই সহিব নোৱাৰোঁ—এই অকলশৰীয়া জীৱন। মোক শান্তি দিয়া—জয়ন্ত—। অপৰ্ণাই আৰু একো কব নোৱাৰিলে—জয়ন্তৰ কোলাত মুখ লুকাই অভিমানিনী দৰ্পিতা অপৰ্ণাই কান্দিব ধৰিলে।

অপৰ্ণা। আজি মোৰ ইমানদিনৰ সাধনাৰ সিদ্ধি হ'ল। আজি অপৰ্ণাৰ প্ৰাণ জয়ন্তৰ প্ৰাণৰ লগত মিলি গৈছে। অপৰ্ণাৰ সত্তা জয়ন্তৰ সত্তাৰ লগত মিহলি হৈ গৈছে।

***

প্ৰকাশক
অৰুণচন্দ্ৰ গুহ
অসম বুক ডিপো
কলিকতা-৯

প্ৰথম সংস্কৰণ
দ্বিতীয় সংস্কৰণ— ছেপ্টেম্বৰ, ২০০২

পোৱাৰ ঠাই ঃ—
(১) লয়াৰ্চ বুক ষ্টল— গুৱাহাটী
(২) মিত্ৰ এজেন্সি— তিনচুকিয়া
(৩) ষ্টুডেণ্টস্ লাইব্ৰেৰী— ধুবুৰী আৰু ডিব্ৰুগড়
(৪) চক্ৰবৰ্ত্তী ব্ৰাদাৰ্স— মঙ্গলদৈ
(৫) লিখক— নলবাৰী (অসম) বা মঙ্গলদৈ (অসম)



প্ৰিণ্টাৰ— শ্ৰীকাৰ্ত্তিকচন্দ্ৰ দে
নিউ মদন প্ৰেছ
৯৫, বেচু চ্যাটাৰ্জ্জী ষ্ট্ৰীট্
কলিকতা-৯

# উছৰ্গা

মা!

সৰলতা আৰু পবিত্ৰতাৰ প্ৰতিমূৰ্ত্তি হৈ আজিও তুমি মোৰ অন্তৰত বিৰাজ কৰিছা।.তোমাৰ কোলাত যি শান্তি আছিল, তোমাৰ জীৱদ্দশাত যি নিৰ্ভৰতা আছিল—আজি এই দুখময় জীৱনত সি নাই। সংসাৰ ক্ষেত্ৰত যিমানেই দুখ পাব লাগিছোঁ সিমানেই তোমাৰ মূৰ্ত্তি অন্তৰত সুস্পষ্টতৰ হৈ উঠিব লাগিছে, সিমানেই তোমাৰ স্নেহ আৰু আশীৰ্ব্বাদ মূৰ্ত্ত হৈ উঠিব লাগিছে। সংসাৰৰ ইপাৰত থিয় দি তোমাৰ চৰণত ভক্তি পুষ্পাঞ্জলি দিবৰ ই এটি আকুল প্ৰয়াস মাথোঁন।

তোমাৰ অবোধ সন্তান
মাজু ৰাপা
৩০/১২/৫৪

# ক'লা-ডাৱৰ

## (১)

কান্তেশ্বৰে বি, এ, পৰীক্ষাৰ খবৰ ওলোৱাৰ আগতে গুৱাহাটী কলেজিয়েট স্কুলত মাষ্টৰি কৰিব ধৰিছিল। ভায়েক নন্দেশ্বৰকো লগত ৰাখিছিল। নন্দেশ্বৰে সেই স্কুলতে অষ্টমমানত পঢ়িছিল। নন্দেশ্বৰে ৰান্ধে আৰু দুয়ো খাই বৈ স্কুললৈ যায়। নন্দেশ্বৰে যি শ্ৰেণীত পঢ়িছিল সেই অনুসাৰে নন্দেশ্বৰৰ বয়স কিছু বেছি হৈছিল। সি ইমান দিনে কলেজত পঢ়িব লাগিছিল।

বি, এ, পৰীক্ষাৰ খবৰ ওলাল। কান্তেশ্বৰে বি, এ পাছ কৰিলে আৰু এম, এ আৰু ল শ্ৰেণীত নাম লগালে। ঘৰৰপৰা বাপেকে যি খৰচ পঠায় তাৰে দুয়োজনৰ নাটে কাৰণে কান্তেশ্বৰে টিউচনো কৰিব লগা হয়। কান্তেশ্বৰে এম, এ শ্ৰেণীত নাম লগোৱা বাবে কিছুদিন পাছত কলেজিয়েট স্কুলৰ মাষ্টৰি এৰি দিব লগা হৈছিল।

গৰমৰ বন্ধ আহিল আৰু নন্দেশ্বৰ ঘৰলৈ আহিল। ঘৰ টিহ অঞ্চলৰ মৈৰাপাৰা গাওঁত। বাপেকে সুধিলে, পোপা। কান্তেশ্বৰ ঘৰলৈ নাহেনে?

নাহে—বুলি নন্দেশ্বৰে উত্তৰ দিলে।

কিয়, কলেজ বন্ধ হোৱা নাইনে? পিতাকে সুধিলে।

হৈছে—বুলি উত্তৰ দিলে।

নাহে কিয়—তই নাজান নে?

নাজানোঁ। মোক একো কোৱা নাই।

কান্তেশ্বৰে ইতিমধ্যে এম্ এ আৰু ল পঢ়া এৰি দিছে। ঘৰৰ পৰা যি খৰচ যায় তাৰে দুজনৰ নাটে। এম্ এ পঢ়া বাবে পূৰ্বৰ চাকৰিটোও গ'ল, গতিকে নিৰুপায় হৈ কান্তেশ্বৰে পঢ়া এৰি দি চাকৰি বিচাৰিব ধৰিলে। চাকৰি পাবলৈ হ'লে বংশমৰ্য্যদা, পৰীক্ষাৰ ফলাফল আৰু ডাঙৰ ডাঙৰ লোকসকলৰ লগত পৰিচয় আৰু যথেষ্ট খাতিৰ থাকিব লাগিছিল। কান্তেশ্বৰৰ এই তিনিবিধৰ একবিধো সিমান বলৱান নাছিল। তদুপৰি চাকৰিৰ সংখ্যাও বৰ কম আছিল। কলিকতা বিশ্ববিদ্যালয়ৰপৰা বছৰি যিমান জন গ্ৰেজুৱেট ওলায় সিমান চাকৰি কেতিয়াও খালি নহয়; তদুপৰি বি, এ, ফেল আই, এ পাছ মানুহৰ সংখ্যাও কম নহয়। কান্তেশ্বৰৰ মনত বৰ দুখ হ'ল। পিতাক সাধাৰণ খেতিয়ক মানুহ আছিল।

নিজৰ পৰিশ্ৰমৰ দ্বাৰা খেতি কৰি ধান বিক্ৰি কৰি কান্তেশ্বৰক লেখাপঢ়া শিকাইছিল। তেওঁৰ আশা আছিল যে কান্তেশ্বৰে নন্দেশ্বৰক পঢ়ুৱাব।

এনেতে মেছোপোটেমিয়াত কিছুমান ভাৰতীয় লোক লগা হ'ল। চৰকাৰে যথেষ্ট দৰ্মহা দি আৰু ভৱিষ্যত আশা দি শিক্ষিত লোক ল'ব ধৰিলে। ভাৰতবৰ্ষক জাৰ্মানৰ আক্ৰমণৰপৰা ৰক্ষা কৰিবলৈ হ'লে মেছোপোটেমিয়াত এটা ৰক্ষীদল ৰাখিব লগা হ'ল। সেই সময়ত পৃথিৱীৰ প্ৰথম মহাসমৰ শেষ হৈ অহা নাই। ইং ১৯১৭ চনৰ কথা। কান্তেশ্বৰে বাপেক মাকক খবৰ নিদিয়াকৈ ৩০০ টকা দৰ্মহাত মেছোপোটেমিয়ালৈ ৰওনা হ'ল। ঘৈনীয়েক নিৰ্ম্মলা আৰু ভায়েক নন্দেশ্বৰৰ কথা বৰকৈ মনত পৰিছিল; কিন্তু অৰ্থ নাথাকিলে এনেকুৱা চেনেহৰ বন্ধনৰ কোনো মূল্য নাই। কান্তেশ্বৰ মন ডাঠ কৰি গুচি গ'ল। উভতি আহিলে ডাঙৰ মানুহ হৈ ঘূৰি আহিব পাৰিব।

নন্দেশ্বৰ গুৱাহাটীৰ পৰা আহিবৰ আজি এমাহ হ'ল। স্কুল খুলিবৰ সময় হ'ল; কিন্তু কান্তেশ্বৰে ঘৰলৈ কোনো খবৰ দিয়া নাই, কাৰণ কি আটাইবিলকৰে চিন্তা হ'ল। আজি আহিব, কাইলৈ আহিব এইদৰে সমলোৱে ভাবি আছে। নাহিলে চিঠি দিলেহেঁতেন ইত্যাদি—কথা সকলোৱে কয়। বাপেকে এদিন নন্দেশ্বৰক মাতি আনি ক'লে—বোপা! তই গুৱাহাটীলৈকে যা—ককায়েৰাৰ খবৰ কৰিবলৈ। তই স্কুল খোলাৰ আগতে আহিবৰ আৱশ্যক নাই, কিন্তু ৰৰবোপাক এবাৰ যেনে তেনে পঠাই দিবি।

তেতিয়াৰ দিনত সাপ্তাহিক অসমীয়া কাকতৰ চল্ হৈছে। সিদিনা মেছোপোটেমিয়ালৈ যোৱা অসমীয়া ডেকা কেইজনৰ নাম বৰ ডাঙৰ ডাঙৰ আখৰেৰে ছপাই দিছে। প্ৰত্যেকৰে পূৰা নাম, বাপেকৰ নাম আৰু ঘৰৰ ঠিকনা লিখা আছে। নন্দেশ্বৰে টিহু বজাৰৰ ফালে যাওঁতে এখন দোকানত মানুহবিলাকে জুম পাতি খবৰৰ কাগজ পঢ়া দেখা পালে। নন্দেশ্বৰক দেখি তাৰ লগৰীয়া এজনে ক'লে—"চা নন্দ তোৰ দাদাৰ বীৰত্ব কিমান! তেওঁ যুদ্ধলৈ যোৱা কথা খবৰৰ কাগজত ওলাইছে।"

নন্দেশ্বৰে শুনি আচৰিত হ'ল আৰু নিজে কাগজখন পঢ়ি মন পাতিয়ালে। কাগজত দৰ্মহাৰ সংখ্যাও লিখা আছে। কান্তেশ্বৰে মাহে ৩০০ টকা দৰ্মহা পাব আৰু তাৰ উপৰি খোৰাকি পাব। নন্দেশ্বৰে খবৰ পঢ়ি ভাল নাপালে, যদিও আনবিলাক মানুহে কান্তেশ্বৰক বৰকৈ প্ৰশংসা কৰিছে। নন্দেশ্বৰৰ চিন্তা হৈছে যে এই খবৰটো বুঢ়া বাপেক আৰু মাকক কেনেকৈ দিব। যৌৱেককেই বা সি এই খবৰটো কেনেকৈ দিব? এই কথা ভাবি ভাবি সি ঘৰমুৱা হ'ল।ঘৰতগৈ দেখে যে ঘৰত কন্দাকটা লাগি গৈছে। ইতিমধ্যে সমস্ত খবৰ ঘৰত জানিব পাৰিছে আৰু গাঁৱৰে 'বয়া' বুলি বিধৱা হোজালী এজনীয়ে সমস্ত খবৰ দিছে গৈ।

"বিধবা তিৰোতাবোৰ সঁচাকৈয়ে বৰ বেয়া, ইহঁতে কেৱল পৰৰ কথা লৈ দিন কটায়"—বুলি নন্দেশ্বৰে নিজক নিজে ডাঙৰকৈ ক'লে। নন্দেশ্বৰৰ স্বভাব যে সি পৰৰ কোনো কথাত লিপ্ত নাথাকে আৰু আন কোনো লোকক পৰৰ কথাত লিপ্ত থকা দেখিলে ভাল চকুৰে চাব নোৱাৰে। সেইবাবে এইদৰে ক'লে।

"কি কৰিলোঁ, হে নন্দ" বুলি হিটিংকৈ কৰবাৰ পৰা ৰমাই মাত লগালে। বিধবা তিৰোতাবোৰক কিয় দোষ দিছা?

নহয় নো কি! তুমি নো ইমান সোনকালে এই খবৰটো আমাৰ ঘৰত আহি কবৰ কি দৰকাৰ আছিল? কথা সঁচা নে মিছা তাৰ ঠিক নাই। খবৰৰ কাগজৰ সমস্ত খবৰ সঁচা হয় নে বুলি ঘৰৰ আটাইবিলাকক সান্ত্বনা দিবৰ মনেৰে এইদৰে ক'লে।

"খবৰ মিছাও হ'ব পাৰে নেকি?" বুলি নন্দেশ্বৰৰ মাক দময়ন্তীয়ে আহি নন্দেশ্বৰক সুধিলে।

'হব পাৰে মা' মই সকলো খবৰ লম—মই আজিয়েই গুৱাহাটীলৈ যাম' বুলি নন্দেশ্বৰে উত্তৰ দিলে।

কিছু সময়ৰ পাছত নন্দেশ্বৰৰ বৌৱেকে নন্দেশ্বৰক নিভৃতে মাতি নি সুধিলে—হয় নে বাপু! কথাটো মিছাও হ'ব পাৰে নে কি? দাদাৰে তেন্তে গুৱাহাটীতে থাকিবও পাৰে নেকি! তুমি আজিয়েই গুৱাহাটীলৈ নোযোৱা কিয়?

"যাম বৌ, আজিয়েই যাম" বুলি নন্দেশ্বৰে ক'লে। ৰমাই মনে মনে এইবোৰ কথা লক্ষ্য কৰি আছিল। নন্দেশ্বৰৰ বৌৱেক নিৰ্ম্মলাই যে নিৰলত নন্দেশ্বৰৰ লগত কথা পাতিলে এই কথা তাই লক্ষ্য কৰিছিল কিন্তু কি কথা পাতিছিল তাই শুনা নাছিল। সেইবাবে মনে মনে ভাবিলে সিহঁতে নিশ্চয় তাইৰ কথাকে কিবা পাতিছে। সেইবাবে তাই নন্দেশ্বৰক ভাল চকুৰে চাব নাৱাৰিলে।

সমাজ বিশেষকৈ গাঁৱত এনেকুৱা কিছুমান দন্দুৰী বিধবা তিৰোতা থাকে যিবিলাকে জীৱনত নিজৰ দাম্পত্য আৰু সাংসাৰিক সুখৰপৰা বঞ্চিত হোৱাৰ কাৰণেই নেকি কাকো ক'তো সুখ শান্তিত থকা দেখিব নোৱাৰে। নন্দেশ্বৰহঁতৰ ঘৰৰ মানুহৰ সংখ্যা কম। দন্দ্-খৰিয়াল একো নাই। আটাইকেউটি প্ৰাণী সুখ-শান্তিত আছে। ডাঙৰ ল'ৰাজনে বি, এ, পাছ কৰিছে। গাঁৱৰ মানুহৰ সকলোৱে এই বিষয় লৈ অনেক আলোচনা হয়—কোনোবাই বা ভালভাৱেই আলোচনা কৰে আকৌ কোনোবাই বা হিংসাকুটীয়াভাৱে আলোচনা কৰে। ৰমাই সমস্ত খবৰকে পায় আৰু অ'ত লগাই ত'ত লগাই সমস্ত খবৰ তিতালগাকৈ নন্দেশ্বৰহঁতৰ ঘৰত কয়হি। নিৰ্ম্মলা নতুন বোৱাৰী। তাইৰ লগত ৰমাই বেছি কথা কয়। নিৰ্ম্মলায়ো কথা পাতিবৰ লগ এজনী পাই ৰমাক বৰ বেয়া পোৱা নাছিল; কিন্তু আজি নিৰ্ম্মলাই ৰমাক একো নোকোৱাত আৰু তাইৰ আগতে

নন্দেশ্বৰৰ লগত মনে মনে কথা পতাত ৰমাই বৰ বেয়া পালে আৰু এই কথানো কি তাক নিশ্চয় তাই জানি ল'ব বুলি মনে মনে প্ৰতিজ্ঞা কৰি লাহে লাহে গুচি গ'ল।

নন্দেশ্বৰ গুৱাহাটীলৈ গ'ল আৰু ৰিক্ৰুটিং অফিচত সমস্ত খবৰ পালে। কান্তেশ্বৰ মেছোপোটেমিয়ালৈ যোৱা সঁচা কিন্তু জানিব পাৰিলে যে আচল যুদ্ধক্ষেত্ৰলৈ তেওঁলোক যাব নালাগে আৰু জানিব পাৰিলে যে কান্তেশ্বৰৰ শাৰীৰিক স্বাস্থ্য আৰু ব্যৱহাৰ আদিত ভাল পাই তেওঁকেই সকলোতকৈ বেছি দৰ্মহা দিছে আৰু ৰিক্ৰুটিং অফিচাৰজনে ক'লে যে ভয় পাবৰ কোনো কাৰণ নাই। যুদ্ধশেষ হ'লে কান্তেশ্বৰ ঘূৰি আহি চৰকাৰৰ উচ্চপদ লাভ কৰিব পাৰিব। যুদ্ধও সোনকালে শেষ হ'ব বুলি আশা কৰা যায় বুলি ক'লে। নন্দেশ্বৰ ঘৰলৈ ঘূৰি আহি সমস্ত খবৰ ঘৰত দিলে। ঘৰৰ আটাইবিলাকেই কিছুপৰিমাণে আশ্বস্ত হ'ল। মানুহৰ মনত প্ৰথম আঘাত যিমান গুৰুতৰ হয় পলম হ'লে সেই আঘাত সিমান অসহনীয় নহৈ ক্ৰমে সহনীয় হৈ উঠে। ধৰ্ম্মেশ্বৰে নন্দেশ্বৰক মাতি নি ক'লে বোপা—তই স্কুলতে পঢ়ি থাক্ আৰু বাহিৰত নাথাকি গুৱাহাটীৰ স্কুল হোষ্টেলতে থাক্।

নন্দেশ্বৰে পিতাকৰ কথাৰ উত্তৰ নিদিলে আৰু ঘৰৰ আন সাংসাৰিক কামৰ বিষয়েহে পিতাকৰ পৰামৰ্শ গ্ৰহণ কৰিলে। নন্দেশ্বৰৰ স্কুল খুলিলে কিন্তু নন্দেশ্বৰে গুৱাহাটীত যোৱাৰ কোনো কথা ঘৰত নক'লে। বুঢ়া বাপেকে কিছুদিনলৈ এই কথা বুজিব পৰা নাছিল।

(২)

কিছুদিন পাছৰ কথা। টিহুত প্ৰাইমেৰী শিক্ষকসকলৰ কেন্দ্ৰীয় সভা। তাৰে বছৰেকীয়া অধিবেশন পাতিছে। লোকেল বোৰ্ডৰ চেয়াৰমেন ডাঙৰীয়াক সভাপতি কৰিছে আৰু গুৱাহাটী মহকুমাৰ ডেপুটি ইন্সপেক্টৰ, চাব-ইন্সপেক্টৰ মহোদয় সকলো বিশেষ অনুৰোধত আৰু আমন্ত্ৰণত সভাত উপস্থিত আছে। সৰ্বসাধাৰণ ৰাইজো তাত আমন্ত্ৰিত হৈছে। সভাৰ উদ্দেশ্য শিক্ষা বিস্তাৰ কৰা আৰু শিক্ষকসকলৰ চাকৰী জীৱন উন্নত কৰা।

সভাৰ কাৰ্য্য আৰম্ভ হ'ল—আৰম্ভণি গীতেৰে সৈতে। সৰু ছোৱালী এজনীয়ে গাইছিল—

(১)

সুপ্ত আজি ন্যায় ধৰ্ম্ম
লুপ্ত হয় আদৰ্শ,

দীপ্ত আজি হিংসা দ্বেষ
দীপ্ত আজি অহঙ্কাৰ
(২)
গণনীতি ধৰ্মনীতি
নানাভাবে তৰঙ্গিত,
অৰ্থনীতি ৰাজনীতি
নানাৰূপে ৰূপায়িত।
(৩)
শিক্ষানীতি জ্ঞানচৰ্চা
স্বাৰ্থ গন্ধে কলুসিত
সভ্যতাৰ জয় গৰ্ব্ব
আত্মবোধে বিড়ম্বিত
(৪)
সত্যশক্তি পৰাজিত
অসত্যৰ বিজয় ৰা,
জাগ্ৰত নে সুপ্ত আজি
বিশ্ব প্ৰভুৰ চেতনা।

অত্যন্ত কোমল মাতেৰে দৃঢ়তাব্যঞ্জক সুৰেৰে আৰম্ভণি গীত গালে। সভাস্থ সকলোলোক চমকিত হ'ল। ইজনে সিজনক সুধিছে এই ছোৱালীজনী কোন? কি নাম? কাৰ ছোৱালী?

ছোৱালীজনী এগৰাকী বিধবা শিক্ষয়িত্ৰীৰ—কাঞ্চনমতিৰ। ছোৱালীজনীৰ নাম—ভানুমতি। বয়স ১০ কি ১১ হ'ব। তৃতীয় শ্ৰেণীৰ ছাত্ৰী। চেয়াৰমেন্ ডাঙৰীয়াই ডেপুটি ইন্সপেক্টৰ মহোদয়ৰ কাণে কাণে কিবা ক'লে—কোনেও নুশুনিলে।

সভাপতি নিৰ্বাচন আদি হৈ যোৱাৰ পাছত কেন্দ্ৰৰ সম্পাদক কৃষ্ণকান্ত বৰুৱাই সম্পাদকীয় ৰিপোৰ্ট পাঠ কৰিছে। তাৰ মাজত আছে :

বন্ধুসকল! বৰ সুখৰ কথা যে আজি আমাৰ লোকেলবোৰ্ডৰ চেয়াৰমেন্ মহোদয়ে আমাৰ কেন্দ্ৰীয় সভাৰ বাৰ্ষিক অধিৱেশনত সভাপতিৰ আসন গ্ৰহণ কৰি আমাক অনুগৃহীত কৰিছে। আমাৰ অভাৱ অভিযোগৰ আশানুৰূপ প্ৰতিবিধান হ'ব বুলি ভাবি আমি সমলোৱে আশান্বিত হৈছোঁ। আমাৰ অভাৱ-অভিযোগৰ আদি অন্ত নাই। প্ৰথমতে আমাৰ দৰ্মহা নিচেই তাকৰ, মাত্ৰ ১২ টকা। তাকো আমি ৩।৪ মাহেহে পাওঁ। কাৰো কাৰো ৬মাহ উকলি গৈছে, তথাপি দৰ্মহা পোৱা নাই। মাহেকৰ মুৰত দৰ্মহা নাপালে কাৰ মনত কামৰ প্ৰতি আগ্ৰহ জন্মে?

আমি প্ৰাইমেৰী স্কুলৰ শিক্ষক কিন্তু আমিও মানুহ। চাকৰি কৰিছোঁ যেতিয়া উপযুক্ত দৰ্ম্মহা আমাক লাগে। আমি সৰহ দৰ্ম্মহা খোজা নাই। আমি খুজিছোঁ— আমাৰ কামৰ উপযুক্ত দৰ্ম্মহা। এজন চাপ্ৰাচী চ'কিদাৰ নাইবা এজন কুলি মজদুৰৰ যি গড়পত্তা আয় তাতকৈও যাতে আমাৰ দৰ্ম্মহাৰ হাৰ কম নহয়। আমাৰ চকুৰ আগতে দিন হাজিৰা কাম কৰা মানুহে দিনে ১ উপাৰ্জন কৰে; কিন্তু আমি দিনে ।।০ অনাও নাপাওঁ। এই বৈষম্য থাকিলে শিক্ষাৰ কাম ভাল হ'ব নোৱাৰে। আমাৰ কামৰ দৰ্ম্মহাৰ পৰিমাণ কি আন আন কামৰ লগত ৰিজাই চাবলৈ আমি অনুৰোধ জনাইছোঁ। দেশৰ ভৱিষ্যৎ আমাৰ কাৰ্যৰ ওপৰত নিৰ্ভৰ কৰিছে বুলি চাৰিউফালৰ পৰা বক্তৃতা আমাৰ কাণত পৰে, কিন্তু কাৰ্য্যৰ অনুপাতে যদি দৰ্ম্মহা দিয়া নহয়, ইমান মহৎ কামৰ সিদ্ধি কত?

আনফালে চাওঁক আমাৰ স্কুলঘৰৰ অৱস্থা। গাঁৱত আটাইতকৈ বেয়া ঘৰটো হৈছে স্কুলঘৰ। ৰাইজেও তাক ভাল নকৰে, লোকেলবোৰ্ডেও তাক ভাল নকৰে। শিক্ষকে চাকৰিৰ দায়িত্বত নিজৰ গাঁঠিৰ ধন ভাঙি হ'লেও তাক মেৰামতি কৰি ৰাখে, নহ'লে স্কুল উঠি যাব আৰু তেওঁৰ চাকৰি যাব। উঠি যোৱা স্কুলৰ শিক্ষকৰ প্ৰতি লোকেলবোৰ্ডৰ কোনো দায়িত্ব নাই বুলি আমাক জনাই দিয়া হৈছে। স্কুলঘৰ বেয়া হোৱা কাৰণে শিক্ষকে নানা প্ৰকাৰ আলে আহকাল ভুগিব লাগে। বেৰত ছবি বা আদৰ্শলিপি আদি আঁৰি থব নোৱাৰি। স্কুলঘৰবোৰ নিৰাপদ নহয় কাৰণে দৰকাৰী কাগজপত্ৰ বা মূল্যবান সামগ্ৰী তাত ৰাখিব নোৱাৰি। তদুপৰি ৰাতি আওহতীয়া ঠাইবোৰত স্কুলঘৰবিলাক চোৰ-ডকাইতৰ জিৰণি লোৱা ঠাই আৰু দিনত গৰখীয়া ল'ৰাবোৰৰ ওমলা ঠাই। গাঁৱৰ মানুহক এই স্কুলঘৰৰ বিষয়ে কিবা কবলৈ গলে গাঁৱৰ দলাদলিবোৰে আহি আশ্ৰয় লয়। সামাজিক ভেদাভেদ, গাঁৱলীয়া খেল আৰু ইদলৰ লগত সিদলৰ খোৱা-লোৱা আৰু বিবাদৰ অন্যান্য অনেক কথাৰ অৱতাৰণা হয়। শিক্ষক নিৰুপায় হৈ মনে মনে থাকিবলগীয়া হয়।

তৃতীয়তে স্কুলঘৰৰ সাজ-সৰঞ্জামৰ ফালে দৃষ্টি কৰক। ল'ৰা ছোৱালী বহিবলৈ আসন নাই। চাবি, কাঠ নাইবা পাতি থোৱা চাঙত ল'ৰা-ছোৱালীহঁত বহে। পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ অভাৱ প্ৰথমতে বহা আসনৰ পৰাই হয়। কোনো স্কুলত বা ব্লেকবোৰ্ড নাই, কোনো স্কুলত বা মেপ নাই, কোনো স্কুলত বা অভিধান নাই। কোনো স্কুলত বা ইয়াৰ কোনোবিধ থাকিলেও শিক্ষকে নিজে নিতৌ স্কুললৈ লৈ আহিব লাগিব, নহয় বা কোনো মানুহৰ ঘৰত নিতৌ থৈ দিব লাগিব। যাৰ ঘৰত থোৱা হয়, তেওঁৰ বা আৰকৌ এই বস্তুবোৰৰ প্ৰতি মৰমমায়া কিমানখিনি হ'ব পাৰে? অবহেলাতে অনেক সময়ত এই বস্তুবোৰ নষ্ট হৈ যায়। এইবোৰ বিষয়ত শিক্ষক সকলৰ অসুবিধা হয় ভাবি চাব লাগে।

সকলোতকৈ বেছি দুখ শিক্ষকসকলৰ মনত হয় যেতিয়া তেওঁলোকে মাহেকৰ দৰ্মহা মাহেকত নাপায়। ২।৩ মাহৰ দৰ্মহা বাকী থকাতো শিক্ষকসকৰ সিমান আপত্তি হ'ব নোৱাৰে যদি মাহেকৰ মূৰত এমাহৰ দৰ্মহা নিয়মমতে পায়।

আমি আমাৰ স্কুলবোৰৰ বা আমাৰ নিজৰ দুৰ্গতিৰ বাবে চেয়াৰমেন মহোদয়ক নাইবা পৰিদৰ্শকসলক দোষ দিয়া নাই। আমি কেৱল তেখেতসকলক আমাৰ দুখ দুৰ্গতিৰ কথা জনাইছোঁ যাতে তেওঁলোকৰ যত্নত ইয়াৰ কিছু লাঘব হয়।

তাৰ পাছত ল'ৰাবিলাকৰ দ্বাৰা গান আবৃত্তি আদি হোৱাৰ পাছত উপস্থিত ভদ্ৰলোকৰ বক্তৃতাৰ পাল পৰে।

উপস্থিত ভদ্ৰলোকসকলৰ মাজত যাইকে নিৰ্দিষ্ট বক্তা আছিল—প্ৰিয়নাথ দাস। তেওঁ শিক্ষা আৰু ধৰ্মৰ বিষয়ত নাম থকা গাঁৱলীয়া ব্যক্তি। তেওঁ ক'বলৈ ধৰিলে—

মাননীয় সভাপতি মহোদয়, শিক্ষক বন্ধুসকল আৰু উপস্থিত ৰাইজ। মই এজন তেনেই হোজা গাঁৱলীয়া মানুহ, শিক্ষা-দীক্ষাত হীন আৰু দূৰদৰ্শিতাবো মোৰ তেনেই অভাৱ। এনে অৱস্থাত আপোনালোকৰ মাজত বক্তৃতা দিয়া মোৰ পক্ষে বৰ কঠিন কাম। আপোনালোকৰ আহ্বানত আৰু আপোনালোকৰ ভিতৰৰে দুই এজনৰ লগত বিশেষ বন্ধুত্বৰ ডোলত বান্ধ খাই থকা বাবে আপোনালোকৰ সমাজত যোগ দিবলৈ আৰু দুই চাৰিবাৰ কথা কবলৈ আগবাঢ়ি আহিছোঁ। দোষ ত্ৰুটী মাৰ্জনা কৰিব। দেশৰ অৱস্থাৰ প্ৰতি যদি লক্ষ্য কৰা যায়, শিক্ষাৰ প্ৰতি মানুহৰ দৃষ্টি শুভ দেখা নাযায়। কৰ্তৃপক্ষ বিদেশী শাসনৰ কৰ্মচাৰী। কৰ্তৃপক্ষই বৈদেশিক দৃষ্টিভঙ্গীৰে শাসনৰ সুচলৰ অৰ্থে যি নীতি গ্ৰহণ কৰিছে তাৰ দ্বাৰা দেশৰ মঙ্গল সাধন হ'ব নোৱাৰে। মই ৰাজনীতিক ব্যক্তি নহঁও, ৰাজনীতিৰ কঠিন সমস্যাবোৰ মোৰ মূৰত নোসোমায় আৰু তাৰ সমস্যাৰ সমাধানো মোৰ দ্বাৰা সম্ভৱ নহয়, কিন্তু এটা কথা মোৰ মনত সদায় জাগি থাকে যে—বি, এ, এম, এ পাছ কৰা লোকসকলক আমি সদায় উচ্চশিক্ষিত বুলি ভাবোঁ। সেই কাৰণেই নেকি তেওঁলোকে গাঁৱলীয়া আৰু ইংৰাজী নজনা লোকসকলক সদায় অশিক্ষিত আৰু অভদ্ৰ বুলি ভাবে। বি, এ আৰু এম, এ পাছ কৰা লোকসকল সমাজৰ আৰু দেশৰ উঠি অহা ছাত্ৰ-ছাত্ৰীসকলৰ আদৰ্শস্থানীয় হৈ উঠে, কিন্তু আমাৰ চকুত দেখোন তেওঁলোকৰ গাত কোনো প্ৰকাৰ সদ্ জ্ঞান বা সদ্ অভ্যাসৰ চিনাকী নাপাওঁ। তেওঁলোকে সন্ধ্যা আহ্নিক, গোঁসাইপূজা নাইবা ঈশ্বৰোপাসনাৰ কোনো ধাৰ নাধাৰে। দেশৰ পুৰণি কৃষ্টি, সদাচাৰ আৰু বংশ পৰম্পৰায় চলি অহা নিয়মপ্ৰথাক অৱজ্ঞা কৰে। খাদ্যাখাদ্যৰ বিচাৰ নকৰে, সংস্কৃত শিক্ষাৰ প্ৰতি

অৱহেলা কৰে, গীতা ভাগৱত নপঢ়ে—আনকি ৰামায়ণ মহাভাৰতৰ গল্পও নাজানে। মই বেছি কথাকে সময় নিয়াব নোখোজোঁ। তেওঁলোকৰ অনেকে আনকি পিতৃমাতৃকো প্ৰকৃত সন্মান দিব নোখোজে। এনেকুৱা অনেক শিক্ষিত লোক আছে যিসকলে সমনীয়াৰ আগত নিজৰ পিতৃপৰিচয় দিবলৈকো কুণ্ঠাবোধ কৰে। এয়ে যদি শিক্ষাৰ পৰিণাম হয়, তেন্তে তেনে শিক্ষা মোৰ মতে বন্ধ হোৱা ভাল।

এই কথা নকৈ নোৱাৰো—যদিহে চৰকাৰৰ তৰফৰপৰা স্কুল চলি থাকে, শিক্ষকৰ দৰ্মহা উপযুক্ত হোৱা উচিত আৰু নিয়মমতে তেওঁলোকে দৰ্মহা পাব লাগে আৰু শিক্ষকসকলেও দেশৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ যত্ন ভালকৈ ল'ব লাগে, কামত নিয়মিত হ'ব লাগে আৰু দেশসেৱাৰ ভাব মনত ৰাখিব লাগে।

ইয়াকে কৈ আপোনালোকক নথৈ ধন্যবাদ দি মোৰ বক্তৃতাৰ সামৰণি মৰিলোঁ।

ইয়াৰ পাছত গিৰীশচন্দ্ৰ গোস্বামীদেৱ বক্তৃতা দিলে—

বক্তৃতাৰ সাৰমৰ্ম ঃ—

শিক্ষকসকল নিয়মিত সময়ত স্কুলত যাব লাগে। শিক্ষকৰ অহা-যোৱাৰ সময় আৰু নিয়ম নাথাকিলে ল'ৰা-ছোৱালীবোৰৰো নিয়মমতে স্কুললৈ যোৱা অভ্যাস নহয়। দৰ্মহা সৰহ হওক বা তাকৰ হওক শিক্ষকে যেতিয়া কাম গ্ৰহণ কৰিছে, বিভাগীয় শৃঙ্খলা, নিয়ম আৰু আদেশ মানি কাম কৰিব লাগিব। স্কুলঘৰ ভাল কৰা দায়িত্ব ৰাইজৰ সঁচা কিন্তু শিক্ষক যদি আগৰণুৱা নহয় ৰাজহুৱা কাম শিথিল হোৱা স্বাভাৱিক। গাৱঁৰ মানুহৰ সহযোগ আৰু চেষ্টা শিক্ষকৰ যত্নতহে হ'ব পাৰে। চৰকাৰৰ ফালৰপৰা খুজা উচিত যে শিক্ষকসকলৰ পাবলগীয়া দৰ্মহা সময়তে পাব লাগে আৰু যাৱতীয় সা-সজুলি স্কুলবোৰত দিব লাগে। আমাৰ শিক্ষকসকলৰ বিদ্যা, বুদ্ধি আৰু সম্বল অনুসাৰে তেওঁলোকেও যথাসাধ্যে নিজ কৰ্ত্তব্য পালন কৰিব লাগে। কৰ্ত্তব্যত হেলা কৰিলে দেশৰ উন্নতি হ'ব নোৱাৰে।

তাৰ পাছত সভাৰ ভিতৰৰ পৰা আৰু দুই এজন ভদ্ৰলোকে বক্তৃতা দিলে আৰু শিক্ষকসকলৰ প্ৰতি যথোপযুক্ত উপদেশ দান কৰিলে। বক্তৃতাৰ সাৰমৰ্ম হ'ল ঃ—

শিক্ষকসকল দেশৰ আশাভৰৰাৰ স্থল, কোমলমতি ল'ৰা-ছোৱালীৰ ভবিষ্যৎ গঢ়োঁতা, গোটেইখন দেশৰ ভৱিষৎ নিৰ্ভৰ কৰিছে এই কোমলমতি ল'ৰা-ছোৱালীৰ শিক্ষাৰ উন্নতিৰ ওপৰত। শিক্ষকসকলৰ দৰ্মহা তাকৰ। তেওঁলোকৰ দৰ্মহা বঢ়াই দিব লাগে আৰু শিক্ষকসকলে কেতিয়াও কৰ্তব্যত অৱহেলা কৰিব নালাগে। অভিভাৱকসকলে শিক্ষকসকলক কৰ্তব্য পথত সহায় কৰিব লাগে; বিনাকাৰণে ল'ৰা-ছোৱালীয়ে যাতে স্কুলত অনুপস্থিত নাথাকে

তাৰবাবে অভিভাৱকসকলৰ দৃষ্টি থাকিব লাগে। গাৱঁলীয়া বাইজে স্কুলঘৰ, স্কুল কম্পাউণ্ড আৰু বাগিচাৰ জেওৰা আদিৰ প্ৰতি দৃষ্টি দিব লাগে। ল'ৰা-ছোৱালীবিলাকে যাতে সকলোবোৰ কাম হাতেকলমে শিকিব পাৰে তাৰবাবে ৰাইজ আৰু শিক্ষক উভয়ৰে দৃষ্টি, চেষ্টা আৰু যত্ন লাগে। গাঁৱত শিক্ষাৰ এটি উপযুক্ত পৰিবেশ সৃষ্টি কৰিব লাগে। শিক্ষকসকলৰ মাজৰপৰাও দুই এজনে নিজনিজ বক্তব্য কোৱাৰ পাছত সভাপতি ডাঙৰীয়াই এটি সুৰলা বক্তৃতা দান কৰিলে। সভাপতিয়ে বক্তৃতাৰ মাজত শিক্ষকসকলৰ প্ৰতি উপদেশ দিলে যে প্ৰত্যেক শিক্ষকে উপযুক্তত শিক্ষক হ'বলৈ যত্ন কৰিব লাগে। তেওঁ ক'লে—

শিক্ষক বন্ধুসকল! প্ৰত্যেক মানুহে নিজৰ নিজৰ কৰ্ত্তব্য সুচাৰুৰূপে পালন কৰিব লাগে। কৰ্ত্তব্যপৰায়ণ লোকৰ কোনোকালে দুখ নহয়। কৰ্ত্তব্যপৰায়ণ লোকৰ পুৰস্কাৰ কোন বাটে দি আহে বুজি পোৱা টান। কৰ্ত্তব্যপৰায়ণতা এনে এটি সজগুণ যাৰ দ্বাৰা মানুহে ঈশ্বৰৰ সান্নিধ্য আৰু আত্মপ্ৰসাদ অতি সোনকালে লাভ কৰিব পাৰে, কাৰণ কৰ্ম্মই মানুহৰ স্বাভাৱিক ধৰ্ম্ম। আপোনালোকে নিশ্চয় দেখিছে যে সৰু সৰু ল'ৰা-ছোৱালীক যেতিয়া সিহঁতৰ ইচ্ছানুযায়ী কামৰ মাজেদি শিক্ষা দিবৰ যত্ন কৰা যায়, তেতিয়া সেই শিক্ষা সহজতে সিদ্ধ হয় আৰু ল'ৰা-ছোৱালীয়েও শিকিছোঁ বুলি গম নাপায়। স্বাভাৱিক প্ৰবৃত্তিৰ মাজেদি যেতিয়া শিক্ষা দিবলৈ যত্ন কৰা যায়, বুদ্ধিমান্ শিক্ষকে লক্ষ্য কৰিব পাৰিব যে কি অদ্ভুত শক্তি সিহঁতৰ মাজত লুকাই আছে। ল'ৰা-ছোৱালীহঁতৰ নিৰ্দোষ মনোভাৱ আৰু সজ আৰু নিৰ্ম্মল চৰিত্ৰৰ মাজেদি যেতিয়া কৰ্ম্মদক্ষতা প্ৰকাশ পায়, তেতিয়া শিক্ষকে নিজৰ কৰ্ম্মনিপুণতা উপলব্ধি কৰিব পাৰিব আৰু ঈশ্বৰৰ সৃষ্টিত কি অনিন্দ্য সৌন্দৰ্য্য লুকাই আছে এই কথা ল'ৰা-ছোৱালীবিলাকৰ কামৰ মাজেদি উপলব্ধি কৰিব পাৰিব। যি সকল শিক্ষকে নিজৰ নিজৰ কৰ্ত্তব্য এই বাটেদি কৰিবলৈ যত্ন কৰিব, মোৰ দৃঢ় বিশ্বাস তেওঁলোকে ঈশ্বৰৰ অনুগ্ৰহ লাভ কৰিব পাৰিব আৰু জাতীয়তা গঠন কাৰ্য্যত পূৰ্ণ সহায়তা কৰিব পাৰিব। প্ৰত্যেক ল'ৰা-ছোৱালীৰ ভিতৰত কিছুমান জন্মগত প্ৰবৃত্তি আছে। বয়সৰ লগে লগে সমাজৰ অনুকূল অৱস্থাৰ সংস্পৰ্শত এই প্ৰবৃত্তিবোৰ পৰিস্ফুট হ'বলৈ সুবিধা পায়। সেইবাবে প্ৰত্যেকটো ল'ৰা-ছোৱালীৰ স্বাভাৱিক প্ৰবৃত্তিৰ উন্মেষৰকালে চোকা দৃষ্টি ৰখা শিক্ষকৰ প্ৰধান কৰ্ত্তব্য। কোনো কোনো ল'ৰা-ছোৱালীৰ ছবি অঁকাত ৰাপ থাকে আৰু অতি কম বয়সতে নিজে নিজে ছবি আঁকিব পাৰে। সেইবিলাক ল'ৰা-ছোৱালীক ছবি অঁকাত যথেষ্ট পৰিমাণে সহায় কৰিব লাগিব আৰু উপযুক্ত উদ্গনি দিব লাগিব। কোনো কোনো ল'ৰা-ছোৱালীৰ সঙ্গীতত ৰাপ বেছি দেখা যায়। কোনো কোনো ল'ৰা-ছোৱালীৰ দলৰ নেতৃত্বৰ প্ৰতি ৰাপ দেখা যায়। কোনো কোনো ল'ৰা-ছোৱালীৰ ঘৰ সজা, দলং সজা ইত্যাদি নিৰ্ম্মাণ কাৰ্যৰ প্ৰতি

ৰাপ দেখা যায়, আৰৌ কোনো কোনো ল'ৰা-ছোৱালীৰ মাছ মৰা, চিকাৰ কৰাৰ প্ৰতি প্ৰবল আকৰ্ষণ দেখা যায়। অনেক ল'ৰা-ছোৱালীয়ে বাগিচা পতা, ফুলনি কৰা নাইবা খেতি কৰাৰ ৰাপ প্ৰকাশ কৰে। এই আটাইবিলাক ল'ৰা-ছোৱালীকে একে ঠাঁচতে গঢ়িব খুজিলে দেশৰ জাতীয়তাগঠনত সহায় কৰা নহ'ব। অৱশ্যে আমাৰ স্কুলবোৰত ধৰাবন্ধা নিয়ম আৰু পদ্ধতিৰ মাজত শিক্ষা দিব লাগে, সেইবাবে শিক্ষকসকলৰ প্ৰতি প্ৰত্যেকটো ল'ৰাৰ সুকীয়া মনোবৃত্তি লক্ষ্য কৰি শিক্ষা দিয়া টান কথা। দেশৰ নেতাসকলে এইবোৰ বিষয়ে চিন্তা কৰিছে আৰু ক্ৰমে ক্ৰমে সুকীয়া সুকীয়া অনুষ্ঠান গঢ়ি উঠিব সন্দেহ নাই, কিন্তু যেতিয়ালৈকে এই অনুষ্ঠানবোৰ গঢ়ি নুঠে আৰু যেতিয়ালৈকে আমাৰ বৰ্তমান স্কুলবোৰতে ল'ৰা-ছোৱালীবিলাকক চৰকাৰে বান্ধি দিয়া নিয়ম আৰু পদ্ধতিৰ মাজেদি শিক্ষা দিব লাগিব তেতিয়ালৈকে প্ৰত্যেক শিক্ষকৰ কৰ্ত্তব্য হ'ব খেল-ধেমালিৰ মাজেদি নাইবা স্কুলঘৰ মেৰামতি কৰা, ফুলনি পতা, বাগিচাপতা, কম্পাউণ্ড পৰিস্কাৰ কৰা ইত্যাদি কামৰ মাজেদি ল'ৰা-ছোৱালীসকলৰ সৌন্দৰ্য্যজ্ঞান বৃদ্ধি কৰা, কৰ্ম্ম-কুশলতা লাভ কৰোৱা আৰু শ্ৰমৰ মৰ্যদা উপলব্ধি কৰোৱা। বন্ধুসকল! বক্তৃতাত এইবোৰ কথা শুনিবলৈ যেনে টান লাগিছে কাম কৰিবলৈ আৰম্ভ কৰিলে সিমান টান যেন নালাগিব। আমাৰ এতিয়াও অভিজ্ঞতা হোৱা নাই কিমান শৃঙ্খলাবদ্ধ-ভাৱে আৰু সুনিপুণভাৱে সৰু সৰু ল'ৰা-ছোৱালীবিলাকে কাম কৰিব পাৰে। পাশ্চাত্য জাতিৰ শিক্ষাবিদ্‌সকলে এইবোৰ কথা বুজি পাইছে কাৰণে অতি সহজে নানা প্ৰকাৰ শিক্ষানীতি আৰু শিক্ষাপদ্ধতি আবিষ্কাৰ কৰিব পাৰিছে।

বন্ধুসকল! আপোনালোকৰ দুখ-দুৰ্গতিৰ কথা আমাৰ অবিদিত নাই। আপোনালোকৰ দৰ্ম্মহা তাকৰ, শিক্ষাৰ সজুঁলিৰ অভাৱ, স্কুলঘৰবিলাকৰ জৰাজীৰ্ণ অৱস্থা, অভিভাৱকসকলৰ ঔদাসিন্য, যাতায়াতৰ অসুবিধা ইত্যাদি সকলোবোৰ কথাৰ বিষয়ে আমাৰ জ্ঞান আছে; কিন্তু একেদিনাই সকলোবোৰ অভাৱ-অভিযোগ দূৰ কৰা সম্ভৱ নহয়। দেশৰ নেতাসকলে এইবোৰ বিষয়ে বিদিত আছে আৰু যথাসাধ্যে উন্নতিৰ বাবে যত্ন কৰিব লাগিছে। আপোনাসকলৰ দৰ্ম্মহা তাকৰ সকলোৱে একবাক্যে স্বীকাৰ কৰিছে আৰু যিমান সোনকালে পাৰা যায় তাৰ এটি ব্যৱস্থা অবলম্বন কৰিবৰ বাবে যত্নপৰ হোৱাৰ কথা মই জানো। বহুত বেছি পৰিবৰ্ত্তন যে হ'ব তেনে কোনো আশা নাই, কিন্তু সহানুভূতি-মূলক ব্যৱস্থা এটি যে হ'ব তাত কোনো সন্দেহ নাই।

ইয়াত বহুত বাইজ উপস্থিত আছে। শ্ৰদ্ধেয় বাইজ! আপোনালোকৰ ভিতৰত মোতকৈ বিদ্যাবুদ্ধি, জ্ঞান আৰু বয়সত জ্যেষ্ঠ লোক অনেক আছে। আপোনালোকক উপদেশ দিবৰ সাহস মোৰ নাই কিন্তু দেশৰ পৰিস্থিতি সম্পৰ্কে কবৰ অধিকাৰ আছে বুলি আপোনালোকক মই কওঁ যে :—শিক্ষা মূল বস্তু। শিক্ষাৰ গুণত দেশত মানুহ সৃষ্টি হয়।

বিদ্যা দদাতি বিনয়ং বিনয়াৎ যাতি পাত্ৰাত্বম্।
পাত্ৰত্বাৎ ধনমাপ্নোতি ধনাদ্ধৰ্ম্মো ততো সুখম্।।

বিদ্বান্ লোক বিনয়ী হয়। বিনয়ীলোক পাত্ৰত্ব বা ব্যক্তিত্ব সম্পন্ন হয়। পাত্ৰত্ব বা ব্যক্তিত্বৰ গুণত মানুহে ধন উপাৰ্জ্জন কৰে। ধন হ'লে ধৰ্ম্মকাৰ্য্য কৰিব পাৰে আৰু ধৰ্ম্মকাৰ্য্যৰ দ্বাৰা মানুহৰ সুখ হয়। গতিকে সুখ উপাৰ্জ্জন কৰিবৰ পথ বিদ্যা উপাৰ্জন কৰা। আনবাটেদি সুখ পোৱা নাযায়। আনবাটেদি ধন পোৱা যাব পাৰে; কিন্তু যি ধন ধৰ্ম্মকাৰ্য্যত ব্যয়িত নহয় আৰু যি ধন সদুপায়ে উপাৰ্জ্জন কৰা নহয় সেই ধনে মানুহক সুখ শান্তি দিব নোৱাৰে।

ব্যক্তিত্ব উপাৰ্জ্জন কৰা শিক্ষাৰ উদ্দেশ্য। দেশত যদি ব্যক্তিত্ব সম্পন্ন লোকৰ সংখ্যা বাঢ়ে, বিনয়ী লোকৰ সংখ্যা বাঢ়ে, ধাৰ্মিক লোকৰ সংখ্যা বাঢ়ে তেন্তে ভাবি চাওক দেশত সুখশান্তি বিৰাজ কৰিব নে নকৰে। সেইবাবে ৰাইজসকল! যাতে দেশ শিক্ষিত হয় ল'ৰা-ছোৱালীবিলাকে বিদ্যা শিক্ষা কৰি বিনয়ী হয়, পাত্ৰত্ব উপাৰ্জ্জন কৰে তাৰ বাবে আমি দেশত অনুকূল পৰিৱেশৰ সৃষ্টি কৰিব লাগে। শিক্ষকসকলৰ প্ৰতি সহানুভূতিমূলক ব্যৱহাৰ কৰিব লাগে আৰু শিক্ষানুষ্ঠানবোৰৰ প্ৰতি যত্ন ল'ব লাগে। ল'ৰাবিলাকক নিয়মিত স্কুললৈ পঠাব লাগে আৰু প্ৰত্যেক ঘৰে ঘৰে শিক্ষাৰ অনুকূল পৰিৱেশৰ সৃষ্টি কৰিব লাগে। স্কুলত ল'ৰা-ছোৱালীয়ে যিবোৰ কথা শিক্ষা কৰে তাৰ উপযুক্ত ক্ষেত্ৰ নিজ নিজ ঘৰত পাব লাগে। ঘৰৰ শিক্ষা আৰু স্কুলৰ শিক্ষা যদি বিভিন্নমুখী হয় তেন্তে স্কুলৰ শিক্ষাৰ দ্বাৰা দেশত সুফল ফলিব নোৱাৰে। সেইবাবে মোৰ সনিৰ্ব্বন্ধ অনুৰোধ আপোনাসকলে যেন ল'ৰা-ছোৱালীৰ শিক্ষাৰ প্ৰতি উপযুক্ত দৃষ্টি দিয়ে আৰু তাৰ বাবে উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰে। আজিৰ ল'ৰা—কালিৰ নাগৰিক আৰু দেশৰ নেতা। গতিকে ল'ৰা-ছোৱালীক আমি অবহেলা কৰিব নোৱাৰোঁ। ইমানকে কৈ মই আপোনাসকলৰপৰা আজি মেলানি মাগিলোঁ।

ইয়াৰ পাছত সভাপতিয়ে ভানুমতীক ৫্ পুৰস্কাৰ দিলে আৰু সকলো ছোৱালীয়ে যাতে ভানুমতীৰ নিচিনাকৈ গান গাব পাৰে তাৰ বাবে আন ছোৱালীবিলাককো উদ্গনি দিলে। সভাই সকলোৱে প্ৰশংসা কৰিলে। নন্দেশ্বৰ সভাত উপস্থিত আছিল। সকলোবোৰ বক্তৃতা মনপূতি শুনিছিল। মনে মনে স্থিৰ কৰিছিল যে নন্দেশ্বৰ প্ৰাইমেৰী স্কুলৰ শিক্ষক হ'ব। হাইস্কুলত পঢ়িবলৈ হ'লে যিমান খৰচ লাগে ঘৰৰপৰা সিমান খৰচ যোগাব নোৱাৰিব। তদুপৰি কমলাৰেকৰ অনুপস্থিতিত গুৱাহাটীত পঢ়িবলৈ নন্দেশ্বৰে ইচ্ছা কৰা নাই। সভাত বক্তৃতা শুনি আৰু নিজৰ যোগ্যতা বিচাৰ কৰি নন্দেশ্বৰে এই কামটোকে সহজ আৰু সাধু বিবেচনা কৰিলে। মনে মনে স্থিৰহে কৰিলে; কিন্তু কাকো সেই বিষয়ে একোকে নকলে।

(৩)

ৰমাৰ মনত বৰ অশান্তি; কাৰণ সিদিনা নন্দেশ্বৰহঁতৰ ঘৰত ৰমাই নন্দেশ্বৰৰপৰা ভাল ব্যৱহাৰ পোৱা নাই। অপৰৰ স্বাৰ্থৰ লগত নিজৰ স্বাৰ্থ জড়িত থকা লোকসকলৰ ভিতৰত মতভেদ হয় সিও এক কথা আকৌ নিজৰ স্বাৰ্থ নাই অথচ পৰৰ উন্নতি হোৱা বা পৰৰ কোনো ভাল হোৱা দেখিব নোৱাৰা আন এটি কথা। অনেক লোকৰ স্বাভাৱিক প্ৰবৃত্তি হয় পৰৰ দোষ অন্বেষণ কৰা। ইয়াৰ মূলত থাকে পৰশ্ৰীকাতৰতা আৰু নিজৰ হীনতা। ৰমাৰ বয়স আছে আৰু যৌৱন আছে। নাই শিক্ষা বা কৃষ্টিগত উৎকৰ্ষ। চকুৰ আগতে স্বামীপুত্ৰ লৈ সুখে-স্বচ্ছন্দে জীৱন নিৰ্বাহ কৰি থকা লোকক দেখিলে স্বভাৱতে ৰমাৰ মনত ঈৰ্ষাৰ ভাৱ উদয় হয়। নন্দেশ্বৰহঁতৰ লগত ৰমাৰ কোন বাদ বিসম্বাদ নাই; কিন্তু নন্দেশ্বৰহঁতৰ ঘৰত কোনো অশান্তি নাই, বিশেষ অভাৱ নাই আৰু কাৰো লগত কোনো হাইকাজিয়া নাই। গাঁৱত এনেধৰণে সুখশান্তিত থকা মানুহ আগৰ দিনত প্ৰায়েই আছিল; এতিয়া নানাকাৰণত গাঁৱতো পৰিয়ালবোৰৰ মাজত নানা প্ৰকাৰ বিজাতীয়া কথা সোমাই পৰাত পূৰ্বৰ কৃষ্টি আৰু গাৰ্হস্থ্য জীৱনৰ মানদণ্ডৰ পৰিবৰ্তন হৈছে। ফলত হাইকাজিয়া আৰু অশান্তিয়ে দেখা দিছে। নন্দেশ্বৰহঁতৰ ঘৰতো এই অশান্তিৰ পূৰ্বাভাষে দেখা দিছে। এই অশান্তিৰ বীজ ৰমাই বপন কৰিছে। নন্দেশ্বৰহঁতৰ ঘৰৰ সকলোবোৰ কথাৰ সম্ভেদ লৈ ৰমাই গাঁৱৰ আন আন মানুহৰ ঘৰৰ তিৰোতামহলত কথা পাতে আৰু নানা প্ৰকাৰ ব্যাখ্যা আৰু জল্পনাৰ সৃষ্টি কৰে। অনেক ক্ষেত্ৰত ঢৌ টোৰে বৌটো হয় আৰু নানাপ্ৰকাৰ অসত্য আৰু অসম্ভৱ কথাৰ উদ্ভৱ হয়। এই আলোচনা নানা ৰূপ লৈ নন্দেশ্বৰহঁতৰ ঘৰলৈ ৰমাৰ পৰাই আহি সোমায়। নন্দেশ্বৰে ঘৰৰ অনেক কথা বাহিৰত প্ৰকাশ হোৱা আৰু বাহিৰৰ পৰা অনেক ৰহস্যসনা কথা ঘৰলৈ অহা গম পাই কাৰণ অনুসন্ধান কৰি বুজিব পাৰিছিল ৰমাৰ পৰাই এইবোৰ অপ্ৰত্যাশিত ঘটনা ঘটে। সেইবাবে নন্দেশ্বৰে ৰমাক বৰ ভাল চকুৰে চাব পৰা নাই আৰু লগতে বিধৱা তিৰোতাবিলাকৰ প্ৰতি তাৰ মনোভাৱ তিক্ত হৈ উঠিছিল।

বৌ। কি কৰিছা' বুলি ৰমাই বাৰিপুৰাই আহি নিৰ্ম্মলাক মাতিলে। ৰমাই নিৰ্ম্মলাক বৌ বুলি মাতিছিল; কাৰণ কান্তেশ্বৰ সম্বন্ধত ৰমাৰ ককায়েক আছিল।

নিৰ্ম্মলাৰ ব্যৱহাৰ অত্যন্ত মিঠা আছিল। কলে—এই উঠিছোঁহে। আজি বহুত বেলি হ'ল ৰমা; পিছে ইমান বাৰিপুৱাতে আহিছা যেতিয়া নিশ্চয় কিবা খবৰ আছে! নিৰ্ম্মলাই বুজি পাইছে যে ৰমাই কিবা খবৰ লৈ আহিছে।

খবৰ একো নাই বৌ; কালি গধূলি খগেন্দ্ৰহঁতৰ ঘৰত কথা শুনাইছিল বোলে নন্দেশ্বৰে হেনো পঢ়াশুনা এৰি দিছে। "হয় নেকি! মোকতো বাপুৱে একো

কোৱা নাই। তোমাক কোনে ক'লে ৰমা? মই ভাবি আছোঁ বোলে বাপুৰ স্কুল খোলাই নাই।"

নহয় বৌ, স্কুল খুলিবৰ আজি প্ৰায় ১৫ দিন মান হ'ল। নন্দেশ্বৰ গুৱাহাটীলৈ নোযোৱাতহে মানুহে নানা প্ৰকাৰ কথা উলিয়াইছে।

কি নানা প্ৰকাৰ কথা ৰমা?

এ সেইবোৰ বহুত কথা—এতিয়া মই তোমাক কৈ তোমাৰ মনটো বেয়া কৰিবৰ ইচ্ছা কৰা নাই। মই কেৱল জানিব খুজিছিলোঁ যে—নন্দেশ্বৰে সঁচাকৈয়ে স্কুল এৰি দিছে নেকি?

"কি ৰমা"! বুলি নন্দেশ্বৰে বিছনাৰপৰা উঠি আহি সুধিলে।

"একো নহয়, নন্দ" বুলি ৰমাই উত্তৰ দিলে।

"কিয় একো নহব হে? তুমি এই ৰাতিপুৱাই বিনা খবৰে নিশ্চয় অহা নাই। এনে এটি কিবা কথা আছে যি কথাত তুমি মনে মনে আনন্দ পাইছা আৰু সেই খবৰটো আমাক দিহে তুমি তোমাৰ আনন্দৰ মাত্ৰা বঢ়াব খুজিছা?"

ৰমাই কথাৰ এই ইঙ্গিতটো বুজি পালে। মানুহৰ স্বভাৱ যে যিটো কথা বা অনুভূতি মানুহে আনৰপৰা লুকাব খোজে সেই অনুভূতিৰ স্বৰূপটো যদি কোনোবাই প্ৰকাশ কৰি দিয়ে তেন্তে স্বাভাৱিকতে মানুহ ক্ষুণ্ণ হয়। ৰমা বুদ্ধিমতী আৰু হিংসাকুৰীয়া স্বভাৱৰ। হিংসাকুৰীয়া স্বভাৱৰ মানুহে এনেবোৰ কথা অতি সহজে বুজি পায়। পিছে সিদিনাৰ ঘটনাৰপৰা ৰমাই মুখামুখিকৈ নন্দেশ্বৰক টান কথা কবও খোজা নাই। নন্দেশ্বৰে ওলোটাই টান কথা কব পাৰে বুলি মনে মনে শঙ্কাও কৰিছে; আকৌ নন্দেশ্বৰ আৰু নিৰ্ম্মলাৰ প্ৰতি এটি কুৎসিৎ ইঙ্গিত দিবলৈ ৰমা বৰ ব্যগ্ৰ হৈ পৰিছে; গতিকে নন্দেশ্বৰৰ কথাত বেয়া পোৱা যেন নেদেখুৱাই ৰমাই কেৱল ক'লে—যোৱাকালি খগেন্দ্ৰহঁতৰ ঘৰত তোমাৰ বিষয়ে কথা ওলাওঁতে কোনো কোনোৱে কৈছিল বোলে নন্দেশ্বৰে যে স্কুল এৰিলে তাৰ কিবা এটি গুপুত কাৰণ আছে।

"কি গুপুত কাৰণ ৰমা" নন্দেশ্বৰে অলপ টান সুৰে ক'লে। "মই স্কুলত পঢ়িলো বা নপঢ়িলো সেই বিষয়ে তোমালোকৰ কল্পনা-জল্পনা কৰিবৰ কাৰণ কি?"

মোক তুমি কিয় খং কৰা নন্দ, বুলি ৰমাই ক'লে। "তোমাৰ দাদা ঘৰত নাই, নিৰ্ম্মলা যুৱতী, তাতে তোমালোকৰ ভিতৰত যি ঘনিষ্ঠ সম্বন্ধ—তাত পাৰাৰ লোকৰ কোনো কোনো বিষয়ে সন্দেহ উপস্থিত হৈছে আৰু তাকে জল্পনা-কল্পনা কৰিছে। মোৰ তাত কি দোষ হ'ল নন্দ। মই কেৱল তোমালোকৰ হিতৰ অৰ্থেহে তোমালোকক এই খবৰটো দিবলৈ আহিছিলোঁ।"

সেইটো বুজিছোঁ, ৰমা। "তোমালোকৰ আটাইবিলাকক মই চিনি

পাওঁ”—বুলি খঙেৰে নন্দেশ্বৰ ওলাই গুচি গ'ল। নিৰ্ম্মলাই কথাৰ ইঙ্গিত বুজি পাই বৰ লাজ পালে আৰু একোকে নকৈ লাহে লাহে বাৰীৰ ফালে গা ধুবলৈ গুচি গ'ল।

ৰমাৰ উদ্দেশ্য সিদ্ধি হ'ল। নন্দেশ্বৰ আৰু নিৰ্ম্মলাৰ মাজত এটা কৃত্ৰিম অপবিত্ৰ পৰিবেশৰ সৃষ্টি কৰিবলৈ আৰু উভয়ৰ মাজত এটা অশান্তিৰ ব্যৱধান সৃষ্টি কৰিবলৈ ৰমাৰ এয়ে প্ৰথম উদ্যম। ইয়াৰ পাছত কি অৱস্থাৰ সৃষ্টি হয় তাকে চাবলৈ ৰমা সাজু হ'ল।

নন্দেশ্বৰ আৰু নিৰ্ম্মলাই এই কথাত মনত বৰ দাৰুণ আঘাত পালে। এনে অৱস্থাত কি কৰা উচিত হ'ব কোনেও একো ঠিক কৰিব নোৱাৰি দুয়ো মনে মনে বেলেগে বেলেগে নানা কথা ভাবি থাকিল কিন্তু কোনেও কাৰো লগত প্ৰয়োজনৰ অতিৰিক্ত কথা নকলে।

ৰমা পুনৰায় আবেলি নিৰ্ম্মলাৰ ওচৰলৈ আহিল আৰু নিৰ্ম্মলাক নিজৰ ঘৰত শুই থকা অৱস্থাত দেখা পালে। ৰমা নিৰ্ম্মলাৰ ওচৰলৈ গৈ “বৌ” “বৌ” বুলি মাতিলে; কিন্তু নিৰ্ম্মলাই এবাৰ ঘূৰি ৰমাৰ ফালে চাই পুনৰায় শুই থাকিল। ৰমা কিছুসময় নিৰ্ম্মলাৰ ওচৰতে থিয় দি থাকি ওচৰতে খাটৰ ওপৰত বহিল আৰু নিৰ্ম্মলাৰ চুলিটাৰৰ মাজেদি হাত ফুৰাবলৈ ধৰিলে। নিৰ্ম্মলাই একোকে নকৈ মনে মনে শুই থাকিল।

নিৰ্ম্মলাৰ অন্তৰৰ দুখ কোনে বুজিব! কান্তেশ্বৰে নিৰ্ম্মলাক কোনো খবৰ নিদিয়াকৈ হঠাতে মেছোপোটেমিয়ালৈ গুচি গৈছে। নিৰ্ম্মলাই এই ব্যৱহাৰত অত্যন্ত দুখ পাইছে। যোৱাৰ আগতে নিৰ্ম্মলাক এই বিষয়ে কোনো কথা কোৱা হ'লে নিৰ্ম্মলাই নিশ্চয় কান্তেশ্বৰক হাক নিদিলেহেঁতেন। কান্তেশ্বৰে যে নিৰ্ম্মলাক এই বিষয়ে বিশ্বাস কৰা নাই তাৰ বাবে নিৰ্ম্মলাই ভাবিছে যে নিৰ্ম্মলা কান্তেশ্বৰৰ সুখ-দুখৰ সমভাগী হ'ব পৰা নাই; সেইবাবে ইমান ডাঙৰ সমস্যাৰ কথা এটাও কান্তেশ্বৰে নিৰ্ম্মলাৰ আগত কবলৈ ইচ্ছা নকৰিলে। যোৱাৰ পাছতো কান্তেশ্বৰে কোনো চিঠি-পত্ৰ দি নিজৰ খবৰ দিয়া নাই নাইবা নিৰ্ম্মলাৰ কোনো খবৰ লোৱা নাই। কি দোষত যে স্বামীয়ে এনে ব্যৱহাৰ কৰিছে বুজিব নোৱাৰি নিৰ্ম্মলা বৰ মৰ্মাহতা হৈছে। নন্দেশ্বৰ নিৰ্ম্মলাৰ সমবয়সী আৰু দেবৰ। গতিকে নন্দেশ্বৰৰ আগত নিজৰ মনৰ অনেক কথা প্ৰকাশ কৰিছে আৰু ককায়েকৰ ব্যৱহাৰত নন্দেশ্বৰো সমানে মৰ্মাহত হোৱাত উভয়ে সুখ-দুখৰ কথা-বতৰা গোপনে পতা কথাটো সঁচা কথা; কিন্তু সেই কথাই যে গাঁৱত অশ্লীলভাৱে মানুহৰ আলোচনাৰ বিষয় হ'ব পাৰে তাৰ বাবে নিৰ্ম্মলা সাৱধান হ'ব নোৱাৰিছিল। সেইবাবে নিৰ্ম্মলাই অন্তৰত বেছিকৈ দুখ পাইছে। কিন্তু উপায় নাই। এইবোৰ কথাৰ প্ৰতিবাদ কৰিবলৈ গ'লে অশান্তি দুগুণে বাঢ়ে। নিৰ্ম্মলাই ভাবিব নোৱাৰিলে যে এই কথাৰ মূলত ৰমাৰ পৰশ্ৰীকাতৰতা বৰ্ত্তমান আছে।

নন্দেশ্বৰে এই কথা সম্পূৰ্ণ বুজি পাইছে। নন্দেশ্বৰে আৰু বুজিছে যে গাঁৱত এইবোৰ মানুহ অতি জঘন্য আৰু গাঁৱলীয়া সমাজৰ কন্টকস্বৰূপ। ৰমাৰ প্ৰতি নন্দেশ্বৰৰ ঘৃণা আগতকৈও বেছি বাঢ়ি আহিছে; কিন্তু ৰমাৰ জিভা সংযত কৰাব নোৱাৰিলে এই মিথ্যা ৰটনা চলি থাকিব। গতিকে নন্দেশ্বৰে উপায় চিন্তা কৰিব ধৰিলে। নন্দেশ্বৰে মনে মনে বহু উপায়ৰ কথা ভাবিলে কিন্তু নীচতাৰ আশ্ৰয় লৈ নন্দেশ্বৰে প্ৰতিশোধ ল'ব নোৱাৰে। সেইবাবে নন্দেশ্বৰে চিন্তা কৰি স্থিৰ কৰিলে যে সত্য কথাৰ আশ্ৰয় লৈয়ে ৰমাক জব্দ কৰিব লাগিব। পৰৰ কথাত নন্দেশ্বৰে আগে পাছে কোনো অনুৰাগ দেখুৱা নাছিল। এতিয়া অন্ততঃ নিৰ্ম্মলাৰ কালে চাই পৰৰ কথাত অনুৰাগ দেখুৱাব লগা হৈছে। নন্দেশ্বৰে ভাবি চিন্তি স্থিৰ কৰিলে যে যি তিৰোতাই পৰৰ কথা ইঘৰে সিঘৰে মিছাই সঁচাই কৈ ফুৰিব পাৰে সেই তিৰোতাৰ চৰিত্ৰগত দোষ নিশ্চয় আছে। গতিকে অলপ দিন লক্ষ্য কৰিলেই ৰমাৰ গতিবিধিৰ পৰা ৰমাৰ চৰিত্ৰ প্ৰকাশ হৈ পৰিব। ইয়াকে ভাবি নন্দেশ্বৰে ৰমাৰ প্ৰতি সন্দিহান হৈ তথ্য আবিষ্কাৰ কৰিবৰ মন মেলিলে। ৰমাই সিদিনা কৈছিল যে খগেন্দ্ৰহঁতৰ ঘৰত নন্দেশ্বৰহঁতৰ কথাৰ আলোচনা হৈছিল; গতিকে খগেন্দ্ৰহঁতৰ ঘৰতনো কেতিয়া কি মেল বহে তাৰ সন্ধেদ ল'ব লাগিব। খগেন্দ্ৰৰ প্ৰতি নন্দেশ্বৰৰ ধাৰণা অত্যন্ত বেয়া। খগেন্দ্ৰ লিখাপঢ়া বৰ কম জানে কিন্তু টকা উপাৰ্জন কৰা বুধি বৰকৈ জানে। গাঁৱৰ ভিতৰত ধনৰ বলত গণ্য-মান্য লোক হৈ পৰিছে। গাঁৱত ধনী মানুহকে মানুহে খাতিৰ কৰে আৰু তেওঁৰ কথামতেই চলে। সেই কাৰণে গাঁৱখন অসৎ আলোচনা আৰু অসৎ কৰ্ম্মৰ কেন্দ্ৰস্থান হৈ পৰিছে। নন্দেশ্বৰে এইবোৰ কথা দেখি শুনি সদায় এইবিষয়ে কিবা প্ৰতিকাৰ কৰিব পাৰি নেকি ভাবি থাকে কিন্তু কাৰ্য্যতঃ একো কৰিবলৈ মন কৰা নাছিল। এতিয়া কাৰ্য্যতঃ কিছু কৰিবৰ প্ৰয়োজন হোৱা বুলি স্থিৰ কৰিলে।

(৪)

অসমত ব্ৰাহ্মণ আৰু কায়স্থ সমাজত বাজে আন সমাজত বিধৱাৰ অন্য পতি গ্ৰহণ প্ৰথা প্ৰচলিত আছে। ৰমা যদিও ব্ৰাহ্মণ বা কায়স্থৰ ছোৱালী নহয় তথাপি বিধৱা হৈয়ে কাল কটাইছিল। ৰমাৰ ঘৰত অকল মাক আছে। মাকে ৰমাক বিধৱা হোৱাৰ পাছত অন্য পতি গ্ৰহণ কৰিবলৈ কৈছিল কিন্তু ৰমাই নিজেই মান্তি হোৱা নাছিল। কাৰণ দেখুৱাইছিল যে তেতিয়াহ'লে মাকৰ বৰ কষ্ট হ'ব আৰু ঈশ্বৰে যেতিয়া এবাৰ ঘৰ ভাঙিছে দ্বিতীয়বাৰ সংসাৰ কৰিলেও একে দশা হ'ব পাৰে বুলি মাকক প্ৰবোধ দিবৰ মন কৰিছিল। মাকে একোকে নাযাচিলে কিন্তু তলে তলে কাৰো ঘৰজোঁৱাই কৰি ৰাখিব পাৰে নেকি তাৰে যত্ন

কৰি আছিল। ৰমাৰ বাপেক ভাল খেতিয়ক আছিল আৰু ভালেখিনি মাটিবাৰী সম্পত্তি এৰি থৈ গৈছে। সেই সম্পত্তি ৰমাৰ মাকৰ নামতে আছে। ঘৰজোঁৱাই হিচাপে ৰাখিব পৰা লোক স্বাভাৱিকতে পোৱা টান হয়।

খগেন্দ্ৰ গাঁৱৰে অবিবাহিত ডেকা। ধনী আৰু সম্পত্তিশালী। খগেন্দ্ৰক যদি ৰমাক গতাব পৰা যায় তেতিয়া উভয়কুল ৰক্ষা হয়। ৰমা গাঁৱৰ পৰা ওলাই যাবও নালাগে আৰু খগেন্দ্ৰ ঘৰজোঁৱাই হৈ নাথাকিলেও চলিব; কিন্তু খগেন্দ্ৰই ৰমাক বিয়া কৰাব নে নকৰে সেই কথা জানিবৰ আৱশ্যক। ৰমাৰ মাকে মনে মনে এনেদৰে ভাবিলেও মুখত প্ৰকাশ কৰিব পৰা নাই; কাৰণ সমাজত বিধৱাবিবাহ প্ৰচলিত থাকিলেও প্ৰথমবাৰ বিবাহ কৰোঁতে বিধৱাবিবাহ কোনেও পছন্দ নকৰে। খগেন্দ্ৰই নিজৰ বিয়াৰ বিষয়ে একোকে ভৱা নাই। নানা ঠাইৰ পৰা ছোৱালী আহিছে যদিও কতো মত দিয়া নাই। লিখা-পঢ়া নাজানিলেও আধুনিক কায়দাত খগেন্দ্ৰ চলিব শিকিছে। টকা-পইছাৰ বলত কোনো ডাঙৰ মানুহৰ ছোৱালী বিয়া কৰাব পাৰে নেকি তাৰ বাবে মনে মনে আশা কৰি আছে। খগেন্দ্ৰৰ দুই এজন বন্ধু আছে। সিহঁতৰ ভিতৰত নবীন নামৰ বন্ধু এজনে হাইস্কুলৰ ওপৰ শ্ৰেণীলৈ উঠিছিল। দুই একাষাৰ ইংৰাজী কথা ক'বও পাৰে। খগেন্দ্ৰই এই বন্ধুজনৰ সহায়ত অলপ লিখা-পঢ়া শিকিছে আৰু ইংৰাজী চৰ্চাও কিছু কৰিছে। এই বন্ধুজন স্বভাৱতঃ বেয়া নহয়, কিন্তু খগেন্দ্ৰৰ অন্যায় কাৰ্য্যবোৰত কেতিয়াও বাধা নিদিয়ে। [illegible]ৰে আলোচা পাছত বন্ধুত্ব নষ্ট হৈ যায়। খগেন্দ্ৰ বাহিৰত বৰ শান্তশিষ্ট আৰু মিঠাকথাৰ মানুহ। ভিতৰত হলাহল বিষ। নিজৰ স্বাৰ্থ উদ্ধাৰৰ কাৰণে যি কোনো উপায় ল'ব পাৰে। গুণৰ ভিতৰত খগেন্দ্ৰই মদ নাখায় আৰু মিত্ৰদ্ৰোহী নহয়। যি মানুহে এবাৰ খগেন্দ্ৰক কোনো কথাত সহায় কৰিছে আৰু প্ৰকৃত বন্ধুত্বৰ পৰিচয় দিছে সেই মানুহৰ দ্ৰোহ আচৰণ খগেন্দ্ৰই নকৰে। নবীন খগেন্দ্ৰৰ তেনে এজন বন্ধু। খগেন্দ্ৰই এবাৰ আমিনগাঁও ষ্টেচনত গাড়ীত উঠিবৰ সময়ত এজন জেপ-লুকাৰ হাতত প্ৰায় হেজাৰ মান টকা হেৰুৱাব ধৰিছিল। নবীনৰ দৃষ্টি আৰু সতৰ্কতাৰ ফলত জেপ-লুকাজন ধৰা পৰিল আৰু খগেন্দ্ৰৰ টকা নেহেৰাল। এবাৰ খগেন্দ্ৰই উত্তৰ গুৱাহাটীৰ ওচৰৰ ভিতৰুৱা গাঁও এখনৰ পৰা এজনী গাভৰু ছোৱালী পলুৱাই আনিছিল আৰু পুলিচৰ হাতত ধৰা পৰিব ধৰিছিল। নবীনৰ প্ৰত্যুৎপন্নমতিত্বৰ কাৰণে খগেন্দ্ৰ এইবাৰলৈ সাৰি গ'ল আৰু পুলিচৰ আগত ছোৱালীজনী নবীনৰ ভনীয়েক বুলি কৈ ছোৱালীজনীক নিজে লৈ গৈ কোনেও কব নোৱাৰাকৈ নিজৰ ঘৰত পঠাই দিলে। সেইবাবে খগেন্দ্ৰই নবীনক বৰ ভাল পায়। নবীনে এই কামবোৰ বেয়া পায় বুলি খগেন্দ্ৰই জানে, কিন্তু নবীনে খগেন্দ্ৰক কোনো দিন মুখেৰে এইবোৰ বিষয়ে কোনো কথা কোৱা নাই।

নৰসিংপাৰা গাঁৱত হঠাতে এটি ঘটনা ঘটিল। বামুণৰ বিধৱা ছোৱালী এজনীৰ লগত বামুণৰ ল'ৰা এটিৰ বিয়াৰ বন্দবস্ত হ'ল আৰু ছোৱালীজনীয়ে নিজে নিজৰ বিয়াৰ বাবে ছপা চিঠিৰে বন্ধুবান্ধৱ, মিতিৰকুটুম আৰু ভদ্ৰলোকক নিমন্ত্ৰণ কৰিলে। আটাইবিলাক গাঁৱতে হুলস্থুল লাগিল। ব্ৰাহ্মণ সমাজ সজাগ হৈ উঠিল—এই বিয়া বন্ধ কৰিবই লাগিব। দিনে-ৰাতিয়ে নানা ঠাইত সভা-সমিতি বহিল। বিয়ালৈ মাত্ৰ ৭ দিন বাকী। এনেতে বিৰাট ব্ৰাহ্মণ সভা বহিল। এই বিয়া শাস্ত্ৰ বিৰুদ্ধ আৰু সমাজ বিৰুদ্ধ বুলি ঘোষণা কৰিবৰ বাবে সমাজৰ সকলো মানুহকে জাননী দি নিমন্ত্ৰণ কৰা হ'ল। দ'ৰাৰ বাপেক আৰু বিধৱা ছোৱালীজনীৰ বাপেককো নিমন্ত্ৰণ দি অনা হৈছে। ছোৱালীৰ বাপেক আছিল হৰসুন্দৰ শৰ্মা।

কামৰূপীয় বিদগ্ধ পণ্ডিতসকলৰ সমাগম হৈছে। এই বিয়া যাতে হ'ব নোৱাৰে তাৰ দিহা কৰা হ'ব। স্মৃতিৰ পণ্ডিত কৃষ্ণকান্ত শাস্ত্ৰীদেৱে হৰসুন্দৰক সমাজৰ আগত প্ৰশ্ন কৰিলে ঃ—

আপুনি আপোনাৰ বিধৱা ছোৱালী মাধৱীলতাক পুনৰায় মেধিপাৰা গাঁৱৰ পূৰ্ণচন্দ্ৰ শৰ্মাৰ ল'ৰা নৰেন্দ্ৰৰ লগত বিয়া দিব খুজিছে—এই কথাটো সঁচা নে?

হৰসুন্দৰে—সঁচা বুলি ক'লে।

কৃষ্ণকান্তদেৱে সুধিলে—এই কাৰ্য যে শাস্ত্ৰবিগৰ্হিত আৰু সমাজ বিগৰ্হিত তাক আপুনি নাজানে নে?

হৰসুন্দৰে উত্তৰ দিলে—শাস্ত্ৰ বা সমাজ সদায় একে ৰকমে থাকে নে দেউ? ইয়াৰ জানো পৰিবৰ্তন নাই।

স্মাৰ্ত কৃষ্ণকান্তদেৱে বুজিলে যে হৰসুন্দৰ কেঁচা লোক নহয় আৰু শাস্ত্ৰৰ বিষয়েও তৰ্ক কৰিবলৈ সাজু আছে। গতিকে লাহেধীৰে সমস্ত কথা বিচাৰ কৰিবৰ আৱশ্যক হ'ব বুলি বুজি পালে। ক'লে শাস্ত্ৰ আৰু সমাজৰ পৰিবৰ্তন আছে কিন্তু সময় আৰু অৱস্থা ভেদে। হৰসুন্দৰে ক'লে তেন্তে দেউ! ভাবি চাওক শাস্ত্ৰ যদি পৰিবৰ্তন হ'ব পাৰে, সামাজিক নিয়ম যদি পৰিবৰ্তন হ'ব পাৰে, তেন্তে বিবাহ প্ৰথাও পৰিবৰ্তন হ'ব পাৰে। আনফালে চাওক ব্ৰাহ্মণ কায়স্থৰ ব্যতিৰেকে আন জাতিৰ মাজতটো বিধৱা বিবাহ প্ৰথা চলি আছে।

তেন্তে আপুনি ব্ৰাহ্মণৰপৰা চ্যুত হ'ব খুজিছে?

কিয়? বিধৱা বিবাহ দিলেই মই ব্ৰাহ্মণৰ পৰা চ্যুত হ'ব লাগিব কিয়?

ব্ৰাহ্মণ সমাজত আপোনাৰ স্থান হ'ব বুলি আপুনি বিশ্বাস কৰেনে?

আপোনালোকৰ বি ব্ৰাহ্মণ সমাজ তাত মোৰ স্থান আজিয়েই নহ'ব বুলি মই জানো। কিন্তু অচিৰাৎ আৰু এটি উন্নতিশীল ব্ৰাহ্মণ সমাজ গঢ়ি উঠিব বুলি মই বিশ্বাস কৰোঁ।

কেনেকৈ?

এই অতি সহজ কথাটো আপুনি বুজি পোৱা নাইনে দেউ? মোৰ ছোৱালী যি ঘৰত বিয়া দিম সেই ঘৰ আৰু আমি একে পক্ষৰ নহলোঁনে? আমাৰ বন্ধু-বান্ধৱ মিতিৰ-কুটুমৰ ভিতৰতো অনেকে আমাক এৰিব নোৱাৰিব। এইদৰে আমাৰ সমাজ বৃদ্ধি হৈ নাযাব নে?

"কিন্তু আপোনালোকে ব্ৰাহ্মণ হৈ থাকিব কেনেকৈ?" দেউ, "ব্ৰাহ্মণ কাক বোলে? সমাজৰ ফালে আৰু দেশৰ ফালে দৃষ্টি কৰি চাওক, আপুনি বা মই যি ব্ৰাহ্মণত্বৰ দাবী কৰি আছোঁ—এই ব্ৰাহ্মণত্বৰ স্থান আজি সমাজত নাই। জন্মগত ব্ৰাহ্মণৰ স্থান সমাজত তিষ্ঠিব বুলি আশা নকৰিব। স্বভাৱগত ব্ৰাহ্মণ সকলো জাতিৰ ভিতৰতে, আছে। আপুনি পণ্ডিত মানুহ, নিশ্চয় এই কথা বিশ্বাস কৰে।

জন্মগত ব্ৰাহ্মণৰ স্থান সমাজত নাথাকিব কিয়? ব্ৰাহ্মণ অধঃপতিত হ'ব পাৰে কিন্তু অধঃপতিত ব্ৰাহ্মণো ব্ৰাহ্মণ। মই স্বীকাৰ কৰোঁ ব্ৰাহ্মণ সমাজত অনেক প্ৰকাৰৰ অধঃপতন ঘটিছে সেই বুলি ব্ৰাহ্মণৰ সমস্ত আচাৰ-নীতি আৰু সামাজিক ব্যৱস্থা সকলো ত্যাগ কৰি ব্ৰাহ্মণৰ কৃষ্টি আৰু ধৰ্ম পৰিত্যাগ কৰিব লাগিবনে?"

"ধৰ্ম আৰু কৃষ্টি কি হে ৰক্ষা কৰিব, দেউ" বুলি হৰসুন্দৰে প্ৰশ্ন কৰিলে?

"সামাজিক নিয়ম ৰক্ষিত হ'লেই ধৰ্ম আৰু কৃষ্টি ৰক্ষিত হ'ব" বুলি কৃষ্ণকান্তদেৱে উত্তৰ দিলে।

তেতিয়াই সভাত হাঁহি আৰু ঠাট্টাৰ এটি ৰোল উঠিল। কৃষ্ণকান্তদেউ অলপ বিৰক্ত আৰু উত্তেজিত হৈ উঠি সভাৰ ফালে চাই ক'লে—এই ঠাট্টাৰ অৰ্থ কি?

"সভাৰ ভিতৰৰপৰা নবীন তালুকদাৰে প্ৰশ্ন কৰিলে—দেউ। ধৰ্ম আৰু কৃষ্টি যদি সামাজিক নিয়ম-ৰক্ষাৰপৰাই ৰক্ষিত হয় তেন্তে আপুনি ক'ব পাৰেনে যে ব্ৰাহ্মণ-জাতিৰ সৃষ্টিৰ সময়ৰপৰা আজিলৈকে সকলোবোৰ সামাজিক নিয়ম একে ৰকমে চলি আহিছে, কোনো পৰিবৰ্তন হোৱা নাই। যদি পৰিবৰ্তন হৈছে তেন্তে ব্ৰাহ্মণৰ কৃষ্টি ৰক্ষিত হোৱা নাই বুলি কওক'। স্মৃতিৰ পণ্ডিতৰ বিপদ দেখি—নৈয়ায়িক পণ্ডিত ব্ৰহ্মানন্দ তৰ্ক-তীৰ্থদেৱে উত্তৰ দিলে—কথাটো পৰিষ্কাৰ হোৱা নাই। মই কওঁ শুনা—

সমাজ, ধৰ্ম আৰু জাতি ওতপ্ৰোতভাৱে জড়িত। তৰ্কৰ খাতিৰত অনেক সময়ত শব্দৰ ব্যৱহাৰত ভুল হ'ব পাৰে নাইবা ভাবৰ সামঞ্জস্য নাথাকিব পাৰে; কিন্তু সেই বুলি এইটো কথা নহয় যে সামাজিক নিয়মবোৰ খুচিমতে ভাঙিব পাৰি। সামাজিক নিয়ম ভঙ্গ হ'লে পৰিচয় নষ্ট হয়। মানুহৰ পোছাকৰ যেনেকৈ বৈশিষ্ট্য আছে, সামাজিক নিয়মৰো তেনেকৈ বৈশিষ্ট্য আছে। ধুতি পিন্ধিলে ভাৰতীয় হ'ব আৰু কোট পেণ্ট্‌লুন্ পিন্ধিলে ভাৰতীয় নহ'ব সেইটো নহয়; কিন্তু

ধুতি ভাৰতীয় পোছাক আৰু কোট্ পেণ্ট্‌লুন্ ইংৰাজী পোছাক। ভাৰতীয়ও মানুহ, ইংৰাজো মানুহ এইটো সঁচা কথা; কিন্তু তথাপি দেশভেদে, আচাৰভেদে, সামাজিক নিয়মভেদে, পোছাকভেদে ইংৰাজ আৰু ভাৰতীয়ৰ ভিতৰত প্ৰভেদ আছে। সেইবাবে সামাজিক নিয়ম ৰক্ষা কৰি অতীত কৃষ্টিৰ পৰিচয় দিয়া মানুহৰ স্বভাৱগত ধৰ্ম্ম।

নবীন তালুকদাৰে ক'লে, নহয় দেউ, আপোনাৰ এইবোৰ কথাৰ লগত মোৰ অকণো মতভেদ নাই, কিন্তু মোৰ কথা হৈছে সমাজ স্থাণু নহয়। সমাজ গতিশীল, পৰিবৰ্তনশীল। সমাজৰ নিয়ম পৰিবৰ্তন হৈ থাকিব, সেইবুলি মানুহ কৃষ্টিচ্যুত হ'ব কিয়?

সেইটোৱেইটো কথা—কৃষ্টি শব্দৰ অৰ্থ কি?

হলকৰ্ষণ কৰোঁতে ফালৰ দ্বাৰা যি অবিচ্ছিন্ন ধাৰা বহে তাৰ নাম কৃষ্টি। ধাৰাবাহিক ভাৱে বংশ পৰাম্পৰায় যিবোৰ নিয়ম পালি অহা যায় তাৰ নাম কৃষ্টি। এতিয়া হিন্দুৰ বিধবা-বিবাহৰ প্ৰথা নাই। বিধবা-বিবাহ চলালে কৃষ্টিচ্যুত হ'ব লাগিব।

সমাজৰ ভিতৰৰ পৰা এজনে মাত লগালে আপুনি দেখোন, দেউ, ব্ৰাহ্মণৰ বিধবা বিবাহ প্ৰথা নাই বুলি নকৈ হিন্দুৰ বিধবা বিবাহ প্ৰথা নাই বুলি ক'লে। আমাৰ অব্ৰাহ্মণ সমাজত দেখোন বিধবা-বিবাহ চলি আছে।

কেতিয়াও চলা নাই। ব্ৰাহ্মণৰ ভিতৰতে নহয় অব্ৰাহ্মণৰ ভিতৰতো বিধবা বিবাহ চলা নাই। তৰ্কতীৰ্থই উত্তৰ দিলে।

ৰাইজৰ মাজত পুনৰায় গণ্ডগোলৰ সৃষ্টি হ'ল। ইযেন এটি নতুন কথা।

এজনে মাত লগালে বিধবা-বিবাহ দেখোন চলি আছে। আজি আপুনি এইটো কি কথা হয়?

এইবোৰেইতো কথা। মানুহে সঠিকভাবে কথাবোৰ বুজি নাচায়। ওপৰাওপৰিকৈ কোনো-কথা চাব নালাগে। গভীৰভাৱে চিন্তা কৰি চাব লাগে। বিধবা বিবাহ প্ৰথা হিন্দুৰ কোনো সমাজত প্ৰচলিত নাই।

কৰ্ণ শুনা—হিন্দুৰ বিবাহ যাজ্ঞিক অনুষ্ঠানৰ মাজেদি হয়। বিবাহত পুৰোহিতৰ আৱশ্যক হয় আৰু সকলো বিবাহতে আনুষ্ঠানিক হোম হয়। যাক তোমালোকে বিবাহ বুলি কৈছা সি বিবাহ নহয়। এটা সামাজিক প্ৰথা মাথোন। যিসকলে বেদৰ ধৰ্মত বিশ্বাস কৰে তেওঁলোকে কেতিয়াও এই পন্থাক গ্ৰহণ প্ৰথাক বিবাহ নোবোলে। স্ত্ৰী-পুৰুষৰ এই মিলনৰ ফলৰ যি সন্তি-সন্ততি হয় সিহঁতক সমাজত অবৈধ কৰা নাই সঁচা, তথাপি এই প্ৰথাক কোনেও ভাল বুলি স্বীকাৰ কৰা নাই। এই প্ৰথা মানুহৰ আদিম যুগৰ প্ৰথা। মনাৰ ইতিহাসত এই প্ৰথাৰ মূল্য আছে নিশ্চয় আৰু ইয়াত অপবিত্ৰ ভাবৰ কোনো কথা নাই কিন্তু

বিবাহৰ যি বৈদিক প্ৰথা তাৰ ভিতৰত ইয়াৰ স্থান নাই। তাৰ যথেষ্ট কাৰণ আছে। বিপত্নীক পুৰুষে পুনৰায় কোনো বিধবা স্ত্ৰীক পত্নীৰূপে গ্ৰহণ কৰি সংসাৰ যাত্ৰা নিৰ্বাহ কৰা প্ৰথা আমাৰ কোনো কোনো সমাজত প্ৰচলিত আছে আৰু তেওঁলোকৰ সতি-সন্ততিক বৈধ বুলি স্বীকাৰ কৰি লৈ আমাৰ সমাজে সমাজক গতিশীল কৰি ৰাখিছে। শাস্ত্ৰই সমাজ ৰক্ষা কৰে। বিশৃঙ্খল নকৰে। সমাজত যেতিয়া এই প্ৰথা চলি আছে শাস্ত্ৰৰ দোহাই দি অস্বীকাৰ কৰা নাই; কিন্তু বৈদিক ধৰ্ম্মত মূলতঃ এই বিবাহৰ প্ৰথা নাই। তাৰ প্ৰধান কাৰণ হৈছে বৈদিক ধৰ্ম যাজ্ঞিক অনুষ্ঠানৰ ওপৰত নিৰ্ভৰ কৰে আৰু সম্পত্তি বিভাগ এই প্ৰথাৰ ওপৰত নিৰ্ভৰ কৰে। আমাৰ সমাজত দৌহিত্ৰই সম্পত্তিৰ অধিকাৰী হ'ব পাৰে। বিধবা বিবাহ প্ৰচলিত হ'লে এই দৌহিত্ৰ নিৰ্ণয় কৰা কঠিন সমস্যা হৈ পৰে। বিধবা কন্যাক এবাৰ গোত্ৰছেদ কৰি বিবাহ দিয়াৰ পাছত পিতৃগোত্ৰ ঘূৰাই পাব নোৱাৰে। বিধবা হোৱাৰ পাছত পুনৰায় বিবাহ দিলে সেই কন্যাৰ গৰ্ভজাত সন্তান কন্যাৰ পিতৃৰ দৌহিত্ৰ হ'ব নোৱাৰে। কৃষ্টিচ্যুত এইদৰে হয়।

এই কথাৰ পাছত সমাজত নানাপ্ৰকাৰ বিশৃঙ্খলা উপস্থিত হ'ল আৰু সমাজত নানাপ্ৰকাৰ বাক্ বিতণ্ডাৰ সৃষ্টি হ'ল। শেষত এইটোৱে স্থিৰ হ'ল যে বিধবা-বিবাহ শাস্ত্ৰ-সম্মত নহয় কিন্তু আজি কালিৰ দিনত যদি কোনোলোকে বিধবা-বিবাহ কৰাব খোজে তেওঁ সামাজিক ভাৱে চলিত প্ৰথামতে বিধবা-বিবাহ কৰিব পাৰে কিন্তু বিয়াৰ প্ৰচলিত মন্ত্ৰ পাঠ কৰি হোম পুৰি বিধবা বিবাহ কুমাৰী বিবাহৰ নিচিনাকৈ পাতিব নোৱাৰিব। এইটো সহজ কথা যে শাস্ত্ৰীয় বিবাহ শাস্ত্ৰমতে হ'ব আৰু পত্যন্তৰ গ্ৰহণ বা সামাজিক বিবাহ সামাজিক প্ৰথামতে হ'ব। জাতিভেদ সম্পূৰ্ণ মানি জন্মগত বৰ্ণত্ব পূৰ্ণ দাবি কৰি বিধবা বিবাহ চলাব নোৱাৰিব। যি আচাৰ যি সমাজত চলে সেই আচাৰ মানি সেই সমাজৰ সভ্য হ'ব লাগে। যদি জাতিভেদ মনা নহয় আৰু ব্ৰাহ্মণ, ক্ষত্ৰিয়, শূদ্ৰ, বৈশ্যৰ কোনো বৰ্ণভেদ নাথাকে সকলো সমান হয়, তেতিয়া প্ৰচলিত শাস্ত্ৰমতে বিবাহৰ কোনো প্ৰশ্ন নুঠে। গতিশীল সমাজত যি প্ৰথা প্ৰচলিত হয় সেই প্ৰথা মনা উচিত। শাস্ত্ৰৰ বিধান বিচাৰিবৰ কোনো আৱশ্যক নাই।

সভা শান্তি আৰু সন্তোষৰ মাজত শেষ হয়। মাধৱীলতাৰ বিবাহ সামাজিক প্ৰথা মতে হ'ব।

বিধবাকসকলৰ দুঃখমোচনকাৰীসকলে এই ব্যৱস্থাত সন্তোষ পাইছে যে জাতিভেদৰ বান্ধ ক্ৰমে ঢিলা হৈ আহিছে আৰু সকলো জাতি এদিন এক হ'ব; পণ্ডিতে পুৰণি শাস্ত্ৰৰ কামত লগাই থকাৰ কোনো আৱশ্যক নাই।

নন্দেশ্বৰে সকলোবোৰ কথা শুনি আছিল। নন্দেশ্বৰৰ মনত শাস্ত্ৰৰ ব্যাখ্যা বা সামাজিক প্ৰথা একোকে ভাটৈকৈ সাঁচ বহা নাছিল। নন্দেশ্বৰে কেৱল জানি

আছিল যে বিধৱা বিবাহ সাধাৰণভাৱে চলিলে সমাজত আৱৰ্জনা জমিব নোৱাৰিব। সৰহভাগ বিধৱাই সমাজৰ আৱৰ্জনাস্বৰূপ। নন্দেশ্বৰৰ মনত ৰমাৰ কথাহে ৰৰকৈ লাগি আছিল। এই ছোৱালীজনী ৰূপে গুণে আৰু বুদ্ধিত সকলোপিনে গৃহিণী হ'বৰ উপযুক্তা কিন্তু বিধৱা হোৱা বাবে খল প্ৰবৃত্তিৰ বশৱৰ্তী হৈ সমাজৰ অকল্যাণ আনিব লাগিছে। নন্দেশ্বৰৰ ইচ্ছা হ'ল যে—ৰমাক যি কোনো প্ৰকাৰে বিয়া দিব লাগিব। এইবোৰ কথা চিন্তা কৰি নন্দেশ্বৰ বহুখিনি ৰাতি হোৱাত ঘৰলৈ উভটিল। ঘৰলৈ আহি দেখে যে ঘৰৰ ভিতৰত ৰমা আৰু নন্দেশ্বৰৰ মাকে কথা পাতি আছে। চোতালৰ পৰাই ৰমাৰ মাত শুনি নন্দেশ্বৰে কোনো সহাৰি নিদিয়াকৈ থিয় দি থাকিল।

ৰমাই কৈছে—নহয়, পেহি! নন্দেশ্বৰৰ বিয়াৰ ব্যৱস্থা সোনকালে কৰা উচিত। ডেকা ল'ৰাৰ মনৰ কোনো স্থিৰতা নাই। ইমান ৰাতিলৈকে যে নন্দেশ্বৰ ঘৰলৈ অহা নাই—ই ভাল কথা নহয়। ইচ্ছা কৰিলে নন্দেশ্বৰৰ কাৰণে অনেক ভাল ছোৱালী পাব।

নন্দেশ্বৰৰ মাকে একোকে উত্তৰ নিদিলে। ৰমাই পুনঃ ক'লে—নন্দেশ্বৰে লেখা-পঢ়া এৰি দিছে—একো কাম-বন নাই, ৰাতি দুপৰলৈকে ঘূৰি ফুৰে এইবোৰ কথালৈ গাঁৱৰ মানুহে নানা-কথা কয়। নন্দেশ্বৰৰ মাকৰ মনত এনেয়ে কান্তেশ্বৰৰ কাৰণে দুখ লাগি আছে; তদুপৰি নন্দেশ্বৰৰ স্বভাৱ চৰিত্ৰৰ প্ৰতি ইঙ্গিত দি কথা ক'লে নন্দেশ্বৰৰ মাকৰ মনত অশান্তি আহিব, সেইটোৱেই ৰমাৰ ইচ্ছা। নন্দেশ্বৰ আৰু মাকৰ মনত মনোমালিন্য ঘটিলে ঘৰত অশান্তি হ'ব আৰু সদুপদেশ দিয়াৰ বাবে ৰমাক নন্দেশ্বৰৰ মাকে ভাল পাব। এইটোৱেই ৰমাৰ মনোভাৱ। নন্দেশ্বৰৰ মাকে তথাপি একো নক'লে।

কিছু সময়ৰ পাছত নন্দেশ্বৰে মা বুলি চোতালৰ পৰা মাত লগালে।

'তই ইমান ৰাতিলৈকে ক'ত আছিলি—নন্দ', বুলি মাকে সুধিলে।

এখন সভা আছিল তালৈকে গৈছিলোঁ।

ইমান ৰাতিলৈকে ঘূৰি-ফুৰা ভাল কথা নহয়, নন্দ—বুলি মাকে টান সুৰে ক'লে। নানাজনে নানা-কথা কয়—এইবোৰ কথা শুনি মন বৰ বেয়া হয়—নন্দ, বুলি মাকে পুনৰায় মিহি সুৰত ক'লে।

নন্দই মাকক একোকে উত্তৰ নিদি কেৱল এবাৰ ৰমাৰ ফালে চাই ক'লে "ৰমা! তুমি ইমান ৰাতিলৈকে কিয় পৰৰ ঘৰত আছা।" ৰমা লাহে-ধীৰে ওলাই গুচি গ'ল।

ৰাতি ভাত খাই শুই থাকিল। নন্দই মাকক একোকে নক'লে।

পাছদিনা ৰাতিপুৱা নন্দ খগেন্দ্ৰইতৰ ঘৰলৈ গ'ল। তাত দেখে যে খগেন্দ্ৰক পুলিছে গ্ৰেপ্তাৰ কৰিছে। নন্দই খবৰ কৰি জানিলে যে চোৰৰ মাল কিনি ৰখা

অপৰাধত খগেন্দ্র গ্রেপ্তাৰ হৈছে। নন্দ জামিন হৈ খগেন্দ্রক খালাচ কৰিলে। আদালতত মোকৰ্দ্দমা হ'ল। প্ৰমাণ নাই বুলি খগেন্দ্ৰ খালাচ হ'ল।

(৫)

খগেন্দ্র মোকৰ্দ্দমাত খালাচ হ'ল সচাঁ, কিন্তু পুলিচৰ ৰিপোৰ্ট আৰু সাক্ষীৰপৰা অনেক ভিতৰুৱা কথা বাহিৰৰ মাজত প্ৰকাশ হ'ল। খগেন্দ্ৰই চোৰা মাল ৰাখে, খগেন্দ্রৰ লগত অনেক চোৰ আৰু ডকাইতৰ সম্বন্ধ আছে আৰু খগেন্দ্রৰ লগত ৰমাৰ অবৈধ প্ৰণয় আছে—এইবোৰ কথা বাহিৰ হৈ পৰিল। নন্দই ৰমাৰ চৰিত্ৰৰ সম্পৰ্কে যি সন্দেহ কৰিছিল তাক সঁচা বুলি জানিব পাৰিলে। নন্দৰ ঘৃণা ৰমাৰ প্ৰতি দুগুণে বাঢ়িল আৰু ৰমাৰ সংসৰ্গ যে বিপজ্জনক সেই বিষয়ে নন্দৰ অকণো সন্দেহ নাথাকিল। ৰমাই নন্দেশ্বৰহঁতৰ ঘৰলৈ অহাযোৱা কৰে আৰু নিৰ্ম্মলাৰ লগত কথা পাতি থাকে। এইটো বন্ধ কৰা নন্দৰ কৰ্তব্য বুলি নন্দই স্থিৰ কৰিলে;

বৌ! বুলি এদিনাখন নন্দ বাতিপুৱাই নিৰ্ম্মলাৰ ওচৰ চাপিলেহি।

কি বাপু! বুলি নিৰ্ম্মলাই উত্তৰ দিলে। নন্দই নিৰ্ম্মলাক সুধিলে, বৌ! তুমি ৰমাৰ বিষয়ে অনেক কথা নাজানা। খগেন্দ্ৰৰ মোকৰ্দ্দমাৰ কথা কিবা শুনিছানে?

নাই শুনা। খগেন্দ্ৰৰ কি মোকৰ্দ্দমা?

খগেন্দ্ৰই চোৰা মাল ৰখা অপৰাধত পুলিচৰ হাতত ধৰা পৰে আৰু মই খগেন্দ্ৰৰ জামিন হওঁ। আদালতত মোকৰ্দ্দমা হ'ল—তাত যদিও সাক্ষী প্ৰমাণ নাই বুলি খগেন্দ্ৰ খালাচ হ'ল—কিন্তু কথাটো সঁচা। প্ৰকৃততে টকা ভেটি দিহে খগেন্দ্ৰ কথমপি সাৰিলে। সেই মোকৰ্দ্দমাত অনেক গোপনীয় কথা প্ৰকাশ হৈছে আৰু চুৰি ডকাইতি অনেক ঘটনাত ৰমাৰ যথেষ্ট যোগ আছে। ৰমাৰ চৰিত্ৰ বৰ ঘৃণনীয় আৰু খগেন্দ্ৰৰ লগত তাইৰ অবৈধ প্ৰণয় আছে। তাই যাতে আমাৰ ঘৰলৈ ঘৰকে অহাযোৱা নকৰে তাৰ বাবে সাৱধান হবা।

নিৰ্ম্মলা স্তম্ভিত হ'ল। কিয়নো মানুহে যে চোৰ ডকাইতৰ লগত সম্পৰ্ক থাকিব পাৰে এই বিষয়ে নিৰ্ম্মলাৰ কোনো ধাৰণাই নাছিল। নিৰ্ম্মলাৰ মনত এটা গভীৰ দুখৰ ৰেখা অঙ্কিত হ'ল, কাৰণ ৰমাৰ প্ৰতি নিৰ্ম্মলাৰ এটা স্বাভাৱিক সহানুভূতি আছিল—ৰমা বাল-বিধবা বুলি।

ইয়াৰ পাছত ৰমা কেইবা দিনো নন্দহঁতৰ ঘৰলৈ আহিছে; কিন্তু নিৰ্ম্মলাৰপৰা কোনো আলে-আলাই আৰু সিদিনা বেছি ৰাতিলৈকে নন্দৰ মাকৰ লগত কথা পাতি থকাত নন্দৰ প্ৰভাত ৰমা শঙ্কিতা হৈ আজি-কালি ৰমা ঘৰকে নন্দহঁতৰ ঘৰলৈ নাহে। ৰমা নাহিলেও ৰমাৰ অনেক খবৰ নন্দই ৰাখে; কাৰণ নন্দ

এতিয়া খগেন্দ্ৰহঁতৰ ঘৰলৈ ঘনাই যায়। খগেন্দ্ৰই নন্দক বন্ধু বুলি ভাবে, কাৰণ নন্দ খগেন্দ্ৰৰ জামিন হৈছিল।

নন্দ খগেন্দ্ৰহঁতৰ ঘৰলৈ অহা-যোৱা কৰা কথা পুলিচে গম পালে আৰু নন্দৰ গতিবিধিৰ প্ৰতি লক্ষ্য ৰাখিলে। বহুদিন লক্ষ্য কৰাৰ পাছত থানাৰ পুলিচ চব্ ইন্‌চ্‌পেক্টৰ লক্ষ্মীনাথ চলিহা এদিন নন্দহঁতৰ ঘৰ পালেহি।

"কিহে নন্দ! কি কৰিছা" বুলি চলিহা ডাঙৰীয়াই সুধিলে। চলিহা ডাঙৰীয়া বয়সস্থ লোক আৰু নন্দৰ ককায়েক কান্তেশ্বৰৰ পৰিচিত।

নন্দই—অ' আপুনি, আহক বহক বুলি চেয়াৰখন আগুৱাই দিলে। পিছে আজিনো কি ভাবি এইফালে আহিল?

ক'ম্ ৰবা। তামোল চালি অনাহোন বুলি চলিহাই ক'লে।

চলিহাক এইফালে অহা ৰমাই বাটতে দেখিছিল। সেই দেখি ৰমাও লাহে লাহে নন্দহঁতৰ ঘৰৰফালে আহি ভিতৰ সোমাল গৈ। ৰমা অহা চলিহাৰ পুলিচৰ দৃষ্টিত নপৰাকৈ থকা নাই।

তামোল চালি অনাৰ পাছত চলিহাই নন্দক ৰমাৰ কথা সুধিলে। নন্দ বিশ্বাসযোগ্য লোক বুলি জানি চলিহাই নন্দৰ ওচৰত ৰমাৰ বিষয়ে অনেক কথা ক'লে আৰু ৰমাক নন্দহঁতৰ ঘৰলৈ অহা যোৱা কৰা বন্ধ কৰিবলৈ ক'লে।

চলিহা আৰু নন্দেশ্বৰৰ ভিতৰত অনেক আলোচনা আৰু বহু মন্ত্ৰণা হ'ল। খগেন্দ্ৰৰ অধীনত এনে কিছুমান লোক আছে যে সিহঁত দেশৰ আৰু সমাজৰ অত্যন্ত অপকাৰী। নন্দেশ্বৰে এইকথা জানিব পৰা নাছিল।

চলিহাৰ পৰামৰ্শমতে নন্দেশ্বৰ প্ৰাইমেৰী শিক্ষকৰ পদত সোমাল।

নন্দেশ্বৰে স্কুলত চাকৰি কৰে, ঘৰত খেতি-বাতি কৰে আৰু সমাজৰ উন্নতিৰ বাবে গাঁৱত যি কৰিব লাগে তাকে কৰে। আলি-পদুলিৰ সংস্কাৰ কৰা, খোৱাপানীৰ বাবে নাদ-পুখুৰী খনা, স্বাস্থ্যৰক্ষাৰ বাবে হাবি-জঙ্ঘল পৰিষ্কাৰ কৰা সকলো ফালে নন্দেশ্বৰে দৃষ্টি দিয়ে।

নন্দেশ্বৰৰ স্কুলঘৰটো বৰ জৰাজীৰ্ণ অৱস্থাত আছিল। গাঁৱৰ মানুহৰ সহায়ত তাক নতুনকৈ সাজি টিনৰ ঘৰ কৰিছে। এই ঘৰতে ৰাইজৰ সভা-সমিতি বহে। স্কুল কম্পাউণ্ডৰ পশ্চিমফালে সৰু ধুনীয়া ঘৰ এটি কৰি তাত পুথিভঁৰাল কৰিছে আৰু পূবফালে সৰু ধুনীয়া এটি মণ্ডপ কৰিছে। নামপ্ৰসঙ্গ হ'লে স্কুল ঘৰৰ ভিতৰতে হয়। স্কুলঘৰৰ বেৰত মহাত্মা গান্ধী, পণ্ডিত জৱাহৰলাল নেহৰু, দেশভক্ত তৰুণ ৰাম ফুকন, কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, দেশবন্ধু চিত্তৰঞ্জন দাস, গোপাল কৃষ্ণ গোখ্‌লে আদিৰ ছবি আঁৰি থৈছে আৰু হাতৰ আখৰৰ আদৰ্শ কপিস্লিপ, বৈইজড্ মেপ আদিও আঁৰি থৈছে। চুকে কোণে ক'তো মকৰাৰ জাল বা আলাজু নাই। সকলো পৰিষ্কাৰ পৰিচ্ছন্ন। স্কুল কম্পাউণ্ডৰ চাৰিওকালে ক'তো হাবি-জঙ্ঘল বা গছৰ পাত এটাও পৰি থকা নাই।

ৰাতিপুৱা ৭ বজাত ল'ৰা-ছোৱালীবোৰ স্কুললৈ আহে। ৯ বজালৈকে সিহঁতে নিজে নিজে পঢ়ে। নন্দেশ্বৰে পুথি ভঁৰালত বহি নিজে কিতাপ পঢ়ি থাকে। নন্দেশ্বৰে কেৱল মাথোন সিহঁতে যাতে হাই-কাজিয়া, মৰামৰি নকৰে তালৈ দৃষ্টি দিয়ে। ৯ বজাত ল'ৰা-ছোৱালীবোৰ ঘৰলৈ যায় আৰু ১১ বজাত পুনঃ খোৱাবোৱা কৰি স্কুললৈ আহে। ১১ বজাৰপৰা ২ বজালৈকে নন্দেশ্বৰে আটাইবিলাককে শ্ৰেণীৰ ৰুটিন অনুসাৰে পঢ়ায়। স্কুল বহাৰ আগতে ঈশ্বৰৰ প্ৰাৰ্থনা গায়। ৪ বজাত ল'ৰা-ছোৱালীবোৰ পুনঃ স্কুললৈ আহে আৰু শাৰীৰিক ব্যায়াম, খেলা-ধূলা আৰু বাগিচাৰ কাম কৰি ৬ বজাত ঘৰলৈ যায়। ৭টাৰ পৰা ৯টা, ১১টাৰ পৰা ২টা আৰু ৪টাৰ পৰা ৬টা এইদৰে তিনিবাৰ স্কুল বহে। ৰাতি ৭ বজাৰ পৰা ১০ বজালৈকে গাঁৱলীয়া মানুহবিলাক পুথিভঁৰাললৈ আহে। কেতিয়াবা তাত নামপ্ৰসঙ্গ হয়, কেতিয়াবা ৰামায়ণ মহাভাৰত পাঠ হয় আৰু কেতিয়াবা কৃষ্টিমূলক বক্তৃতা-আদি হয়। এইবোৰৰ মাজেদি নন্দেশ্বৰে গাওঁখনৰ সম্পূৰ্ণ খবৰ ৰাখে আৰু সকলোবিলাক মানুহৰ আদৰৰ পাত্ৰ হৈ পৰিছে।

সিদিনা ৰবিবাৰ। ল'ৰা-ছোৱালীবোৰ স্কুললৈ অহা নাই। দিনটো নন্দেশ্বৰৰ জিৰণি। গধূলি ভাগৱত পাঠ হ'ব।

## (৬)

গধূলি। ভাগৱতী শ্ৰীব্ৰহ্মানন্দ তৰ্কতীৰ্থদেৱে পাঠ কৰিছে ঃ—

"যাবৎ ভ্ৰিয়েত জঠৰং তাবৎ স্বত্বং হি দেহিনাম্।
অধিকং যো অভিমন্যেত স স্তেনো দণ্ডমৰ্হতি।।"

যি পৰিমাণ ধনৰদ্বাৰা উদৰ পূৰ্ণ হয়, সেই পৰিমাণ ধনৰ বাবেহে দেহীসকলৰ (মানুহৰ) স্বত্ব আছে; যিজনে তাতকৈ অধিক ধনৰ আকাংক্ষা কৰে, সি তস্কৰ অৰ্থাৎ চোৰ, গতিকে সি দণ্ড পাবৰ যোগ্য।

তৰ্কতীৰ্থদেৱে ব্যাখ্যা কৰিছে—এয়ে ভাৰতবৰ্ষৰ সাম্যবাদ। প্ৰয়োজনৰ অতিৰিক্ত ধন ৰাখিবৰ স্বত্ব কোনো লোকৰ নাই। অতিৰিক্ত ধন দেৱতাৰ পূজা-সেৱাত, পিতৃলোকৰ শ্ৰাদ্ধাদি কাৰ্য্যত, সমাজ-সেৱাত আৰু দৰিদ্ৰনাৰায়ণৰ সেৱাত ব্যয় কৰিব লাগিব।

তৰ্কতীৰ্থদেৱে আৰু কৈছে—যে এই সৃষ্টিত সকলো প্ৰকাৰ বিধানৰ সামঞ্জস্য আছে। সৃষ্টিৰ ভিতৰত কি সামঞ্জস্য কি ক্ষেত্ৰত বিৰাজ কৰিছে তাৰ অনুসন্ধান কৰা প্ৰত্যেক লোকৰেই কৰ্তব্য। জ্ঞানীসকলে এই সামঞ্জস্য দেখা পায় আৰু সেইকাৰণে প্ৰয়োজনাতিৰিক্ত ধন দেৱকাৰ্য্য, পিতৃকাৰ্য্য আৰু সামাজিক কাৰ্য্যত ব্যয় কৰে।

আপোনাৰ কথা একো নুবুজিলোঁ বুলি নন্দেশ্বৰে মাত লগালে—তৰ্কতীৰ্থদেৱে বহলাই কৈছে—এই সংসাৰত সকলো মানুহৰে আশা-আকাঙ্ক্ষা আৰু অভাৱ-অভিযোগ আছে। এই আশা-আকাঙ্ক্ষা আৰু অভাৱ-অভিযোগ পূৰণৰ কাৰণে সকলো মানুহে চেষ্টা কৰে। এই আশা-আকাঙ্ক্ষা, অভাৱ-অভিযোগ পূৰণৰ সীমা নিৰ্দ্ধাৰণ কৰা অত্যন্ত কঠিন সমস্যা। সেইবাবে প্ৰত্যেক মানুহৰ অত্যাৱশ্যকীয় যিখিনি দৰকাৰ তাৰ পূৰণৰ বাবেহে অধিকাৰ আছে। তাতকৈ বেছি ভোগ কৰা উচিত নহয়। উদ্বৃত্ত ধনৰ দ্বাৰা সমাজ-সেৱা কৰিব লাগে। সমাজ পৰিপুষ্ট হ'লে ব্যক্তিগত উন্নতি হয়। প্ৰত্যেক ব্যক্তিয়ে যদি সমাজৰ কাৰণে ভাবে তেন্তে সমাজৰ জৰিয়তে প্ৰত্যেকৰ আশা-আকাঙ্ক্ষা সমানে পূৰণ হ'ব। সেইদৰে প্ৰত্যেক ব্যক্তিয়ে যদি দেৱকাৰ্য্য, পিতৃকাৰ্য্য নিয়মানুসাৰে কৰে সেই সমাজ ধৰ্মপ্ৰাণ আৰু কৃষ্টিপ্ৰাণ হৈ উঠে। ইয়াতকৈ উন্নতৰ সাম্যবাদ ক'ৰবাত আছে নে?

এই সাম্যবাদ লৈ নানা আলোচনা হ'ল। নন্দেশ্বৰৰ মনত ভাৰতীয় শাস্ত্ৰৰ প্ৰতি শ্ৰদ্ধা দুগুণে বাঢ়ি গ'ল।

## (৭)

ৰাতি দুপৰ। ৰমাৰ শোৱা কোঠালিত দুজনে কথা পাতি আছে। খগেন্দ্ৰই কৈছে—বৰ টান কথা ৰমা। দেখাদেখিকৈ মই তোমাক গ্ৰহণ কৰোঁ কেনেকৈ?

নহ'লে কি হব খগেন্দ্ৰ। মোৰ যে বৰ বিপদ। ইফালে পুলিচৰ দৃষ্টি, আনফালে নন্দেশ্বৰৰ চোকা দৃষ্টি আৰু এটা ফাল আছে—

আৰু এটা কি ফাল, ৰমা, বুলি, খগেন্দ্ৰই সুধিলে।

আৰু এটা ফাল কি? তোমালোক পুৰুষ মানুহ বুজি নোপোৱা। আমাৰ সমাজত বিধবাৰ বিবাহ প্ৰথা প্ৰচলিত আছে। একো নিন্দাৰ কথা নহয়। সামাজিক প্ৰথামতে বিবাহ হ'লে উভয় কুল ৰক্ষা পৰে, নহ'লে উভয়ৰে লজ্জাৰ সীমা নাথাকিব।

"সেইটো ঠিক কথা, ৰমা" বুলি হঠাতে নন্দেশ্বৰে বাহিৰৰ পৰা মাত লগালে।

কোন্ বুলি খগেন্দ্ৰ ওলাই আহোঁতেই পুলিচে খগেন্দ্ৰক গ্ৰেপ্তাৰ কৰিলে আৰু ৰমাকো গ্ৰেপ্তাৰ কৰিলে। যোৱা ৰাতি খগেন্দ্ৰ আৰু ৰমাই এঘৰ মানুহৰ ঘৰত সিন্ধি কাটি অলঙ্কাৰ আদি চুৰি কৰি পলাইছে আৰু পুলিচে তাৰ সন্ধান পাইছে। আজি ৰাতি সিহঁতৰ গতিবিধি লক্ষ্য কৰিবলৈ আহি দুয়োকো ৰমাৰ ঘৰত পাই পুলিচে গ্ৰেপ্তাৰ কৰিছে। চুৰি কৰা বস্তুখিনি ৰমাৰ ঘৰতে আছে।

খানাতালাছ কৰি পুলিছে বাহিৰ কৰিলে। নন্দেশ্বৰ আৰু গাঁৱৰ গাঁওবুঢ়া কান্তিৰাম সাক্ষী হ'ল।

তাৰ কিছুদিন পাছত আদালতত মোকৰ্দমা উঠিল। এইবাৰ সাৰিবৰ উপায় নাই। ৰমা আৰু খগেন্দ্ৰৰ শাস্তি অনিবাৰ্য্য। ৰমা নিৰুপায় হৈ নন্দেশ্বৰৰ শৰণাপন্ন হৈছে, ৰমাক উদ্ধাৰ কৰিব লাগে। নন্দেশ্বৰে সকলো কথা বুজি পালে; কিন্তু উপায় নাই। নন্দেশ্বৰে ৰমাক সাহস দি ক'লে যে খগেন্দ্ৰৰ লগত যাতে ৰমাৰ বিবাহ হয় তাৰ দিহা নন্দেশ্বৰে কৰিব; কিন্তু মোকৰ্দমাৰ হাতৰপৰা সকাবাবৰ কোনো উপায় নাই।

নন্দেশ্বৰে খগেন্দ্ৰক লগ ধৰি ৰমাৰ লগত বিয়াৰ প্ৰস্তাৱ কৰিলে। খগেন্দ্ৰই স্বীকাৰ নকৰে। নন্দেশ্বৰ ক্ৰুদ্ধ হ'ল। ক'লে—খগেন্দ্ৰ! তুমি জনা নাই যে তোমাৰ বিপদ কিমান? বিধবা ছোৱালীৰ লগত গোপনে বিহাৰ কৰাত তোমাৰ আপত্তি নাই; কিন্তু প্ৰকাশ্যে বিয়া কৰোৱাত তোমাৰ আপত্তি হৈছে। আজি ৰমাৰ পেটত যি সন্তান আছে তাৰ বাবে দায়ী কোন খগেন্দ্ৰ।

দায়ী তুমি, নন্দেশ্বৰ! বুলি খগেন্দ্ৰই উত্তৰ দিলে। ৰমা তোমালোকৰ ঘৰলৈ যাতায়াত কৰে আৰু তুমি ৰমাৰ লগত অবৈধ প্ৰণয়ত আবদ্ধ থাকি আজি তোমাৰ দুষ্কৰ্ম্মৰ গ্লানি মোৰ ওপৰত দিব খুজিছা।

নন্দেশ্বৰ এই কথাৰ বাবে সাজু থকা নাছিল। নন্দেশ্বৰ অবাক্ হ'ল। এতিয়া নন্দেশ্বৰে বুজি পালে যে ৰমায়ো এই কথাকে ক'ব পাৰে। নন্দেশ্বৰে আন একোকে নকৈ লাহে লাহে ওলাই গুচি গ'ল। ইয়াৰ পাছত নন্দেশ্বৰে ৰমা আৰু খগেন্দ্ৰৰ কথা লৈ কাকো একো নকলে। নিয়মিতভাৱে স্কুলৰ আৰু সমাজৰ কাম কৰি আছে। কিছুদিনৰ পাছত ইকাণ-সিকাণ কৈ সমাজত কথা ৰাষ্ট্ৰ হ'ল যে ৰমা অন্তঃসত্বা আৰু দোষী নন্দেশ্বৰ। এইদৰে যে কথা ৰাষ্ট্ৰ হৈছে নন্দেশ্বৰে গম ধৰিব পৰা নাছিল। ঘৰত বৌৱেকৰ কথাত নন্দেশ্বৰে বুজি পালে যে কথা বিষম।

নিৰ্ম্মলাই নন্দেশ্বৰক সুধিলে—হয়নে বাপু! ৰমাৰ বিষয়ে এইবোৰ কথা কি শুনোঁ?

নন্দেশ্বৰে শুধিলে—কি কথা বৌ।

নিৰ্ম্মলা—তুমি এতিয়ালৈকে একো কথা শুনা নাইনে? ৰমাৰ চৰিত্ৰৰ বিষয়ে বৰ বেয়া কথা ওলাইছে আৰু তাত তোমাৰ নামো যে প্ৰকাশ পাইছে।

নন্দেশ্বৰ—হয় নে কি? তোমালোকেও তাকে বিশ্বাস কৰিছা হবলা?

নিৰ্ম্মলা—বিশ্বাস অবিশ্বাসৰ কথা নহয়। ইয়াৰ প্ৰতিকাৰ আৱশ্যক। মনে মনে ৰহি থাকিলেতো নহ'ব।

নন্দেশ্বৰ—কি কৰিম?

নিৰ্ম্মলা—আচল কথা বাহিৰ কৰিব লাগিব। ৰমাৰ লগত নিশ্চয় কোনোবা এজন দোষী আছে।

নন্দেশ্বৰ—আছে। মই জানোঁ, কিন্তু ৰমাই যদি সমাজত সেই জনৰ নাম নকয়—কোনো প্ৰমাণ নাই। ৰমাই যাৰ নাম কয় সেয়ে দোষী হ'ব।

নিৰ্ম্মলা—ৰমাই কাৰ নাম ক'ব?

নন্দেশ্বৰ—কাৰ নাম ক'ব এতিয়াও বুজা নাইনে? নহলেনো তোমাৰ কাণত এইবোৰ কথা কেনেকৈ পৰিল?

নিৰ্ম্মলা আতঙ্কিতা হ'ল, ক'লে—তেন্তে এই দুৰ্ণামৰ বোজা তোমাৰেই বহন কৰিব লাগিব।

নন্দেশ্বৰ—যদি সত্যৰ প্ৰকাশ নহয় তেন্তে এই দুৰ্ণাম মূৰ পাতি ল'ব লাগিব।

নিৰ্ম্মলা—তুমি দেখোন নিশ্চিন্ত মনে এনে কথা ক'ব পাৰিলা?

নন্দেশ্বৰ—হয় বৌ। মোৰ উপায় নাই। ভগৱানৰ সহায় বিনা এই দুৰ্ণামৰ পৰা উদ্ধাৰ হ'বৰ উপায় নাই। ৰমা আৰু খগেন্দ্ৰ উভয়ে মোক শত্ৰুতা কৰিবৰ বাবে এই ষড়যন্ত্ৰ কৰিছে। খগেন্দ্ৰই ৰমাক বিয়া নকৰায় অথচ অবৈধভাৱে উপভোগ কৰিছে। ৰমাৰ অনুৰোধত মই খগেন্দ্ৰক বিয়াৰ প্ৰস্তাৱ দিয়াত খগেন্দ্ৰই ওলোটা মোৰ ওপৰতে এই দোষ দিছে। ৰমা আৰু খগেন্দ্ৰ চুৰিৰ দোষত গ্ৰেপ্তাৰ হৈছে; মই এজন সাক্ষী। উকিলৰ পৰামৰ্শমতে উভয়ে ষড়যন্ত্ৰ কৰি এই বুধি সাজিছে—যাতে মোৰ সাক্ষী গ্ৰাহ্য নহয়। যি হয় হ'ব বৌ, মই ঈশ্বৰৰ ওপৰতে নিৰ্ভৰ কৰি আছোঁ।

নিৰ্ম্মলাই সকলো কথা বুজি পালে আৰু শাহুয়েকক সময়মতে বুজাই ক'লে। ঘৰখনত এটা অশান্তিৰ পৰিৱেশৰ সৃষ্টি হ'ল।

সময়মতে মোকৰ্দ্দমা উঠিল। নন্দেশ্বৰে সাক্ষী দিলে। খগেন্দ্ৰ আৰু ৰমাৰ শাস্তি হ'ল। দুয়োজনৰ ছমাহকৈ ফাটেক হ'ল। ফাটেকত ৰমাৰ এটি সন্তান জন্মিল।

সমাজত হুলস্থুল লাগিল। দোষী কোন্? ফাটেকতে ৰমাৰ জবানবন্দী লোৱা হ'ল। ৰমাই তেতিয়াও নন্দেশ্বৰক দোষী বুলি ক'লে।

নন্দেশ্বৰৰ বিৰুদ্ধে এই অভিযোগ আহিব বুলি সমাজৰ লোকসকলে কেতিয়াও ভবা নাছিল। নন্দেশ্বৰে সমাজৰ কাম যিদৰে চলাই আছিল তাৰ দ্বাৰা সকলোৰে শ্ৰদ্ধা আৰু বিশ্বাস উপাৰ্জন কৰিছিল। নন্দেশ্বৰ এই দোষত দোষী বুলি শুনি সকলো স্তম্ভিত হ'ল। নন্দেশ্বৰৰ অসাক্ষাতত সমাজৰ মেল বহিল। খগেন্দ্ৰৰ ফালৰ বিসকল লোক আটাইবিলাকে নন্দেশ্বৰক দোষী সাব্যস্ত কৰিবলৈ দলবদ্ধ হৈছে; কিন্তু সমাজে নন্দেশ্বৰক মুখামুখি সুধিবলৈ সাহ পোৱা নাই। অৱশেষত স্থিৰ কৰিলে যে ৰমা ফাটেকৰপৰা ওলাই আহিলে এই বিষয়ে বিচাৰ কৰা হ'ব। ৰমাৰ দোষ গুৰুতৰ। পুলিচে কৈইবাটাও চুৰি-ডকাইতিত ৰমাৰ সংযোগ আছে

বুলি প্ৰমাণ পাইছিল। সেইবাবে ৰমাক এনে অৱস্থাতে খালাচ নিদি হাস্পাতালত ৰাখিও বন্দী অৱস্থাত ৰাখিছে। ৰমাৰ লৰাটি হাস্পাতালতে ২০ দিনৰ মূৰকত মৰিল। ক্ৰমে ক্ৰমে ছ মাহ পাৰ হৈ গ'ল। ৰমা আৰু খগেন্দ্ৰ ফাটেকৰ পৰা ওলাল। উভয়ৰে খং নন্দেশ্বৰৰ ওপৰত। নন্দেশ্বৰে সাক্ষী কৈ দুয়োকো ফাটেক দিছে; গতিকে নন্দেশ্বৰক কেনেকৈ জব্দ কৰিব পাৰে তাৰ বাবে ষড়যন্ত্ৰ সাজিব লাগিছে। দুয়ো ফাটেকৰ পৰা ওলাই আহোঁতেই গাঁৱত মেল বহিল। প্ৰকাশ্য মেলত ৰমাক সোধা হ'ল যে তাইৰ দোষৰ বাবে দোষী কোন্? ৰমাই স্পষ্টকৈ নন্দেশ্বৰ বুলি ক'লে। তেতিয়া সমাজে নন্দেশ্বৰক মাতিবলৈ পঠালে।

নন্দেশ্বৰ আহিল—

সমাজৰপৰা নন্দেশ্বৰক ৰমাৰ দোষৰ স্বীকৃতিৰ কথা কোৱা হ'ল। নন্দেশ্বৰ নিমাত হৈ থাকিল।

সমাজৰ পৰা নন্দেশ্বৰক সুধিলে যে তেওঁৰ কিবা কবলগীয়া আছে নে কি?

নন্দেশ্বৰ খং, দুখ আৰু লাজত অভিভূত হৈ একোকে নোকোৱাকৈ সভাস্থল ত্যাগ কৰিলে। সভাত নবীন তালুকদাৰ উপস্থিত আছিল। শেহত তেওঁ উত্তৰ দিলে, ৰাইজ সকল! আপোনালোকে এটি কথা ভাবি চাইছে নে—যে খগেন্দ্ৰ আৰু ৰমা একেটি মোকৰ্দ্দমাত একে দোষত দোষী হৈ ফাটেক খাটিছে। দুয়োৰো বিৰুদ্ধে আৰু অনেক প্ৰমাণ পুলিচৰ হাতত আছে যে বহুতো চুৰি-ডকাইতিত ইহঁতৰ সংযোগ আছে। ইহঁতৰ বিৰুদ্ধে নন্দেশ্বৰে আদালতত সাক্ষী দিছে। সমাজে বিচাৰ কৰি চাওক ৰমা আৰু খগেন্দ্ৰৰ মাজত অবৈধ প্ৰণয় সম্ভৱ নে নন্দেশ্বৰ আৰু ৰমাৰ মাজত অবৈধ প্ৰণয় সম্ভৱ। ৰমাই যে মিছা কথা কোৱা নাই তাৰ কিবা প্ৰমাণ আছে নে? আনফালে ৰমাই যে মিছা কথা কৈছে তাৰ যথেষ্ট কাৰণ আছে। মোৰ সম্পূৰ্ণ বিশ্বাস যে নন্দেশ্বৰ নিৰ্দোষ আৰু খগেন্দ্ৰহে এই দোষত দোষী। আপোনালোকে এই বিষয়ে পুলিচৰ সহায় ল'ব পাৰে। অনাইকণ্ড অপমানিত কৰা বাবে নন্দেশ্বৰে সমাজৰ বিৰুদ্ধে মানহানিৰ মোকৰ্দ্দমাও আনিব পাৰে। মানহানিৰ মোকৰ্দ্দমা কৰা হ'ব বুলি শুনি অনেকে ভয় পালে আৰু খগেন্দ্ৰকে দোষী সাব্যস্ত কৰিলে। সমাজৰ ৰায় হ'ল যে খগেন্দ্ৰই ৰমাক বিয়া কৰাব লাগে। ৰমা আৰু খগেন্দ্ৰই গত্যন্তৰ নেদেখি উভয়ে উভয়ক স্বামী-স্ত্ৰী হিচাপে স্বীকাৰ কৰিলে। নবীন তালুকদাৰে এনে এটি অন্যায় আৰু কুৎসিত ঘটনাত খগেন্দ্ৰক সকলোৱাই নন্দেশ্বৰক দোষী সাব্যস্ত কৰিব নোৱাৰিলে।

কান্তেশ্বৰ মেচোপোটেমিয়াৰপৰা ঘূৰি আহিল আৰু ই, এ, চি পদত অধিষ্ঠিত হৈ নিৰ্মলাক ডিব্ৰুগড়লৈ লৈ গ'ল। বুঢ়া মাক-বাপেকৰ আনন্দৰ সীমা নাইকিয়া হ'ল। বাপেক ধৰ্মেশ্বৰে কান্তেশ্বৰক ক'লে—"বোপা! নন্দেশ্বৰৰ বিয়াখন পাতিব লাগে।"

"হুঁ" বুলি কান্তেশ্বৰে স্বীকাৰ কৰিলে; কিন্তু তাৰ পাছত এই কথাৰ কোনো পুনৰুক্তি নহল আৰু নন্দেশ্বৰৰ বিয়া সম্পৰ্কে একো বন্দবস্ত নহ'ল।

কান্তেশ্বৰ বিদেশৰপৰা ঘূৰি অহাত নিৰ্ম্মলা অতি আনন্দিত হ'ল আৰু কান্তেশ্বৰৰ কথামতে শাহুৱেক শহুৰেকক সেৱা জনাই কান্তেশ্বৰৰ লগত ডিব্ৰুগড়লৈ গ'ল।

ডিব্ৰুগড়লৈ যোৱাৰ পাছত কান্তেশ্বৰৰ পৰা নন্দেশ্বৰে বা পিতাক ধৰ্ম্মেশ্বৰে কোনো চিঠি পত্ৰ পোৱা নাই।

নন্দেশ্বৰে ককায়েকলৈ কেইবাখনিও চিঠি দি উত্তৰ নেপাই বৌৱেকলৈ চিঠি দিলে। নন্দেশ্বৰে বৌৱেকলৈ দিয়া চিঠিখন প্ৰথমতে কান্তেশ্বৰৰ হাতত পৰিল আৰু কান্তেশ্বৰে খুলি পঢ়ি চালে।

"বৌ। তোমালোকে দেখোন আমাক একেবাৰে পাহৰি গ'লা। দাদালৈ কেইবাখনিও চিঠি দিলোঁ; কোনো উত্তৰ নাপালোঁ; পিতা আৰু মা'ই বৰ চিন্তা কৰি থাকে আৰু মোক তোমালোকৰ খবৰ কৰিবলৈ যাবলৈ কয়। দাদাৰ কোনো চিঠি নাপাই তেওঁৰ বিনা অনুমতিত যোৱা উচিত হ'বনে নহয় তাকে ভাবি মই একো স্থিৰ কৰিব পৰা নাই। তোমালোকৰপৰা চিঠিপত্ৰ পাই থাকিলে মোৰ যাবৰ কোনো আৱশ্যক নাই।

ৰমা আৰু খগেন্দ্ৰ আজি কালি নিয়মমতে সাংসাৰিক হৈছে আৰু খেতিবাতি কৰি উভয়ে সুখত কাল কটাব লাগিছে। পুলিচৰপৰা জানিব পাৰিলোঁ যে সিহঁতে এতিয়া পূৰ্ব্বৰ কাৰ্য্যবোৰ এৰি দিছে।

কান্তেশ্বৰে চিঠিখন নিৰ্ম্মলাৰ ফালে দলিয়াই দি গুচি গ'ল। চিঠিখন দিয়াৰ ভঙ্গী দেখি নিৰ্ম্মলাই বুজিলে যে কান্তেশ্বৰ ক্ৰুদ্ধ হৈছে। নিৰ্ম্মলাই চিঠি পঢ়ি বৰ দুখ পালে। নন্দেশ্বৰৰ সৰলতা, উদাৰতা আৰু স্বাৰ্থত্যাগৰ কথা কোনে বুজিব? নিৰ্ম্মলাই জানে গত ৪।৫ বছৰে কিমান দুখ কষ্ট কৰি বুঢ়া মাকবাপেক আৰু বৌৱেকৰ পোহপাল দিছে। কান্তেশ্বৰে এই সুদীৰ্ঘকালত এখন চিঠি দিও খবৰ কৰা নাই। আজি কান্তেশ্বৰ ঘূৰি আহিছে, হাকিম হৈছে, তথাপি বুঢ়া মাক বাপেকৰ খবৰ কৰা নাই।

ডিব্ৰুগড়লৈ অহাৰ পৰা কান্তেশ্বৰৰ লগত নিৰ্ম্মলাৰ বেছি কথা বতৰা হোৱা নাই। কান্তেশ্বৰে প্ৰয়োজনৰ অতিৰিক্ত কথা নকয় আৰু মাজে সময়ে খঙেৰে কথা কয়। নিৰ্ম্মলাই একোকে বুজি নাপায়।

সিদিনা ৰবিবাৰ। দুপৰীয়া ১ মান বজাত কান্তেশ্বৰে দিনৰ টোপনি মাৰি উঠি চাহ বিচাৰিছে। নিৰ্ম্মলাই নিজে চাহ কৰি কান্তেশ্বৰলৈ লৈ গ'ল আৰু চাহ দি হাঁহি মুখে ক'লে—

"মোৰ এটি কথা আছে, শুনিব নে?"

"কি কথা!" বুলি কান্তেশ্বৰে উত্তৰ দিলে। মুখৰ ভাৱ কঠোৰ যেন বুজা গ'ল।

নিৰ্ম্মলাই ঢোক্ গিলিলে। নিৰ্ম্মলাৰ মনত কম নে নকম ভাব উদয় হ'ল। কিছুসময়ৰ পাছত কান্তেশ্বৰে সুধিলে—কি কথা কোৱা!" কথাৰ সুৰ মিহি আৰু মুখৰ ভাৱ সৰল যেন অনুমান হ'ল।

নিৰ্ম্মলাই ক'লে—"বাপুৱে যে চিঠি দিছে, আপুনি পঢ়িছে নহয়।"

কান্তেশ্বৰে টান সুৰে ক'লে—হয় পঢ়িছোঁ কি কৰিব লাগে?

নিৰ্ম্মলা কথাৰ ভঙ্গি দেখি আচৰিত হ'ল, কিন্তু নিৰ্ম্মলাই আজি মন ডাঠ কৰি আহিছে। ইমানদিনে কান্তেশ্বৰৰ উদাসীন ব্যৱহাৰত নিৰ্ম্মলাই একোকে কোৱা নাই, কিন্তু পিতৃমাতৃৰ প্ৰতি আৰু সোদৰ ভাইৰ প্ৰতি স্বামীৰ এনে উদাসীন ব্যৱহাৰত নিৰ্ম্মলা ব্যথিতা হৈছে আৰু এই বিষয়ে সম্পূৰ্ণ আলোচনাৰ বাবে সাজু হৈছে।

"কি কৰিব লাগে? আপুনি নাজানে নে।"

"মই কি জানিব লাগে? তুমিয়েই কোৱাচোন"।

"মোৰ কবৰ একো নাই। আপুনি বিদ্বান্ আৰু ন্যায় আৰু অন্যায়ৰ বিচাৰক। আপুনি ভাবিচাওক ইমান কেইবছৰে পিতৃ-মাতৃ আৰু কণিষ্ঠ ভাইৰ প্ৰতি কি ব্যৱহাৰ কৰিছে?

"কি ব্যৱহাৰ কৰিছোঁ? যাৰ প্ৰতি যেনে ব্যৱহাৰ কৰা উচিত তাকে কৰিছোঁ।" নিৰ্ম্মলা ব্যথিত হ'ল। এইদৰে কথা কটাকটি কৰিলে কাজিয়াত পৰিণত হ'ব বুলি ভাবি নিৰ্ম্মলাই কান্তেশ্বৰৰ ওচৰ চাপি অহি সোহাগিণীৰ দৰে আদৰ সনা মাতেৰে ক'লে—নহয়! তেওঁলোকৰ প্ৰতি আমাৰ যথোপযুক্ত কৰ্ত্তব্য কৰা হোৱা নাই। আপুনি এবাৰ ভাবি চাওক।"

কান্তেশ্বৰে নিৰ্ম্মলাৰ প্ৰতি তীক্ষ্ণ দৃষ্টিপাত কৰি ক'লে মই কাৰো প্ৰতি অবিচাৰ কৰা নাই। পিতাৰ হাতত যথেষ্ট টকা থকা সত্ত্বেও মোক এম্ এ, বি, এল পঢ়া খৰচ দিয়া নাই। মই মনৰ দুখত পঢ়া এৰি গুচি গৈছোঁ। তেওঁলোকৰ ভৰণ-পোষণৰ বাবে টকা আছে, যথেষ্ট সম্পত্তি আছে। মোৰ ওপৰত নিৰ্ভৰ কৰিব নালাগে। মোৰ ভাই—ভাই নহয়—শত্ৰু বুলি খঙেৰে কান্তেশ্বৰ ঘৰৰপৰা ওলাই গ'ল।

নিৰ্ম্মলা স্তম্ভিতা হৈ বহি থাকিল। নিৰ্ম্মলাইয়ো নন্দেশ্বৰৰ চিঠিৰ উত্তৰ নিদিলে।

কিছুদিনৰ পাছত খবৰ আহিল যে নন্দেশ্বৰৰ পিতাক ঢুকাইছে আৰু মৰিবৰ সময়ত কান্তেশ্বৰৰ নাম কৰি শেষ নিঃশ্বাস পেলাইছে। নন্দেশ্বৰে বৌৱেকলৈ চিঠি দিছে। নিৰ্ম্মলাই চিঠিখন কান্তেশ্বৰক দিলে।

"এই চোৰা পিতাৰ মৃত্যুৰ সময়ত নন্দেশ্বৰে মোক খবৰ দিয়া নাই। তাৰ অৰ্থ কি জানানে? বুলি কান্তেশ্বৰে ক'লে—

'কি'? বুলি নিৰ্ম্মলাই সুধিলে।

ইয়াৰ অৰ্থ পিতাৰ পুতি থোৱা টকা আৰু সোণা। মৃত্যুৰ সময়ত সমস্ত টকা আৰু সোণা নন্দেশ্বৰৰ হাতত পৰিল। মই উপস্থিত থাকিলে ভাগ দিব লাগিব বুলি মোক সময়মতে খবৰ দিয়া নাই।

নিৰ্ম্মলাই ছিঃ। বুলি স্বামীক তিৰস্কাৰ কৰিলে।

ছিঃ নহয়, নিৰ্ম্মলা। এইয়ে সত্য কথা। পাছত বুজিব পাৰিবা।

নন্দেশ্বৰে চিঠি আৰু টেলিগ্ৰাম দিয়া সত্বেও কান্তেশ্বৰ ঘৰলৈ নগ'ল। ডিব্ৰুগড়তে পিতাকৰ অন্ত্যেষ্টিক্ৰিয়া সমাপন কৰিলে। নন্দেশ্বৰে বৰ দুখ পালে আৰু মাক দময়ন্তীও মনত বৰ আঘাত পালে।

তাৰ পাছত কেইবামাহো পাৰ হৈ গ'ল, কান্তেশ্বৰৰ পৰা কোনো চিঠিপত্ৰ নন্দেশ্বৰে নাপালে। নন্দেশ্বৰে দাদাকৰ কি দোষ কৰিব পাৰে বুজি নাপালে। তথাপি দাদাকৰ উদাসীনতা দেখি নিজেও উদাসীন হৈ বহি থাকিল। মাক দময়ন্তীৰ মনত বৰ দুখ, কিন্তু দময়ন্তীও কান্তেশ্বৰৰ খবৰ ল'বলৈ এৰিছে। পিতাকৰ শ্ৰাদ্ধৰ সময়ত কান্তেশ্বৰ নহাত দময়ন্তীয়ে বৰ বেয়া পাইছে। কান্তেশ্বৰে যে পিতাক-মাকৰ প্ৰতি উদাসীন হৈছে সেই কথাত দময়ন্তী বৰ মৰ্ম্মাহতা হৈছে আৰু সেইবাবে কান্তেশ্বৰৰ খবৰ ল'বলৈ এৰিছে। পিতাক-মাকৰ বিনানুমতিত মেচোপোটেমিয়ালৈ যোৱাৰপৰা এতিয়ালৈকে কান্তেশ্বৰৰ ব্যৱহাৰ বিবেচনা কৰি চালে কোনো মাক-বাপেক সন্তানৰ এনে ব্যৱহাৰত সন্তুষ্ট থাকিব নোৱাৰে। মাকৰ মন মাজে মাজে দুৰ্বল হয়; কিন্তু কি কৰিব, উপায় নাই। মনৰ কথা মনতে মাৰ নিয়ায়। এতিয়া ঘৰত নন্দেশ্বৰ আৰু মাক। মাকে নন্দেশ্বৰক বিয়াৰ কথা কয়; কিন্তু নন্দেশ্বৰে মন-কাণ নিদিয়ে। নন্দেশ্বৰৰ বয়স এতিয়া ২৬ বছৰ। অনেক মানুহে ছোৱালী বাচিছে কিন্তু নন্দেশ্বৰ বিয়াত মাতি হোৱা নাই।

নন্দেশ্বৰে দেশৰ কামতে মন দিছে। গাঁৱৰ উন্নতি, সমাজৰ উন্নতি কেনেকৈ হয় তাতেহে নন্দেশ্বৰৰ মন। এতিয়া গাঁৱত নন্দেশ্বৰৰ চেষ্টাত অনেক সজ অনুষ্ঠান হৈছে। স্কুল কম্পাউণ্ডৰ ভিতৰতে লাইব্ৰেৰী, নামঘৰ, নৈশবিদ্যালয় আৰু গাঁৱৰ পঞ্চায়ত সভা ঘৰ হৈছে। গাঁৱৰ এই পঞ্চায়ত সভাখন গৱৰ্ণমেণ্টৰ মঞ্জুৰী সভা নহয়। ই গাঁৱৰে সংগঠিত সভা। এই সভাৰ মূলত এটি ইতিহাস আছে। নন্দেশ্বৰৰ প্ৰতি যেতিয়া খগেন্দ্ৰ আৰু ৰমাই অবৈধ আৰু আক্ৰোশমূলক অভিযোগ উত্থাপন কৰে আৰু সমাজৰ মানুহে যেতিয়া বিনা বিচাৰে সেই অভিযোগ সঁচা বুলি ধৰি লৈছিল, নন্দেশ্বৰে তেতিয়াই মনে মনে কল্পনা কৰিছিল যে গাঁৱৰ সৰু সৰু হাই-কাজিয়াবোৰ আৰু গাঁৱৰ মেলবোৰ নিষ্পন্ন কৰিব

লাগিব। নন্দেশ্বৰৰ কল্পনা অনুসাৰে আজি এই সভা গঠন হৈছে আৰু গাঁৱৰ কামবোৰ এই সভাৰ জৰিয়তে হ'ব লাগিছে। এই সভাৰ সম্পাদক নন্দেশ্বৰ নিজে আৰু সভাপতি হয় গাঁৱৰ উপস্থিত সভ্যৰ ভিতৰত যি কোনো এজন। স্থায়ী সভাপতি নাই। স্থায়ী সভাপতি থাকিলে সভাৰ ক্ষমতা ব্যক্তিগত লোকত কেন্দ্ৰীভূত হয় কাৰণে নন্দেশ্বৰে সভাপতি পদটো স্থায়ী কৰা নাই। ছপা নিয়মাৱলী আছে আৰু ৰাজহুৱা কামৰ ভাগ হিচাপে বেলেগ বেলেগ বিভাগ আছে। শিক্ষা, পানী আৰু আলি পদূলি, চিকিৎসা, সামাজিক আনুষ্ঠানিক কাজ-কৰ্ম (যেনে বিৱাহ আদি) প্ৰত্যেক বিষয়ৰে বেলেগ বেলেগ বিভাগ আছে আৰু প্ৰত্যেক বিভাগৰ কাৰণে একোজন সহকাৰী সম্পাদক আছে। ফলত গাঁৱৰ প্ৰায়বিলাক উৎসাহী ডেকা-ল'ৰাক আবদ্ধ কৰি ৰখা হৈছে আৰু সমস্ত টকা-পইছাৰ হিচাপ নিজে পৰিপাটিকৈ ৰখা বাবে গাঁৱৰ কাম সুন্দৰকৈ চলিছে। মৈৰাপাৰা গাঁৱৰ আলি-পদুলি এতিয়া সুন্দৰ হৈছে। প্ৰত্যেক চুবুৰীতে একোটি পকা নাদ হৈছে আৰু প্ৰত্যেক ৰাস্তাৰ মূৰত ৰাতি একোটি লেম্প জ্বলে। গাঁৱত চুৰি-ডকাইতি নাই আৰু আদালতত কোনো মোকৰ্দ্দমা নাই। সকলো কথা গাঁৱতে নিষ্পত্তি হয়। আদালতত যাবৰ কোনো আৱশ্যক নকৰে। মুঠতে মৈৰাপাৰা গাওঁখন এখন আদৰ্শ গাঁৱত পৰিবৰ্ত্তিত হৈছে।

সিদ্দিমা গাঁৱৰ নামঘৰত ৰাইজৰ এখন সভা বহিছে। সভাৰ আলোচ্য বিষয় আছিল—ধৰ্ম্ম, শিক্ষা আৰু দীক্ষা। সভাপতিত্ব কৰিছিল পণ্ডিত ব্ৰহ্মানন্দ তৰ্কতীৰ্থদেৱে।

নিৰ্দ্দিষ্ট বক্তা আছিল—প্ৰিয়নাথ দাস।

সভাত অনেক বিষয়ে আলোচনা হ'ল। আলোচনাৰ পাছত সকলোৱে একবাক্যে স্বীকাৰ কৰিলে যে সংসাৰ-ধৰ্ম্ম পালন কৰাই সাংসাৰিক লোকৰ কাৰণে প্ৰধান ধৰ্ম্ম। এই ধৰ্ম্ম-ৰক্ষা ব্যক্তিৰ ওপৰত যেনেকৈ নিৰ্ভৰ কৰে, সামাজিক আবেষ্টনৰ ওপৰতো তেনেকৈ নিৰ্ভৰ কৰে। সমাজৰ প্ৰত্যেকজন লোকে যাতে সাধুভাৱে জীৱনযাত্ৰা নিৰ্ব্বাহ কৰিব পাৰে তাৰবাবে প্ৰত্যেকে যত্নবান্ হ'ব লাগে। পুনৰায় এমাহৰ পাছত এনে ধৰণৰ সভা এখন ২ মাইল আঁতৰৰ বৰগাঁৱত বহুৱাবলৈ সিদ্ধান্ত কৰা হ'ল। তাত দীক্ষা সম্পৰ্কে বক্তৃতা হ'ব বুলি জনাই দিয়া হ'ল।

তাৰ পাছৰ সপ্তাহত অসমীয়াত ভলত দিয়া ৰাতৰিটো প্ৰকাশ পালে—

# ধৰ্ম্ম শিক্ষা আৰু দীক্ষা

## (মৈৰাপাৰা সাংস্কৃতিক সভাৰ প্ৰথম অধিৱেশন)

"যি কোনো সম্প্ৰদায়ৰেই মানুহ নহওক বা যি কোনো ধৰ্ম্মৰেই মানুহ নহওক সংসাৰ-ধৰ্ম্ম পালন কৰাই তেওঁৰ পক্ষে প্ৰধান ধৰ্ম্ম। যিজন লোকে সংসাৰ-ধৰ্ম্ম সততা আৰু ন্যায়-নিষ্ঠাৰ মাজেদি পালন কৰিব নোৱাৰে, তেওঁক ধাৰ্ম্মিক লোক বুলি ক'ব নোৱাৰি। ধৰ্ম্ম-পালনত বাহ্যিক পৰিৱেশৰ আৱশ্যক কিন্তু আটাইতকৈ ডাঙৰ পৰিৱেশ সদাচৰণ, পাৰস্পৰিক সহানুভূতি, সামাজিকতা, পৰাৰ্থে স্বাৰ্থত্যাগ আৰু ঈশ্বৰোপাসনা। এই গুণবোৰ পিতৃ-মাতৃৰ আদৰ্শৰ পৰা ল'ৰা-ছোৱালীয়ে শিক্ষা কৰে। গৃহৰ পৰিৱেশ সেইবাবে শিক্ষাৰ অনুকূল হোৱা উচিত। এই পৰিৱেশৰ অনুকূলে যাতে শিক্ষানুষ্ঠানবোৰ গঢ়ি উঠে তাৰবাবে সমাজৰ দৃষ্টিভঙ্গি আৰু জনমত গঢ়ি উঠিব লাগে। শিক্ষাৰ উদ্দেশ্য সংসাৰধৰ্ম্ম পালনৰ বাবে ল'ৰা-ছোৱালীক উপযুক্ত কৰি তোলা। এই সংসাৰ-ধৰ্ম্ম পালনত এই সংসাৰৰ সৃষ্টি কৰ্ত্তাৰ অস্তিত্ব স্বীকাৰ কৰি তেওঁৰ এই মহান সৃষ্টিৰ উদ্দেশ্য উপলব্ধি কৰিবলৈ যত্ন কৰা শিক্ষাৰ প্ৰধান অঙ্গ। ঈশ্বৰৰ প্ৰতি ঐকান্তিক ভক্তি লাভৰ প্ৰধান উপায়—দীক্ষা। এই দীক্ষা শিক্ষাৰ পৰৱৰ্তী স্তৰ।

ব্যক্তিগত জীৱনত যেনে কথা, জাতীয় জীৱনতো তেনে কথা সম্ভৱ। ভাৰতবৰ্ষ অহিংসা-মন্ত্ৰত দীক্ষিত। ভাৰতবৰ্ষৰ সামাজিক পৰিৱেশ, গৃহৰ পৰিৱেশ আৰু শিক্ষানুষ্ঠানবোৰৰ পৰিৱেশৰ মূলভিত্তি হ'ব লাগিব অহিংসা। প্ৰত্যেক গৃহ আৰু প্ৰত্যেকটো অনুষ্ঠান অহিংসনীতিত প্ৰতিষ্ঠিত হ'ব লাগিব। এজনক মাৰি আনজন ৰজা হ'ব নোৱাৰে। এজনৰ হক নষ্ট কৰি আন জন লাভবান হব নোৱাৰে। নিজৰ হক ত্যাগ কৰি হ'লেও আনজনৰ হক ৰক্ষা কৰিলে সামাজিক-ধৰ্ম্ম পালন কৰা হয়। সমগ্ৰ দেশত এই অহিংসনীতিৰ প্ৰচাৰ আৰু প্ৰসাৰ যাতে হয় তাৰবাবে সামাজিক অনুষ্ঠান আৱশ্যক। মৈৰাপাৰা সাংস্কৃতিক অনুষ্ঠান এই উদ্দেশ্যে গঠিত হৈছে।

শ্ৰীনন্দেশ্বৰ কাকতী
সম্পাদক, মৈৰাপাৰা
সাংস্কৃতিক অনুষ্ঠান।

খবৰৰ কাগজত নিৰ্ম্মলাই এই খবৰটো পাই মনে মনে বৰ ভাল পালে, কিন্তু এই বিষয়ে কান্তেশ্বৰৰ লগত কোনো আলোচনা কৰিবলৈ সাহ নকৰিলে। কান্তেশ্বৰে যে নন্দেশ্বৰক বেয়া পায় তাৰ কাৰণ নিৰ্ম্মলাই ভাবি পাইছে যে তাহানিখন ৰমাই নিৰ্ম্মলা আৰু নন্দেশ্বৰৰ প্ৰতি যি কুৎসিত ইঙ্গিত দিছিল, সেই ইঙ্গিতৰ আভাস কান্তেশ্বৰকো তাই কিবা প্ৰকাৰে দিছে আৰু সেইবাবে কান্তেশ্বৰে

নিৰ্ম্মলা আৰু নন্দেশ্বৰক এনেদৰে বেয়া ব্যৱহাৰৰ দ্বাৰা দুয়োকো অশান্তি দিব লাগিছে। কথাটো ইমান অপমানজনক আৰু হেয় যে এই বিষয়ে প্ৰসঙ্গ উলিয়াবলৈকো লাজ লাগে। নিৰ্ম্মলা তিৰোতা মানুহ। এনে এটি কথা স্বামীৰ আগত কেনেকৈ উলিয়াব পাৰে? আনফালে স্বামীৰ ব্যৱহাৰত মনে মনে অত্যন্ত ক্ষুণ্ণা হৈ তিলে তিলে অন্তৰত পুৰি দেই মৰিব লাগিছে। স্বামীৰ চেনেহ আৰু বিশ্বাস নাপালে কোনো তিৰোতাই শান্তি পাব নোৱাৰে আৰু নিজৰ জীৱন বিফল বুলি ভাবে। আনফালে কান্তেশ্বৰে ভাবে যি তিৰোতাই স্বামী-প্ৰেমৰ পবিত্ৰতা ৰক্ষা কৰিব পৰা নাই, সেই তিৰোতাৰ সহবাসত কোন্ পুৰুষ সুখী হ'ব পাৰে? কান্তেশ্বৰে মনে মনে অশান্তি ভুগিব লাগিছে আৰু সমাজৰ লাজ আৰু অপমানৰ ভয়ত নিৰ্ম্মলাৰ লগত স্বামী-স্ত্ৰী হিচাপে বাস কৰি আছে।

সিদিনা কাছাৰী বন্ধ। কান্তেশ্বৰ ঘৰতে আছে। হঠাতে নন্দেশ্বৰ আহি পালে। নন্দেশ্বৰে একো খবৰ নিদিয়াকৈ আহিছে। নন্দেশ্বৰে হিচাপ কৰি চাইছে যে বন্ধৰ দিনা কান্তেশ্বৰক লগ ধৰি গধূলিৰ গাৰীত ঘূৰিব পাৰিব। নন্দেশ্বৰৰ ইচ্ছা নাই যে কান্তেশ্বৰৰ ঘৰত পলম কৰি থাকিব। নন্দেশ্বৰ অহা দেখি কান্তেশ্বৰ আৰু নিৰ্ম্মলা উভয়ে আচৰিত হ'ল; কিন্তু কান্তেশ্বৰে আচৰিত হোৱা ভাৱ দেখুৱা নাই। নিৰ্ম্মলাই আনন্দৰ ভাৱ লুকাই ৰাখিব নোৱাৰিলে আৰু ফুটাই ক'লে "হঠাতে খবৰ নিদিয়াকৈ কিয় আহিছা, বাপু?" খবৰ দিবলৈ সময় নহ'ল। মা বৰ অধৈৰ্য্য হৈছে; তেওঁ পুনঃ পুনঃ মোক আহিবলৈ কয়, মই দাদাৰ চিঠি পাম পাম বুলি আশা কৰি আছিলোঁ; পিছে দাদাৰ বা তোমাৰ কাৰো চিঠিপত্ৰ নোপোৱাত মা'ৰ কথা এৰাব নোৱাৰি হঠাতে গুচি আহিলোঁ। মা'ৰ অসুখ। মই আজিয়েই ৰাতিৰ গাড়ীত ঘূৰি যাম। তোমালোক দুয়োকো লৈ যাব লাগে বুলি মাই মোক কৈ পঠাইছে।

মা'ৰ কি অসুখ বাপু? নিজে নাহি টেলিগ্ৰাম নিদিলা কিয়? মা'ক বেমাৰী অৱস্থাত এৰি আহিছা কিয়?

নহয়, তেনে মাৰাত্মক অসুখ নহয়। আজি দুমাহ মানৰ পৰা আবেলি জ্বৰ উঠে,—ঔষধপত্ৰ নাখায়। গা ধোৱে, ভাত খায়ে আৰু সকলো কাজ-কৰ্ম্ম কৰে আৰু হাক্ দিলে কাৰো কথা নুশুনে। আজিকালি কথাতে খং উঠে। নিজে নিজে তোমালোকৰ কথা কয় আৰু মোক গালি শপনি পাৰি থাকে। মোৰ বৰ বিপদ হৈছে বৌ? মই কি কৰিম? মোৰ যে কি দোষ মই বুজি নাপাওঁ। একো কথা ক'ব নোৱাৰোঁ। কিবা ভাল কথা কলেও ঘৰৰ পৰা ওলাই যাবলৈ কয়। কয় যে "সিহঁত দুয়ো (তোমালোক দুয়োজনক উদ্দেশ্য কৰি) যেনেকৈ গৈছে তয়ো তেনেকৈ যা। মোৰ ঘৰত থাকিব নালাগে। মই অকলে অকলে মৰি থাকিম; তহঁতে কোনেও চাব নালাগে।" মোৰ কোনো উপায় নোহোৱা হৈছে, বৌ। মই কি কৰোঁ,

বুলি কৈ নন্দেশ্বৰে আনফালে মুখ ঘূৰালে। নন্দেশ্বৰৰ চকুত পানী আহিছে। প্ৰিয়জনৰ সমুখত মনৰ বেদনা লুকাই ৰখা সহজ কথা নহয়। তাতে আজি বহুদিনৰ মূৰত নন্দেশ্বৰে বৌৱেকক লগ পাইছে। প্ৰাণৰ আবেগ আৰু মনৰ বেদনা বলেৰে লুকাই ৰাখিবলৈ যত্ন কৰিও কৃতকাৰ্য্য হ'ব নোৱাৰিলে। দুয়ো চকুৰ পৰা দুধাৰি লো আপোনাআপুনি ওলাই আহিবলৈ ধৰিলে।

কান্তেশ্বৰ ঘৰৰ পৰা ওলাই গুচি গ'ল। নন্দেশ্বৰৰ কথাত কান্তেশ্বৰৰ মনতো আঘাত লাগিছে। কিন্তু কান্তেশ্বৰে নন্দেশ্বৰ ওচৰত নিজৰ কোনো দুৰ্ব্বলতা প্ৰকাশ কৰিবলৈ ৰাজী নহয়। কান্তেশ্বৰৰ যে মাকলৈ ভক্তি বা আকৰ্ষণ নাই সেইটো নহয়; কিন্তু নন্দেশ্বৰৰ প্ৰতি কান্তেশ্বৰৰ ঘৃণা, ক্ৰোধ, আৰু বিৰক্তি ইমান গভীৰ যে কান্তেশ্বৰ তাৰ বাবেই পিতাক-মাকৰ প্ৰতিও ইমান উদাসীন হৈছে।

কান্তেশ্বৰ ঘৰৰ পৰা ওলাই গুচি যোৱাত নন্দেশ্বৰৰ মনৰ পৰা সংযমৰ বাঁধ আঁতৰি গ'ল। নন্দেশ্বৰে বৌৱেকৰ ফালে চাই হুক্-হুক্‌কৈ কান্দিবলৈ ধৰিলে। কান্তেশ্বৰ মেচোপোটেমিয়ালৈ যোৱাৰ পাছৰ পৰা নন্দেশ্বৰে নানা আলৈ আহুকালৰ মাজত পিতা-মাতাৰ ভৰণ-পোষণ কৰিছে; ভগ্নী-সদৃশা বৌৱেকক মাতৃৰ নিচিনা ভক্তি কৰিছে, ভাগিনীৰ নিচিনা চেনেহ কৰিছে আৰু ভৰণ-পোষণ কৰিছে। নানা অভাৱ-অভিযোগৰ মাজত কাল কটাইছে; কেতিয়াও কাৰো ওচৰত হীন ভাৱ দেখুৱা নাই। নন্দেশ্বৰৰ কোমল প্ৰাণত নানা আঘাত লাগিছে কিন্তু বাহিৰত বজ্ৰৰদৰে কঠোৰ হৈ সকলো আঘাত সহ্য কৰিছে। আজি মাকৰ দুৰ্ব্যৱহাৰত আৰু দাদাকৰ উদাসীনতাত নন্দেশ্বৰ বিচলিত হৈছে। নন্দেশ্বৰে বুজি পাইছে যে ৰমাৰ কুৎচিৎ ৰটনাৰ অপবিত্ৰ বাতাবৰণে কান্তেশ্বৰৰ মনো কলুষিত কৰিছে। নন্দেশ্বৰে উপায় পোৱা নাই কেনেকৈ নিজৰ নিৰ্দোষিতা প্ৰমাণ কৰিব। অনেক কথা চিন্তা কৰি স্থিৰ কৰিছিল যে নন্দেশ্বৰে কান্তেশ্বৰৰ ওচৰত নিজৰ নিৰ্দোষিতা কেতিয়াও প্ৰমাণ কৰিবলৈ যত্ন নকৰে; কিন্তু নন্দেশ্বৰৰ বাবে নিজৰ স্নেহৰ বৌৱেকে দুখ পায় বা স্বামী-সুখৰ পৰা বঞ্চিত হয় এই কথা নন্দেশ্বৰে সহিব নোৱাৰে। আনফালে মাকে নন্দেশ্বৰৰ কাৰণেই পুতেক আৰু বোৱাৰীৰ সুখৰ পৰা বঞ্চিত হব লাগিছে-সেইটোও সহিব পৰা নাই। সেইবাবে নন্দেশ্বৰে কান্তেশ্বৰৰ ওচৰত নিবেদন কৰিবলৈ আহিছে যে তেওঁ যেন মাকক লগত ৰাখে। নন্দেশ্বৰৰ ইচ্ছা যে কান্তেশ্বৰে মাকৰ দায়িত্ব গ্ৰহণ কৰি নন্দেশ্বৰক মুক্তি দিয়ে।

কান্তেশ্বৰ ওলাই যোৱাৰ পাছত নন্দেশ্বৰৰ কান্দোনত নিৰ্ম্মলা বিচলিতা হৈ পৰিল। কি কৰা যাব ভাবি একোকে ঠিক কৰিব নোৱাৰিলে। কিছু সময়ৰ পাছত হঠাতে মনত পৰিল যে নন্দেশ্বৰ আহি পোৱাৰ পাছত চাহ একাপো দিয়া নাই বা সোধ-পোছ কৰিবৰ কোনো যত্ন কৰা নাই। কৰ্ত্তব্যৰ ত্ৰুটী হোৱা যেন দেখি

নন্দেশ্বৰৰ ওচৰলৈ গৈ ক'লে বাপু! আজি তুমি ইমান অধীৰ হৈছা কিয়? তোমাকতো কেতিয়াও অধীৰ হোৱা মই দেখা নাই? উঠা, হাত মুখ ধুই বহা। মই তোমাৰ কাৰণে চাহ জলপান লৈ আহোঁগৈ?" বুলি কৈ বান্ধনী-ঘৰৰ ফালে গুচি গ'ল।

বান্ধনী ঘৰলৈ গৈ চুকত সোমাই নিৰ্ম্মলাই একান্তমনে কিছুক্ষণ কান্দিলে। তাৰ-পাছত ষ্টোভটো জ্বলাই কেটেলিত পানী উতালবলৈ দিলে। তাৰ পাছত হাত-মুখ ধুই কান্তেশ্বৰ ক'ত আছে চাবলৈ গ'ল। কান্তেশ্বৰক বিচাৰি পঢ়া খোটালিত পালে। তাত কান্তেশ্বৰে ওপৰৰ ফালে চাই ইজি চেয়াৰখনত বহি থকা দেখিলে। নিৰ্ম্মলা লাহে-লাহে কান্তেশ্বৰৰ ওচৰলৈ গৈ ক'লে—"আহক। দুয়োকো চাহ জলপান দিওঁ।"

কান্তেশ্বৰে নিৰ্ম্মলাৰ ফালে চাই আকৌ ওপৰৰফালে চাবলৈ ধৰিলে যেন কিবা এটা গভীৰ সমস্যা-পূৰণৰ চেষ্টা কৰিছে।

নিৰ্ম্মলাই পুনঃ ক'লে—আহক! বাপুৰ লগতে দুয়ো বহকহি। আজি অন্ততঃ বাপুক অপমান নকৰিব। যোৱা ৪ বছৰে মই আপোনাক কোনো কথা কোৱা নাই। আপুনি মোক যি দোষত দোষী বুলি ভাবিছে ঈশ্বৰে জানে মই দোষী হয়নে নহয়; কিন্তু বাপু আজি অতিথি? অতিথিৰ নিচিনা ব্যৱহাৰ কৰক! মই হাজাৰ প্ৰকাৰে দোষী হ'লেও আপোনাৰ পৰিণীতা পত্নী আৰু আপুনিও মোক লোকচক্ষুত আজিও আপোনাৰ পত্নী স্বৰূপে স্বীকাৰ কৰি আহিছে। আপোনাৰ পৰা যিখিনি পাইছোঁ তাতেই মই খুচি; মোক ইয়াতকৈ বেছি একো দিব নালাগে; কিন্তু অতিথিৰ প্ৰতি অসম্মান নেদেখুৱাব।

কান্তেশ্বৰে পুনৰায় নিৰ্ম্মলাৰ ফালে চালে আৰু চেয়াৰৰপৰা উঠি ক'লে ব'লা! যাওঁ।

কান্তেশ্বৰ আৰু নিৰ্ম্মলা আহি দেখে যে নন্দেশ্বৰে হাত মুখ ধোৱা নাই আৰু চেয়াৰ এখনত বহি কিবা ভাবি আছে। কান্তেশ্বৰ আৰু নিৰ্ম্মলাক অহা দেখি চেয়াৰৰ পৰা উঠি দাদাকক ক'লে "দাদা! মা'ৰ দায়িত্ব গ্ৰহণ কৰা মোৰ পক্ষে অসম্ভৱ হৈছে। তুমি মা'ৰ দায়িত্ব গ্ৰহণ কৰি মোক মুক্তি দিয়া।"

ৰ'বা, বাপু! এইবোৰ কথা এতিয়া এৰা। হাতমুখ ধোৱা— বুলি একৰকম ঠেলি নিৰ্ম্মলাই নন্দেশ্বৰক পানীৰ বাল্‌টিৰ ওচৰলৈ লৈ গ'ল। কান্তেশ্বৰ চেয়াৰ এখনত বহিল। নন্দেশ্বৰে হাত-মুখ ধুই আহি আন এখন চেয়াৰত বহিল। কিছু-সময়ৰ পাছত নিৰ্ম্মলাই চাহ জলপান লৈ আহি দেখিলে যে দুয়ো ভাই নীৰৱে বহি আছে। কোনেও কাকো একো কথা কোৱা নাই।

নিৰ্ম্মলা বুদ্ধিমতী। নিৰ্ম্মলাই বুজি পালে যে কান্তেশ্বৰে খোলা মনে নন্দেশ্বৰৰ লগত কথা পাতিব নোৱাৰে আৰু নন্দেশ্বৰেও দাদাকক কোনো কথা

ক'ব নোৱাৰে। কেটেলিৰ পৰা চাহ ঢলাৰ লগে লগে নিৰ্ম্মলাই সুধিলে বাপু! তোমাৰ স্কুল, পুথিভঁৰাল আদি দেশ সেৱাৰ কাম কেনে চলিছে?

নন্দেশ্বৰেও ইতিমধ্যে সংযত ভাৱ ধৰিবলৈ সক্ষম হৈছে আৰু নিৰ্ম্মলাৰ প্ৰশ্নৰ পৰা মনৰ গধূৰতা কিছু পাতলা যেন পালে।

উত্তৰ দিলে—দেশমাতৃৰ সেৱাৰ কাম ভালেই চলিছে, বৌ! কিন্তু নিজৰ মাতৃৰ সেৱাৰ কাম হে ভালকৈ কৰিব পৰা নাই। সেইবাবে মাতৃসেৱা তোমালোকৰ গাত দিব খুজিছোঁ।

নিৰ্ম্মলাই তিনিৰো মাজৰপৰা সঙ্কোচ আৰু দূৰত্বৰ বাতাবৰণ দূৰ কৰিবৰ মনেৰে দেশ সেৱাৰ কথা উলিয়াইছিল কিন্তু নন্দেশ্বৰৰ কথাত পুনঃ সেই ভাৱৰ পৰিৱেশৰ সৃষ্টি হ'ল। নিৰ্ম্মলাই একোকে ক'ব নোৱাৰিলে। কান্তেশ্বৰ আৰু নন্দেশ্বৰৰ ফালে চাহ জলপান আগুৱাই দিলে মাথোন।

চাহ জলপান খোৱাৰ লগে লগে—নন্দেশ্বৰে কান্তেশ্বৰক সুধিলে—ঘূৰি যাবৰ গাৰী কেই বজাত পোৱা যাব, দাদা? টাইম টেব্‌ল্ তোমাৰ ইয়াত আছেনে?

"টাইম টেব্‌ল্ আছে। গাৰী ৰাতি ৮ বজাত পোৱা যাব; তই আজিয়েই যাবি নেকি?

হয় দাদা, মই আজিয়েই যাম। মা অকলে আছে। কান্তেশ্বৰ মনে মনে থাকিল। নিৰ্ম্মলা এই কথাত বৰ ব্যথিতা হ'ল। ক'লে, আজি যাব নেলাগে, বাপু। কাইলৈকে যাবা। এদিনৰ কাৰণে একো নহয়।

নন্দেশ্বৰৰ দুই এদিন থকাত আপত্তি নাছিল যদিহে দাদাক আৰু বৌৱেকক লৈ যাব পাৰে; কিন্তু সেই কথাৰ একো মীমাংসা নোহোৱাত আৰু দাদাকৰ ব্যৱহাৰত ক্ষুণ্ণ হোৱাত নন্দেশ্বৰ থাকিব খোজা নাই।

নহয়, বৌ! মই যোৱাহে ভাল হ'ব। তোমালোকে মোক বিদায় দিয়াহে উচিত। তোমালোকে নিশ্চয় দুই এদিনতে যাব নোৱাৰা; কেতিয়া যাব পাৰা মোক ক'লে মই মাক সান্ত্বনা দিব পাৰিম।

নিৰ্ম্মলা নিমাত হ'ল। এই কথাৰ উত্তৰ দিবৰ গৰাকী কেৱল কান্তেশ্বৰ। নিৰ্ম্মলাই থিৰ কৰিলে যে অন্ততঃ আজিৰ গাৰীত নন্দেশ্বৰক যাবলৈ নিদিয়ে।

## (১০)

"হৰ, হৰ বম্ বম্" বুলি সন্ন্যাসী এজন আহি পিচ দিনা ৰাতিপুৱা কান্তেশ্বৰৰ পঢ়া খোটালীৰ আগত থিয় দিলেহি। তেওঁক দেখি কান্তেশ্বৰ ওলাই আহি সুধিলে—আপোনাক কি লাগে?

সন্ন্যাসীজনে কান্তেশ্বৰৰ ফালে চাই ক'লে—মোক একো নেলাগে, বাছা।

মই অনুমান কৰিছোঁ তোমাৰ মনত বৰ কষ্ট হৈছে। তুমি মিছামিছি কষ্ট ভোগ কৰিছা। তোমাৰ বিষম ভুল হৈছে।

কান্তেশ্বৰ আচৰিত হ'ল। এই সন্ন্যাসীজন সৰ্বজ্ঞান নেকি? এওঁ কয় কি? সুধিলে—আপুনি কি কৈছে?

মই কৈছোঁ, যে তোমাৰ মনত বহুত দুখ আছে কিন্তু সেই দুখৰ কাৰণ তুমি নিজে। তোমাৰ মনত এনে এটি অশান্তি আছে, যে সেই অশান্তিৰ মূলত কোনো কাৰণ নাই; কিন্তু তুমি ভুল ধাৰণাৰ বশবৰ্তী হৈ এই অশান্তিৰ সৃষ্টি কৰিছা।

কান্তেশ্বৰে ক'লে—আপোনাৰ কথা মই একো বুজি পোৱা নাই। আপুনি এইবোৰ কথা কিহৰূপৰা কৈছে?

কান্তেশ্বৰ হাকিম মানুহ। পদবীৰ গৌৰৱ তেওঁৰ সম্পূৰ্ণৰূপে আছে আৰু কান্তেশ্বৰে নিজৰ মনৰ দুৰ্বলতা সহজে আনক জানিবলৈ নিদিয়ে। অচিনাকী সন্ন্যাসী এজনে এনেদৰে কান্তেশ্বৰৰ মনৰ অশান্তিৰ কথাৰ ইঙ্গিত দি কথা কোৱাত তেওঁ ভাল পোৱা নাই। প্ৰকাশ্যে ক'লে সন্ন্যাসী, আনৰ কথালৈ আপোনাৰ মূৰ ঘমোৱাৰ কোনো আৱশ্যক নাই।

সন্ন্যাসীয়ে বুজিলে যে কান্তেশ্বৰ ক্ষুণ্ণ হৈছে। তেওঁৰ বুজিবলৈ বাকী নেথাকিল যে কান্তেশ্বৰৰ ভাগ্যত দুৰ্ভোগ আছে। সন্ন্যাসীৰ এবিধ ব্ৰত আছে। তেওঁ দৈৱ গণনাত পাৰ্গত। দৈৱ গণনাৰ ফলত অনেক মানুহৰ অনেক কথা বুজি পায় আৰু প্ৰত্যহ ৰাতিপুৱা এজন নহয় এজন মানুহক সদুপদেশ দিহে তেওঁ জল গ্ৰহণ কৰে। সন্ন্যাসীৰ উপদেশৰ পৰা বহুতৰে উপকাৰ হৈছে আৰু সমাজৰ উপকাৰৰ কাৰণেই তেওঁ জীৱন উৎসৰ্গ কৰিছে।

সন্ন্যাসীয়ে ফুটাই ক'লে—বোপা, মই গৃহত্যাগী লোক। বয়সত তোমাতকৈ ডাঙৰ। মোৰ একো স্বাৰ্থ নাই। মোক তুমি একো দিব নালাগে। মই তোমাৰ বিষয়ে কোৱাত তুমি ক্ষুণ্ণ হৈছা; কিন্তু তোমাৰ কল্যাণৰ অৰ্থেহে মই তোমাৰ ওচৰলৈ আহিছোঁ। বেছি কথা কৈ মই তোমাৰ সময় নষ্ট নকৰোঁ। তোমাৰ মন এতিয়া অত্যন্ত দুৰ্বল আৰু সন্দিগ্ধ। কেৱল এটি কথা কৈ যাওঁ—তুমি তোমাৰ অত্যন্ত আপোনাৰ জনৰ প্ৰতি সমুচিত কৰ্তব্য কৰা নাই। মনৰ সন্দেহ দূৰ কৰি স্বাভাৱিক ভাবে প্ৰিয়জনৰ প্ৰতি প্ৰিয় ব্যৱহাৰ কৰা তোমাৰ কৰ্তব্য।

সন্ন্যাসীৰ কথাত কান্তেশ্বৰ পোৱালী হেৰোৱা বাঘৰ দৰে ক্ৰুদ্ধ হ'ল। টান সুৰে সন্ন্যাসীক ক'লে,—সন্ন্যাসী, আপোনাক যদি একো নালাগে আপুনি যাব পাৰে। মোক আৰু বিৰক্ত নকৰিব।

"উপদেশো হি মুৰ্খানাং প্ৰকোপায় না শান্তয়ে" বুলি কৈ সন্ন্যাসীয়ে "হৰ হৰ বম্ ভোলানাথ" ধ্বনি কৰি লাহে লাহে গুচি গ'ল।

সন্ন্যাসী গুচি যোৱাৰ পাছত নিজৰ ঘোঁৰাগাড়ীত কান্তেশ্বৰ বিষণ্ণ মনে বহি

থাকিল। সন্ন্যাসীৰ ওপৰত তেওঁৰ বৰ খং উঠিছিল আৰু গ্ৰেপ্তাৰ কৰাবৰ ইচ্ছা হৈছিল; কিন্তু নিজৰ কথা আদালতত তুলি সমাজক জনোৱাৰ সকাম নাই বুলি ভাবি মনৰ খং মনতে মাৰ নিয়ালে। নন্দেশ্বৰে দাদাকক লগ ধৰিবলৈ আহি কান্তেশ্বৰক বিষণ্ণ মনে বহি থকা দেখি উভতি গ'ল। নন্দেশ্বৰ হঠাতে আহি উভতি যোৱা দেখিও কান্তেশ্বৰে একো নেমাতিলে। নন্দেশ্বৰক নিৰ্ম্মলাই যোৱাকালি যাব নিদিয়াত থাকি গ'ল।

(১১)

মা'—দাদা নাহিল। বৌ আহিব খুজিছিল; দাদাই আহিব নিদিলে। নন্দেশ্বৰে ঘৰলৈ আহি মাকক খবৰ দিলে।

মই জানো—বাছা, কিন্তু তথাপি মাকৰ মন—সেইকাৰণেই তোক পঠাইছিলোঁ। পিছে, সিহঁত কেনে আছে নন্দ।

দেখাত শাৰীৰিক ভালেই আছে; কিন্তু মানসিক যেন দাদা বা বৌ কাৰো মনত সুখ নাই এনে যেন পালোঁ।

হয়, বাছা—আজি ইমান দিনে এটিও সন্তানৰ মুখ নেদেখিলে। কি যে দুৰ্কপাল!

নন্দেশ্বৰে একো নেমাতিলে। দময়ন্তী তেওঁৰ নিজ কামলৈ গুচি গ'ল। দময়ন্তীৰ এতিয়া নিতৌ আবেলি জ্বৰ উঠে আৰু ৰাতিপুৱা এৰে। ঔষধপাতি একো নাখায়।

এনেতে বমাই কোলা গুৱনী ল'ৰা এটি লৈ হঠাতে নন্দেশ্বৰহঁতৰ ঘৰত ওলালহি।

বমাই সুধিলে—নন্দ, কান্তেশ্বৰ দাদা নাহিল নেকি?

নন্দেশ্বৰে চমুকৈ উত্তৰ দিলে যে দাদাই ছুটী নাপালে। তোমাৰ ল'ৰাটো বৰ ধুনীয়া হৈছে, বমা।

হয়, নন্দ ই-বৰ দুষ্টও হৈছে।

খগেন্দ্ৰ ঘৰত আছে নে?

আছে, নন্দ।

ব'লা, বমা! তোমালোকৰ ঘৰলৈ যাওঁ বুলি কৈ নন্দেশ্বৰে বমাক বমাইঁতৰ ঘৰলৈ মাতি নিলে আৰু তাত খগেন্দ্ৰক লগ ধৰি ক'লে—"তোমাৰ লগত এটি বৰ গোপনীয় কথা আছে খগেন্দ্ৰ।"

"গোপনীয় কথা! অৰ্থাৎ বমাৰ সাক্ষাতত তুমি কব নোখোজা।"

"বমাৰ সাক্ষাতত কোৱাৰ এতিয়া আৱশ্যক নাই; অৱশ্যে বমাই পাছত

জানিব পাৰিব। এতিয়া পৰামৰ্শহে। যদি পৰামৰ্শত মোৰ কথা নৰয় তেতিয়া কাকো কোৱাৰ আৱশ্যক নাই। কি কোৱা ৰমা?" বুলি নন্দই ৰমাৰ ফালে চালে।

ৰমাই—"ভাল বাৰু, মোৰ এতিয়া বহু কাম আছে। তোমালোকৰ কথা শুনি থাকিবৰ সময় মোৰ নাই। তোমালোকৰ কাৰণে মই সম্প্ৰতি চাহ জলপানৰ যোগাৰকে কৰোঁগে বুলি ৰমা গুচি গ'ল।

ৰমা গুচি যোৱাৰ পাছত খগেন্দ্ৰই সুধিলে—কি গোপনীয় কথা, নন্দ।

খগেন্দ্ৰ, তোমাৰ বৰ্তমান কৰ্মপদ্ধতি দেখি সঁচাকৈ মই বৰ আনন্দ পাইছোঁ। তুমি এতিয়া আগৰ অভ্যাসবোৰ পৰিত্যাগ কৰি সৎ গৃহস্থ হৈছা। এতিয়া তোমাৰ কৰ্তব্য হৈছে, নিজৰ, দেশৰ আৰু দহজনৰ কাৰণে চিন্তা কৰা।

মই কি কৰিব লাগে—নন্দ, মোক দহজনৰ মাজলৈ নেটানিবা। মোৰ মনৰ গতি এতিয়াও বৰ চঞ্চল। তোমালোকে বাহিৰৰপৰা যি দেখিছা ভিতৰৰ কথা তেনে নহয়।

"ভিতৰৰ কি কথা—খগেন্দ্ৰ, নন্দই প্ৰশ্ন কৰিলে। সেইবোৰ বহুত কথা হে। আজি মই সেইবোৰ কথা ক'বলৈ সাজু নহয়। সময়মতে সকলো কম। আজি তোমাৰ কবলগীয়া কি কথা তাকে কোৱা বুলি খগেন্দ্ৰই উত্তৰ দিলে।

"খগেন্দ্ৰ, মই এখন আশ্ৰম পাতিব খুজিছোঁ। তাত তোমালোক দুয়োজনৰে সহযোগিতা কামনা কৰোঁ।"

তুমি কি আশ্ৰম পাতিবা হে, নন্দ। আশ্ৰম পতাত তোমাৰ কি অধিকাৰ আৰু উদ্দেশ্যই বা কি?

মই সন্ন্যাসীৰ আশ্ৰম পাতিব খোজা নাই খগেন্দ্ৰ, মই এখন বিদ্যাশিক্ষাৰ আশ্ৰম পাতিব খুজিছোঁ। এই আশ্ৰমত ল'ৰা-ছোৱালীবোৰক বিদ্যা শিক্ষা দিয়াৰ লগতে নৈতিক, আধ্যাত্মিক আৰু শাৰীৰিক শিক্ষা দিয়া হ'ব।

অৰ্থাৎ তুমি এখন স্কুল পাতিব খুজিছা? স্কুল বা পঢ়াশালি নাম নিদি আশ্ৰম নাম দিব খোজাৰ অৰ্থ মই একো বুজা নাই।

স্কুল ঠিক নহয়। স্কুলো বুলিব পাৰি, কিন্তু স্কুল বুলিলে যি বুজা যায় সেইটো নহয়। মোৰ আশ্ৰমত ল'ৰা-ছোৱালী বিলাকৰ ভৱিষ্যৎ নৈতিক জীৱন যাতে উন্নত ধৰণৰ হয় তাৰে শিক্ষা দিব লাগিব।

"তাত কি কি থাকিব—মোক বুজাই কোৱাচোন।" স্কুলত যিবোৰ বিষয়ে শিক্ষা দিয়া হয়, তাত অকলে সেইবোৰ বিষয়েই শিক্ষা দিয়া নহয়। গতিকে ইয়াক স্কুল বুলিব নোৱাৰা। মানুহে জীৱনটো কেনে ভাৱে সৎ আদৰ্শ আগত লৈ অতিবাহিত কৰিব লাগে তাৰ শিক্ষা দিয়াৰ কোনো অনুষ্ঠান এই দেশত নাই। ল'ৰা-ছোৱালীবিলাকে যদি সকবে পৰা সৎ আদৰ্শ নাপায়, সৎ কথা শিক্ষা নকৰে তেন্তে দৈশত বয়সত কেতিয়াও সৎ সংসাৰী হ'ব নোৱাৰে। তুমি লক্ষ্য কৰিছা

নে, খগেন্দ্ৰ! বিদ্যাশিক্ষা কৰাৰ লগে লগে আমাৰ ল'ৰা-ছোৱালীবোৰে বিলাসিতাৰ আশ্ৰয় ল'ব ধৰিছে। খেতিয়কৰ ল'ৰাই খেতি কৰিবলৈ লাজ পায়, কমাৰৰ ল'ৰাই কমাৰশালিত কাম কৰিবলৈ লাজ পায়, কুমাৰৰ ল'ৰাই কুমাৰৰ চাকত কাম কৰিবলৈ লাজ পায়। ল'ৰাইতকনো কি দোষ দিবা? সমাজত কৰ্ম্মভেদ, উচ্চ-নীচ ভেদ ইমান বাঢ়ি গৈছে যে কৰ্ম্মৰ প্ৰতি মানুহৰ বিৰাগ উপস্থিত হৈছে। গতিকে দেখা যায় এনে এটি সময় আহিব যিটো সময়ত আমাৰ কুটীৰ শিল্প একেবাৰে ধ্বংস হৈ যাব। আৰু ঈশ্বৰোপসনাৰ কোনো পদ্ধতি দেশত নাথাকিব। গতিকে কুটীৰ-শিল্পৰ শিক্ষা আমাৰ ল'ৰা-ছোৱালীয়ে পাব লাগিব আৰু সেই শিক্ষা জাতিভেদ হিচাপে হ'ব নোৱাৰিব। ভগবচ্চিন্তাৰপৰা যাতে ল'ৰা-ছোৱালীবোৰ বিচ্যুত নহয় তাৰো দিহা কৰিব লাগিব। তেতিয়াহে চৰিত্ৰবান লোকৰ সমাজ গঢ়ি উঠিব।

খগেন্দ্ৰই এইবোৰৰ বিষয়ে কোনো-দিনে কোনো কথা চিন্তা কৰা নাই; গতিকে ইমান গভীৰ আলোচনাত যোগ দিব নোৱাৰি সুধিলে—পিছে এই আশ্ৰম পতাত মই তোমাক সি সহায় কৰিব পাৰোঁ?

তুমি মোক অনেক প্ৰকাৰে সহায় কৰিব পাৰা। তোমাৰ সমৰ্থন আৰু প্ৰাথমিক অৰ্থ সাহায্য নিতান্ত আৱশ্যক। আশ্ৰম পাতিবলৈ মোৰ নিজৰ মাটি যথেষ্ট পৰিমাণে টিহু নদীৰ পাৰতে আছে। তাতে তুমি অৰ্থ-সাহায্য দি মোক সহায় কৰিব লাগে।

কিমান অৰ্থ সাহায্য লাগে, নন্দ, আৰু কি কাৰণে লাগে?

বেছি নালাগে, পোনতে মোক দুই হাজাৰ টকা লাগে কেইটিমান ঘৰ সাজিবলৈ। তুমি মোক এই টকা দান কৰি দিব নালাগে; ধাৰলৈহে লাগে।

খগেন্দ্ৰই এই বিষয়ে বিশেষ আলোচনা কৰিবৰ ইচ্ছা নকৰি কেৱল ক'লে—ভাল বাৰু, মই বিবেচনা কৰি চাওঁ, আজিয়েই ঘপ্ কৰি উত্তৰ নিদিওঁ।

ভাল; তেন্তে খগেন্দ্ৰ, মই যাওঁ।

নহয় ৰ'বা। ৰমাই চাহ জলপানৰ যোগাৰ কৰিছে নহয়!

এ মই চাহ নাখাওঁ। চাহ খাবলৈ এৰিলোঁ আৰু জলপান এতিয়া আগবেলা নাখাওঁ। গা ধোৱাই নাই। গা নোধোৱাকৈ মই একো নাখাওঁ বুলি কৈ নন্দ লাহে লাহে উঠি গুচি গ'ল। খগেন্দ্ৰই হকাবাধা নকৰিলে।

নন্দেশ্বৰ ঘৰলৈ ঘূৰি আহি ভাবিলে যে খগেন্দ্ৰৰ সাহায্য গ্ৰহণ কৰা উচিত হ'ব নে নহ'ব? কাৰণ খগেন্দ্ৰৰ উপাৰ্জ্জিত ধন সৎ পথৰ নহয়। নন্দেশ্বৰৰ সদনুষ্ঠানৰ ভিত্তি অসদুপায়ে অৰ্জন কৰা ধনেৰে স্থাপন কৰা উচিত নহ'ব। কি উপায়ে এই অনুষ্ঠান গঢ়ি তোলা যায় নন্দেশ্বৰৰ সেয়ে প্ৰধান চিন্তা হ'ল।

বৰ্ত্তমান নন্দেশ্বৰৰ প্ৰাইমেৰী স্কুলঘৰ যি ঠাইত আছে সেই ঠাই তেওঁলোকৰ

ঠেক। সেই কাৰণে নন্দেশ্বৰে সমাজ পাতি ৰাইজৰ মানুহৰে সহায়ত স্কুলখনকে তুলি নিবৰ সঙ্কল্প কৰিলে।

সিদিনা ৰবিবাৰ। দিনত স্কুল নাই। গতিকে নন্দেশ্বৰে ল'ৰাবিলাকৰ দ্বাৰা গাঁওৰ সকলো মানুহকে মতাই আনি গধূলি এখন সভা পাতিলে। সেই সভাত নন্দেশ্বৰে ৰাইজক বুজাই দিলে যে টিহু নদীৰ পাৰৰ তেওঁৰ নিজৰ অংশৰ ৪ পূৰা মাটিত ৰাজহুৱা অনুষ্ঠান পৰিচালনা কৰিব। ৰাইজৰ গাঁৱলীয়া নামঘৰ পূৰ্ব্বৰ ঠাইতে থাকিব। কেৱল ৰাজহুৱা পুথিভঁৰাল আৰু স্কুলখন নতুন ঠাইলৈ আহিব। ৰাইজে কিছু অৰ্থ সাহায্য দিব লাগে যাতে এই ঘৰ দুটা নতুন ঠাইলৈ তুলি নিব পাৰি। নতুন ঠাই বৰ্তমান স্কুলৰপৰা বেছি দূৰ নহয় কাৰণে ৰাইজ সহজতে মান্তি হ'ল আৰু মাহৰ ভিতৰতে ৰাইজে এই চাৰি পূৰা মাটি ঘেৰি ঘৰ-দুৱাৰ সজাই দিবলৈ মান্তি হ'ল।

## (১২)

নন্দেশ্বৰ ডিব্ৰুগড়ৰ পৰা গুচি যোৱাৰ পাছত কান্তেশ্বৰৰ ঘৰত অশান্তিৰ মাত্ৰা বাঢ়ি গ'ল। নিৰ্ম্মলাৰ মনত দাৰুণ আঘাত লাগিল। দৈনন্দিন তালিকাৰ কাৰ্য্য নিয়মমতে চলিছে যদিও তাত প্ৰাণ নাই। নিৰ্ম্মলাৰ সময়ৰ জ্ঞান নাইকীয়া হৈছে আৰু তৎপৰতা কমি গৈছে। তাত কান্তেশ্বৰৰ খোৱা-লোৱা আৰু সুখ-স্বাচ্ছন্দ্যৰ ব্যাঘাত ঘটিছে। কান্তেশ্বৰে এই কথা লক্ষ্য কৰিছে। নন্দেশ্বৰ যোৱাৰ পৰা যে নিৰ্ম্মলাৰ মনৰ গতি পৰিবৰ্ত্তন হৈছে এই কথাত কান্তেশ্বৰৰ মনত সন্দেহৰ ভাব বাঢ়িছেহে, কমা নাই।

নিৰ্ম্মলাৰ মনত আঘাত লাগিছে যে কান্তেশ্বৰে ইমান দিনে নিৰ্ম্মলাৰ মনৰ ভাব বুজিব নোৱাৰিলে। মেছোপোটেমিয়াৰ পৰা ঘূৰি আহিবৰো ৪।৫ বছৰ হ'ল। একেলগে একেঘৰতে স্বামী-স্ত্ৰী হিচাপে বাস কৰি থাকিও দাম্পত্য সুখৰপৰা উভয়ে বঞ্চিত হৈছে। নিৰ্ম্মলাই ভাবি নেপায় নিৰ্ম্মলাৰ কৰ্ত্তব্য কি? ঘৰত শাহুয়েকৰো মনতো অশান্তি। সন্তান হৈ মাকৰ দুখ বুজি নাপায়।

পিতাকে মৰিবৰ সময়ত পুত্ৰৰ মুখ দেখা নাপালে, ই কি ৰকম কথা! স্বামীৰ ব্যৱহাৰত নিৰ্ম্মলা ব্যথিতা আৰু মৰ্ম্মাহতা। উপায় নাই। মনৰ দুখ প্ৰকাশ কৰিবৰ কোনো পথ নাই। কান্তেশ্বৰৰ মনতো সুখ নাই; নিৰ্ম্মলাই বুজি পায় কিন্তু একো কৰিবৰ উপায় নাই।

নিৰ্ম্মলাৰ সিদিনা গা অসুখ। শুই আছে ভাত ৰান্ধিব পৰা নাই। চাকৰটোৱে ভাত ৰান্ধিছে। কান্তেশ্বৰে নিৰ্ম্মলাৰ অসুখৰ কথা গম পোৱা নাই। চাকৰে ভাত দিবলৈ ধৰোঁতে কান্তেশ্বৰে বুজিলে যে আজি নিৰ্ম্মলাই ভাত ৰন্ধা নাই। একোকে

নামাতি খোৰা-বোৰা শেষ কৰি কছাৰীলৈ গুচি গ'ল। নিৰ্ম্মলাৰ একো খবৰ নকৰিলে। নিৰ্ম্মলাই আকাশ-পাতাল ভাবি শুই থাকিল। গাৰ অসুখ সিমান নহ'লেও মনৰ অসুখ বহুত বেছি। চাকৰটোৱে আহি সুধিলে—আই! কিবা খাব নে নাখায়? এতিয়া একোকে নালাগে বাপুৰাম। অলপ পাছত গাধোৱা ঘৰত গাধোৱাৰ গৰম পানী এক বাল্‌তি দিবি।

আপুনি গা ধুব নেকি আই? আপোনাৰ দেখোন জ্বৰ?

হওক জ্বৰ, গৰম পানীৰে গা ধুলে একো নহয়। বাপুৰামে একোকে নামাতিলে। সি বহুত দিনৰ চাকৰ। স্বামী-স্ত্ৰীৰ ভিতৰত যে মনোমালিন্য আছে এই কথা সি অনুমান কৰিব পাৰিছে; কিন্তু তাৰো কোনো উপায় নাই। সি চাকৰহে মাথোন। স্বামী-স্ত্ৰীৰ কথাত চাকৰ নালাগে অইন কোনো অতি আপোন মানুহেও একো কৰিব নোৱাৰে।

এঘন্টামান পাছত বাপুৰামে গাধোৱা ঘৰত গৰম পানী, টাৱেল আদি দি খবৰ দিলে।

নিৰ্ম্মলাৰ জ্বৰ থকা সত্বেও গা ধুলে। গা ধোৱাৰ কিছু সময়ৰ পিছতো ভীষণ জ্বৰ উঠিল। জাৰত কঁপিব ধৰিলে।

কান্তেশ্বৰ কছাৰীৰপৰা আহি দেখিলে যে নিৰ্ম্মলাই জ্বৰত প্ৰলাপ বকিব ধৰিছে।

"নহয় বাপু!" প্ৰলাপত নিৰ্ম্মলাই বকিছে "মোৰ কাৰণে ভাবিবৰ তোমাৰ কি আছে? মোৰ অদৃষ্টত যি আছে সি ঘটিবই। তোমাৰ নিজৰ ঘৰ-সংসাৰ কৰা উচিত।" কান্তেশ্বৰে শুনি থাকিল। নিৰ্ম্মলা টোপনি গ'ল।

## (১৩)

নন্দেশ্বৰৰ নতুন অনুষ্ঠান গঢ়ি উঠিছে। গধুলি পুথি-ভঁৰালত সদায় ধৰ্মালোচনী সভা বহে। গীতা, ভাগৱত, ৰামায়ণ, মহাভাৰত আদি পাঠ হয়। সিদিনা ৰামায়ণ পাঠ হৈছিল, ব্ৰহ্মানন্দ তৰ্কতীৰ্থদেৱে বাল্মীকি ৰামায়ণৰ সংস্কৃতৰ শ্লোক পঢ়ি অসমীয়া ব্যাখ্যা দি শ্ৰোতাসকলক বুজাই দিছিল।

ৰাম ৰজা হৈ সীতাক বনবাস দিয়াৰ কাৰণ কি? পূৰ্ণ-ব্ৰহ্ম ভগৱান ৰামচন্দ্ৰৰ এনে অন্যায় আচৰণ কি বাবে হ'ল? সভাত এই প্ৰশ্নৰ উত্তৰ হ'ল।

লঙ্কাপুৰীৰপৰা সীতাদেৱীক অগ্নিপৰীক্ষা কৰি লৈ পুনৰায় বনবাস দিয়াৰ অৰ্থ কি? অগ্নিপৰীক্ষা কৰিবৰ বা কি আৱশ্যক হ'ল? ইত্যাদি নানা প্ৰশ্নৰ অৱতাৰণা হ'ল।

ব্ৰহ্মানন্দদেৱে বুজাইছে—

ভগৱান শ্ৰীৰামচন্দ্ৰৰ মনত লক্ষ্মীস্বৰূপ সীতাদেৱীৰ প্ৰতি কেতিয়াও সন্দেহ ওপজা নাছিল। লোক গঞ্জনাৰ ভয়ত অগ্নিপৰীক্ষা কৰিছিল। অগ্নি পৰীক্ষাৰ দ্বাৰা নাৰীজাতিৰ সতীত্বৰ মাহাত্ম্য কি অবৰ্ণনীয় আৰু সতীত্বৰ কি অপৰিসীম মূল্য তাক প্ৰমাণ কৰি লোক চক্ষুত দাঙি ধৰাই উদ্দেশ্য। নৰাকাৰে ধৰাত অৱতীৰ্ণ হৈ নৰৰ সুখ-দুখৰ সমভাগী হৈ অৱতাৰৰ পূৰ্ণতা আৰু মাহাত্ম্য প্ৰকাশ কৰাও এটি উদ্দেশ্য। ইহ জগতত মানৱৰ সুখ-দুখ নৰাকাৰে অৱতীৰ্ণ ভগৱানেও ভোগ কৰিব লাগিব। এয়ে লোকশিক্ষা। সমাজত থাকিব লাগিলে সামাজিক দৃষ্টি-ভঙ্গীৰে সকলো কথা লক্ষ্য কৰিব লাগিব। দীৰ্ঘকাল একাকিনী পৰৰ ঘৰত বা বিদেশত থাকিলে যিকোনো ৰমণীৰ সতীত্বৰ প্ৰতি সন্দেহ ওপজা স্বাভাৱিক কথা। শ্ৰীৰামচন্দ্ৰ বা সীতা বুলি ব্যতিক্ৰম হ'বৰ কোনো কাৰণ নাই; কাৰণ তেওঁলোকো নৰ আৰু নাৰী। যি সতী, যাৰ কোনো কলঙ্ক নাই তেনে সাধ্বী স্ত্ৰী কিমান মহীয়সী, কিমান তেজস্বিনী ইয়াতকৈ আৰু বেছি জ্বলন্ত প্ৰমাণ হ'ব নোৱাৰে। মানুহৰ মন কিমান কলুষিত হ'ব পাৰে আৰু লোক গঞ্জনাৰ দূষিত বাষ্পই সমাজৰ পৰিৱেশ কিমান অপবিত্ৰ কৰিব পাৰে তাৰেই প্ৰধান নিদৰ্শন হৈছে সীতাৰ চৰিত্ৰত কলঙ্কৰ আৰোপ দিয়া।

শ্ৰীৰামচন্দ্ৰৰ প্ৰজাৰঞ্জকতাৰ চৰম নিদৰ্শন সীতাৰ বনবাস। প্ৰজাতান্ত্ৰিক ৰজা শ্ৰীৰামচন্দ্ৰই প্ৰজাৰঞ্জনৰ বাবে সকলো ত্যাগ কৰিব পাৰে। পতিপ্ৰাণা সাধ্বী সীতাৰ চৰিত্ৰৰ ওপৰত যেতিয়া এজন প্ৰজাৰ মনতো সন্দেহ উপস্থিত হৈছে, সেই সন্দেহ দূৰীভূত কৰিবৰ যেতিয়া কোনো উপায় নাই, প্ৰজাৰঞ্জনৰ উদ্দেশ্যে ৰজাৰ প্ৰতি প্ৰকাশ কৰা লোকগঞ্জনাৰ মূলোৎপাটন কৰিবই লাগিব— লাগিলে সেই কাৰ্য যিমানেই কঠিন হওক বা দুষ্কৰ হওক। যি ৰাণীৰ চৰিত্ৰৰ প্ৰতি প্ৰজাৰ কুৎচিত ইঙ্গিত থাকে সেই ৰাণী আদৰ্শা নাৰী হ'ব নোৱাৰে। সেইবাবে ৰজা শ্ৰীৰামচন্দ্ৰই ৰাণী ত্যাগ কৰিলে। অযোধ্যাৰ নাৰী-জগতত ইয়াৰ যি প্ৰতিক্ৰিয়া হ'ল তাৰ অৱশ্যম্ভাৱী ফল কিমান মহৎ আৰু নৈতিকতাপূৰ্ণ হ'ব পাৰে ভাবি চাবৰ বিষয়। ৰজাৰ কৰ্ত্তব্য প্ৰজাৰঞ্জনৰ বাবে কঠোৰ হ'লেও কৰিব লাগিব। কৰ্ত্তব্যত পৰাঙ্মুখ ৰজা ৰাজসিংহাসনৰ উপযুক্ত হ'ব নোৱাৰে। প্ৰজাৰ সুখ-দুখৰ লগতহে ৰজাৰ সুখ-দুখ। প্ৰজাতান্ত্ৰিক ৰজাৰ আদৰ্শ এয়ে। ৰাজতন্ত্ৰ আৰু প্ৰজাতন্ত্ৰৰ সমন্বয় এইখিনিতে।

সিদিনা মই, ব্ৰহ্মানন্দদেৱে কৈছে, ভাৰতীয় সাম্যবাদৰ কথা কৈছিলোঁ, আজি মই ভাৰতীয় প্ৰজাতন্ত্ৰৰ আদৰ্শৰ কথা কৈছোঁ। সাম্যবাদ আৰু প্ৰজাতন্ত্ৰ মানুহৰ ইহকাল পৰকালৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগিব। ভগৱান শ্ৰীৰামচন্দ্ৰই মানৱ সমাজত কঠোৰ আদৰ্শ দাঙি ধৰিছে। এই ৰামায়ণৰ কথা যদি কবিৰ কল্পনাও হয় তথাপি ই মানৱৰ মনস্তত্ত্বজগতৰ কি অভিনৱ চিত্ৰ। জগতৰ কোনো

সাহিত্যত এনে চিত্ৰ আছে নে নাই মোৰ জনা নাই। যেনেকৈ ৰাজতন্ত্ৰৰ শাসনত সাম্যবাদ তিষ্ঠি থাকিব পাৰে ঠিক তেনেকৈয়ে ৰাজতন্ত্ৰৰ শাসনত প্ৰজাতন্ত্ৰ তিষ্ঠি থাকিব পাৰে। আনফালে সাম্যবাদ, ৰাজতন্ত্ৰ আৰু প্ৰজাতন্ত্ৰ আজিকালিৰ নিচিনা বিভিন্ন ৰাজনৈতিক দলৰ মতবাদ নহয়। একে ৰাষ্ট্ৰীয় শাসনৰ অঙ্গাঙ্গীভূত মতবাদ।

সাহিত্যৰ ফালে দি চোৱা—প্ৰথমবাৰ অগ্নিপৰীক্ষাত সীতাদেৱীয়ে আনন্দমনে জুইত প্ৰৱেশ কৰি নিষ্কলঙ্ক চৰিত্ৰৰ প্ৰমাণ জগতৰ ওচৰত দাঙি ধৰিলে। ৰাবণ বধৰ পিছত নিজৰ আৰাধ্য দেৱতা প্ৰেমময় স্বামীৰ সৈতে মিলন হ'ব—অন্তৰত কি উত্তেজনা! কি আনন্দ! দ্বিতীয়বাৰৰ অগ্নিপৰীক্ষাত সীতাৰ মনত সেই আনন্দ, সেই উত্তেজনা নাই। তাৰ পৰিবৰ্তে আছে লোকসমাজৰ প্ৰতি এটা বিতৃষ্ণভাব, এটা উদাসীন দৃষ্টিভঙ্গী। সংসাৰৰ প্ৰতি মায়া নাই; আসক্তি নাই। ভৱিষ্যৎ জীৱনৰ আশা—আকাঙ্ক্ষাৰ মাদকতা নাই। স্বামী সেৱাৰ প্ৰচুৰ অৱসৰ নাই। গতিকে সীতাদেৱীয়ে পাতাল প্ৰৱেশ কৰিলে।

ধৰ্ম্মৰ ফালে দি ভাবি চোৱা—পত্নী মানুহৰ সহধৰ্ম্মিনী, জীৱন-সঙ্গিনী। জীৱনৰ কোনো ধৰ্ম্ম-কাজ পত্নী নহ'লে সুসিদ্ধ নহয়—হিন্দুৰ গাৰ্হস্থ্য ধৰ্ম্মৰ এয়ে আদৰ্শ। সেই আদৰ্শৰপৰা শ্ৰীৰামচন্দ্ৰ স্খলিত হোৱা নাই। দেশৰ কল্যাণৰ অৰ্থে, নিজৰ মনস্তাপ নিবাৰণৰ বাবে আৰু পত্নীশোক পাহৰিবৰ বাবে অশ্বমেধ যজ্ঞৰ অনুষ্ঠান কৰিলে। এই আনুষ্ঠানিক কাৰ্যত লোকগঞ্জনাৰ ভয়ত সীতাদেৱীক পুনৰায় ঘূৰাই নানিলে কিন্তু স্বৰ্ণসীতা নিজৰ বামফালে স্থাপন কৰি পত্নীস্থান পূৰণ কৰিলে। শ্ৰীৰামচন্দ্ৰ ৰাজ্ঞী-ত্যাগী হ'ব পাৰে কিন্তু পত্নীত্যাগী নহয়। কি সুবিমল নিখুঁত আদৰ্শ! এই আদৰ্শই শ্ৰীৰামৰ লোকগঞ্জনাৰ মানসিক দুৰ্বলতা প্ৰমাণ কৰা নাই। প্ৰমাণ কৰিছে কৰ্ত্তব্যনিৰ্দ্ধাৰণৰ সূক্ষ্মবিচাৰ আৰু কৰ্ত্তব্য পালনত সতেজ মানসিক বল। কৰ্ত্তব্যপৰায়ণ ৰজা শ্ৰীৰামচন্দ্ৰই প্ৰাণাধিক পত্নীকো ৰাজ্ঞীৰ আসনৰ পৰা নমাব পাৰে; কৰ্ত্তব্য পালনৰ এই মনোবল ৰক্ষা কৰিব পাৰে।

ব্ৰহ্মানন্দদেউৰ এই বক্তৃতাৰ দ্বাৰা সমস্ত কথা সকলোৱে হৃদয়ঙ্গম কৰিব নোৱাৰিলেও এই কথা স্পষ্ট প্ৰতীয়মান হ'ল যে শ্ৰীৰামচন্দ্ৰই ৰজাৰ কৰ্ত্তব্য কৰাত ত্ৰুটী কৰা নাই আৰু ত্ৰেতা যুগতো যে দুষ্টলোকসকলে সাধুলোকৰ নিন্দাবাদৰ দ্বাৰা সমাজ কলুষিত কৰিছিল সেই কথা বুজি পালে। সীতাৰ নিৰ্ম্মল চৰিত্ৰৰ ব্যাখ্যাৰ দ্বাৰা নাৰীৰ মৰ্যাদা আৰু সতীত্বৰ মহীয়সী মহিমা যে ভাৰতীয় কৃষ্টি আৰু ভাৰতীয় সমাজৰ অলঙ্কাৰস্বৰূপ তাক বুজি পালে।

নন্দেশ্বৰ সভাৰ পৰা ঘূৰি আহি দেখে যে কান্তেশ্বৰ আৰু নিৰ্ম্মলা ঘৰলৈ আহিছে। ৰাতি তেতিয়া ৯টা। ৮ বজাৰ পাৰীত নামি ঘৰ পাইছে মাথোন।

নিৰ্ম্মলাৰ বেমাৰ ভাল হওঁতে প্ৰায় ১ মাহ লাগিছে। ডাক্তৰে বায়ুপৰিবৰ্ত্তনৰ পৰামৰ্শ দিছে। সেইবাবে গিৰিখিলৈ যাম বুলি ভাবি কান্তেশ্বৰ আৰু নিৰ্ম্মলা ডিব্ৰুগড়ৰপৰা ৰাওনা হৈ আহিছে। বাটতে মাকৰ মাত দি যাব লাগে বুলি নিৰ্ম্মলাই বৰকৈ কোৱাত কান্তেশ্বৰ মান্তি হৈছে।

কান্তেশ্বৰৰ মাকৰ গা অসুখ। ঘৰৰ ভিতৰত শুই আছে। মা মা বুলি কেইবা বেলিও মাতি কান্তেশ্বৰে উত্তৰ নোপোৱাত বাহিৰতে বেঞ্চি এখনত কান্তেশ্বৰ আৰু নিৰ্ম্মলা বহি আছে। মাল কটিয়াই অনা মানুহজনক পইচা দি বিদায় দিছে।

নন্দেশ্বৰ কিছু আচৰিত হ'ল আৰু কিংকৰ্ত্তব্যবিমূঢ় হোৱাৰ নিচিনা হ'ল। কান্তেশ্বৰ সুধিলে—তই ক'লৈ গৈছিলি—নন্দেশ্বৰ? নন্দেশ্বৰে দাদাকৰ প্ৰশ্নত মৰমৰ সুৰ থকা যেন পাই সপোন ভঙাৰ নিচিনা যেন পালে আৰু দাদাক—বৌৱেকক সেৱা কৰিলে। কান্তেশ্বৰে আকৌ ক'লে—মা'ৰ বোধহয় টোপনি আহিছে—কেইবাবেলিও মাতিলোঁ—নামাতে দেখোন। দুৱাৰখনো দেখোন ঘৰৰ ভিতৰৰপৰা দিয়া আছে।

"মা'ৰ গা অসুখ, টোপনি গৈছে বোধহয়—ৰাক মই চাওঁচোন"—বুলি নন্দেশ্বৰে ভিতৰ চোতাল ফালৰ দুৱাৰখনেৰে ঘৰত সোমাল আৰু ভিতৰৰপৰা আগচোতালৰ ফালৰ দুৱাৰখন খুলি দিলে। আধা জ্বলা আধা নুমোৱা লেম্‌টোৰ ফিটাদাল বঢ়াই দি নন্দেশ্বৰে দেখিলে যে মাক গভীৰ টোপনিত নিমগ্ন হৈছে। শৰীৰ দুৰ্ব্বল আৰু যোৱা দুই দিন ভাত খোৱা নাই।

নন্দেশ্বৰে মাকক নামাতিলে। নন্দেশ্বৰ থকা কমটোৰ ভিতৰত লেম্ জ্বলাই কান্তেশ্বৰক আৰু বৌৱেকক তালৈ মাতিলে। জিনিছপত্ৰবোৰ ভিতৰলৈ আনি ছিজিল কৈ থৈ দিলে। কুঁৱাৰ পৰা দুই বাল্‌তি পানী আনি বাৰাণ্ডাত থৈ দি দাদাকক হাত-মুখ ধুই কাপোৰ সলাবলৈ দিলে আৰু বৌৱেককো পাছ ফালে দুটা পিতলৰ ঘাগেৰীত দুই ঘাগেৰী পানী আৰু ঘটি এটা দি হাত-মুখ ধুবলৈ দিলে। ক'লে, বৌ যদি গা ধুবৰ ইচ্ছা কৰা গা-পা ধুই অলপ বিশ্ৰাম লোৱা। মই তোমালোকৰ কাৰণে দুকাপ চাহ কৰোঁ। নন্দেশ্বৰে আগ চোতালৰ ফালে এটা লেম্ আৰু ভিতৰ চোতালৰ ফালে এটা লেম্ থৈ দিলে। ৰান্ধনী ঘৰত এটা কেৰাচিনৰ চাকি জ্বলাই চাহৰ চৌকাত জুই ধৰি পানীৰ তপত হ'বলৈ দিলে। পানীৰ তপত হোৱাৰ পাছত নমাই থৈ পানী গৰম হ'বলৈ দিলে। কান্তেশ্বৰে বহি চাই থাকিল। নিৰ্ম্মলাই কান্তেশ্বৰে একো নোকোৱা দেখি নিজেও একোকে নকৈ লাহে লাহে ৰান্ধনীঘৰৰ ফালে গ'ল। নিৰ্ম্মলাক ৰান্ধনীঘৰৰ ফালে যোৱা দেখি নন্দেশ্বৰে ক'লে; বৌ, তুমি হাত-মুখ ধুই কাপোৰ সলোৱা, ভেত্তিয়াহে ভাল লাগিব।

নিৰ্ম্মলাই তাকেই কৰিলে। ভিতৰ চোতালৰ ফালে গৈ একেবাৰে গা ধুই

কাপোৰ সলাই ৰান্ধনীঘৰত ওলালহি আৰু ক'লে, বাপু! দাদাৰকো গা ধুবলৈ কোৱা, মই চুট্‌কেচৰ পৰা কাপোৰকানি উলিয়াই দিওঁ আৰু তুমি বাল্‌তিতকৈ এক বাল্‌তি গৰম পানী দি আহা। তেখেতে ঠাণ্ডা পানীৰে গা নুধুবে। নন্দেশ্বৰে তাকেই কৰিলে ক'লে—দাদা, গা-ধোৱা পানী দিছোঁ—একেবাৰে গাটো ধুই লোৱা তেতিয়াহে ভাল লাগিব। গা ধুই একাপ আগেয়ে গৰম দুধ খোৱা—ঘৰৰ গাইৰে গাখীৰ; তাৰ পাছত চাহ-জলপান দিওঁ। বৌটিয়ে গা ধুইছে। দুয়োজনে পাকৰ দিহা কৰোঁ, তুমি বিছনাত উঠি অলপ জিৰণি লোৱা। কান্তেশ্বৰে একোকে নামাতি নন্দেশ্বৰে কোৱা অনুসৰি গা ধুবলৈ গ'ল। নন্দেশ্বৰে ইতিমধ্যে আগেয়ে বৌৱেক থকা ঘৰটো পৰিষ্কাৰ কৰি লৈ তাত দাদাকৰ বিছনাপাতি পাৰি দিলে। ওচৰৰ সমনীয়া লগৰীয়া এজনক মাতি আনি আৰু এখন খাট সুমুৱাই বৌৱেকৰ বিছনাখনো খুলি পাৰি দিলে আৰু আন আন বস্তুবোৰ ছিজিল কৈ থৈ দিলে। বিছনাৰ ওচৰত সৰু টি-পয় এখনত লেম্‌টো থৈ তাত এখন ৰবীন্দ্ৰনাথ ঠাকুৰৰ সঞ্চয়িতা আৰু এখন কীৰ্ত্তন-ঘোষা থৈ দিলে—যিটোকে মন যায় তাকে পঢ়িব বুলি। ওচৰতে এখন ইজি চেয়াৰো পাৰি থ'লে। কান্তেশ্বৰ গা ধুবলৈ যোৱা দেখি নিৰ্ম্মলাই চুট্‌কেছ খুলি ভুণী, গামোছা, গেঞ্জি আৰু হাফ্ পাঞ্জবী এটা উলিয়াই দিলে। কান্তেশ্বৰে গা ধুই আহি নন্দেশ্বৰৰ দিহামতে ইজি চেয়াৰত বহিল আৰু নিৰ্ম্মলাই এক প্লেট মোহন-ভোগ, একাপ গৰম দুধ আৰু টিপটত এক কাপ চাহ আনি দিলে। কান্তেশ্বৰে একো নোকোৱাকৈ সকলোখিনি খাই আৰু তামোল এখন মুখত দি সঞ্চয়িতাখন চাবলৈ ধৰিলে। ৰাতি প্ৰায় দহোটা হ'ল। ইয়াৰ পাছত ভাত পানী খাই শোওঁতে ১২ বাজিল। ৰাতি বিশেষ একো কথা বতৰা নহ'ল। শুবৰ সময়ত নিৰ্ম্মলা আৰু নন্দেশ্বৰে মাকৰ ওচৰত গৈ চালে তেওঁৰ টোপনি ভঙা নাই। গতিকে তেওঁক নজগাই মনে মনে গৈ নিজৰ বিছনাত শুই থাকিল। নন্দেশ্বৰৰ বিছনা মাকৰ শোৱা কুঠৰীত আজি এমাহমানৰ পৰা কৰিছে। শেষ ৰাতি মাকৰ টোপনি ভাগিল। নন্দ, বুলি মাকে ক্ষীণ মাতেৰে মাতিলে। নন্দেশ্বৰে 'মা' বুলি উত্তৰ দিলে। নন্দেশ্বৰে মাকৰ প্ৰতি আজিৰ এমাহ মানৰ পৰা লক্ষ্য ৰাখি আছে। মাকে ঔষধপাতি নাখায় আৰু ক্ৰমে ক্ৰমে তেওঁৰ বেমাৰ বাঢ়ি আহিছে। আজি ৩।৪ দিন মানৰপৰা বেমাৰ বাঢ়িছে কিন্তু তথাপি গা ধুই নিজে ভাত ৰান্ধি খাই চলি আছে। কেবল আজিহে গাও ধোৱা নাই ভাতো খোৱা নাই। মাকে সুধিলে—

নন্দ, মোৰ গাটো ভাল লগা নাই। ৰাতি কিমান?

ৰাতি পুৱাবৰ সময় হৈছে, মা।

তই অলপ মোৰ কাষত বহ, নন্দ।

নন্দেশ্বৰ মাকৰ কাষত বহিল। মাকে নন্দেশ্বৰৰ গাত হাত ফুৰাই ক'লে—

নন্দ। মই সপোন দেখিছোঁ তোৰ পিতাৰ লগত লগ লাগি তীৰ্থ যাত্ৰা কৰি ফুৰিছোঁ। মোৰ শেষ সময় উপস্থিত হৈছে। শেষ সময়ত কান্তক দেখা নেপালোঁ। মোৰ মৰমৰ নিৰ্ম্মলাকো দেখা নাপালোঁ। একো দুখ নাই নন্দ। ঈশ্বৰে সিহঁতৰ মঙ্গল কৰক। তই অকলে কেনেকৈ থাকিবি নন্দ। তই মোৰ কথা শুন, বাছা। ছোৱালী এটি তোৰ ইচ্ছামতে পছন্দ কৰি ঘৰলৈ আনিবি। অকলশৰীয়া জীৱন কেনেকৈ কটাবি, বাপ? মোৰ মৰণকালৰ কথাটো শুনিবি বাপ্। নন্দই সেই কথাৰ উত্তৰ নিদি লাহে লাহে মাকৰ মূৰটো পিহি দি ক'লে—মা; দাদা আৰু বৌ আজি ৰাতি আহি পাইছে। তোমাক টোপনিত থকা দেখি নামাতিলে। তুমি ক'লে মই তেওঁলোকক মাতি আনিব পাৰোঁ।

হয় নেকি? নন্দ। কান্ত আহিছে? নিৰ্ম্মলা আহিছে? মাত বাপ্— সিহঁতক মাত। এবাৰ সিহঁতৰ মুখ দুখনি চাই লওঁ।

নন্দই ঘৰৰ বাহিৰ হৈ গৈ মাতিলে—দাদা! দাদা! সাৰ পাইছানে?

কান্তেশ্বৰে সুধিলে—কিয় মাতিছ নন্দ?

মা টোপনিৰ পৰা সাৰ পাইছে, মাৰ অসুখ বেছি। তোমালোকৰ নাম লোৱাত তোমালোক দুয়ো অহা বুলি মই মা'ক কৈছোঁ। দুয়ো আহি এবাৰ চোৱা। মই অৱস্থা বৰ ভাল দেখা নাই। মোৰ বৰ ভয় লাগিছে।

কান্তেশ্বৰ ততাতৈয়াকৈ উঠিল—নিৰ্ম্মলাক গাত ঠেলি মাতিলে। নিৰ্ম্মলা, মাৰ অসুখ বেছি হৈছে। উঠাচোন।

নিৰ্ম্মলা আৰু নন্দেশ্বৰ দুয়ো উঠি মাকৰ ওচৰলৈ গ'ল। নন্দেশ্বৰে মাকৰ কাষত বহি ক'লে মা! দাদা আৰু বৌ আহিছে।

হঁ—নন্দ। ক'ত?

এই যে মা—বুলি কান্তেশ্বৰে মাকৰ ভৰি দুখনত ধৰি কান্দিবলৈ ধৰিলে। নিৰ্ম্মলায়ো ওচৰতে বহি উচুপি উচুপি কান্দিবলৈ ধৰিলে।

আহ, কান্ত মোৰ মুখৰ ওচৰলৈ আহ। মই তহঁতক চাই লওঁ। নিৰ্ম্মলা— আইটী মোৰ।

নিৰ্ম্মলা আৰু কান্তেশ্বৰ দুয়ো মাকৰ তেনেই মুখৰ ওচৰলৈ আহি থিয় দিলে।

মাকে হাতখন দাঙি এবাৰ কান্তেশ্বৰ আৰু নিৰ্ম্মলা দুয়োৰে গাল দুখন চুই চুমা খালে। ক'লে তহঁতৰ কোলাত এটি পুত্ৰ সন্তান দেখা পাই মৰিলে সুখ পালোঁহেঁতেন, ঈশ্বৰে মোক সেইকণ সুখ নিদিলে। কান্ত। নন্দৰ বিয়াখন পাতিব নোৱাৰিলোঁ, সি মান্তি নহ'ল। তহঁতে তাৰ বিয়াখন পাতি দিবি। শুন, কান্ত। মোৰ খাটৰ তলত—তিনিটা পিতলৰ যাগেৰী পোঁতা আছে। তাতে দুটা যাগেৰীত সমান সমান হিচাপে ৫০০০ কৈ টকা আৰু ১০০ কৈ সোণৰ মোহৰ আছে। সৰু

ঘাগেৰীটোত নগদ টকা ১০০০ আছে। ডাঙৰ ঘাগেৰী দুটা পিতাৰে ফৰমাচ্ দি তৈয়াৰ কৰাই আনিছিল। সাঁফৰটো ঠেলি দিলে তলালৈ সোমাই যাব আৰু বাওঁফালে ঠেলি দিলে মুখখন উদং হ'ব। সক ঘাগেৰীটোত মাটিৰ সাৰুৰ দিয়া আছে। পিতাৰে দুয়োকো সমান টকা আৰু সোণ ভগাই দি গৈছে আৰু নন্দৰ বিয়াৰ বাবে ১০০০ টকা বেলেগে ৰাখি থৈছিল। এক কৰ্কাস দকৈ পোঁতা আছে। তইঁতৰ ধন তইঁতৰ হাতত দিব পাৰিলোঁ—ই মোৰ পৰম সৌভাগ্য—বুলি কৈ দময়ন্তীয়ে, ঈশ্বৰ তোমাৰ কি ইচ্ছা। প্ৰভু! মোক মাতিছা? মই যাব লাগিছোঁ—। নন্দ আৰু কান্তক তোমাৰ আদেশ শুনাই দিছোঁ। ৰবা। মই যাওঁ— বুলি দময়ন্তীয়ে শেষ নিশ্বাস পেলালে।

মা! মা! বুলি নন্দেশ্বৰ আৰু কান্তেশ্বৰে মাকৰ ভৰিত কান্দি কান্দি লুটি খাই পৰিল। নিৰ্ম্মলাই উচুপি উচুপি কান্দি মাটিত বাগৰি পৰিল। এইদৰে কিমান সময় গ'ল কাৰো হুঁচ্ নাই।

## (১৫)

মাকৰ অন্ত্যেষ্টিক্ৰিয়া মহাসমাৰোহেৰে হৈ গ'ল। ইমান ডাঙৰ কাজ এই অঞ্চলত আগেয়ে কোনোৱে কৰা নাই। চাৰিওফালে ধন্য ধন্য পৰি গ'ল। কান্তেশ্বৰ হাকিম মানুহ। নন্দেশ্বৰৰো সমাজত যথেষ্ট প্ৰতিপত্তি আছে। সকলো মানুহে সহায় কৰিছে আৰু এই কাজটো গোটেইখন গাঁৱৰ মানুহে নিজৰ কাজ বুলি ভাবিছে।

উদাৰমনে, খোলাহাতে যেতিয়া মানুহে খৰচ কৰে তেতিয়া গাঁৱৰ মানুহৰ সহায়-সহানুভূতি আৰু সৎপৰামৰ্শ সদায় পোৱা যায়। যি কাৰ্যত কৃপণতা দেখে আৰু উপস্থিত কাৰ্যত শ্ৰদ্ধাৰ অভাৱ দেখে তাত মানুহে সহায় কৰিবলৈ ইচ্ছা নকৰে। গাঁৱৰ মানুহৰ স্বভাৱৰ বিশেষত্ব সেইখিনিতেই। গাঁৱত বিয়া বা আদ্যশ্ৰাদ্ধত মানুহে ভুৰিভুৰি ভোজন কৰে আৰু ভোজন কৰি তৃপ্তি লাভ কৰে যেতিয়া গৃহস্থৰ মনত উদাৰতাৰ আৰু শ্ৰদ্ধাৰ ভাব দেখা পায়। ভোজনসামগ্ৰী সৰহ হলেতো কথাই নাই, কম হ'লেও প্ৰশংসা কৰে। কান্তেশ্বৰৰ মাকৰ শ্ৰাদ্ধত প্ৰায় এমাহ ধৰি গাঁৱৰ মানুহে খোৱা-বোৱা কৰিছে। নন্দেশ্বৰ, কান্তেশ্বৰ বা নিৰ্ম্মলাৰ মনত কোনো প্ৰকাৰে কৃপণতাৰ ভাৱ কোনেও দেখা নাই। গোটেইখন গাঁৱত এটা আনন্দৰ পৰিৱেশৰ সৃষ্টি হৈছে। কান্তেশ্বৰ হাকিম হোৱাৰ পাছত গাঁৱলৈ অহা নাই। গাঁৱৰ মানুহৰ এই উদাৰ ব্যৱহাৰৰ অভিজ্ঞতা কান্তেশ্বৰৰ হোৱা নাছিল। কান্তেশ্বৰ মুগ্ধ হ'ল। বিশেষকৈ নন্দেশ্বৰৰ প্ৰতিপত্তি দেখি মুগ্ধ হ'ল। নন্দেশ্বৰৰ ইংগিতত গাঁৱৰ ল'ৰা, ডেকা, বুঢ়া-বুঢ়ী সকলোৱে কাম

কৰিছে। স্কুলৰ ল'ৰা-ছোৱালীবোৰে আনন্দ মনে খেলিছে, কাম কৰিছে, দৌৰাদৌৰি কৰিছে আৰু যথাসময়ত পেট পুৰাই খাইছে। সিহঁতৰ মনত আনন্দ দেখিলে সঁচাকৈ সকলোৱে মনত বৰ তৃপ্তিবোধ কৰে।

এইদৰে কাজকৰ্ম শেষ হৈ গ'ল। ক্ৰমে ক্ৰমে গাঁওৰ মানুহে নিজৰ নিজৰ কামত ব্যস্ত হ'বলৈ ধৰিলে আৰু নন্দেশ্বৰহঁতৰ ঘৰলৈ আগৰ নিচিনাকৈ নাহি ক্ৰমে ক্ৰমে আগৰ নিচিনাকৈ পুথি শুঁৱালালে অহা-যোৱা কৰিবলৈ ধৰিলে। কান্তেশ্বৰে সকলোবোৰ কথা লক্ষ্য কৰি নন্দেশ্বৰৰ প্ৰতি এটি মৰম আৰু শ্ৰদ্ধাৰ ভাব পোষণ কৰিব ধৰিলে।

সিদিনা ৰবিবাৰ। গধূলি নন্দেশ্বৰৰ ধৰ্মালোচনী সভা বহিছে। গাঁওৰ মানুহ আটাইবিলাক লগ লাগিছে। কান্তেশ্বৰো উপস্থিত আছে। কান্তেশ্বৰ উপস্থিত থাকিব বুলি নন্দেশ্বৰে ভবা নাছিল। সিদিনা বক্তৃতাৰ পাল আহিল নন্দেশ্বৰৰ। বিষয় আছিল—একান্নবৰ্তী পৰিয়ালৰ সুখ-দুখ আলোচনা। ককায়েক উপস্থিত থকা দেখি নন্দেশ্বৰে ব্ৰহ্মানন্দ তৰ্কতীৰ্থদেৱক ক'লে—দেউ! আজি আপুনি মহাভাৰতৰ কথা কওক। তৰ্কতীৰ্থদেৱে ক'লে, নহয়—নন্দেশ্বৰ! আজি তোমৰহে কোৱাৰ পালা। তুমি ক'বই লাগিব। সভাৰ নিয়ম তুমিয়েই যদি ভঙ্গ কৰা আনবিলাক সভ্যয়ো ভঙ্গ কৰিবৰ চেলু পাব নহয়।

নন্দেশ্বৰে নিৰুপায় হৈ বক্তৃতা দিলে। কেনেকৈ ক্ষুদ্ৰ ক্ষুদ্ৰ কথাত মানুহৰ মনত সন্দেহ বা অবিশ্বাস জন্মে; কেনেকৈ কাম-বনৰ ভাগাভাগি কৰি ঘৰ একোখনত ভায়েকহঁতৰ মাজত মনোমালিন্যৰ সৃষ্টি হয়, কেনেকৈ নতুন বেটী বোৱাৰী আহি ঘৰখনৰ শান্তি ভঙ্গ কৰে আৰু কেনেকৈ দুই এখন ঘৰত দুই এগৰাকী বোৱাৰীৰ গুণত সুখ শান্তি বিৰাজ কৰে সকলোবোৰ কথা ফঁহিয়াই দেখুৱালে। কোনো কোনো ক্ষেত্ৰত দেখা যায় যে শাহুৱেক আৰু বোৱাৰীয়েকৰ মাজত মনোমালিন্য ঘটি ঘৰৰ শান্তি ভঙ্গ কৰে। শাহুৱেকে অনেক ক্ষেত্ৰত বোৱাৰীৰ প্ৰতি অন্যায় ব্যৱহাৰ কৰা দেখা যায়। কেইবা গৰাকী বোৱাৰী থাকিলে এগৰাকীক বেছি আদৰ আৰু আন কেগৰাকীক বেছি অৱহেলা দেখুৱায়। আকৌ সময় বিশেষে আগেয়ে ভাল পোৱা গৰাকীৰ প্ৰতিও অন্যায়ৰূপে অত্যাচাৰ কৰা দেখা যায়। এইদৰে ভাগাপাৰা কৰাৰ দোষত ঘৰত অশান্তিৰ সৃষ্টি হয়। ঘৰখনৰ আটাইবিলাক ল'ৰা-ছোৱালী সমানে বিজ্ঞ বা সমানে কাৰ্যক্ষম হ'ব নোৱাৰে। সকলোৰে মতিগতি একে নহয়, গতিকে সকলোৱে একেবিধ কামকে সমান পাৰদৰ্শিতাৰে কৰিব নোৱাৰে। সেই বুলি যদি ভায়েকহঁতৰ ভিতৰত বিভিন্ন কামৰ দুখ-কষ্টৰ তুলনা কৰি, যি যি কামৰ উপযুক্ত তাক নকৰে, ঘৰৰ আয় উপাৰ্জনত বাধা পৰে আৰু ঘৰত অশান্তিয়ে দেখা দিয়ে। অনেক ঘৰৰ দুই এজন হাকিম বা উকীল হৈছে আৰু বাকী দুই এজনে হলু বাব লগা হৈছে। দেখা যায়

হ'ল বোৱাজনৰ মনত উকীল বা হাকিমজনৰ প্ৰতি ঈৰ্ষা ভাৱৰ উদয় হয় সেই কাৰণে নিজৰ কৰ্ত্তব্যৰ প্ৰতি শৈথিল্য প্ৰকাশ কৰে। যি কৃষিয়ে ঘৰৰ অৱলম্বন স্বৰূপে আজি সমাজত হাকিম বা উকীলৰ সৃষ্টি কৰিছে সেই অৱলম্বনৰ প্ৰতি অশ্ৰদ্ধা বা ঘৃণা দেখুৱালে মূলতে কুঠাৰাঘাত কৰা হয়। ক্ৰমে ঘৰত অশান্তিৰ উদ্ভৱ হয় আৰু কালক্ৰমত একান্ন পৰিবাৰ ভাঙি বেলেগ হয়। ন বোৱাৰীসকলৰ মাজতো উচ্চ-নীচ ভাৱৰ সৃষ্টি হয় আৰু ঘৰুৱা কাম-কাজৰ প্ৰতি সকলোৰে অৱহেলা হয়। ক্ৰমে ঘৰ একোখন অচল হৈ উঠে আৰু বেলেগ হোৱাৰ আৱশ্যকতাবোধ কৰে। ভাই ভাই বেলেগ হোৱাৰ পৰা দোষ একো নাই কিন্তু নিজে উপাৰ্জনক্ষম হোৱাৰ আগতে পৈতৃক সম্পত্তি ভাগ কৰিলে পৈতৃক সম্পত্তি ধ্বংস হয় আৰু নিজেও অকৰ্মণ্য হৈ পৰে। এইদৰে সমাজত দুখ-কষ্টৰ আৱিৰ্ভাৱ হয়। ভাগ কৰিবলৈ হ'লেও আগেয়ে আৰ্জি ল'ব লাগে। ভাইসকলৰ মাজত যি যি কামৰ উপযুক্ত সি সেই কাম কৰি উমৈহতীয়া সম্পত্তি বৃদ্ধি কৰিব লাগে। পাছত যেতিয়া ঘৰখনৰ লোকসংখ্যা বৃদ্ধি হৈ যায় আৰু প্ৰত্যেকৰে সহায়ৰ লোক হয় তেতিয়া সুস্থিৰ ভাৱে ঈৰ্ষা পৰিত্যাগ কৰি লাভ-লোকচানৰ সূক্ষ্ম বিচাৰ নকৰি বেলেগ হ'লে সেই বিভিন্ন ঘৰত অশান্তি হ'ব নোৱাৰে আৰু বিভিন্ন পৰিবাৰৰ মাজত সুখশান্তি বিৰাজ কৰে। যিকোনো কাৰবাৰ কৰিলে মানুহক লগ লাগে। ভাইতকৈ আপোন কোনো নাই। গতিকে লগ লাগি কাৰবাৰ কৰাত কি দোষ? একান্নবৰ্তী পৰিয়ালতো একে কথা। সম্পত্তি উপাৰ্জন কৰাত যদি বিভিন্ন ভাইসকলে বিভিন্ন ক্ষেত্ৰত ধন উপাৰ্জন কৰে তেন্তে সেইখন ঘৰৰ ধন-সম্পত্তি লক্ষ্মীৰ কৃপাত দিনে দিনে বাঢ়ি যায়। ভাৰতীয় গাৰ্হস্থ্য জীৱন যান্ত্ৰিক যুগৰ সুখ সুবিধাৰ ওপৰত নিৰ্ভৰ নকৰে। দুখ, ঘি, মাখন, বিলাতৰ পৰা আমদানি কৰিব নালাগে। ঘৰতে গাই পুহি এইবিলাক বস্তু উপাৰ্জন কৰি ল'ব লাগে। ঘৰতে গাই পুহি এইবিলাক বস্তু উপাৰ্জন কৰি ল'ব লাগে। ঘৰত ধানৰ ভঁৰাল, গোহালীত গৰু আৰু পুখুৰীত মাছ থাকিব লাগে। ভাৰতীয় গাৰ্হস্থ্য জীৱনৰ এয়ে আদৰ্শ। এই আদৰ্শত আজিকালি মানুহ চলিবলৈ হ'লে এজনে কেইটামানে ভাল দি চলিব নোৱাৰে। একান্নবৰ্তী পৰিয়ালত ভাৰতীয় গাৰ্হস্থ্য জীৱনত সুবিধা হয়। আমাৰ অসমীয়া একান্নবৰ্তী পৰিয়ালবোৰৰ অধঃপতনৰ মূল কাৰণ হৈছে—যিজন ভায়েক বিদেশত থাকে তেওঁৰ উপাৰ্জন যিমানেই কম নহওক তেওঁ ঘৰলৈ টকা পঠাবই লাগিব আৰু ঘৰত যিজন মূল গৃহস্থ হৈ থাকে তেওঁৰ উপাৰ্জন যিমানেই বেছি নহওক তেওঁৰ উপাৰ্জনৰ বিষয়ে কোনেও কেন একো হিচাপ ল'ব নালাগে। বিদেশত থকাজনৰ যিমানেই কষ্ট নহওক সেইকথা বুজিবৰ ইচ্ছা কাৰো নাথাকে। আনকি পিতাক মাকেও নুবুজে। অনেক পৰিয়ালত এইকাৰণে মতানৈক্যৰ সৃষ্টি হয় আৰু অৱশেষত একান্নবৰ্তী পৰিয়াল ভাঙি পাইতচিয়া

হয়। এই ক্ষুদ্ৰ নজৰ ত্যাগ কৰিব নোৱাৰিলে অসমীয়া গাঁৱলীয়া সমাজৰ ভৱিষ্যৎ অন্ধকাৰ। কোনো কোনো ক্ষেত্ৰত আকৌ দেখা যায় যে বিদেশত থকাজনে ঘৰৰ ফালে কোনো খবৰকে নলয়, আনকি জীৱিত বাপেক মাকৰ ভৰণ-পোষণৰ দায়িত্বও গ্ৰহণ নকৰে। ফলত ঘৰত থকাজনৰ অশেষ কষ্ট হয় আৰু কালক্ৰমত একান্নবৰ্তিতা ভাঙি যায়। নন্দেশ্বৰে এইদৰে নানা কথা ক'লে। নন্দেশ্বৰৰ বিদ্যা, বুদ্ধি আৰু জ্ঞানৰ বিষয়ে কান্তেশ্বৰৰ উচ্চ ধাৰণা নাছিল। নন্দেশ্বৰৰ বক্তৃতা শুনি কান্তেশ্বৰৰ নন্দেশ্বৰৰ প্ৰতি এই বিষয়ে ধাৰণাৰ সলনি হ'ল আৰু মনে মনে গৌৰৱ অনুভৱ কৰিলে।

সিদিনা সভাত অইন বিশেষ একো আলোচনা নহ'ল। কান্তেশ্বৰে পুথি ভঁৰাললৈ নগদ পাঁচশ টকা দিয়াৰ প্ৰতিশ্ৰুতি দিলে।

## (১৬)

নিৰ্ম্মলা আৰু কান্তেশ্বৰ গিৰিধিলৈ যোৱাৰ কথা এতিয়াও চলি আছে। কান্তেশ্বৰে আৰু দুইমাহ ছুটী লৈছে। গিৰিধিলৈ যোৱা হ'বই। নিৰ্ম্মলাই দুই এক দিনকৈ পলম কৰিছে।

নন্দেশ্বৰে দাদাকৰ ওচৰত প্ৰস্তাৱ কৰিলে—তেওঁৰ সম্পত্তি পৰিচালনাৰ পৰা নন্দেশ্বৰক অব্যাহতি দিব লাগে। দাদাকৰ সম্পত্তিৰ কিবা এটি দিহা হ'লে, তেওঁৰ নিজৰ ভাগৰ সম্পত্তি নতুন অনুষ্ঠানৰ নামত দান কৰি দিব। কান্তেশ্বৰ গিৰিধিৰপৰা ঘূৰি আহি যি হয় এটা কৰিম বুলি নিৰ্ম্মলাক লৈ গিৰিধিলৈ গুচি গ'ল। নন্দেশ্বৰে অনুষ্ঠানটোক নিজৰ আদৰ্শ অনুসাৰে গঢ়িবলৈ যত্ন কৰিবলৈ ধৰিলে।

প্ৰাইমেৰী স্কুলটো ছাত্ৰবৃত্তি খাপত উন্নীত কৰিবৰ বাবে যত্ন কৰিলে আৰু আৱশ্যকীয় ঘৰ-দুৱাৰ সাজিলে। মাকৰ নামে "দময়ন্তী বিদ্যালয়" নাম দি নিজৰ টকাৰে উপযুক্ত ঘৰ কৰি লোকেল বোৰ্ডৰ সাহায্যাৰ্থে আবেদন কৰিলে। লোকেল বোৰ্ডৰ পৰা মাহিলী ১০০ সাহায্য পালে। নিজে শিক্ষকতা কাম এৰি দিলে। উপযুক্ত শিক্ষক বিচাৰি আনি উপযুক্ত দৰমহাৰ ব্যৱস্থা কৰিলে। ছাত্ৰৰ কাম হিচাপে সূতা কটা, কাপোৰ বোৱা, বাগিচা পতা, মৌ পালন, কাঠমিস্ত্ৰীৰ কাম আৰু কমাৰৰ কাম আৰম্ভ কৰিলে। সূতা কটা আৰু বাগিচা পতা কাম প্ৰথম মানৰপৰা বাধ্যতামূলক। বাকী কেইবিধ ভিতৰত যি কোনো এবিধ ৪ৰ্থ মানৰ পৰা ল'ব লাগিব।

ছাত্ৰবৃত্তি পাছ কৰা ল'ৰাবিলাক যাতে আনঠাইলৈ যাবৰ আৱশ্যক নহয় তাৰ বাবে প্ৰত্যেকবিধ হাতৰ কামৰ বেলেগ বেলেগ ওপৰ খাপৰ শ্ৰেণী খুলিবৰ

দিহা কৰিলে। যিবিলাক ল'ৰা-ছোৱালীয়ে সাহিত্য, অঙ্ক, বুৰঞ্জী আদিত বিশেষ পাৰদৰ্শিতা দেখুৱায়, সিহঁতৰ বাবে হাইস্কুলৰ শ্ৰেণী খুলিবৰ দিহা কৰিলে। মুঠতে নতুন আদৰ্শত নতুন ধৰণৰ অনুষ্ঠান এটি নন্দেশ্বৰে গঢ়ি তুলিলে। দেশত নন্দেশ্বৰৰ নাম আৰু সুখ্যাতি প্ৰচাৰ হ'ল। তেওঁ অসমৰ ভিতৰত জনাজাত ব্যক্তি হৈ উঠিল।

কান্তেশ্বৰে গিৰিধিৰ পৰা নন্দেশ্বৰলৈ এখন চিঠিও দিয়া নাই। দুমাহ পাছত কান্তেশ্বৰ আৰু নিৰ্ম্মলা ঘূৰি আহিল। নিৰ্ম্মলাৰ আগৰ স্বাস্থ্য ঘূৰি আহিছে। কান্তেশ্বৰৰো স্বাস্থ্যৰ পৰিবৰ্ত্তন হৈছে।

কান্তেশ্বৰ কিছুদিন মৈৰাপাৰাত থাকিল আৰু নন্দেশ্বৰৰ কাৰ্য্য-কলাপ লক্ষ্য কৰিলে। গাঁৱৰ মানুহৰ লগতো দেখা-শুনা কৰিলে আৰু সকলোৰে সুখ-দুখৰ খবৰ ল'লে।

সিদিনা ৰবিবাৰ। আবেলি ২ মান বজাত খোৱা-বোৱাৰ পাছত বিশ্ৰাম কৰি উঠি দুয়ো ভায়েক চ'ৰা ঘৰত বহিছে। নিৰ্ম্মলাই চাহ কৰি আনি দুয়োকো দিছে আৰু নিজেও একাপ খাবলৈ লৈছে।

নন্দেশ্বৰে চাহৰ পিয়লাত মুখ দিছে এনেতে ৰমা আহি উপস্থিত হ'ল আৰু সুধিলে—

কিহে নন্দেশ্বৰ, তুমি আজিকালি চাহ খোৱা নেকি? নিৰ্ম্মলা অহাৰ পাছত তোমাৰ স্বভাৱৰো পৰিবৰ্ত্তন হ'ল নেকি?

এই কথাত নিৰ্ম্মলা লাজতে বঙা পৰিল আৰু নন্দেশ্বৰ বিৰক্ত হ'ল। কান্তেশ্বৰে নিৰ্বিকাৰ ভাৱে বহি চাহ খাই থাকিল।

নিৰ্ম্মলাই কথা ঘূৰাবৰ মনেৰে আগ্ৰহেৰে সুধিলে—তুমি দেখোন আজি হঠাতে ওলালাহি ৰমা? তোমাক বহুদিন দেখা নাই। তোমাৰ বোলে এটা ল'ৰা হৈছে। সি কিমান ডাঙৰ হৈছে? কেনে হৈছে দেখিবলৈ?

ৰমাই নিৰ্ম্মলাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ নৌপাওঁতেই নন্দেশ্বৰে ক'লে, "ৰমা, তোমাৰ পৰৰ কথাত মূৰ ঘমোৱা স্বভাৱ এতিয়াও যোৱা নাই, নহয়? তুমি সীমা পাৰ হৈ গৈছা। তুমি মোৰ জীৱনত নানা প্ৰকাৰৰ অশান্তিৰ সৃষ্টি কৰিছা; অথচ তোমাৰ মই সদায় হিতকে কৰি আহিছোঁ। আজি তুমি অন্তৰে অন্তৰে এটা কুঅভিসন্ধি সাজি আহিছা—মই বুজি পাইছোঁ। যাক, তোমাৰ কি কবলগীয়া আছে তুমি দাদাৰ ওচৰত একান্তমনে কোৱা। আমি ইয়াৰপৰা আঁতৰি যাওঁ। বৌ, মই অনুৰোধ কৰিছোঁ তুমি ইয়াৰপৰা আঁতৰি যোৱা আৰু মই বাহিৰলৈ গুচি যাওঁ।

নন্দেশ্বৰ ৰমাৰ নিৰ্লজ্জ উক্তিত ভীষণ উত্তেজিত হৈছে। কান্তেশ্বৰৰ ফালে চাই ক'লে—"দাদা, তোমাৰ যদি মোৰ সম্বন্ধে জানিবৰ বা বুজিবৰ আছে তেন্তে

ৰমাক সুধি লোৱা।" মই হুকাবাধা নকৰোঁ; কিন্তু মোৰ একমাত্ৰ অনুৰোধ—মোক আৰু তোমালোকৰ বন্ধনত নাৰাখিবা। এই বুলি কৈ নন্দেশ্বৰ তাৰপৰা গধূৰ মনে গুচি গ'ল।

নন্দেশ্বৰ গুচি যোৱাৰ পাছত এটা বিষম অৱস্থাৰ সৃষ্টি হ'ল। কান্তেশ্বৰে বা নিৰ্ম্মলাই এনে এটা অৱস্থাৰ সৃষ্টি হ'ব বুলি ভৱা নাছিল। ৰমায়ো ভৱা নাছিল যে নন্দেশ্বৰে দাদাকৰ আগত এইদৰে ৰমাক আক্ৰমণ কৰি কথা ক'ব। ৰমা অলপ অপ্ৰস্তুত হ'ল। বহুসময় তিনিও নিমাত হৈ বহি থাকিল। কোনেও কাকো একো নকয়। নিৰ্ম্মলা লাজতে ৰঙা পৰিছে আৰু কান্তেশ্বৰে আভিজাত্যত আঘাত পৰা যেন দেখি অপমানিতবোধ কৰিছে। ৰমাক কান্তেশ্বৰে কোনো কথা সুধিবলৈ ভাল পোৱা নাই আৰু ৰমায়ো কান্তেশ্বৰৰ গাম্ভীৰ্য দেখি কোনো কথা ক'বলৈ সাহ কৰা নাই। নন্দেশ্বৰ আৰু নিৰ্ম্মলা উভয়ে উপস্থিত থাকিলে ৰমাই বহুত কথা ক'ব পাৰিলেহেঁতেন; কিন্তু নন্দেশ্বৰ গুচি যোৱাত ৰমাৰ কথা কবৰ সাহ হোৱা নাই।

অলপ সময়ৰ পাছত নিৰ্ম্মলা লাহে লাহে আঁতৰি গ'ল, তেতিয়া ৰমাৰ অৱস্থা আৰু বেয়া হ'ল। কান্তেশ্বৰে একোকে নমতা দেখি ৰমাৰ মনত শঙ্কা উদয় হ'ল; কিন্তু ৰমাই খল প্ৰবৃত্তিৰ উত্তেজনাত নন্দেশ্বৰ আৰু নিৰ্ম্মলাৰ বিৰুদ্ধে কথা ক'বলৈ মনত সাহ গোটালে আৰু ক'লে—দাদা, মই যে তোমালৈ মেচোপোটেমিয়ালৈ এখন চিঠি দিছিলোঁ তুমি পাইছিলানে? কান্তেশ্বৰে উত্তৰ দিলে—পাইছোঁ। উত্তৰ দিওঁতে কান্তেশ্বৰে চিঠি লিখা সম্পৰ্কে কোনো কথা সুধিবলৈ আগ্ৰহ প্ৰকাশ কৰা যেন নেদেখুৱালে। তথাপি ৰমাই সুধিলে—কান্তেশ্বৰে সেই বিষয়ে কিবা তদন্ত কৰিছেনে নাই। কান্তেশ্বৰে উত্তৰ দিলে,—ৰমাই এই বিষয়ে কোনো কথা আলোচনা কৰিবলৈ ইচ্ছা কৰাটো উচিত হোৱা নাই। এই বুলি কৈ কান্তেশ্বৰে সেই স্থান ত্যাগ কৰি গুচি গ'ল। ৰমায়ো লাহে লাহে ঘৰলৈ গুচি গ'ল।

ৰমা গুচি যোৱাৰ পাছত কান্তেশ্বৰৰ মনত নানা প্ৰকাৰৰ সন্দেহ আৰু সংশয়ৰ উদ্ভৱ হ'ল। মনে মনে বহু কথা আলোচনা কৰিলে। ভাবিগুণি ঠিক কৰিলে যে নিৰ্ম্মলাক ঘৰতে এৰি যোৱাই ভাল। ইমান অশান্তিৰ মাজত কেৱল মাথোন লোকচকুত ভুৱা দিবলৈ স্বামী-স্ত্ৰী হিচাপে বাস কৰি লাভ কি? দাম্পত্য প্ৰণয়ৰ য'ত অভাৱ—তাত সুখ বা শান্তি ক'ত? ৰমাৰ চিঠি আৰু ৰমাৰ আজিৰ কথাৰ পৰাই কান্তেশ্বৰৰ মনত দৃঢ় বিশ্বাস জন্মিছে যে নন্দেশ্বৰ আৰু নিৰ্ম্মলাৰ মাজত অবৈধ প্ৰণয় আছে। এনে এটি কথাৰে কান্তেশ্বৰে ভাত্ৰেক বা ঘৈণীয়েকৰ লগত আলোচনা কৰিবলৈ ৰাজী নহয়; গতিকে নিজৰ অভিৰুচিমতে নিজৰ কৰ্ত্তব্য কৰি যোৱাই ভাল বুলি স্থিৰ কৰিলে।

কান্তেশ্বৰে এইদৰে ভাবি থাকোঁতে নন্দেশ্বৰে আহি দাদাকক ক'লে—দাদা

মোৰ পক্ষে তোমাৰ সম্পত্তিৰ তদাৰক কৰা কঠিন হৈ পৰিছে, কাৰণ মই মোৰ অনুষ্ঠানৰ কাৰ্যত বেছিকৈ মনোযোগ দিব লগা হৈছে। তোমাৰ সম্পত্তিৰ সকলো ব্যৱস্থা তুমি এইবাৰ কৰি যোৱা উচিত হ'ব।

"ভাল বাৰু" বুলি কৈ কান্তেশ্বৰে নন্দেশ্বৰক সম্প্ৰতি বিদায় দিলে।

কান্তেশ্বৰে ভাবিছে নিৰ্ম্মলাক কি বুলি ঘৰত এৰি থৈ যাব। মেচোপোটেমিয়ালৈ যোৱাৰ সময়ত পিতাক-মাক আছিল। এতিয়া নন্দেশ্বৰৰ বাহিৰে ঘৰত আইন কোনো মানুহ নাই; এনে অৱস্থাত নিৰ্ম্মলাক ঘৰত এৰি থৈ গ'লে লোকচক্ষুত বিসদৃশ দেখুৱাব। আনহাতে নিৰ্ম্মলাক লগত লৈ স্বামী-স্ত্ৰীৰ কৃত্ৰিম অভিনয় কৰিবলৈ কান্তেশ্বৰৰ বিৰাগ জন্মিছে। তাৰ বাহিৰেও আৰু এটা ফাল আছে; নিৰ্ম্মলা নিজেও ঘৰত থাকিবৰ ইচ্ছা নকৰিব পাৰে আৰু নন্দেশ্বৰেও এই বেলি বৌৱেকক ঘৰত ৰাখিবৰ ইচ্ছা নকৰিব পাৰে। এইবোৰ কথা ভাবি থাকোঁতে নিৰ্ম্মলা আহি কান্তেশ্বৰক সুধিলে—আমাৰ কাহানিকৈ ডিব্ৰুগড়লৈ যোৱাৰ কথা ভাবিছে?

"তুমি আজি এই কথা কিয় সুধিলা; নিৰ্ম্মলা?" কান্তেশ্বৰৰ কথাৰ সুৰ অত্যন্ত মিহি আৰু কোমল যেন শুনি নিৰ্ম্মলা আচৰিত হ'ল। ক'লে—

বাপুৰ বিয়াৰ কিবা এটি ঠিক কৰাহেঁতেন ভাল আছিল। আই বা দেউতা কোনো নাই যেতিয়া এই বিষয়ে আমাৰ কৰ্ত্তব্য নিশ্চয় আছে।

"সেইটো হয়" বুলি কান্তেশ্বৰে ক'লে। অলপ সময় নিমাত থাকি কান্তেশ্বৰে পুনৰায় ক'লে "এই বিষয়ে তাৰ মতামত কি জানানে?"

"বাপুৱে বিয়া নকৰায় বুলি কৈছে" নিৰ্ম্মলাই ক'লে। "তেন্তে আমি এই বিষয়ে কি কৰিব পাৰোঁ" কান্তেশ্বৰে সুধিলে।

"মই কি কম আপুনি বাপুক সুধি চাব পাৰে" বুলি নিৰ্ম্মলাই উত্তৰ দিলে।

নন্দেশ্বৰে মোৰ ভাগৰ সম্পত্তিৰ কিবা এটি দিহা কৰিব লাগে বুলি আজি কৈছে।

"হয় নেকি? বাপুৱে তেন্তে বেলেগ হ'বলৈহে ইচ্ছা কৰিছে। আপুনি কি ক'লে?"

"মই একোকে কোৱা নাই—ভাল বাৰু বুলি কৈ বিদায় দিছোঁ।"

"এতিয়া আপুনি কি কৰিব খুজিছে?"

"একোকে ঠিক কৰা নাই। সম্পত্তি বৰ কম নহয়।"

"পিছে সম্পত্তি ৰাখিয়েই বা কি হ'ব? নন্দেশ্বৰৰ অনুষ্ঠানতে দান কৰি দিওঁ নেকি?"

মোৰ মতে সেইটো উচিত নহ'ব। মই এই বিষয়ে ইয়াতকৈ বেছি আপোনাক একোকে নকওঁ বুলি কৈ অশ্ৰুভাৰাক্ৰান্তা হৈ নিৰ্ম্মলা ওলাই গুচি গ'ল।

নিৰ্ম্মলাৰ মাতত কান্তেশ্বৰে বুজি পালে যে নিৰ্ম্মলাৰ চকুত পানী আহিছে আৰু সেইবাবেই নিৰ্ম্মলা গুচি গ'ল।

## (১৭)

সম্পত্তিৰ বিষয়ে একো বন্দবস্ত নকৰি আৰু নন্দেশ্বৰৰ বিয়া সম্পৰ্কেও একো পৰামৰ্শ বা আলোচনা নকৰি কান্তেশ্বৰে নিৰ্ম্মলাক এৰি থৈ হঠাতে এদিন যাওঁ বুলি ডিব্ৰুগড়লৈ গুচি গ'ল। নন্দেশ্বৰ আৰু নিৰ্ম্মলা উভয়ে আচৰিত আৰু লজ্জিত হ'ল। ঘৰত তৃতীয় ব্যক্তি কোনো নাই, এনে অৱস্থাত কান্তেশ্বৰে যে এনে ব্যৱহাৰ কৰিলে নন্দেশ্বৰ তাৰবাবে মৰ্ম্মাহত হ'ল। নন্দেশ্বৰ নিৰুপায় হৈ এফেদিনাই ৩ মাইলমান আঁতৰৰ বিষ্ণুপুৰ গাঁৱত থকা মাহীয়েকক নানা কথা কৈ লৈ আহিলগৈ। টকা একুৰিও মনে মনে নন্দেশ্বৰে মাহীয়েকক দিছিল আৰু ঘৰত থকা বাবে মাহে মাহে একুৰিকৈ টকা দিবৰ প্ৰতিশ্ৰুতিও দিছিল। মাহীয়েক ঘনকান্তিৰ আন কোনো নাছিল। নিজে কাপোৰ বুই কাপোৰ বিক্ৰী কৰি পোহ যাই আছিল। দুই চাৰিশ টকাও জমা কৰিছিল। ঘনকান্তি বৰ সৰলা আৰু সাধু প্ৰকৃতিৰ কিন্তু বৰ কৃপণ স্বভাৱৰ। মাহে একুৰিকৈ টকা পোৱাৰ আশা দেখি সন্তুষ্ট মনে ঘনকান্তি নন্দেশ্বৰৰ ঘৰলৈ আহিল।

ঘনকান্তি অহাত নিৰ্ম্মলায়ো কিছু পৰিমাণে আশ্বস্তা হ'ল আৰু ভৱিষ্যতে কেতিয়াও কান্তেশ্বৰৰ ওচৰলৈ নাযায় বুলি প্ৰতিজ্ঞা কৰিলে। কান্তেশ্বৰৰ গুচি যোৱাৰ দুঘণ্টামান পাছতে ৰমা নিৰ্ম্মলাক বিচাৰি আহিছিল কিন্তু নিৰ্ম্মলাই গা অসুখ বুলি কৈ কোনো কথা বতৰা নাপাতি ৰমাক বিদায় দিছিল। ৰমাই নন্দেশ্বৰক দেখা কৰিবলৈ সাহ নকৰিলে। নন্দেশ্বৰে, নিৰ্ম্মলাই ৰমাক প্ৰশ্ৰয় নিদি বিদায় দিয়া কথা নিজৰ ঘৰৰ পৰা দেখা পাইছিল।

পিছে ৰমাই তদন্তেই গাঁৱত প্ৰচাৰ কৰি দিলে যে কান্তেশ্বৰে নিৰ্ম্মলাক ত্যাগ কৰি গুচি গৈছে। এই কথা লৈ গাঁৱত নানা কল্পনা-জল্পনা আৰু ঘৰে-ঘৰে কুকথা ৰটনা হ'বলৈ ধৰিলে। নন্দেশ্বৰৰ আগত কোনেও একো নকয় কিন্তু পাছত নন্দেশ্বৰ আৰু নিৰ্ম্মলাক লৈ মানুহে কিচিতাকিচিতি চকুটিপাটিপী, মুখ টিপাটিপি আদি নানা অশ্লীল ভঙ্গী কৰি কুৎচিৎ কথা ৰটনা কৰিবলৈ ধৰিলে। নিৰ্ম্মলা আৰু নন্দেশ্বৰে এইবোৰ কথা ৰমাৰ কুবুদ্ধি আৰু কু-কৌশলৰ ক্ৰিয়াৰ মাজেদি গম পায়।

নিৰ্ম্মলা এজন হাকিমৰ ঘৈণীয়েক। হাকিম এজনে নিজৰ স্ত্ৰীক এনেকৈ এৰি যোৱাত মানুহে নানা প্ৰকাৰ কথা কোৱাৰ সুবিধা পাইছে। কথা বুলিলেই কথাহে। ৰমাৰ জিভাক কোনে বাধা দিব। নানা প্ৰকাৰ ৰহণ সানি নানা কথা ৰমাই

সকলোৱে কাণে কাণে বিশ্বাসতে কয়। প্ৰত্যেককে কয় তেওঁ যেন এই কথা কাৰো আগত নকয়। বমাৰ অভিসন্ধিত গোটেই মৈৰাপাৰা গাঁৱৰ বা-বতাহ নিৰ্ম্মলা আৰু নন্দেশ্বৰৰ অখ্যাতিৰে কলুষিত হৈ উঠিল। নানা ফালৰ পৰা নানা প্ৰকাৰে বমাই এই কুখ্যাতিৰ কথা নন্দেশ্বৰ, নিৰ্ম্মলা আৰু ঘনকান্তিৰ কাণত পেলায়। ঘনকান্তিয়ে এনেবোৰ কথা শুনি নিজৰ ঘৰলৈ গুচি গ'ল।

কাৰো কাৰো ভাগ্যত এইদৰে ভাগ্য বিপৰ্য্যয় ঘটে। নিৰ্ম্মলা আৰু নন্দেশ্বৰ মৰ্ম্মাহত হ'ল। নন্দেশ্বৰে অনুষ্ঠানৰ কাম একো কৰিব নোৱাৰে। মনত শান্তি নাই। দৈনন্দিন কাৰ্যক্ৰমত ব্যাঘাত ঘটিব ধৰিলে। বমাৰ গুপ্ত আৰু ষড়যন্ত্ৰমূলক অপপ্ৰচাৰৰ ফলত অনুষ্ঠানৰ প্ৰতি মানুহৰ আস্থা কমি আহিল। নন্দেশ্বৰৰ অনুষ্ঠানত কেৱল মাত্ৰ সাধাৰণ প্ৰাইমেৰী স্কুল এখন চলি থাকিল। আনবোৰ কাৰ্য্য বন্ধ হ'ল। ব্ৰহ্মানন্দ তৰ্কতীৰ্থদেৱ ইয়াৰ পূৰ্বেই তীৰ্থভ্ৰমণত গৈছিল। বদৰিকাশ্ৰমৰ পৰা চিঠি দিছে যে তেওঁ আৰু ঘূৰি নাহে। তেওঁৰ ঘৰ সংসাৰ একো নাছিল। নিজৰ সম্পত্তিখিনি পূৰ্বতে ভাগিনিয়েকক লিখি দিছিল। গতিকে পৰামৰ্শ সুধিবলৈকো নন্দেশ্বৰৰ কোনো মানুহ নাই।

"এতিয়া কি কৰা যায়; বৌ...." বুলি নন্দেশ্বৰে নিৰ্ম্মলাক সুধিলে।

নিৰ্ম্মলাই নন্দেশ্বৰৰ মুখৰ ফালে চাই ঘৰত সোমাই বিছনাত পৰি হুক্ হুক্কৈ কান্দিবলৈ ধৰিলে।

নিৰ্ম্মলাৰ পিতাক আছিল এজন মৌজাদাৰ। মাক সৰুতে ঢুকায়। নিৰ্ম্মলাৰ আৰু কোনো ভাই-ভনী নাছিল। পিতাক ঢুকাবৰো আজি ৪।৫ বছৰমান হ'ল। পিতাকৰ ঘৰৰ ফালেও আশ্ৰয় ল'বলৈ নিৰ্ম্মলাৰ কোনো নাছিল। তাৰ উপৰি পিতাকৰ ঘৰত থকা কালৰো এটা লাজৰ আৰু দুখৰ স্মৃতি নিৰ্ম্মলাৰ মনত জাগি আছিল। নিৰ্ম্মলাৰ বয়স তেতিয়া তেৰ কি চৈধ্য। গাঁৱৰ ছাত্ৰবৃত্তি স্কুলত নিৰ্ম্মলা পঢ়ে। এদিনাখন স্কুলৰ পৰা আহোঁতে হঠাতে বতাহ ধৰবুণে পায়। নিৰ্ম্মলাই উপায় নাপাই লৰিগৈ ওচৰতে এঘৰ মানুহৰ ঘৰত সোমায়। সেই মানুহ ঘৰৰ ২০।২১ বছৰীয়া এজন ডেকা মানুহ আছিল। তাৰ স্বভাৱ চৰিত্ৰ অত্যন্ত বেয়া বুলি সকলোৱে জানিছিল। বতাহ ধৰবুণ এবিলত সন্ধ্যা হ'ল। সন্ধ্যা হোৱা কাৰণে সেই ডেকাজনে নিৰ্ম্মলাক ঘৰত পৌছাই দি যায়। বাটত দুই এজনে দুয়োকো যোৱা দেখা পায়। তাৰপৰাই নিৰ্ম্মলাৰ বিষয়ে গাঁৱত অনেক কুকথা ৰটনা হয়।

আজি নিৰ্ম্মলাৰ মানস পটত এই স্মৃতিবোৰ ভাহি উঠিছে। বিনাদোষে ভাগ্যৰ দোষত নিৰ্ম্মলাই সদায় বিড়ম্বিতা হয়। স্বামী পৰিত্যক্তা নিৰ্ম্মলাৰ শান্তি ক'ত?

নন্দেশ্বৰে ভাবিছে—বিধিৰ কি বিধান। জগতত কিমান মানুহ আছে;

কিমান পাপ কৰিছে, মনে মনে কিমান অন্যায় কাৰ্য্য কৰি সমাজত সাধু সাজি মান আৰু প্ৰতিষ্ঠা অৰ্জ্জন কৰিছে। নন্দেশ্বৰে অতি পবিত্ৰ জীৱন যাপন কৰিও পুনঃ পুনঃ অসৎ চৰিত্ৰৰ মানুহ বুলি পৰিগণিত হৈছে। ই যে এই জনমৰ কাৰ্য্যৰ পৰিণাম নহয় বুলি নন্দেশ্বৰে বুজি পাইছে। ই নিশ্চয় পূৰ্ব্বজনমৰ পাপৰ ফল। নন্দেশ্বৰৰ মনৰ সবলতা কমি যাব লাগিছে। অৱস্থাৰ মেৰপাকত মানুহৰ যেতিয়া আত্মবিশ্বাস আৰু আত্মনিৰ্ভৰতা কমি আহে তেতিয়া মানুহে ভাগ্যক থিয়ায়, পূৰ্ব্বজনমৰ কথা সোঁৱৰে। নন্দেশ্বৰ কৰ্মী লোক; ভাগ্যক থিয়াই থকা বিধৰ লোক নহয়; কিন্তু আজি নন্দেশ্বৰৰ মন বৰ দুৰ্ব্বল হৈ গৈছে। নন্দেশ্বৰে গোটেইটো জীৱনৰ কথা ভাবি ভাবি সকলো কথা ভাগ্য দোষতে ঘটে বুলি বিশ্বাস কৰিছে।

নন্দেশ্বৰৰ মনত কিমান দুখ তাক তেওঁ কাক কʼব? তেওঁ দাদাকক দেৱতাৰ নিচিনা ভক্তি কৰে আৰু বৌৱেকক মাতৃৰ নিচিনা গণ্য কৰে। এনে ক্ষেত্ৰত নন্দেশ্বৰে যি অপমানৰ বোজা মূৰত তুলি লʼব লগা হৈছে সেই অপমান আৰু দুখৰ কথা কাৰ আগত কʼব? নন্দেশ্বৰৰ বুকু যেন ফাটি যায়, চকুৰ যেন দৃষ্টিশক্তি নাইকিয়া হৈছে আৰু মূৰ যেন ঘূৰিব লাগিছে এনে এটি অস্বাভাৱিক অনুভূতিত নন্দেশ্বৰ স্থিৰ হৈ থাকিব নোৱাৰি বিছনাত পৰি কান্দিবলৈ ধৰিলে।

## (১৮)

কান্তেশ্বৰ ডিব্ৰুগড়লৈ অকলে ঘূৰি আহি নিজৰ মনতে বিচাৰ কৰি চাইছে আৰু নিৰ্ম্মলাক এৰি অহা যেন একো অন্যায় হোৱা নাই এইদৰে ভাবিছে। নিৰ্ম্মলাৰ চৰিত্ৰৰ প্ৰতি কান্তেশ্বৰৰ সন্দেহ দৃঢ়মূল হৈছে। নিৰ্ম্মলাৰ বিয়াৰ আগতেও নিৰ্ম্মলাৰ চৰিত্ৰ সম্পৰ্কে মানুহে নানা কথা কৈছিল। কান্তেশ্বৰে সেইবোৰ কথা তেতিয়া বিশ্বাস কৰা নাছিল। পাছত কান্তেশ্বৰ মেছোপোটেমিয়ালৈ যোৱাত ৰমাই কান্তেশ্বৰলৈ যিবোৰ কথা লিখি চিঠি দিছিল সেই কথাবোৰ কান্তেশ্বৰে অবিশ্বাস কৰা নাছিল। সেইবাবে কান্তেশ্বৰে ঘৰলৈ একো খবৰ বাতৰি দিয়া নাছিল। তাৰ পাছত নিৰ্ম্মলাৰ লগত একেলগে কেইবা বছৰো থাকি নন্দেশ্বৰৰ প্ৰতি নিৰ্ম্মলাৰ যি স্নেহৰ আকৰ্ষণৰ গম পালে সেই স্নেহ যে বৌৱেকৰ দেওৰৰ প্ৰতি স্বাভাৱিক স্নেহ, তাক কান্তেশ্বৰে বুজিব নোৱাৰিলে। নিৰ্ম্মলাৰ প্ৰতি নন্দেশ্বৰৰ যি স্নেহ, যি আকৰ্ষণ আৰু ভাল পোৱাৰ পৰিচয় পালে সেই স্নেহ সেই আকৰ্ষণ আৰু ভাল পোৱা বৌৱেকৰ প্ৰতি দেওৰৰ ভক্তি, শ্ৰদ্ধা আৰু বন্ধুত্বৰ অঞ্জলি বুলি কান্তেশ্বৰে বুজিব নোৱাৰিলে। প্ৰেমৰ অভিব্যক্তি আৰু ভক্তিৰ অভিব্যক্তিৰ যি বিভিন্ন ৰূপ সেই ৰূপ কান্তেশ্বৰৰ চকুত ধৰা নপৰিল। জ্যেষ্ঠৰ প্ৰতি নন্দেশ্বৰৰ যি ভক্তি সেই ভক্তিৰ অভিব্যক্তি যে বৌৱেকলৈ শ্ৰদ্ধা,

স্নেহ আৰু বন্ধুত্বত পৰিণত হৈছিল সেই কথা কান্তেশ্বৰে নুবুজিলে। ৰমাৰ চিঠিৰ ভাষা আৰু মিছা সংবাদে কান্তেশ্বৰৰ মনৰ সন্দেহ ইমান দৃঢ়ীভূত কৰি দিছিল যে কান্তেশ্বৰে শ্ৰদ্ধা, ভক্তি আৰু স্নেহৰ পবিত্ৰ সম্বন্ধৰ মাজত কাম, লালসা আৰু ইন্দ্ৰিয় চাৰিতাৰ্থৰহে প্ৰমাণ বিচাৰি পালে। কান্তেশ্বৰে সুবিমল স্নেহৰ স্বৰ্গীয় অনুভূতি বিচাৰি নাপালে। বৌৱেক আৰু দেওৰেকৰ পবিত্ৰ আৰু মধুৰ সম্বন্ধৰ সম্মান ৰক্ষা কৰিব নোৱাৰিলে; পৰৰ কথাত, চৰিত্ৰহীনা নাৰী এগৰাকীৰ কথাত দেৱতুল্য ভ্ৰাতৃৰ প্ৰতি আৰু সাবিত্ৰী হেন স্ত্ৰীৰ প্ৰতি সন্দিহান হৈ এফালে নিজৰ জীৱনত যেনেকৈ অশান্তি আনিছে আনফালে দুটা পবিত্ৰ জীৱন ব্যৰ্থতাৰ গৰ্ভত বিলীন কৰি দিলে। কাৰো কাৰো ভাগ্যাকাশে এইদৰে ক'লা ডাৱৰে আগুৰি ৰাখে। সৌভাগ্য সূৰ্য উদয়ৰ সময় নঘটে।

***

(ক'লা ডাৱৰৰ দ্বিতীয় খণ্ড লিখা কথা আছিল; কিন্তু সেই সংকল্প বাস্তৱায়িত নহ'ল। অসম্পূৰ্ণ ৰূপকে প্ৰকাশ কৰা হ'ল। —সম্পাদক)

# লিখকৰ কথা

এই গল্প সম্পূৰ্ণ কাল্পনিক। লোকসাহিত্য হিচাবে লিখা হৈছিল— দেশভক্ত আৰু কৰ্ম্মবীৰৰ প্ৰতি অন্তৰৰ শ্ৰদ্ধা জনাবলৈ।

১৫।৮।৫৫

কৰ্ম্মবীৰ বৰদলৈ আৰু

দেশভক্ত ফুকনৰ

স্মৃতিত।

# হিয়াৰ কপনি

## (১)

অসহযোগ আন্দোলনৰ দিনৰ কথা ই। তেতিয়া ১৯২১ চন। নিৰঞ্জন বৰুৱা কটন কলেজৰ কৃতী ছাত্ৰ। বাপেক মাকৰ আদৰৰ সন্তান। বাপেক ভৱৰঞ্জন বৰুৱা আছিল পুলিচ চুপাৰিন্‌টেণ্ডেণ্ট। চৰকাৰৰ ওচৰত সুনাম আৰ্জি ৰায় বাহাদুৰ উপাধিৰে নিজ নাম ভূষিত কৰিছে। মহাত্মা গান্ধীৰ আহ্বানত যেতিয়া স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীসকলে দলে দলে দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্ম্মবীৰ বৰদলৈ ডাঙৰীয়াৰ ওচৰ পাইছিলহি সেই দলৰ নেতা আছিল নিৰঞ্জন। দেশভক্ত ফুকনে সিদিনা গুৰুগম্ভীৰ স্বৰে কৈছিল—তুমি এদিন দেশৰ নেতা হবা, নিৰঞ্জন, কিন্তু এতিয়াও ছাত্ৰ। আমি কৈছিলোঁ ২।১ দিন ধৈৰ্য্য ধৰা, আমাৰ ভৱিষ্যৎ চিত্ৰ আমি এতিয়াও আমাৰ মনত আঁকি লব পাৰা নাই। দেশৰ এই সুসন্তান সকলক স্কুল কলেজৰপৰা উলিয়াই আনি আমি কি কাম দিম? বৰদলৈ ডাঙৰীয়াৰ লগত পৰামৰ্শ কৰি এটি কৰ্ম্মপদ্ধতি উলিয়াই মই তোমালোকক মাতিম—এতিয়াই কিয় আহিছা? আমাৰ কথাৰ কিয় অবাধ্য হ'লা?

নিৰঞ্জনে ফুকন ডাঙৰীয়াৰ এনে উক্তি আশা কৰা নাছিল। স্বদেশভক্ত নিৰঞ্জন দেশৰ নেতা ফুকনৰ ওচৰলৈ আহিছিল উৎসাহৰ বাণী শুনিবলৈ। দেশভক্তৰ চেনেহ-সনা তিৰস্কাৰত নিৰঞ্জন দেশভক্তিৰ আবেগত আপ্লুত হৈ পৰিল। ফুকনৰ-চৰণত পৰি ক'লে—দেশভক্ত। দোষী মই। মৰ্ম্মস্পৰ্শী বক্তৃতা দি স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীৰ মাজত দেশভক্তিৰ উত্তেজনা আনি দিয়াৰ পাছত—পলম কৰি বহি থাকিবলৈ সময় মোৰ নাই। দ্বিধা আৰু সন্দেহৰ হাতৰপৰা সাৰিবৰ কাৰণে ভৱিষ্যৎ চিন্তা মই কৰা নাই। ছাত্ৰ-ছাত্ৰীসকল পুনঃ স্কুল-কলেজলৈ ঘূৰি নাযাও বুলি দৃঢ়-প্ৰতিজ্ঞ হৈছে। এনে-ক্ষেত্ৰত পলম কৰি বহি থাকিলে—এই উত্তেজনা কমি যাব। সিহঁতৰ মনত দ্বিধা আৰু সন্দেহে দেখা দিব। মহাত্মাৰ আহ্বানত ভুল নাই। ভাবিবৰ অধিকাৰ আমাৰ নাই। আমি তাৰবাবে দায়ী নহওঁ যদি আমাৰ ভুল হৈছে। আমি আপোনাৰ চৰণত আশ্ৰয় লৈছোঁ। আপনাৰ বুদ্ধি-বিবেচনাৰ দ্বাৰা আমাক পৰিচালিত কৰক। জয় আমাৰ অনিবাৰ্য্য। ছাত্ৰ-ছাত্ৰীসকলৰ মাজৰপৰা "বন্দে মাতৰম্" "জয় দেশ মাতৃৰ জয়" "জয় দেশভক্ত ফুকনৰ জয়" "জয় কৰ্ম্মবীৰ বৰদলৈৰ জয়" ধ্বনিৰে আকাশ মুখৰিত হৈ উঠিল। দেশভক্তৰ প্ৰাণ উছলি উঠিল। নিৰঞ্জনক সাৱটি ধৰি

দেশভক্তি আৰু আনন্দৰ উত্তেজনাত অধীৰ হৈ উঠিল। দেশভক্ত ফুকনৰ দুয়ো চকুৰে হৰ্ষৰ অশ্ৰু ববলৈ ধৰিলে। নিৰঞ্জন চকুৰ পৰাও পানী ববলৈ ধৰিলে। এটি অভিনৱ দৃশ্যৰ সৃষ্টি হ'ল।

এনেতে কৰ্ম্মবীৰ বৰদলৈ ডাঙৰীয়া আহি ওলাল। কৰ্ম্মবীৰৰ উপস্থিতিৰ লগে লগে—"জয় অসমৰ জয়" "জয় কৰ্ম্মবীৰ বৰদলৈৰ জয়" ধ্বনিৰে পুনঃ আকাশ মুখৰিত হৈ উঠিল। বৰদলৈ ডাঙৰীয়াৰ প্ৰাণতো স্বদেশপ্ৰেমৰ বান আহিছে। বক্তৃতাৰ সুৰত ক'লে—মৰমৰ ছাত্ৰ-ছাত্ৰী সকল! তোমালোকৰ প্ৰাণত স্বদেশ প্ৰেমৰ যি স্পন্দন আজি আহিছে—এই স্পন্দনৰ সাৰ্থকতা আছে। পৰাধীন ভাৰতবাসীৰ প্ৰাণত আজি জাগৰণ আহিছে। স্বাধীনতা যুদ্ধৰ সৈনিক তোমালোক। অহিংস-মন্ত্ৰত দীক্ষিত হৈ মহামানৱৰ প্ৰদৰ্শিত পথত তোমালোক চলিব লাগিব। প্ৰয়োজন হ'লে বুকু পাতি দিব লাগিব—বন্দুকৰ আগত। বন্ধু সকল! কোৱা তোমালোক সাজু আছা?

"বন্দে মাতৰম্"। আমি সাজু। আমাক পৰিচালিত কৰক।

ফুকন ডাঙৰীয়া! বৰদলৈয়ে ক'লে—এই জাগৰণ বৃথা হব নোৱাৰে। ভৱিষ্যতৰ ফালে চাই কি হব? বৰ্ত্তমান যি ছাত্ৰ শক্তি আমাৰ ওচৰত আহি থিয় দিছে তাৰ উপযুক্ত ব্যৱহাৰ আমি কৰিব লাগিব। আপুনি এই নেতৃত্ব গ্ৰহণ কৰক। মহামানৱৰ আহ্বান। ছাত্ৰ-ছাত্ৰীসকলে ঠিকেই কৈছে। যদি ক'ৰবাত ভুল হৈছে তাৰ বিচাৰ কৰিবৰ অধিকাৰ আমাৰ নাই। মহাত্মাৰ আহ্বানত আমি আগুৱাই আহিব লাগিব। আপুনি এই ছাত্ৰ-ছাত্ৰীসকলক আহ্বান কৰক। নেতৃত্ব গ্ৰহণ কৰক।

বৰদলৈ ডাঙৰীয়া! মোৰ জীৱন দেশমাতৃকাৰ সেৱাত উছৰ্গা কৰি দিছোঁ; কিন্তু এতিয়াও কোনো কৰ্ম্মপদ্ধতি মোৰ জনা নাই। দেশৰ বৰেণ্য নেতাসকলৰ ফালে চাই আছোঁ। আজিয়েই ছাত্ৰ-ছাত্ৰীসকলক স্কুল-কলেজবিলাকৰ পৰা উলিয়াই আনিলে এটা বিশৃঙ্খল অৱস্থাৰ সৃষ্টি হব বুলি ভীত হৈছোঁ। মই বিমূঢ় হৈছোঁ, বৰদলৈ ডাঙৰীয়া!—ফুকনে ক'লে।

আমাৰ কথা আপুনিহে জানে। আমাৰ দায়িত্ব আপুনি মইহে গ্ৰহণ কৰিব লাগিব। বৰদলৈয়ে উত্তৰ দিলে।

সেয়ে স্থিৰ হ'ল। ধমধমা, বকো, কৰৰা, গুৱাহাটী ইত্যাদি স্থানত স্বেচ্ছাসেৱকৰ আখৰা স্থিৰ কৰি ছাত্ৰসকলৰ মাজৰপৰা নেতা নিৰ্ব্বাচন কৰি ভাগ কৰি দিলে। বকো কেম্পৰ পৰিচালক হ'ল নিৰঞ্জন বৰুৱা।

## (২)

আদৰী কছাৰীৰ ছোৱালী। ধমধমা কংগ্ৰেছ কেম্পত অসহযোগ আন্দোলনৰ স্বেচ্ছাসেবিকা হৈ আছে। কেম্পৰ নেতা নীলাম্বৰ চৌধুৰী। আদৰীৰ বয়স ১৭ কি ১৮ বছৰ। ধুনীয়া আৰু স্বাস্থ্যৱতী। নিটোল দেহ, কমনীয় লাৱণ্য।

আদৰীয়ে দেশসেৱক নীলাম্বৰ চৌধুৰীক অনুৰোধ জনাইছে—"মোৰ ঘৰত মাৰ অসুখ বুলি চিঠি পাইছোঁ— দেউতা! মোক ঘৰলৈ যাবলৈ দিয়ক।"

"ম'ই স্বেচ্ছাৱেক এজন পঠাইছোঁ তোৰ মাৰৰ খবৰ লবলৈ, আদৰী!"— চৌধুৰীয়ে ক'লে। আদৰী নিমাত হৈ গুচি যায়। আদৰীয়ে মাকৰ পৰা চিঠি পোৱা নাই। চৌধুৰীয়েও স্বেচ্ছাসেৱক পঠোৱা নাই। উভয়ে উভয়ৰ অন্তৰৰ কথা বুজি পাইছে।

নীলাম্বৰ চৌধুৰী নামজ্বলা দেশসেৱক। নিঃস্বাৰ্থ কৰ্মী। দেশসেৱাই উদ্দেশ্য। দেশৰ স্বাধীনতা অৰ্জ্জনেই লক্ষ্য। সমাজত তেওঁৰ প্ৰতিষ্ঠা এই হিচাবে। স্বাধীনতা যুদ্ধৰ যুজাৰুৰ অন্তৰৰ পৰিচয় কোনেও নিবিচাৰে। শুভ্ৰ খদ্দৰৰ পোছাকে মানসিক শুভ্ৰতাৰো পৰিচয় দিয়ে। আদৰী কেম্পলৈ আহিবলৈ বেছি দিন হোৱা নাই। তাইৰ ঘৰ গোৱালপাৰা জিলাৰ বিজনী অঞ্চলত। অসহযোগ আন্দোলনৰ স্বেচ্ছাসেৱক হিচাবে নাম ভৰ্ত্তি কৰি লৈছিল তাই—গাঁৱৰ স্কুলৰ শিক্ষয়িত্ৰীৰ কাম এৰি দি। মেট্ৰিকুলেচন পাঁচ কৰাৰ পাছত কলেজত পঢ়াৰ খৰচ নাপাই শিক্ষয়িত্ৰীৰ কাম কৰি আছিল প্ৰাইভেটকৈ আই, এ পৰীক্ষা দিব পৰাৰ আশাত। প্ৰতিজ্ঞা পত্ৰত চহি কৰিছিল তাই নেতাৰ আদেশ মানি চলিম বুলি।

ৰাতিপুৱাই ৫ বজাত উঠি তাই ভাত ৰান্ধিবলৈ যায়। কুৰিজন স্বেচ্ছাসেৱকৰ দল এইটো। তাৰ ভিতৰত মাথোঁন দুই গৰাকী মহিলা। এগৰাকী তাই, আন গৰাকী তিলোত্তমা। তিলোত্তমা আদহীয়া তিৰোতা। তিলোত্তমাৰ কোনো নাই। এবাৰ এবাৰকৈ তিনিবাৰ পতি-গ্ৰহণ কৰাৰ পাছত দেশ-সেৱাত মন দিছে। তিলোত্তমাৰ কথাতেই আদৰী দেশসেৱাৰ প্ৰতিজ্ঞাপত্ৰত চহী কৰে। ৰাতিপুৱা ৮ মান বজাতে খোৱা-বোৱা শেষ কৰি সমদলত ওলায়। ত্ৰিবঙ্গ নিচান হাতত লৈ দলটোৰ আগত আদৰী আৰু শেহত তিলোত্তমা। পৰিচালক হিচাবে কাবে কাবে চৌধুৰী ডাঙৰীয়া। প্ৰায় ২ মাহ এইদৰে চলিছে। বৃটীছ চৰকাৰে এই দলটোক জোকোৱা নাই। এই দলটোৰ কাৰ্য্য সমদল কৰি ফুৰা। গতিকে ধৰ-পাকড় কৰি গাঁৱত উত্তেজনা সৃষ্টি কৰি আন্দোলনৰ বল বৃদ্ধি কৰিবলৈ চৰকাৰে ইচ্ছা কৰা নাই। প্ৰত্যেক ১৫ দিনৰ অন্তৰত প্ৰত্যেক স্বেচ্ছাসেৱকৰ কেম্প বদলি হয়। প্ৰধান কেন্দ্ৰ গুৱাহাটীৰপৰা সেইদৰে হুকুম আছে। সকলোবিলাক স্বেচ্ছাসেৱকৰে নিয়মিত হুকুম আহে কিন্তু আদৰী আৰু তিলোত্তমাৰ কেম্প পৰিবৰ্ত্তনৰ হুকুম নাহে। তিলোত্তমাই তাত বেয়া নাপায় কিন্তু আদৰী অতিষ্ঠ হৈ

উঠিছে। আদৰীৰ ঘৰত আছে একমাত্ৰ মাক। মাটি-বাৰীৰ সংস্থান অলপ আছে। খোৱা-বোৱাৰ বাবে চিন্তা নাই। অভাৱ নাই। বৰ সৰলা আদৰীৰ মাক। দেশৰ কামত যোৱা বাবে তেওঁ আদৰীৰ বাবে দুখ কৰা নাই।

নীলাম্বৰ চৌধুৰীৰ পৰা সপ্তাহে সপ্তাহে চিঠি পাই আছে যে আদৰী ভালে আছে আৰু বৰ সুচাৰুৰূপে দেশৰ কাম কৰিছে। ফুকন আৰু বৰদলৈ ডাঙৰীয়া নেতাদ্বয়েও তাইক বৰ ভাল পাইছে। নবীন বৰদলৈ আৰু তৰুণ ফুকনৰ নামত সকলো মানুহৰে প্ৰাণত আশাৰ সঞ্চাৰ হয়, ভক্তি আৰু শ্ৰদ্ধাত হিয়া ভৰি উঠে। চৌধুৰীয়ে আদৰীক মাকৰ খবৰ কয়। আদৰীৰ মন তিতা হয়।

চৌধুৰী স্থানীয় মানুহ। অখণ্ড প্ৰতাপ, মৌজাদাৰ আছিল। দেশসেবাৰ নামত আৰু মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ আহ্বানত চৰকাৰী বিষয় এৰি দিছে। লোকচান একো হোৱা নাই। মাটিবাৰী যথেষ্ট আছে। উপাৰ্জ্জন যথেষ্ট হয়। ল'ৰা দুটি। গুৱাহাটীত পঢ়িছিল, এজন স্কুলত আৰু আনজনে কলেজত। দেশৰ আহ্বানত স্কুল-কলেজ এৰি আহিব লাগে। এৰি আহিছে। যোৱা বছৰ দুয়োজনেই বাৰ্ষিক পৰীক্ষাত ফেল হৈছিল। প্ৰমোচন পোৱা নাছিল। ঘৈণীয়েক ঢুকাইছে। ল'ৰা দুটাৰ মুখলৈ চাই পুনঃ বিয়া কৰোৱা নাই। ঘৰত বিধৱা ভনীয়েক এগৰাকী আছে। তেৱেঁই সিহঁতক মাকৰ নিচিনা যত্ন কৰে। চৌধুৰী ডাঙৰীয়াৰ চিন্তা নাই। দেশভক্ত ফুকন আৰু কৰ্ম্মবীৰ বৰদলৈয়ে তেওঁক বৰ সাধু আৰু দেশপ্ৰেমিক বুলি ভাবি মৰম কৰে। গান্ধীজীৰ ওচৰতো তেওঁৰ নাম আছে।

বৰদলৈ ডাঙৰীয়া কেম্প্ পৰিদৰ্শনত আহি এৰাতি ধুমধমাত থাকিবলগীয়া হ'ল। ৰাতি চৌধুৰীয়ে নজনাকৈ আদৰীয়ে কৰ্ম্মবীৰক দেখা কৰিবলৈ আহি হঠাতে ভৰি দুখনত ধৰি কান্দিবলৈ ধৰিলে। বৰদলৈয়ে দৈনিক অমৃত বাজাৰ পত্ৰিকা পঢ়ি আছিল। মূৰ দাঙি চায় যে আদৰীয়ে ভৰিত পৰি কান্দিব লাগিছে।

কি হ'ল—মা'। তোৰ—বুলি কৰ্ম্মবীৰে সুধিলে। মোক ইয়াৰ পৰা যাবলৈ দিয়ক—দেউতা, বুলি আদৰীয়ে ক'লে।

"কিয়। তোৰ কি হ'ল ইয়াত।" তোৰ কাজকাম ভাল বুলি নীলাম্বৰ চৌধুৰীয়ে প্ৰশংসা কৰিছে আৰু তই ইয়াত থাকিলে মহিলা শক্তিৰ জাগৰণ হ'ব বুলি মোক আশ্বাস দিছে—কৰ্ম্মবীৰে ক'লে।

মই কি কাম কৰিছোঁ দেউতা? ভাতৰন্ধা, চাহ কৰা আৰু সমদলত ঘুৰি ঘুৰা—এয়েতো মোৰ কাম। গাঁৱৰ মহিলা সমাজৰ মাজলৈ নাযাবলৈকেহে চৌধুৰী ডাঙৰীয়াই মোক কৈছে।—আদৰীয়ে ক'লে।

কৰ্ম্মবীৰ চিন্তান্বিত হ'ল। কাৰ কথা সঁচা। কিছু সময় টলকা মাৰি থাকি ক'লে—আদৰী। তই এতিয়া যা বাৰু মই তোৰ কথা পাছত শুনিম। তোৰ যদি ইয়াৰ পৰা যাবৰ ইচ্ছা হৈছে মই তোৰ যোৱাৰ ব্যৱস্থা কৰি দিম।

প্ৰত্যেক কেম্পতে কোনেও নজনাকৈ একোজন স্বেচ্ছাসেৱকক চোৰাংচোৱাৰ বাবে বৰদলৈ ডাঙৰীয়াই দি থয়। এই কেম্পত তোলন শইকীয়া নামৰ আদহীয়া হোজা মানুহ এজনক থৈ দিছিল। তোলনৰ আন কাম একো নাই। কেম্পৰ বস্তু-বাহানি অবৰক্ষা কৰা আৰু কেম্প লিডাৰৰ অফিচৰ ডাক আনা-নিয়া তোলনৰ কাম।

আদৰী যোৱাৰ পিছত কম্মবীৰে তোলনক মাতি পঠিয়ালে। তোলন আহিল। কম্মবীৰে তোলনক সুধিলে—তোলন! আদৰীয়ে এই কেম্পৰপৰা কিয় যাব খোজে তই কিবা জাননে?

তোলনৰ কৰ্ত্তব্য বৰদলৈ সোধা কথাৰ যি জানে তাৰে উত্তৰ দিয়া। নিজে কোনো কথা কোৱাৰ অধিকাৰ তোলনৰ নাই। নজনা কথা নাজানোঁ বুলি ক'ব। সন্দেহৰ কথা সন্দেহ হিচাবেই ক'ব। বহুন সানি কব নোৱাৰিব।

তোলনে ক'লে মই সঠিক কথা একো নাজানোঁ; কিন্তু মোৰ মনত দুৰ্ঘোৰ সন্দেহে ঠাই পাইছে, দেউতা।

কি সন্দেহ, তোলন? বুলি কম্মবীৰে তাৰ মুখৰ ফালে চাই থাকিল।

মই কব নোৱাৰোঁ দেউতা। চৌধুৰী ডাঙৰীয়া ডাঙৰ মানুহ কিজানি মোৰ সন্দেহেই ভুল—তোলনে ক'লে।

তই কাৰ আগত কথা কৈছ, তোলন? পাহৰি নাযাবি মই কোন্? তোক কি বাবে ইয়াত থৈছোঁ? গম্ভীৰস্বৰে ধমক্ দি কম্মবীৰে ক'লে।

কম্মবীৰৰ মৰমসনা মাতত তোলনে পাহৰি গৈছিল যে তাৰ কৰ্ত্তব্য মনৰ কথা কম্মবীৰৰ আগত খুলি কোৱা। এতিয়া ধমক পাই নিজৰ কৰ্ত্তব্যৰ প্ৰতি সচেতন হৈছে—ক'লে—মোৰ কথাৰ পৰা আপুনি বুজি পাইছে, দেউতা। চৌধুৰী ডাঙৰীয়াৰ স্বভাৱৰ প্ৰতি মোৰ সন্দেহ হৈছে। কেইবাদিনো ৰাতি মই আদৰীৰ ঘৰত তৰ্জ্জন-গৰ্জ্জন কৰা শুনিছোঁ। আদৰীয়ে কান্দে—পিতা বুলি ভৰিত দীঘল দি পৰে। চৌধুৰী লাহে লাহে ঘৰৰ পৰা ওলাই যায়। কম্মবীৰৰ মুখ গম্ভীৰ হ'ল। তোলনক ক'লে তই এতিয়া যাব পাৰ।

পাছদিনা কম্মবীৰ যাবৰ সময়ত চৌধুৰী ডাঙৰীয়াক মনে মনে মাতি আনি ক'লে। চৌধুৰী—আদৰীক বকো কেম্পলৈ আৰু তিলোত্তমাক কৰৰা-কেম্পলৈ বদলী কৰা হ'ল। আজিয়েই আদৰী মোৰ লগত যাব। তিলোত্তমাক আপুনি এজন ভলণ্টিয়াৰৰ লগত পঠাই দিব। আপোনাৰ বিৰুদ্ধে অনেক অভিযোগ আছে। মই ফুকন ডাঙৰীয়াৰ লগত আলোচনা কৰি যি হয় তাৰ ব্যৱস্থা কৰিম। আপুনি দেশসেৱক। কৰ্ত্তব্যৰ কথা পাহৰি নাযাব।

দেশভক্ত ফুকন আৰু কম্মবীৰ বৰদলৈয়ে পৰামৰ্শ কৰি স্থিৰ কৰিলে যে চৌধুৰীৰ প্ৰতি এতিয়াও কোনো প্ৰকাৰ শাস্তিমূলক ব্যৱস্থা হাতত লব নালাগে;

কিন্তু তেওঁৰ প্ৰতি চোকা দৃষ্টি ৰাখিব লাগিব। বিশ্বাসী আৰু শিক্ষিত স্বেচ্ছাসেৱক এজন তাত তেওঁৰ সহকাৰী হিচাবে পঠোৱাই ভাল হব বুলি স্থিৰ কৰিলে আৰু তাত মহিলা কৰ্মী বৰ্ত্তমানে কাকো দিব নালাগে বুলি স্থিৰ কৰিলে। চৌধুৰী ডাঙৰীয়া চৰকাৰৰ ফলীয়া হলে আন্দোলনত বাধা জন্মিব বুলি নেতৃদ্বয়ে বিবেচনা কৰিলে; কাৰণ চৌধুৰী স্থানীয় মানুহ, ওলোটা পথে মানুহবিলাকক পৰিচালিত কৰিব পাৰে।

বকো কেম্পত আদৰীয়ে আহি মহিলাসমাজত কাম আৰম্ভ কৰিলে। ঘৰে ঘৰে চৰকাত সূতা কটা আৰু তাঁতৰ কাম চলিল। আদৰীয়ে প্ৰত্যেক ঘৰলৈ গৈ সবাঙ্কৰে কামত উদ্‌গনি দিয়ে আৰু কাপোৰ বোৱা হৈ গ'লে কাপোৰবোৰ গোটাই আনে। অসমৰ খদ্দৰৰ খুব নাম হ'ল আন প্ৰদেশ বিলাকত। লাহে লাহে বকোত এটি খাদি প্ৰতিষ্ঠান গঢ়ি উঠিল। এই প্ৰতিষ্ঠানৰ প্ৰাণ হ'ল আদৰী।

নিৰঞ্জন বৰুৱাই অতি শৃঙ্খলাৰ সৈতে বকো কেম্প পৰিচালনা কৰিব ধৰিলে। গাঁৱৰ মানুহৰ মাজত অহিংসনীতিৰ মূল কথাবোৰ উদাহৰণেৰে বুজাই দিয়ে। নিতৌ গধূলি কেম্পত এখনি সভা বহে—ৰাজনৈতিক আলোচনাৰ বাবে। তাত দেশৰ বৰ্ত্তমান পৰিস্থিতি সম্পৰ্কে সম্পূৰ্ণ আলোচনা হয়। সিদিনা নিৰঞ্জন বৰুৱাই অহিংসাৰ বিষয়ে ৰাইজক বুজাইছিল।

অহিংসাৰ অৰ্থ হৈছে পৰস্পৰৰ প্ৰতি বৈৰীভাব্ পৰিত্যাগ কৰা। শত্ৰুৰ প্ৰতিও বৈৰিতা কৰিব নালাগে। মেধস্ মুনিৰ আশ্ৰমত সাপ আৰু নেউল, বাঘ আৰু হৰিণ, মৈৰা আৰু সাপৰ মাজতো স্বভাৱবৈৰিতা নাছিল। প্ৰশান্ত শ্বাপদাকীৰ্ণ আছিল মেধস্ মুনিৰ আশ্ৰম্। স্বাধীনভাৱে যি দেশত সকলো লোকে আনন্দমনে বাস কৰিব পাৰে সেয়ে ৰাম ৰাজ্যৰ আদৰ্শ—ৰমতে লোকাঃ যস্মিন্ দেশে। স্বাধীনভাৱে মুকলি মনে, আনন্দমনে বিচৰণ কৰিব পৰাৰ অৰ্থ স্বেচ্ছাচাৰিতা নহয়। স্বেচ্ছাচাৰিতৰ ফল বিদ্বেষ আৰু অশান্তি। আত্মসংযম আৰু পৰস্পৰৰ প্ৰতি সহানুভূতি থাকিলে স্বেচ্ছাচাৰিতা বা পাৰস্পৰিক বিদ্বেষ ভাব আহিব নোৱাৰে। স্বভাৱবৈৰিতা পৰিত্যাগ কৰিব পাৰে সংযম আৰু সহানুভূতিৰ মাজেদি। পাৰস্পৰিক সহানুভূতি নাথাকিলে মানুহ স্বাধীন হব নোৱাৰে। ইংৰাজসকল আজি ভাৰতবৰ্ষৰ মালিক হৈ আছে; সেইবুলি ইংৰাজসকলক ভাৰতীয় লোকৰ শত্ৰু বুলি ভাবিব নালাগে। দেশ স্বাধীন হব লাগে কিন্তু সেইবুলি হিংসা—নীতিৰ আশ্ৰয় লৈ যুদ্ধবিগ্ৰহৰ দ্বাৰা ভাৰতবৰ্ষই স্বাধীনতা নিবিচাৰে। ভাৰতবৰ্ষ স্বাধীন হব লাগে—ই—ভাৰতৰ জন্মস্বত্ব। নিৰুপদ্ৰৱে বন্ধুত্ব আৰু পাৰস্পৰিক সহানুভূতিৰ মাজত ভাৰতবৰ্ষই স্বাধীনতা অৰ্জিবলৈ আকাংক্ষা কৰে। যুদ্ধবিগ্ৰহৰ দ্বাৰা অৰ্জিত স্বাধীনতা ৰক্ষা কৰিবলৈকো সৈন্যদল আৰু যুদ্ধৰ আয়োজন লাগে; কিন্তু ভাৰতবৰ্ষই ভৱিষ্যতে কাৰো লগত যুদ্ধ নকৰে। জাতীয়

জীৱনৰ সকলো সমস্যা পৰস্পৰ আলোচনাৰ দ্বাৰা সমাধান কৰিবলৈ ভাৰতবৰ্ষই নীতি গ্ৰহণ কৰিব। এই প্ৰকাৰ মনোভাৱ সৃষ্টি কৰিবলৈ সমগ্ৰ ভাৰতীয় সমাজত এটা অহিংস আৰু শান্তিৰ পৰিবেশৰ সৃষ্টি কৰিব লাগিব। প্ৰত্যেক লোকে নিজ নিজ মনোবৃত্তি অহিংসা আৰু শান্তিৰ আদৰ্শত গঢ়ি তুলিব লাগিব।

গধূলি এই কেম্পত ল'ৰা মতা-তিৰোতা সকলো মানুহে যোগ দিয়ে। ঈশ্বৰ প্ৰাৰ্থনাৰ দ্বাৰা সভাৰ কাৰ্য্য আৰম্ভ কৰি সঙ্গীতৰ দ্বাৰা ৰাতি ৯ মান বজাত সভা শেষ হয়। কেতিয়াবা ২ ঘণ্টা কেতিয়াবা ৩ ঘণ্টা সভাৰ কাৰ্য্য চলে। এই সময়ৰ ভিতৰত দেশৰ ৰাজনৈতিক পৰিস্থিতিৰ আৰু সামাজিক অৱস্থাৰ আলোচনা হয়। আদৰীয়ে এই সভাত যোগদান কৰে আৰু গাঁৱৰ সকলো তিৰোতাই যাতে যোগ দিয়ে তাৰবাবে আদৰীয়ে সদায় যত্ন কৰে। গাঁৱৰ আটাইবিলাক তিৰোতাই যোগ দিয়া হৈছে।

তিলোত্তমাক বকো কেম্পলৈ আহিব দিব নালাগে বুলি কৰ্ম্মবীৰৰ গোপন চাৰ্কুলাৰ থকাত তিলোত্তমাই বকো কেম্পৰ সকলো খবৰ নাজানে কিন্তু নীলাম্বৰ চৌধুৰী মাজে সময়ে আহে আৰু আদৰীৰ লগত সাক্ষাতৰ চেষ্টা কৰে কিন্তু আদৰীয়ে নীলাম্বৰ চৌধুৰীৰ লগত দেখা নকৰে।

অসহযোগ আন্দোলনৰ গতি দ্ৰুততৰ হৈছে। আইন আদালত, স্কুল-কলেজ আৰু চৰকাৰৰ সকলো প্ৰকাৰ সহযোগ বৰ্জ্জিত হৈছে। বকো অঞ্চলত আন্দোলনৰ তীব্ৰতা বেছি। নিৰঞ্জন বৰুৱাৰ নেতৃত্বত সৰ্ব্বসাধাৰণ ৰাইজ জাগি উঠিছে। পঞ্চায়ত স্থাপন আৰু জাতীয় আদালত প্ৰতিষ্ঠাৰ আঁচনি তৈয়াৰ হব লাগিছে।

আদৰীৰ নেতৃত্বত বকোৰ মহিলাসকল জাগৃতা হৈ উঠিছে। ঘৰে ঘৰে তাঁতৰ শাল। কোনেও বিদেশী কাপোৰ নিকিনে। গাঁৱত এটি প্ৰতিষ্ঠান গঢ়ি উঠিছে। তাত খদ্দৰ বিক্ৰি কৰা হয় আৰু অইন ঠাইলৈ পঠোৱা হয়। যিসকলে সূতা কাটে এই প্ৰতিষ্ঠানত সূতা বিক্ৰি কৰি দিয়ে আৰু সেই সূতা কিনি নি আন মানুহে খদ্দৰ প্ৰস্তুত কৰে। আদৰীয়ে এইবোৰ কথাৰ তত্ত্বাৱধান হয়।

## (৩)

নিৰঞ্জন বৰুৱা আৰু আদৰী উভয়ে একে কেম্পতে কাম কৰে। উভয়ে উভয়ৰ মাজত এটি স্বাভাবিক দূৰত্ব ৰক্ষা কৰি চলে—ভাৰতীয় সমাজৰ যেনে দস্তুৰ। একে ক্ষেত্ৰতে একে উদ্দেশ্য লৈ উভয়ে কাম কৰে। উভয়ৰ ভিতৰত কথা-বতৰা, আলোচনা পৰামৰ্শ নিতৌ সকলো বিষয়ে হয়। জাতীয় আন্দোলনৰ কৰ্ম্মী হিচাবে উভয়ৰ মাজতে সকলো বিষয় বস্তু আলোচনাৰ আৱশ্যক হয়।

উভয়ে উভয়ৰ এই সম্পৰ্কত থাকি পৰস্পৰৰ মানসিক উৎকৰ্ষৰ সন্ধান উভয়ে পাইছে। নিৰঞ্জন বৰুৱা কঠোৰ কৰ্ম্মী আৰু আদৰী একনিষ্ঠা দেশসেৱিকা।

নীলাম্বৰ চৌধুৰী মাজে মাজে ৰকো কেম্পলৈ আহে আৰু আদৰীৰ লগত সাক্ষাৎ হবলৈ—ইচ্ছা কৰে। নীলাম্বৰ চৌধুৰীয়ে নাজানে যে কৰ্ম্মবীৰৰ গোপন আদেশ আছে যে নীলাম্বৰ চৌধুৰীয়ে যেন আদৰীৰ লগত কথা পাতিবলৈ কোনো সুযোগ নাপায়।

নিৰঞ্জন বৰুৱাৰ ভীষণ এটা অসুবিধা হয়। নীলাম্বৰ চৌধুৰী সহকৰ্ম্মী আৰু দেশসেৱক। খোলাখুলিকৈ একো কবও নোৱাৰে আকৌ নীলাম্বৰ চৌধুৰীৰ অনুৰোধ ৰক্ষাও কৰিব নোৱাৰে। নানাকথাৰ মাজেদি বহু সময়ত মিছা কথা কৈ হলেও নিৰঞ্জন বৰুৱাই আদৰীৰ প্ৰশ্ন এৰাই যায়। প্ৰায়েই ঘৰলৈ যোৱা বুলি কয়। সিদিনাও নিৰঞ্জন বৰুৱাই আদৰী ঘৰলৈ যোৱা বুলি কৈছিল কিন্তু নীলাম্বৰ চৌধুৰীয়ে কলে "নহয়, বৰুৱা, মই আজি আদৰীহঁতৰ ঘৰৰ পৰাই আহিছোঁ। তাই ঘৰলৈ যোৱা নাই। মাকে মোক কলে যে আদৰী আজি প্ৰায় ৬ মাহতো ঘৰলৈ যোৱা নাই, অথচ আপুনি প্ৰত্যেকবাৰে আদৰী ঘৰলৈ যোৱা বুলি কৈ আছে। এই ৬ মাহৰ ভিতৰত আজিৰে সৈতে মই তিনি বাৰ আদৰীক লগ পাব খুজিছোঁ, আপুনি মোক আদৰীক লগ ধৰিব দিয়া নাই। ইয়াৰ অৰ্থ কি বৰুৱা দেব?

অৰ্থ একো নহয়—মই আপোনাৰ লগত সাক্ষাৎ নকৰোঁ বুলি বৰুৱাদেৱৰ আগত কৈছোঁ। আপুনি পুনঃ পুনঃ আহি কিয় তেখেতক আমনি কৰে? হঠাতে আদৰী আহি কয়।

নীলাম্বৰ চৌধুৰী আৰু নিৰঞ্জন বৰুৱা উভয়ে আচৰিত হ'ল। নীলাম্বৰ চৌধুৰী আচৰিত হ'ল যে যি আদৰীয়ে কোনো দিন কোনো কথা মুখ ফুটাই নীলাম্বৰ চৌধুৰীৰ আগত কোৱা নাছিল। আজি সেই আদৰীয়ে ইমান স্পষ্ট ভাষাত নীলাম্বৰ চৌধুৰীক অপমানিত কৰিব চৌধুৰীয়ে ভাবিবই নোৱাৰিছিল। নিৰঞ্জন বৰুৱায়ো ভাবিব নোৱাৰিছিল যে আদৰীয়ে খোলাখুলি ভাবে সাক্ষাৎ নকৰোঁ বুলি কব পাৰে।

কিয় সাক্ষাৎ নকৰা, আদৰী, বুলি নীলাম্বৰ চৌধুৰীয়ে নিৰ্দোষিতাৰ ভাও জুৰি প্ৰশ্ন কৰিলে।

কিয় দেখা কৰিব নোখোজোঁ—আপুনি ভালদৰে জানে। আপোনাক কবৰ আৱশ্যক নাই বুলি আদৰী পুনঃ গুচি গ'ল।

## (৪)

বহুদিন পাছৰ কথা। কৰ্ম্মবীৰ বৰুৱাৰ যি দেশভক্ত যুৱক আজি

ইহজগতত নাই। গুৱাহাটীত খহিদ্ তৰ্পণ হৈছে ১৫ আগষ্টৰ দিনা—১৯৪৭ চনত। ১০ বছৰীয়া ছোৱালী এজনীয়ে ৰবদলৈৰ স্মৃতিত তৰ্পণ কৰিছে—

উঠাহে নবীন। নবীন তেজেৰে নবীনৰ সাহ বুকুত লৈ।
ধ্বংস কৰা দুৰ্নীতি দেশৰ উদাহৰণ তোমাৰ ৰবদলৈ।।
বৃটিচ শাসনৰ দুৰ্নীতি ভাঙি কোনে সাধিলে দেশৰ হিত।
স্বাধীনতা মন্ত্ৰত অসমবাসীক তেওঁৱেঁই কৰে সুদীক্ষিত।।
ফুকনৰ মনত দিলেহি শক্তি আপুনি তেওঁ দাঁড়ালে কাষত।
আবেগময়ী বক্তৃতা ঢালি শকতি আনিলে অসম প্ৰাণত।।
সন্তান তেওঁ আছিল মাধৱৰ মাধৱৰ নাম মুখত লৈ।
সকলো কাৰ্য্যতে বাঢ়িছিল আগ আগৰণুৱা যে ৰবদলৈ।।
নবীন তৰুণৰ মধুৰ মিলন যেন হে কৃষ্ণ বলৰাম।
স্বদেশ প্ৰেমত গদ্‌গদ তেওঁ গায় অবিৰাম কৃষ্ণ নাম।।
ঈশ্বৰভক্ত নবীন ৰবদলৈ কৰ্ম্মত আছিল কৰ্ম্মবীৰ।
উদাহৰণ লোৱা নবীনৰ তুমি তুমিও হে নবীন বীৰ।।

—যেন মন্ত্ৰ পাঠ কৰিছে। ৰবদলৈৰ স্মৃতি তৰ্পণৰ পাছত দেশভক্তৰ তৰ্পণ কৰিছে।

"মহৎ পৰাণ উদাৰ হৃদয় দেশভক্ত ফুকনবীৰ।
প্ৰাণ উতলা বাগ্মিতাময় বাক্য তেওঁৰ জলদ গম্ভীৰ।।
ভাৰতবৰ্ষৰ কংগ্ৰেছী নেতা (তেওঁ) অসম তেওঁৰ জননী।
দেশসেৱা পৰম লক্ষ্য জাতীয় যুদ্ধৰ বীৰ অগ্ৰণী।।
কবিৰ ভাষাত দৃপ্ত তেজে বক্তৃতা দিয়ে ৰাজনীতিৰ।
জগন্মাতাৰ ভক্তবীৰ তেওঁ ব্যাখ্যা দিয়ে কৰ্ম্মনীতিৰ।।
শঙ্কৰ মাধৱৰ পদাৱলী গাই মোহিত কৰে লোক।
ভক্তিঅশ্ৰুৰ নদী বোৱায় পাহৰাই দি পুৰণি শোক।।
যুক্তি দিয়ে ৰাজনীতিৰ বেদ পুৰাণৰ শ্লোক উদ্ধাৰি।
কোন্ পণ্ডিতৰ সাধ্য আছে পৰাস্ত কৰে শাস্ত্ৰ বিচাৰি।।
দুখুনি অসমৰ তৰুণ ফুকন আজি জীৱিত নাই।
তৰুণ ফুকনৰ প্ৰবীণ আত্মাই অসম ফুৰিছে চাই।।
উঠাহে তৰুণ। তৰুণ তেজেৰে স্মৃতি ৰাখা তৰুণৰ।
দেশভক্তৰ অমৰ আত্মাই তৰ্পণ মাগে তৰুণৰ।।"

ওচৰৰ মানুহ তব্ধ হৈ চাই আছে। কাৰত থিয় দি আছে মাইকী মানুহ এগৰাকী। ছোৱালীজনীৰ খহিদ্ তৰ্পণৰ পাছত মাইকী মানুহ গৰাকীয়েও ৰবদলৈ আৰ্ত্তনীয়াৰ ফটোৰ ওচৰত থিয় দি এক আঁজলি গোলাপ ফুল লৈ একে মন্ত্ৰকে

মাতি তৰ্পণ দিছে—লগে লগে চকুৰ পৰা পানী বাগৰি পৰিছে। আঁচলেদি চকু মুচি লৈ দেশভক্তৰ ছবিৰ ওচৰলৈ আহি তৰ্পণ দিছে আৰু পুনঃ আঁচলেদি নিজৰ চকু মুচি ছোৱালীজনীৰ হাতত ধৰি বাহিৰলৈ ওলাই গ'ল। স্বাধীনতা-দিনৰ আনন্দত তাইৰো মন নাচি উঠিছে; কিন্তু লগে লগে দেশমাতৃৰ বীৰ সন্তানদ্বয়ৰ স্মৃতিৰ লগত তাইৰ নিজৰ জীৱনৰ অতীত স্মৃতি মনলৈ আনি চকুৰ পানী পেলাইছে। ইয়াৰ পাছত সভা আৰম্ভ হ'ল।

## আৰম্ভণী গীত

সত্যপথৰ যাত্ৰী আমি
মৃত্যু আমাৰ পণ,
শান্তি আমাৰ কাম্য বস্তু
মুক্ত আমাৰ মন।
মৈত্ৰী আমাৰ মূল মন্ত্ৰ
যুজিম অস্ত্ৰ হীন
বিশ্বপ্ৰেম উদাৰ নীতিত
নহওঁ আমি দীন।
হিংসানীতিৰ ধ্বংস সাধন
দলিত পৰিত্ৰাণ
বিশ্বজুৰি শান্তি স্থাপন
আমাৰ অভিযান।

গানৰ সুৰ লাউড্ স্পীকাৰত প্ৰতিধ্বনিত হৈ প্ৰত্যেকৰ অন্তৰে অন্তৰে স্পন্দন তুলিলে। নিৰ্দিষ্ট বক্তা নিৰঞ্জন বৰুৱা।

বৰুৱাই কব ধৰিলে—সত্যই ভগৱান্। এয়ে মহামানৱৰ দৰ্শন। এই সত্য ৰক্ষাৰ বাবে জীৱন পণ কৰিব লাগে। এই জগতত অকল শান্তিয়েই কামনাৰ বস্তু। আজি আমি স্বাধীন। আমাৰ মন মুক্ত। পৰাধীনতাৰ শিকলিৰে আজি আমি আবদ্ধ নহয়। মুক্ত মনে স্বাধীন বায়ু সেৱন কৰিবলৈ আমি সুযোগ পাইছোঁ।

এই জগতত যিমান জাতি আছে কাৰো লগত আমাৰ শত্ৰু ভাৱ নাই। বৃটিচৰ প্ৰতিও আমাৰ শত্ৰু ভাৱ নাই। কোনো জাতিৰ লগত যদি আমাৰ ভাৱৰ সংঘৰ্ষ হয়, হিংস যুদ্ধ আমি কাৰো লগত নকৰোঁ। অস্ত্ৰহীন যুদ্ধ আমি কৰিম—পৰস্পৰৰ দৃষ্টিভঙ্গী পৰস্পৰে সহানুভূতিমূলক ভাৱে যাতে বুজি পায় এই উদ্দেশ্য লৈ। পৰস্পৰৰ অভাৱ অভিযোগ দুখদুৰ্গতি যাতে পৰামৰ্শ বা আলোচনাৰ দ্বাৰা পৰস্পৰে অনুভৱ কৰে আৰু তাৰ নিবাৰণৰ উপায় উদ্ভাৱন কৰে সেই অৰ্থে মৈত্ৰী হব আমাৰ ৰাজনীতিৰ মূল মন্ত্ৰ। সংকীৰ্ণ মনোভাৱ আমাৰ

নাই। এই জগতৰ সকলো মানুহেই আমাৰ ভাই। এই বিশ্বপ্ৰেম বা উদাৰ নীতিত আমি কেতিয়াও হীন নহওঁ। এই জগতৰ পৰা হিংসাৰ মূল উৎপাটন কৰিব লাগিব। যুদ্ধৰ দ্বাৰা কোনো সমস্যাৰে সমাধান কতিয়াও হ'ব নোৱাৰে। যুদ্ধই বৰঞ্চ সমস্যা বঢ়ায়। গতিকে এই হিংস নীতিৰ ধ্বংস সাধন কৰিবই লাগিব। আজি জগতত যি বিলাক জাতি পাছত পৰি আছে, পদদলিত হৈ আছে, মানৱতাৰ কুৎচিৎ নিদৰ্শন স্বৰূপে যাৰ জীৱন, এনে জাতিবোৰক উদ্ধাৰ কৰিব লাগিব। মানৱ-সমাজত সিহঁতকো সমান আসনত স্থান দিব লাগিব আৰু ভাৰতবৰ্ষই তাৰ নেতৃত্ব কৰিব লাগিব।

আন্তৰ্জ্জাতিক সম্মিলনৰ দ্বাৰা গোটেইখন বিশ্বতে শান্তি স্থাপন কৰিব লাগিব। এই উদ্দেশ্য আগত ৰাখি আমি দেশ গঠন কৰিব লাগিব। আমাৰ স্বাধীনতাৰ লক্ষ্য এয়ে। নিৰঞ্জন বৰুৱাই সকলোকে ধন্যবাদ জনাই আসন গ্ৰহণ কৰিলে।

আদৰীৰ চকুয়েদি পানী বৈ গ'ল। দেশপ্ৰেমী আদৰীয়ে স্বাধীনতাৰ আনন্দত আৰু বৰুৱাৰ উদ্দীপনাপূৰ্ণ ভাষাত আনন্দৰ অশ্ৰু পেলালে। সভাস্থ লোক বৰুৱাদেৱৰ বক্তৃতাত চমকিত হ'ল।

নিৰঞ্জন বৰুৱাৰ বক্তৃতা শেষ হোৱাৰ লগে লগে বাহিৰত এদল বনুৱাই কিৰিলি মাৰি উঠি কলা পতাকা দেখুৱাই প্ৰকাশ কৰিছে যে এই স্বাধীনতাৰ কোনো মূল্য নাই। ধনিক্‌বাদত প্ৰতিষ্ঠিত এই স্বাধীনতা। সৰ্ব্ব-সাধাৰণ ৰাইজৰ তাৰপৰা কোনো মঙ্গল বিধান হ'ব নোৱাৰে। বৃটিছ চৰকাৰৰ শোষণনীতিৰ কোনো পৰিবৰ্ত্তন হোৱা নাই। কংগ্ৰেছৰ নেতাসকলৰ মাজত ভাগ বটোৱাৰা হৈ গৈছে। সৰ্ব্বসাধাৰণ ৰাইজৰ কোনো উপকাৰ হ'ব নোৱাৰে ইত্যাদি ছপা কৰা হেণ্ডবিল বিলি কৰি কৰি উত্তেজিত জনতা বক্তৃতা মঞ্চৰ ওচৰ চাপিছেহি। বাধা দিবৰ লোক নাই।

খপ্ কৰি নিৰঞ্জন বৰুৱা বক্তৃতা মঞ্চত থিয়দি জলদ গম্ভীৰ স্বৰে ক'লে—

ৰাইজ। এটি কথা শুনক। মই আপোনালোকৰ লগৰে এজন। আপোনালোকৰ মতবাদৰ লগত মোৰ মতবাদৰ সম্পূৰ্ণ মিল আছে। সাম্যবাদ মোৰ জীৱনৰ মূলমন্ত্ৰ। ধনিক্‌বাদ ধ্বংস হওক। বৃটিছৰ শোষণনীতি অন্ত হোৱাৰ লগে লগে সৰ্ব্বসাধাৰণ ৰাইজৰ মাজত সমস্বত্ববাদৰ প্ৰতিষ্ঠা হওক।

বৰুৱাৰ এই ৰূপ সম্বোধনত ৰাইজ কিছু পৰিমাণে শান্ত হৈছে। বৰুৱা এই ৰাইজৰ ওচৰতো পৰিচিত।

বৰুৱাই কব ধৰিছে—ৰাইজ! আজি আমি স্বাধীনতা দিন পালন কৰিছোঁ। জেলখনত বাহুৱো অধিক কাল পৰাধীনতাৰ শৃঙ্খলেৰে আবদ্ধ থকা জাতি এটাৰ চেতনা আহিছে। সচেতন ভাৰতবাসীৰ ওচৰত বৃটিছ সাম্ৰাজ্যৰ এটা বিৰাট অংশ

আজি খঁহি পৰিছে। বৃটিছ শাসনৰ পৰা চ্যুত হৈ এই বিৰাট ভূখণ্ড আৰু কোটি কোটি নৰনাৰীৰ ভাগ্যৰ লগত জড়িত এই বিশাল শাসনযন্ত্ৰ কোনে নিয়ন্ত্ৰিত কৰিব, ৰাইজ! অবিবেচনাৰ উত্তেজনাত উত্তেজিত হৈ, দেশদ্ৰোহীসকলৰ কুপৰামৰ্শৰ বলত নাইবা স্বাৰ্থান্বেষীসকলৰ মন্ত্ৰণাত বিপথে পৰিচালিত হৈ দেশৰ অমঙ্গল সাধন নকৰিব। দেশৰ ভৱিষ্যৎ আজি আপোনালোকৰ ওপৰত নিৰ্ভৰ কৰিছে। পঞ্চাছ বছৰৰো অধিক কাল যুদ্ধ কৰি কংগ্ৰেছে স্বাধীনতা লাভ কৰিছে। আপোনালোকৰ সহযোগ আৰু নৈতিক সমৰ্থনৰ ওপৰতে নিৰ্ভৰ কৰি। দেশশাসন কাৰ্য্যতো কংগ্ৰেছ আগবাঢ়িছে এই আশা কৰিহে। যি মুহূৰ্ত্ততে আপোনালোকৰ সহযোগ আৰু নৈতিক সমৰ্থন যাব সেই মুহূৰ্ত্ততে কংগ্ৰেছ অনুষ্ঠানৰ অস্তিত্ব নাইকিয়া হৈ যাব। আপোনালোকৰ সমৰ্থন ব্যতিৰেকে কংগ্ৰেছ এক দণ্ডও তিষ্ঠিব নোৱাৰে; কিন্তু ৰাইজ! এই শাসন দণ্ড কোনে গ্ৰহণ কৰিব? আজি এই মুহূৰ্ত্ততেই আপোনালোকে স্থিৰ কৰক। যি সকলে আপোনালোকক উচটনি দি এই শোভা যাত্ৰা বাহিৰ কৰিছে, যিসকল লোকে কু-পৰামৰ্শ দি কংগ্ৰেছৰ বিৰুদ্ধে এই অভিযান চলাইছে তেওঁলোকক আগবঢ়াই দিয়ক— তেওঁলোকে শাসনযন্ত্ৰ হাত পাতি লওক। পণ্ডিৎ জৱহৰলাল নেহৰু নাইবা চৰ্দ্দাৰ বল্লভ ভাই পেটেল নাইবা ডাঃ ৰাজেন্দ্ৰ প্ৰসাদতকৈ কোন্‌জন অভিজ্ঞ বা ৰাজনীতিবিদ্ আছে নিৰ্দ্দিষ্ট কৰি দেখাওক। তেওঁলোকক শাসনৰ ভাৰ এৰি দিয়া হব। আজি অসমত লোকপ্ৰিয় বৰদলৈতকৈ কোনজন ব্যক্তি বেচি অভিজ্ঞ বা ৰাজনীতিজ্ঞ আছে কওক—আমি অসমৰ শাসনভাৰ তেওঁৰেই ওপৰত ন্যস্ত কৰিম। আপোনালোক উত্তেজনাৰ বশবৰ্ত্তী নহব। দেশৰ চাৰিওফালে সশস্ত্ৰ শত্ৰু। আমি অস্ত্ৰহীন। নিৰস্ত্ৰভাবে নৈতিক-বলৰ দ্বাৰা আমি আত্মৰক্ষা কৰিবলৈ সাজু। উচ্ছৃঙ্খলতাৰ দ্বাৰা জাতীয় শক্তি দুৰ্ব্বল নকৰিব। অহিংস পথেদি প্ৰেম, দয়া আৰু নিঃস্বাৰ্থতাৰ মাজেদি আমি দেশত শান্তি স্থাপন কৰিম আৰু গোটেইখন বিশ্বত আমি শান্তিৰ বাণী প্ৰচাৰ কৰিম। যুদ্ধৰ দ্বাৰা, ৰক্তপাতৰ দ্বাৰা শান্তি স্থাপিত হব নোৱাৰে। যি প্ৰাণ আপুনি সৃজন কৰিব নোৱাৰে সেই প্ৰাণ ধ্বংস কৰিবৰ আপোনাৰ কি অধিকাৰ আছে? ৰাইজেই ৰজা মানে গাঁৱৰ যি কোন ব্যক্তি ৰজা নহয়—হব নোৱাৰে। ৰাইজৰ আশা-আকাঙ্ক্ষাৰ স্থান যিসকল ব্যক্তি, ৰাইজৰ মঙ্গল কামনা যি সকলে কৰে, সৰ্ব্বসাধাৰণৰ সৰ্ব্বাঙ্গীন উন্নতিৰ বাবে যিসকল লোকৰ চেষ্টা, যত্ন আৰু পুৰুষাৰ্থ আছে তেনেলোকহে ৰাইজৰ প্ৰতিনিধি হব পাৰে। তেনেলোকৰ হাতত হে শাসন থাকিব লাগিব। আপোনাৰ গাঁৱৰ গাঁওবুঢ়াজন আজি ভাৰতৰ প্ৰধান মন্ত্ৰীৰ আসনত বহিব নোৱাৰে। এই বিশাল জগতত নানা স্বাধীন জাতিৰ অধিবাস। এই স্বাধীন জাতি-বিলাকৰ পৰা বিচ্ছিন্ন হৈ ভাৰতবৰ্ষ তিষ্ঠিব নোৱাৰে। এই আন্তৰ্জাতিক পৰিস্থিতিৰ মাজত ভাৰতবৰ্ষৰ

স্থান যি সকল লোকে অক্ষুণ্ণ ৰাখিব পাৰিব, যিসকলে ভাৰতবৰ্ষৰ মান-সন্মান বঢ়াব পাৰিব, তেনেলোকৰ হাততহে শাসন ভাৰ থাকিব। মই আজি আপোনালোকক কৈছোঁ আপোনালোকৰ ভিতৰৰপৰা এনে এজন লোক উলিয়াই দিয়ক যি জনে আপোনালোকৰ আশা-আকাঙ্ক্ষা পূৰণ কৰিব পাৰিব, যিজনে মহাত্মা গান্ধীৰ নিৰ্দ্দেশ অনুসাৰে সত্য আৰু অহিংস পথত চলিব পাৰিব নাইবা গান্ধীবাদতকৈ উন্নততৰ আদৰ্শত আপোনালোকক পৰিচালিত কৰিব পাৰিব। আপোনালোকে যদি মোৰ কথাৰ সমৰ্থন কৰে তেন্তে "জয় গান্ধীজীৰ জয়", "জয় কংগ্ৰেছৰ জয়" ধ্বনি কৰি সমৰ্থন কৰক নাইবা আপোনালোকৰ প্ৰতিনিধি নিৰ্ব্বাচন কৰক।

সকলোৱে জয় গান্ধীজীৰ জয়, জয় কংগ্ৰেছৰ জয় ধ্বনিৰে আকাশমণ্ডল প্ৰতিধ্বনিত কৰি তুলিলে। বিপুল জনতাৰ মাজত শান্তি স্থাপন হ'ল।

অন্বেষণ কৰি বুজা গ'ল যে এই উচ্ছৃঙ্খল জনতাৰ পৰিচালক আছিল নীলাম্বৰ চৌধুৰী।

সভা শেষ হোৱাৰ পাছত আদৰী নিৰঞ্জন বৰুৱাৰ লগত গুচি গ'ল। নীলাম্বৰ চৌধুৰী আৰু তিলোত্তমাই দেখা পালে।

নীলাম্বৰ চৌধুৰীয়ে তিলোত্তমাক কৈছে—তিলোত্তমা! বৰ অপমান পাইছোঁ। আজি নিৰঞ্জন বৰুৱাই মোক সম্পূৰ্ণৰূপে পৰাজয় কৰিছে।

"তেনেদৰে কিয় ভাবিছে—চৌধুৰী ডাঙৰীয়া—তিলোত্তমাই উত্তৰ দিছে। "মানুহৰ মতিগতিৰ একো ঠিক নাই। এই জনতাই এদিন পুনঃ নিৰঞ্জন বৰুৱাক অপমান কৰিব পাৰে। মানুহৰ মাজত নিৰঞ্জন বৰুৱা আৰু আদৰীৰ মাজত অবৈধ প্ৰণয়ৰ কথা প্ৰকাৰ কৰি দিয়ক।"

সেইটো কেনেকৈ হয়—তিলোত্তমা! আদৰী আৰু নিৰঞ্জন বৰুৱা এতিয়া স্বামী-স্ত্ৰী। অবৈধ-প্ৰণয়ৰ কথা মানুহে কিয় বিশ্বাস কৰিব?—নীলাম্বৰ চৌধুৰীয়ে কয়।

কিয় বিশ্বাস নকৰিব—চৌধুৰী ডাঙৰীয়া? নিৰঞ্জন বৰুৱা বামুন মানুহ আৰু সাদৰী কছাৰীৰ ছোৱালী। স্বামী-স্ত্ৰী হৈ থকা বাবে বেছিকৈহে বিশ্বাস কৰিব; কাৰণ আমাৰ সমাজত এনে বিবাহ এতিয়াও চলা নাই?—তিলোত্তমাই ক'লে।

ঠিক কৈছা, তিলোত্তমা! এই অপমানৰ এয়ে হব উপযুক্ত প্ৰতিশোধ— নীলাম্বৰ চৌধুৰীয়ে ক'লে।

যেনে মন্ত্ৰণা, তেনে কাম। জঘন্য প্ৰচাৰ কাৰ্য্য আৰম্ভ হ'ল। কংগ্ৰেছ কৰ্ম্মীসকলৰ মাজত নিৰঞ্জন বৰুৱাৰ অখণ্ড প্ৰতাপ আৰু বাইজৰ মাজতো বহল প্ৰতিপত্তি। স্বামী-স্ত্ৰী হিচাবে বাস কৰা বাবে নিৰঞ্জন বৰুৱা আৰু আদৰীৰ প্ৰতি কাৰো কোনো অশ্ৰদ্ধা নাই। আদৰী কছাৰীৰ ছোৱালী বুলি কবলৈ নাজানেও।

ঘুনুক্-ঘানাক্ কৈ দুয়োৰো বিৰুদ্ধে দ্ৰুত অপপ্ৰচাৰ আৰম্ভ হ'ল। কৰ্মীসকলৰ মাজত আৰু বাহিৰৰ দৃষ্টিত নিৰঞ্জন বৰুৱাৰ প্ৰতি শ্ৰদ্ধাৰ ভাৱৰ কিছু হ্ৰাস ঘটিল।

নিৰঞ্জন বৰুৱা আৰু আদৰীৰ মাজত প্ৰেমৰ সম্বন্ধ হয়—ই সত্য ঘটনা। যেতিয়া তেওঁলোকৰ বিষয়ে মানুহে নানাপ্ৰকাৰ কুকথা ৰটনা কৰিব ধৰিলে নিৰঞ্জন বৰুৱাৰ কাণত এই কথা নানা ৰকম হৈ পৰিব ধৰিলে। আজি বহু বছৰ পাৰ হৈ গৈছে—নিৰঞ্জন বৰুৱা আৰু আদৰীৰ জীৱনত সি তাহানি দিনৰ কথা; কিন্তু আজিও মানুহে নিন্দা কৰিবলৈ এৰা নাই। এদিন নিৰঞ্জন বৰুৱা আদৰীৰ প্ৰতি আকৃষ্ট হয় আৰু আদৰীও আকৃষ্ট হয় নিৰঞ্জন বৰুৱাৰ প্ৰতি। যেন সি এটা সপোনৰহে কথা। সি আছিল দুয়োৰো মাজত এটা মধুৰ স্মৃতি। তেতিয়াও মানুহে দুয়োৰে বিৰুদ্ধে নানা বেয়া কথা কৈছিল; কিন্তু প্ৰেমৰ মোহিনী শক্তিয়ে তেতিয়া আদৰী বা নিৰঞ্জন বৰুৱাৰ প্ৰাণত সেই অপবাদে কোনো দাগ বহুৱাব নোৱাৰিছিল।

নিৰঞ্জন বৰুৱা আছিল স্বাধীনচেতা পুৰুষ আৰু সৎপ্ৰকৃতিৰ। আদৰীৰ গুণত যেতিয়া নিৰঞ্জন বৰুৱা আকৃষ্ট হয় আৰু আকৰ্ষণৰ মোহ যেতিয়া প্ৰেমত পৰিণত হয় তেতিয়া নিৰঞ্জন বৰুৱাই নিজক প্ৰৱঞ্চনা নকৰি আদৰীৰ প্ৰেমাৰ্থী হ'ল।

আদৰীয়ে ভবা নাছিল যে নিৰঞ্জন বৰুৱা তাইৰ স্বামী হবলৈ আকাঙ্ক্ষা কৰিব। দেশ-সেৱাৰ প্ৰবল প্ৰেৰণাত আহিছিল আদৰী। অন্তৰত প্ৰেম পুষ্প তেতিয়াও ফুটি উঠা নাছিল। তাৰ আগতে নীলাম্বৰ চৌধুৰীৰ অসৎ আৰু কুটিল মতি-গতিৰ সন্ধান পাই আদৰী হৈ উঠিছিল অত্যন্ত কঠিনা; কিন্তু বকো কেম্পত সকলো কথাৰে পৰিবৰ্ত্তন ঘটিল।

দেশৰ কাম যেতিয়া আগবাঢ়িল, আন্দোলন যেতিয়া তীব্ৰতৰ হৈ উঠিল তাৰ পাছত আছিল—নিৰঞ্জন বৰুৱাৰ সংগঠন শক্তি, আদৰীৰ নিঃস্বাৰ্থ দেশসেৱা, দুখনি কোমল আৰু পবিত্ৰ হিয়াৰ কঁপনি আৰু উভয়ৰ মাজত প্ৰেমৰ বন্ধন।

গান্ধীজীৰ আশীৰ্ব্বাদ আছিল এই বিবাহ বন্ধনত। দুখনি হিয়া যেতিয়া সটাকৈয়ে মধুৰতাৰ বাতাৱৰণত কঁপি উঠিল—প্ৰেমৰ জৰীৰে দুয়োখনি হিয়া আপোনাআপুনি বান্ধ খালে। পবিত্ৰতাৰ বেদিত প্ৰতিষ্ঠিত হ'ল প্ৰেমৰ দেৱতা। জাতিভেদৰ গণ্ডীৰ বাহিৰত আছিল এই প্ৰেমৰ বিকাশ। উদাৰতাৰ বহল ক্ষেত্ৰত সঙ্কীৰ্ণতাই স্থান নেপালে।

এই বিবাহেই হ'ল—শ্ৰেণীহীন জাতিহীন সমাজ প্ৰতিষ্ঠাৰ আদৰ্শ অনুষ্ঠান। নীলাম্বৰ চৌধুৰী আৰু তিলোত্তমাৰ স্থান আঁতৰি গ'ল এই সমাজৰ পৰা।

***

প্ৰকাশক ঃ
শ্ৰীবিচিত্ৰ নাৰায়ণ দত্তবৰুৱা বি-এল,
লয়াৰ্চ বুক ষ্টল
পানবজাৰ, গুৱাহাটী

ফল্গু প্ৰবাহ
১ম সংস্কৰণ— ১৯৫৮
দ্বিতীয় সংস্কৰণ— ছেপ্টেম্বৰ, ২০০২

শ্ৰীগুৰু প্ৰেছ
মালিগাওঁ ঃ গুৱাহাটী

## এক

সাদৰীৰ বিয়া শেহত হ'ল গৈ। বিয়াত সকলো মানুহে যোগ দিলে। বিয়া হৈ যোৱাৰ পাছত শেষ ৰাতি মদনে বৰযাত্ৰীৰ লগত ঘূৰি যাবলৈ ইচ্ছা প্ৰকাশ কৰিলে—যেনে সচৰাচৰ হৈ থাকে।

সাদৰীৰ মাক সত্যৱতীয়ে পবিত্ৰক মতাই নিয়ালে। "কিয় মতাইছে—আই মোক?" পবিত্ৰই সুধিলে। পবিত্ৰ মদনৰ নলে-গলে লগা বন্ধু। "বোপা! তোমাক নো মই কি বুজাই কম? তুমি সকলো কথা নিজেই বুজা। পিছে বৰযাত্ৰী দূৰৈৰ মানুহ। এতিয়াই ইয়াৰপৰা ওলাই গৈ নো কি কৰিবা? ৰেলষ্টেচনত হে বহি থাকিব লাগিব। দুপৰীয়া ১১ বজাৰ আগতেতো গাড়ী পোৱা নাযাব। সন্ধ্যা সময়তহে আটাইবিলাকে গৈ ঘৰ পাব। এনে অৱস্থাত সকলোবিলাক বৰ যাত্ৰীয়ে খাই বৈ যোৱাটোহে উচিত হ'ব।"

বৰ যাত্ৰীৰ ভিতৰত কিছুমানে এই প্ৰস্তাব বেয়া নাপালে। বৰ যাত্ৰীৰ সংখ্যাও বেছি নাছিল—মাত্ৰ পোন্ধৰ জন। এঘাৰ বজাৰ আগতে যাবৰ কোনো ব্যৱস্থা নাই। তেওঁলোক সহজতে মান্তি হ'ল। মান্তি হোৱা নাছিল—বৰ নিজে।

"সেইটো কেনেকৈ হ'ব পবিত্ৰ"—মদনে ক'লে। মা যে ৰখি থাকিব। মদনৰ মাক দেশৰ প্ৰথা অনুসাৰে বৰ কইনাক বৰিবলৈ ৰখি থাকিব। তাৰ আগতে মদনে শাহুয়েকৰ ঘৰত ভাত খাবলৈ খোজা নাই। সাদৰীৰ মাকে পবিত্ৰক একাষৰীয়াকৈ মাতি নি কিবা ক'লে। পবিত্ৰই সকলো কথা বুজি পালে।

মদনৰ কোনো কথা কোনেও নুশুনিলে। অৱশেহত মাকৰ অনুমতি নোলোৱাকৈ বিয়াৰ বৰ হিচাপে শাহুয়েকৰ ঘৰত ভাত খাব নোৱাৰে বুলি আপত্তি জনালে। মদনৰ যুক্তিৰ মূল্য থকা যেন দেখি কোনেও মদনক জোৰ কৈ একো নক'লে। মদনৰ বাবে চাহ জলপানৰ যোগাৰ হ'ল।

সকলোৱে খোৱাবোৱা শেষ কৰি ১১ বজাৰ গাড়ীত জাগীৰোডত নামিলে। ষ্টেচনৰপৰা আধা মাইল মান দূৰৈত মদনহঁতৰ ঘৰ। বৰ কইনা আহি ঘৰ পালে।

মদনৰ মাকে পো-বোৱাৰীক আদৰি ল'লে। গাঁৱৰ আটাইবিলাক তিৰোতা মানুহ আহি স্ত্ৰী আচাৰ সম্পন্ন কৰিলে। ঘৰত আনন্দৰ সীমা নাই। ৰাতি বৰকইনাৰ পাতত ভাত দিয়া হ'ল। উখলমাখল আৰু আনন্দৰ মাজত সকলো কাম সমাধা হ'ল। দেশৰ প্ৰথামতে প্ৰথমদিনা ৰাতি বোৱাৰীয়েক শাহুয়েকৰ লগত শুলে। মদনৰ মাক দৈৱকীয়ে বোৱাৰীয়েকক সাৱটি ধৰি লৈ গোটেই নিশা নানাকথা সুধি শেষ ৰাতিহে টোপনি গ'ল। ৰাতিপুৱা শাহুয়েক উঠাৰ আগতে বোৱাৰীয়েক উঠি ঘৰৰ কাম বন কৰি শেষ কৰিলে। শাহুয়েকে বৰ ভাল পালে।

ঘৰত আলহী অতিথি যিথিনি মানুহ তেতিয়াও আছিল— সকলোৱে বোৱাৰীয়েকৰ গতিবিধি চলন ফুৰণ দেখি ক'লে যে মদনৰ বোৱাৰী বৰ ভাল ছোৱালী। একেদিনাই কাম কাজ বুজি লৈছে। মদনৰ পেহীয়েক মালতীয়েও ক'লে যে ছোৱালীজনী ভাল।

গাঁৱত আটাইবিলাক মানুহে শুনিলে যে মদনৰ বোৱাৰী বৰ ভাল ছোৱালী। মালতীয়ে নিজৰ ভতিজা বোৱাৰীৰ কথা সকলোকে জনাই দিলে। তাৰ দ্বাৰা মালতীয়ে গৌৰৱত আৰু আনন্দত অভিভূত হৈ পৰিছে। শেষত মদনক আহি ক'লে।

বৰ ভাল কইনা পাইছ—তই, মদন।

তুমিনো একেদিনাই কি ভাল বেয়া চিনি পালা, পেহী—মদনে সুধিলে।

নহয়নো কি, অ'। তাই প্ৰথম দিনাই ঘৰৰ কাম কাজ কেনেকৈ বুজি লৈছে—চাচোন। কোনো নৌ উঠোতেই—ঘৰ চোতাল সাৰি, গা-পা ধুই গোসাঁইঘৰ মচি গোসাঁই ঘৰত চাকি বন্তি লগাই ঘৰৰ আটাইবিলাকৰ কাৰণে চাহৰ পানী তপতাই ৰাখিছে। যা-জলপানৰ কি কৰিব লাগে গম নাপাই ৰখি আছে মা'ৰালে। তাৰ পাছত বৌ উঠিলত তেওঁক সুধি তইঁতলৈ যা-জলপানবো যোগাৰ কৰিলে। তই সুধি আহছোন—একে দিনাই কামৰ ইমান ভূ-ভাটাং কোন ছোৱালীয়ে পাইছিল? তই বৰ ভাগ্যবান্—মদন।

কি কৈছ—মালতী, বুলি দৈৱকী আহি ওলাল। মদনৰ আগত কৈছোঁ, বৌ, যে তুমি বৰ ভাল বোৱাৰী পাইছা। এতিয়া মদনে লাই দি যাতে ন ছোৱালীজনীক তোমাৰ লগত বেয়া নকৰে তাৰবাবে সাৱধান কৰি দিছোঁ। মদনৰ মাকৰ আগত মালতীয়ে ক'লে।

সেইবোৰ কি কথা কৰা, তই? মোৰ লগতনো সি কি বেয়া কৰিব? তাৰে আৰু সাদৰীৰে নো মোৰ ওচৰত কি প্ৰভেদ? মইনো ৰাক আৰু কিমান দিন বাঁচি থাকিম? নেদেখিছ মোৰ দেহাটোৰ অৱস্থা। সিহঁত দুয়ো ভালে কুশলে থাকিলেই মোৰ হ'ল। দৈৱকীয়ে ক'লে।

মদন আৰু সাদৰীৰ প্ৰাণত দৈৱকীৰ কথাবাৰিয়ে ভৱিষ্যৎ ছবি ৰঙীন কৰি তুলিলে।

সাদৰীৰ বিয়া হোৱাত পলম হৈছিল, তাৰ কাৰণ সাদৰীৰ বাপেক সাদৰীৰ সৰু কালতে ঢুকায়। সাদৰীৰ বাপেক আছিল এজন সমাজৰ মুখিয়াল মানুহ। সমাজৰ সকলোবোৰ সমস্যাৰ সমাধান হয় সাদৰীৰ বাপেক দুলাল শৰ্মাৰ নিৰ্দেশত। দুলাল শৰ্মাৰ অৱস্থা টনকিয়াল নাছিল। মাটিবাৰীৰ সংস্থানো বিশেষ নাছিল— তাতে আকৌ দুলালে ছাত্ৰবৃত্তি পাছ কৰাৰ পাছতে বাপেক ঢুকায়। দুলালে কোনো প্ৰকাৰ প্ৰাইমেৰী স্কুলৰ শিক্ষকতাৰ কাম এটি লৈ বিধৱা মাকক

পোহপাল দিয়ে আৰু সময়তে বিয়া কৰায়। বিয়াৰ কেইবছৰমান পাছতে মাক ঢুকায় আৰু সাদৰী ওপজাৰ ন বছৰ পাছতে নিজে ঢুকায়। সাদৰীৰ মাক সত্যৱতী মহা বিপদত পৰে। সত্যৱতী নিজেও শিক্ষিতা আছিল। ছাত্ৰবৃত্তি পাছ কৰিব পৰা নাছিল যদিও স্বামীৰ পদটোত কোনোমতে নিযুক্ত হৈছিল আৰু স্কুলৰ কাম নিয়াৰীকৈ চলাই আছিল। ক্ৰমে ক্ৰমে সাদৰী ডাঙৰ হ'ল আৰু বিয়াৰ যোগ্যা হৈ উঠিল। দুলাল শৰ্ম্মাৰ ওপৰত গাঁৱৰ বহুতৰে আক্ৰোশ আছিল; কাৰণ সমাজৰ নেতা হৈ থাকিলে দুষ্ট প্ৰকৃতিৰ লোকে বেয়া পাবই। দুলাল জীয়াই থাকোঁতে যিবিলাক লোকে সমাজত গা দাঙি উঠিব নোৱাৰিছিল সেইবিলাক মানুহ সুবিধা পাই সত্যৱতীৰ শত্ৰু হৈ উঠিল। এনেয়ে ধন সম্পত্তি নাই তাৰ উপৰি সহায় সাৰথিৰো অভাৱ; গতিকে সত্যৱতী নিৰুপায় হৈ কোনোমতে শিক্ষয়িত্ৰীৰ কাম কৰি দিন নিয়াইছিল। কিন্তু সাদৰীৰ বিয়াৰ একো বন্দবস্ত কৰিব পৰা নাছিল।

## দুই

বহুত দিন পাছৰ কথা। মদনৰ মাক, পেহীয়েক উভয়ৰে মৃত্যু হৈছে। মদন আৰু সাদৰীৰ জীৱনত দুয়ো মাথোন পৰস্পৰৰ আপোনাৰ জন। মদনে স্কুলত মাষ্টৰী কৰিছিল—মাত্ৰ চাৰিকুৰি টকা দৰমহাত। তাৰে উভয়ৰ দিন চলি যায়। আজি কেইবা বছৰো পাৰ হৈ গৈছে—সাদৰীৰ সংসাৰত তৃতীয় প্ৰাণীৰ আবিৰ্ভাৱ হোৱা নাই। মদনৰ মাক বাঁচি থাকোঁতে মদনৰ পুংসৱন বিবাহ হৈছিল কিন্তু অকালতে সন্তান প্ৰসৱ হোৱা বাবে সেই সন্তান বাঁচি নাথাকিল। তেতিয়াৰপৰা কোনো সতি সন্ততি হোৱা নাই। মদন যেতিয়া স্কুললৈ গুচি যায়, সাদৰীৰ সময় যেন নেকাটে। ৰামায়ণ আৰু মহাভাৰত পঢ়ি সময় কটায়। আবেলি মদন আহিলে দুয়ো কথা পাতি ৰং ধেমালি কৰি সময় কটাইছিল। কিছুদিন এইদৰে আনন্দতে কাটিছিল; কিন্তু ক্ৰমে নৈৰাশ্যই স্থান পাইছিল। বহুতো যত্ন কৰি মদনে গুৱাহাটীৰ হাইস্কুল এখনত চাকৰী এটা ল'লে—নগৰীয়া জীৱনত আনন্দ পোৱাৰ আশাত। গাঁৱৰ স্কুলত চাকৰি কৰি আৰু পৈত্ৰিক সম্পত্তিৰ আয়ৰপৰা কিছু সংৰক্ষণ কৰি মদনে অলপমান টকা গোটাইছিল। তাৰে গুৱাহাটী চহৰৰ ভিতৰতে দুই কঠা মাটি যোগাৰ কৰি ল'লে। ধুনীয়াকৈ সৰু ঘৰ এটা সাজি লৈ শিক্ষকতা কামত মন প্ৰাণ ঢালি দিলে।

পবিত্ৰ দাস বঙালী মানুহ আৰু মদনে যি স্কুলত কাম কৰে সেই স্কুলৰেই শিক্ষক। বি, এ, পাছ। পবিত্ৰ হাড়ে মগজুৱে অসমীয়া হৈ গৈছে আৰু অসমীয়া ছোৱালী বিয়া কৰাইছে। শেৱালীও পবিত্ৰৰ লগত স্কুলতে কাম কৰে। তাই বি, এ, পাছ কৰিছে প্ৰাইভেটকৈ পৰীক্ষা দি। শেৱালীৰ লগত পবিত্ৰৰ মিলন হয়

জ্ঞানচৰ্চ্চাৰ মাজেদি। একেখন স্কুলত কাম কৰোঁতে উভয়ৰ মতৰ মিল যেতিয়া উভয়ে বুজিব পাৰিলে, উভয়েই বিবাহ বন্ধনত আবদ্ধ হ'ল। পবিত্ৰৰ কোনো নাই। দেশত হিন্দু মুছলমানৰ সাম্প্ৰদায়িক মৰামৰিত সমস্ত পৰিয়ালক নৃশংস হত্যাকাণ্ডত হেৰুৱাই প্ৰাণটো মাত্ৰ লৈ গুৱাহাটী চহৰ পাইছিল হি। জীৱনৰ সকলো আশা আকাঙ্ক্ষা জলাঞ্জলি দি পবিত্ৰই জ্ঞান চৰ্চ্চাত জীৱন কটাবলৈ মনস্থ কৰি শিক্ষকতাৰ কাম গ্ৰহণ কৰে।

এই উভয় দম্পতীৰ মাজত সৌহাৰ্দ্দ্য গঢ়ি উঠে ক্ৰমে ক্ৰমে। মদন আৰু সাদৰী—পবিত্ৰী আৰু শেৱালী। সাদৰীৰ স্কুলৰ শিক্ষা বৰ কম—মাত্ৰ প্ৰাইমাৰী স্কুলৰ শিক্ষা; কিন্তু সাদৰীক অশিক্ষিতা বুলি কোনেও ক'ব নোৱাৰে। মদনৰ ওচৰত যোৱা দহ বছৰে যি শিক্ষা লাভ কৰিছে সেই শিক্ষাৰ গুণত তাই সংস্কৃত আৰু ইংৰাজী সাহিত্যৰ সোৱাদ গ্ৰহণ কৰি মন্তব্য প্ৰকাশ কৰিব পৰা হৈছে। শেৱালীৰ দুবছৰীয়া ল'ৰা এটি আছিল আৰু সাদৰীও সম্প্ৰতি সন্তান সম্ভৱা হৈছিল। চাৰিটি প্ৰাণীৰ অপত্য স্নেহৰ অধিকাৰী হৈছিল—অকল নবীন। নৱাগত অতিথিক পবিত্ৰই আদৰ কৰি নাম দিছিল নবীন! নবীনৰ মাকৰ আদৰৰ নাম আছিল মন্টু। শেৱালীৰ গোটেই মনটো মন্টুৱে অধিকাৰ কৰি আছিল। শিক্ষাৰ সময় উপস্থিত হোৱা বুলি শেৱালীয়ে পবিত্ৰক কৈ থাকে। ৰ'বা হে—৫ বছৰ বয়স হোৱাই নাই—এতিয়াই নো শিক্ষাৰ কথা তুমি কি কৈ থকা? এতিয়া যি শিক্ষা দিব লাগে তাক তুমি দেখোন দিয়েই আছা। লিখা-পঢ়া শিকাবৰ এতিয়া নিশ্চয় সময় হোৱা নাই।

আপুনি পুৰণি পদ্ধতিৰ কথাকেই কৈ আছে। নতুন পদ্ধতি মতে শিশুক ২।। বছৰ বয়সৰ পৰা শিক্ষা দিব লাগে—শেৱালীয়ে কয়।

২।। বছৰ নহয়—বুনিয়াদী শিক্ষা পদ্ধতি মতে শিক্ষাৰ কাল আৰম্ভ হ'ব লাগে শিশু যেতিয়া গৰ্ভত থাকে। মন্টু যেতিয়া গৰ্ভত আছিল তেতিয়া মই তোমাৰ স্বাস্থ্য ভালে ৰাখিবৰ বাবে আৰু মন প্ৰফুল্ল ৰাখিবলৈ যেনে ব্যৱস্থা কৰিব খুজিছিলো তুমি তাত সদায় বাধা দিছিলা। শিশুৰ শৰীৰ পুষ্ট হ'বলৈ গৰ্ভাৱস্থাত মাকৰ স্বাস্থ্য ভালে ৰাখিব লাগে। তুমি দেখোন তেতিয়া পুষ্টিকৰ খাদ্য খাবলৈ আপত্তি জনাইছিলা? পবিত্ৰই শেৱালীক পুৰণি কথা সোঁৱৰাই দি এটি মধুৰ আঘাত দিলে।

তিৰোতা মানুহৰ স্বভাৱ কেনেকৈ এৰিব পাৰিবা, শেৱালি। বুনিয়াদী শিক্ষা, বা কছো, পেষ্টালথছি, ফ্ৰোবেল, জন ডিউবিৰ কথা কিতাপত পঢ়িবলৈহে ভাল লাগে। কামত খটুৱাবলৈ জানো আমাৰ ইচ্ছা বা আগ্ৰহ আছে? পবিত্ৰই কৈ যায়।

সি এটা মধুৰ স্মৃতি। এদিনাখন পবিত্ৰই এটিন গুভালটিন্ আনিছিল আৰু শেৱালীক গাখীৰৰ লগত খাবলৈ কৈছিল, শেৱালীয়ে খাবলৈ মান্তি হোৱা

নাছিল—খৰচৰ ভয়ত। পবিত্ৰই তাৰবাবে চাহ খাবলৈ এৰি দিছিল। চাহ নাখালে পঢ়া-শুনা কৰাত ব্যাঘাত জন্মে আৰু কোনো কামতে ৰাপ্ নবহে—শেৱালীয়ে জানে। সেইবাবে শেৱালীয়ে পবিত্ৰক বেয়া পাইছিল আৰু অভিমান কৰি দুই দিন মতা নাছিল।

পবিত্ৰই কৈছিল—চাহ খোৱাৰ পৰা একো লাভ নাই। সেই খৰচ কমাই মই তোমাৰ ওভাল্‌টিনৰ ব্যৱস্থা কৰিছোঁ। সেই কথাত শেৱালী মান্তি নহ'ল। পাছত মীমাংসা হৈছিল যে পবিত্ৰই চাহ খোৱা এৰিব নোৱাৰে আৰু শেৱালীয়ে গৰ্ভস্থ শিশুৰ স্বাস্থ্যৰ বাবে ওভালটিন্ নহয়—আন পুষ্টিকৰ খাদ্য খাব।

পবিত্ৰই শেৱালীৰ আগত হিন্দুৰ শাস্ত্ৰত থকা নীতি নিয়মবোৰ উল্লেখ কৰি কৈছিল—চোৱা শেৱালি, আমাৰ শাস্ত্ৰত পঞ্চামৃত খুওৱা প্ৰথা কিমান বৈজ্ঞানিক। আধুনিক চিন্তাধাৰাৰ লগত তাত অকণো অমিল নাই। শিশুৰ গৰ্ভাৱস্থাৰ পঞ্চম মাহত কাণ, চকু, নাক, কণ্ঠ আৰু উদৰ উৎপন্ন হয়। সপ্তম মাহত সৰ্ব্বাঙ্গ আৰু অষ্টম মাহত সন্ধিস্থানৰ সম্পূৰ্ণতা হয়। শিশুৰ বৰ্দ্ধনত সহায় কৰিবৰ কাৰণে এই সময়ত পুষ্টিকৰ খাদ্য খোৱাটো গৰ্ভৱতী নাৰীৰ পক্ষে নিতান্ত প্ৰয়োজন।

আজি গান্ধীজীৰ পৰিকল্পিত বুনিয়াদী শিক্ষা পদ্ধতিত এই কথাৰ স্থান আছে। পাশ্চাত্যদেশৰ বৈজ্ঞানিক পণ্ডিতসকলে আৰু শিক্ষাবিদ্‌সকলেও এই কথাৰ অৱহেলা কৰা নাই।

শেৱালীয়ে সিদিনা আৰু কোনো কথা নক'লে আৰু স্বামীৰ বাবে চাহ জলপানৰ ব্যৱস্থা কৰিবলৈ উঠি গ'ল।

## তিনি

সাদৰীৰ ঘৰত। পবিত্ৰ আৰু শেৱালী নিমন্ত্ৰিত হৈছে। সাদৰীয়ে চাহ জলপানৰ যোগাৰ কৰিছে আৰু মদনে কথা পাতিছে পবিত্ৰ আৰু শেৱালীৰ লগত।

সাদৰীৰ গাটো বৰ ভাল নহয়—বুলি মাজে মাজে কয়—ৰাম। মদনে ক'লে। মদনে পবিত্ৰক ৰাম বুলি মাতে।

তুমি অলপ সাৱধানে চলিব লাগিব—মদন দা। সাদৰীৰ শৰীৰৰ প্ৰতি বিশেষ দৃষ্টি দিবা। এই সময়ত অসুখ বিসুখ থাকলৈও বেয়া সন্তানলৈও বেয়া। আমাৰ দেশত কোনেও এই সময়ছোৱাত যত্ন নলয়।

কি কৰিম ভাই, ৰাম। ঘৰখনৰ সমস্ত কামকাজ সাদৰীয়ে অকলে কৰে। চাকৰ পাবলৈকো নাই, ৰাখিবলৈকো সামৰ্থ্য নাই।

চাকৰ কিয় লাগে মদন দা! দুটি মাত্ৰ প্ৰাণী। তুমি দেখোন যথেষ্ট সহায় কৰিব পাৰা।

পাৰোঁ, ৰাম; কিন্তু সাদৰীয়ে তাতো বেয়া পায়। বিশেষকৈ ভাত ৰান্ধিবলৈ মই নিষেধ কৰিছোঁ; কৈছোঁ যে ময়েই ভাত ৰান্ধিম; কিন্তু নুশুনে। যোৱা কালি ভাত ৰান্ধি থাকোঁতে মূৰ ঘূৰাই প্ৰায় অজ্ঞান হোৱাৰ নিচিনা হৈছিল।

এইবোৰেই বেয়া কথা। মূৰ ঘূৰোৱা বেমাৰ হৈছে মানে ভৱিষ্যতে বাত বেমাৰত ভুগিব। এতিয়াৰপৰা সাৱধান হব লাগে। পবিত্ৰই ক'লে।

কবিৰাজৰ ঔষধ আনি দিছোঁ—নাখায়। ডাক্তৰক মাতি দেখুৱাইছোঁ—ঔষধ আনিছোঁ। ঔষধ খাব নোখোজে। মই কি কৰিম, ভাই?

সাদৰী চাহ জলপান লৈ আহিল। শেৱালীয়ে সহায় কৰি দিলে। সাদৰীক পবিত্ৰই চাহ খাবলৈ কোৱাত সাদৰীয়ে আপত্তি জনালে। শেৱালীৰ কথাত সাদৰীয়েও চাহ খালে অৱশেষত।

আপোনাৰ হেনো গা ভাল নহয়—বৌ! পবিত্ৰই সুধিলে।

বৰ ভাল নহয়, সঁচা। পিছে, আপোনাৰ বন্ধুৱে যিমান কৈছে তিমান নহয়। ঔষধ খাব লগা বা ভয় কৰিব লগা একো হোৱা নাই। সাদৰীয়ে ক'লে।

কিন্তু মই এইক্ষেত্ৰত মদনদাৰ কথাহে বিশ্বাস কৰিছোঁ আপোনাৰ কথা বিশ্বাস কৰা নাই, বৌ!

কাৰণ তেখেত আপোনাৰ বন্ধু। নহয় জানো? বুলি সাদৰীয়ে মিচিকিয়াই হাঁহিলে।

সেইটো কথা নহয়। আপোনাৰ স্বাস্থ্যৰ প্ৰতি আপুনি দৃষ্টি দিবই লাগিব। আপোনাৰ স্বাস্থ্যৰ প্ৰতি আপুনি দৃষ্টি নিদিলে আন এটি প্ৰাণীৰ প্ৰতি অন্যায় কৰা হ'ব। ভৱিষ্যৎ জীৱনত সেই নবাগত প্ৰাণীটিৰ দুখ কষ্ট হব—যদি মাকৰ পেটত থকা অৱস্থাত কষ্ট পায়। গৰ্ভস্থ শিশুৰ মেধা, শক্তি, বল, বীৰ্য্য আগলৈ বাঢ়িব যদি শিশু এই সময়ত উপযুক্ত ভাবে পৰিপুষ্ট হয়। শিশুৰ শিক্ষা-জীৱনৰ ভিত্তি স্থাপন হয় তাৰ শৰীৰৰ পৰিপুষ্টিৰ ওপৰত। আমি এই সময়ত হব খোজা মাতৃৰ প্ৰতি অনাদৰ কৰোঁ কাৰণেই বলবান, মেধাবান আৰু বুদ্ধিমান সন্তানৰ আশা কৰিব নোৱাৰোঁ। শিশুৰ স্বাভাৱিক পৰিবৰ্দ্ধনত কেতিয়াও বাধা দিব নালাগে।

সাদৰীয়ে একোকে নকলে। শেৱালীৰ হাতত ধৰি শেৱালীক ভিতৰলৈ মাতি লৈ গ'ল।

নিজৰ শৰীৰৰ প্ৰতি ইমান অৱহেলা কিয় কৰিছা, বাইদেউ? শেৱালীয়ে সোধে।

সাদৰীয়ে তাৰ উত্তৰ দিয়ে—মই ভালে আছোঁ—শেৱালি।

নহয়, বাইদেউ। তোমাৰ মুখত ফুটি উঠিছে যে তুমি অসুস্থ। তোমাৰ মনতো যেন শান্তি নাই। কিয় এনে হৈছা—বাইদেউ?

সাদৰীয়ে বহু সময় নমতাকৈ থাকিল। শেৱালীয়ে সাদৰীৰ গলত সাৱটি ধৰি ক'লে—কোৱা, বাইদেউ। তোমাৰ কি হৈছে? এই বুলি সাদৰীৰ গালত এটি চুমা খালে। সাদৰীৰ দুয়ো চকুয়েদি দুধাৰি চকুৰ পানী বৰবলৈ ধৰিলে।

তুমি কান্দিছা, বাইদেউ। তোমাৰ কি হৈছে? মোক কোৱা। বুলি কৈ শেৱালীয়ে সাদৰীক আকৌ সাৱটি ধৰিলে। সাদৰীয়ে শেৱালীৰ কোলাত মুখটো থৈ উচুপি উচুপি কান্দিব ধৰিলে। বহুতো সময় এইদৰে পাৰ হৈ গ'ল। পাছত সাদৰীয়ে মুৰ তুলি চকু মচিলে, ক'লে—

শেৱালী, মোৰ প্ৰাণত দেখোন এটা নৈৰাশ্যই ঠাই লৈছেহি। মোৰ মনে কয় মই যেন আৰু বেছি দিন বাঁচি নাথাকোঁ। মোৰ পেটত যিয়ে স্থান লৈছে—তাক মই কেনেকৈ বচাম? আজি বহু বছৰ হৈ গৈছে—প্ৰায় ৭।৮ বছৰ। এইদৰেই আৰু এটিয়ে পেটত স্থান লৈছিল—কিন্তু সকলোৰে মনত আঘাত দি সি অকালতে মৰহি গ'ল। সংসাৰখন দেখিছিলোঁ—যেন আনন্দৰহে ৰাজ্য, কিন্তু সেই আনন্দৰ ৰাজ্যত দুখৰ ছাঁ আনি দিছে—সেই শিশুৱে। সাতমহীয়া শিশু শেৱালী, কিন্তু তই যদি দেখিলিহেঁতেন, কেতিয়াও অকালতে হোৱা বুলি ক'ব নোৱাৰিলিহেঁতেন। কি মুখ, কি চকু, কি জেউতি। বাপেকে যেন বটিয়াইহে উলিয়াই দিছিল।

এই সময়ত তুমি সেইবোৰ কথা কিয় ভাবিছা—বাইদেউ? এই ভাবনাই যে তোমাৰ গৰ্ভত থকা শিশুটিক অন্যায় কৰিব।

বুজিছোঁ, শেৱালী। মই নুবুজাকৈ থকা নাই; কিন্তু মনে যে প্ৰবোধ নামানে। কাৰ আগত কম সেইবোৰ কথা? তেখেতৰ আগত ক'লে—তেখেতে জানো অশান্তি নাপাব? মোৰ শৰীৰ ভালে থাকিব কেনেকৈ—শেৱালি?

শেৱালি! আহা আমি যাওঁ—বুলি বাহিৰৰপৰা পবিত্ৰই মাত লগালে।

গৈছোঁ—ৰবা বুলি কৈ শেৱালীয়ে সাদৰীক পুনৰায় সাৱটি ধৰি ক'লে—যাওঁ বাইদেউ আজিলৈ। আকৌ কাইলৈ আহিম। তুমি যেন মন মাৰি নাথাকা—এই বুলি কৈ শেৱালী ওলাই গুচি গ'ল।

পবিত্ৰ আৰু শেৱালীক যিমান পৰলৈকে বাটত দেখা যায় সিমান পৰলৈ চাই আছিল মদন আৰু সাদৰীয়ে। তাৰ পাছত সাদৰীয়ে মদনক ক'লে—আহক, ভিতৰলৈ যাওঁ।

ব'লা—বুলি কৈ মদনে সাদৰীৰ হাতত ধৰি ভিতৰলৈ লৈ গ'ল।

আপুনি এটি ঈশ্বৰৰ স্তোত্ৰ পাঠ কৰক—মই শুনোঁ।

কিয় সাদৰী। তোমাৰ কি হৈছে? তোমাৰ মুখখন বৰ মলিন দেখা গৈছে কিয়?

মোৰ মনটো বৰ বেয়া লাগিছে, দেখোন। অইন একো হোৱা নাই।

তেনেহলে দুয়ো একেলগে গোসাঁইঘৰলৈকে যাওঁ ব'লা। হাত ভৰি ধুই ভাল কাপোৰ পিন্ধি আহা। ময়ো হাতভৰি ধুই ভাল কাপোৰ পিন্ধি লওঁ। এই বুলি কৈ মদনে হাত ভৰি ধুবলৈ গ'ল। সাদৰীয়েও হাত ভৰি ধুই আহিল। গোসাঁইঘৰত দুয়োজনে দুখন চাৰি পাৰি ল'লে। মদনে আপদুদ্ধাৰ স্তৱ সুৰ লগাই পাঠ কৰিলে। উভয়ৰে মন প্ৰফুল্ল হ'ল।

আপুনি যেতিয়া স্তৱ পাঠ কৰি আছিল—সঁচাকৈয়ে মোৰ বৰ ভাল লাগিছিল। সাদৰীয়ে ক'লে।

ঈশ্বৰৰ নাম কীৰ্ত্তনত মানুহৰ প্ৰাণত আনন্দ হয়। এই আনন্দ লাভেই মানুহৰ কাম্য বস্তু। আনন্দই ঈশ্বৰানুভূতিৰ সন্ধান দিয়ে, মানুহৰ মনৰ পৰা অশান্তি আঁতৰি যায় আৰু মনত ভয় বা অশান্তি নাথাকিলে—মানুহৰ জীৱন মঙ্গলময় হয়। মদনে উত্তৰ দিলে।

## চাৰি

মদনহঁতৰ ঘৰত। মদনে আৰু পত্নীয়েই কথা পাতি আছে। মদনে গোসাঁইঘৰৰ পৰা ওলাই আহিছে মাথোন। সিদিনা বন্ধৰ দিন। স্কুল নাই। দুয়ো বন্ধুৱে কথা পাতি সময় কটাব। এইটো আগৰ পৰাই বন্দবস্ত আছিল। সাদৰীয়ে চাহ জলপানৰ ব্যৱস্থা কৰিব ধৰিছে।

শেবালীৰ উৎপাতত উপায় নাইকিয়া হৈছে—মদনদা!

কিনো উৎপাত—ৰাম?

শিশুৰ শিক্ষা কেনে ধৰণে হ'ব লাগে, মন্টুক কেনেকৈ শিক্ষা দিব লাগিব—এইবোৰ কথাৰ বাবে মোক সদায় আমনি কৰি থাকে।

তুমি কি কোৱা?

মইনো কি কম? শিশুৰ শিক্ষা কেনে ধৰণে হ'ব লাগে তাক সভা-সমিতি বা ট্ৰেইনিং স্কুলৰ শিক্ষকৰ শ্ৰেণীতহে বক্তৃতা দিব পাৰি। ঘৰত ঘৈণীৰ লগতনো সেইবোৰ মনস্তত্ত্বৰ কথা কি আলোচনা কৰিবা।

তেন্তে মনস্তত্ত্বৰ প্ৰয়োগ কেনেকৈ হ'ব?

প্ৰয়োগ? এৰা, প্ৰয়োগ কেনেকৈ কৰিবা? বৰ্ত্তমান স্কুলবোৰৰ যি অৱস্থা তাত আৰু প্ৰয়োগ কেনেকৈ হ'ব?

কি অৱস্থা?

শিক্ষাপদ্ধতিৰ লগত শিক্ষকৰ সম্বন্ধ থাকে প্ৰশিক্ষণ বিদ্যালয়তহে। প্ৰশিক্ষণ লৈ আহি তাক স্কুলত প্ৰয়োগ কৰা জানো সহজ কথা?

কি টান কথা?

প্ৰথমতে—সমাজৰ দৃষ্টিভঙ্গী। সমাজৰ ধাৰণা যে ল'ৰা ছোৱালীয়ে ভালকৈ কিতাপ পঢ়িব পাৰিলে, ডাঙৰ ডাঙৰ কথাৰ বক্তৃতা দিব পাৰিলে, টান টান অঙ্ক কৰিব পাৰিলে আৰু পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হ'ব পাৰিলেই শিক্ষা সফল হোৱা বুলি ভাৱে আৰু সেই মানদণ্ডেৰে সেই ছাত্ৰক জোখা হয়— কৰ্ম্মক্ষেত্ৰত। দ্বিতীয়তে—চাকৰি পাবৰ কাৰণেহে শিক্ষা। মনোবিজ্ঞান সম্মত শিক্ষাৰ স্থান তাত কঁত থাকে? তোমাৰ মতে কি হ'ব লাগে?

মোৰ মতামতৰ কথা কি? তুমি দেখা নাইনে যে শ্ৰেণীৰ ভিতৰত যিটো আটাইতকৈ দুষ্ট ল'ৰা—সিয়ে হয়তো তাৰ জীৱন যুদ্ধত বেছি সফল হৈছে আৰু যিটো আটাইতকৈ ভাল ল'ৰা সিয়ে হয়তো ভাল চাকৰি নাপাই অকৰ্ম্মণ্য হৈ দিন অতিবাহিত কৰিছে।

আমাৰ দেশৰ শিক্ষানীতি বৰ দূষণীয়। তোমাৰ কথাই সঁচা। দেশৰ শিক্ষাপদ্ধতিৰ পৰিবৰ্ত্তনৰ বাবে গান্ধীজীয়ে নঈতালিম শিক্ষাৰ ব্যৱস্থা দিছে; কিন্তু আমাৰ শিক্ষাবিদ্‌সকলে আৰু সমাজে তাক ভাল চকুৰে চোৱা নাই।

বাৰু, পুৰণি কালতনো ভাৰতৰ শিক্ষাৰ ব্যৱস্থা কি'আছিল?

পুৰণি কালৰ শিক্ষাৰ ব্যৱস্থা আছিল—বৰ্ণাশ্ৰম ধৰ্ম্মৰ মাজেদি। আজি কালি সেই ব্যৱস্থা অচল হৈ গৈছে—বুজিছা? পুৰণি কালত গাৰ্হস্থ্য ধৰ্ম্মতকৈ কোনো ধৰ্ম্মই ডাঙৰ নহয়। তাৰ ফলত শিশুৱে স্বাভাৱিকভাৱে বংশানুগত শিক্ষা, দীক্ষা আৰু কৃষ্টিৰ লগত পৰিচিত হৈছিল। প্ৰাচীন ভাৰতত মানুহৰ চৰম লক্ষ্য আছিল পৰমাৰ্থিক সাধনা। ব্যৱহাৰিক জীৱন যাত্ৰাৰ মাজেদি জীৱনটোক সম্পূৰ্ণৰূপে উপলব্ধি কৰা।

পুৰণি সমাজ ব্যৱস্থা এতিয়া অচল হৈছে। সমাজৰ আদৰ্শৰ পৰিবৰ্তন ঘটিছে। এতিয়া পুৰণি পদ্ধতি কেনেকৈ চলিব ৰাম?

নচলে,—মদন দা! মই চলাবও খোজা নাই। কথাটোহে কৈছোঁ। পুৰণিৰ ভিত্তিত আমাৰ অস্তিত্ব, নহয় জানো? যোৱা কালিৰ লগত আমাৰ সম্বন্ধ নাই জানো? অহা কালিৰ লগত আজিৰ সম্বন্ধ নাই নে?

আছে—ৰাম।

আছে কাৰণেইতো মদন দা, পুৰণি কথা সততকাই পাহৰিব নোৱাৰি। মানুহৰ সামাজিক জীৱন যাপনত শিশুৰ এটা বিশেষ স্থান থাকে। আজি সেইদিন নাই। সমাজৰ আদৰ্শ পৰিবৰ্ত্তিত হৈছে। পুৰণি সমাজ ব্যৱস্থা পৰিবৰ্ত্তিত হৈছে—ঠিকেই

কৈছা, মদন দা। পৰমাৰ্থিক সাধনাৰ পৰা সমাজ বিচ্যুত হৈছে আৰু ব্যৱহাৰিক বস্তু সাধনাত প্ৰবৃত্ত হৈছে।

বস্তু সাধনাত মানুহৰ যি সিদ্ধিলাভ হৈছে—তাক জানো অস্বীকাৰ কৰিব পাৰি—ৰাম?

নোৱাৰি। বিজ্ঞানৰ সিদ্ধি মানুহৰ কৃতিত্বৰ পৰিচায়ক; কিন্তু এই কৃতিত্বৰ ফলত মানুহে আজি তৃপ্তি পোৱা নাই আৰু সমাজলৈ শান্তি অহা নাই। এই শান্তি কেনেকৈ আহে তাৰ অনুসন্ধান কৰাই শিক্ষাৰ লক্ষ্য হব লাগিব। যি বাটেদি সমাজত শান্তি আহে আৰু যি বাটেদি পৰস্পৰৰ মাজত বাদ বিসম্বাদ বিনা যুদ্ধে মীমাংসা কৰিব পাৰি—সেই বাটেদিহে শিক্ষাৰ নীতি নিৰ্দ্ধাৰণ কৰিব লাগিব। প্ৰয়োজনবাদী শিক্ষাবিদ্‌সকলৰ মতবাদৰ লগত আধ্যাত্মিক পথৰ শিক্ষাবিদ্‌সকলৰ এইখিনিতে মীমাংসা হব লাগিব।

সি কেনেকৈ—হব পাৰে—?

সেই পথকেই গান্ধীজীয়ে দেখুৱাইছে। শিক্ষাৰ দ্বাৰা শিশুৰ শৰীৰ, মন আৰু আত্মা সমানুপাতিকভাবে একেলগে পৰিবৰ্দ্ধন হব লাগিব। তেতিয়া পৰমাৰ্থ আৰু ঐহিক অৰ্থৰ সমন্বয় ঘটিব বুলি গান্ধীজীয়ে ডাঠি কৈছে।

এনেতে শেৱালীয়ে চাহ জলপান লৈ আহিল! শেৱালীক দেখি পবিত্ৰ অলপ আচৰিত হ'ল। তুমিও আহিছা, শেৱালি? মোক দেখোন একো কোৱা নাই? পবিত্ৰই সুধিলে।

আপুনি জানো—আহিবৰ সময়ত কৈছিল, যে ইয়ালৈকে আহিব? আপুনি একোকে নোকোৱা দেখি ময়ো একো কোৱা নাই। মই ভাবিছিলোঁ আপুনি চাগৈ পানবাৰীলৈ যাব।

পানবাৰীত কিহে, ৰাম? মদনে সুধিলে

এ, আপুনি নাজানে? শেৱালীয়ে ক'লে।

নাজানোঁ—তাত কি? মদনে সুধিলে।

পানবাৰীত তেখেতে এখন আশ্ৰম পাতিছে নহয়—এজন দেখোন ব্ৰহ্মচাৰীক তাত ঠাই দিছে—শেৱালীয়ে ক'লে।

হয় নেকি? এইবোৰ কি মতলব হে, ৰাম?

মতলব আছে, মদন দা। পাছত ক'ম। এতিয়াও আশ্ৰমৰ মাটিখিনি ঠিক হোৱা নাই। ৰাজহ মন্ত্ৰীৰ ওচৰত দৰখাস্ত দিয়া হৈছে। দেখাও কৰিছিলোঁ। হব বুলি আশ্বাস দিছে।

সাদৰীৰ গা অসুখ হৈছে। লেডী ডাক্তৰণীক মাতি পঠালে ভাল হয়। শেৱালীয়ে ক'লে।

লেডী ডাক্তৰণী আহিল। সন্ধ্যাৰ সময়ত মদনৰ ঘৰত নৱাগত অতিথিৰ আবির্ভাৱ হ'ল। সকলোৰে আনন্দ হ'ল। এটি ল'ৰা সন্তান জন্মিছে।

## পাঁচ

পানবাৰীৰ আশ্ৰমত পবিত্ৰই শ্ৰীমৎ স্বামী ভজনানন্দ ব্ৰহ্মচাৰীৰ ওচৰত বহি কথা পাতিছে। চোৱা, বোপা। ভগৱানৰ ইচ্ছাত সকলো কথাই হয়। ভগৱানৰ ইচ্ছা নহলে একো নহয়। সেইবাবে ঈশ্বৰৰ ইচ্ছানো কি তাৰ অনুসন্ধান কৰাই ধৰ্ম্ম আৰু তাৰ উপায় হৈছে উপাসনা বা ভজন। ব্ৰহ্মচাৰীয়ে বৰ সহজকৈ এই কথাবাৰি কৈ গভীৰ তত্ত্বৰ ব্যাখ্যা দিবলৈ বিচাৰিছে।

পবিত্ৰই উত্তৰ কৰিলে—চাওক; স্বামীজী দৈনন্দিন জীৱন যাত্ৰাৰ সমস্যাৰ লগত যুঁজি যুঁজি মানুহ ভাগৰি পৰে। ঈশ্বৰ আছে বা নাই আৰু ঈশ্বৰৰ ইচ্ছা বা কি তাক অনুসন্ধান কৰিবলৈ কিমানজন মানুহ আগ্ৰহান্বিত হ'ব পাৰে?

সেইবাবেইতো, বোপা; সকলো ধৰ্ম্মৰে ধৰা বন্ধা কিছুমান নীতি আছে। সেই নীতিবোৰ পালন কৰি থাকিলে অভ্যাসৰ বলত ঈশ্বৰভক্তি আপোনাআপুনি অন্তৰত উদয় হয়। ঈশ্বৰভক্তি সঁচাকৈয়ে যাৰ অন্তৰত উদয় হৈছে সেই লোকৰ মনত কোনো দ্বিধা বা সঙ্কোচ নাথাকে আৰু এই ভক্তিৰ বলত তেওঁৰ ঈশ্বৰৰ সৈতে যোগ বা সম্বন্ধ স্থাপন হয়।

তেন্তে এই বাহ্যিক সাধন ভজনবোৰ কেলেই স্বামীজী?

মই কলোঁ নহয়—সকলো ধৰ্ম্মৰেই ধৰা বন্ধা নীতি আছে। ধৰা, আদিম যুগত ভাত ৰান্ধিবলৈ মানুহে নাজানিছিল; কিন্তু আজি কালি মানুহে ভাত ৰন্ধা নিয়ম নাজানে নে? কোনে কোন কাহানিয়ে পোনপ্ৰথমে ভাত ৰান্ধিছিল আমি সেই সম্পৰ্কে কিবা জনোঁ নে?

নাজানোঁ। পিছে তাৰ লগত এই কথাৰ সম্বন্ধ কি, স্বামীজী।

সম্বন্ধ আছে, বোপা। কোনে কেতিয়া পোনপ্ৰথমে ভাত ৰান্ধিছিল সেইকথা নাজানিলেও ভাত ৰন্ধা প্ৰণালীটো জনা হৈ গৈছে। সেই প্ৰণালীৰ কোনো ভেদ নাই। সেইদৰে কোন যোগীয়ে কোন কালত ঈশ্বৰৰ লগত সম্বন্ধ বা যোগ স্থাপন কৰিছিল তাৰ খবৰ আমি নোলোৱাকৈও তাৰ প্ৰণালীবোৰৰ কথা আমি জানোঁ। লোক পৰম্পৰায় প্ৰাৰ্থনা, উপাসনা আৰু সাধন ভজনৰ বাটেদি সি আজিলৈকে সমাজত তিষ্ঠি আছে।

সেইটো হয়, স্বামীজী। কিন্তু আমি ইমান সহজকৈতো কথাবোৰ ভাবি নাচাওঁ। ঈশ্বৰভক্তিতো আমাৰ নাৱেই, ঈশ্বৰ আছে নে নাই বা ঈশ্বৰ বুলি যে এটা কিবা আছে সেই সম্পৰ্কেও আমি সচেতন নহওঁ।

তাতেই যিমান গোলমাল। তুমি বা মই যেতিয়া সশৰীৰে বৰ্তমান—ঈশ্বৰ নাই বুলি কবা কেনেকৈ। এই বিশ্বব্ৰহ্মাণ্ডত তৰু, তৃণ, গছ, লতা, পশু, পক্ষী, গ্ৰহ নক্ষত্ৰ আদি সৃষ্টিত থকা সমস্তবে এটি সমষ্টীভূত সত্তা, তুমি অস্বীকাৰ কৰিব পাৰা জানোঁ, বোপা?

নোৱাৰোঁ,—স্বামীজী।

বোপা! এই সমষ্টীভূত যিটো সত্তা তুমি বা মই তাৰ এটি অংশ বিশেষ নহয় জানোঁ?

হয়, স্বামীজী?

তেন্তে বোপা, মই যদি কওঁ—এই সমষ্টীভূত যি বিৰাট সত্তা—সেইটোৱেই ভগৱান, ঈশ্বৰ বা পৰমব্ৰহ্ম তাত মোৰ কি ভুল হব? ভগৱান, ঈশ্বৰ বা পৰমব্ৰহ্মৰ অৰ্থবাচক যি শব্দ তাক পাহৰি যোৱা। সেই সত্তা বুজিবলৈ আমাৰতো কোনো বাধা নাই।

হয়, স্বামীজী।

এই যে বিৰাট সত্তা—যাৰ আমি অংশবিশেষ তাৰ লগত অমাৰ এটা অবিচ্ছিন্ন সম্বন্ধ নাই জানো?

আছে।

এই সম্বন্ধৰ অনুসৰণ কৰাকেই যদি যোগ সাধনা বোলা যায় তাত কি দোষ হ'ব? শাস্ত্ৰৰ ব্যাখ্যা বা অৰ্থ কি তাক মই বুজাবলৈ যোৱা নাই। মই সেই বিৰাট সত্তাৰ উপলব্ধিৰ বাবে এটি যুক্তিহে দাঙি ধৰিছোঁ।

স্বামীজী—মই যুক্তিটো বুজি পাইছোঁ। মই এই বাটেদি কথাবোৰ চিন্তা কৰা নাই। ভাবি চাওঁ। আপোনাক আকৌ প্ৰশ্ন কৰিম।

এই বুলি কৈ পবিত্ৰই স্বামীজীক সেবা জনাই সিদিনাৰ কাৰণে বিদায় ল'লে।

## ছয়

পবিত্ৰই তিনিখন কোৰ আৰু তিনিখন দা নাল লগাই লৈ আহিল এদিনাখন বজাৰৰ পৰা। এখন ডাঙৰ, এখন তাতকৈ সৰু আৰু এখন নিচেই সৰু। দা তিনিখনো ক্ৰমান্বয়ে ডাঙৰ সৰু।

শেৱালীয়ে সুধিলে—আপুনি ইমানবোৰ কোৰ আৰু দা কিয় আনিছে?

আনিছোঁ—তোমাৰ কথাত। তুমি সদায় মণ্টুৰ শিক্ষা আৰম্ভ কৰাৰ কথা কৈ থাকা নহয়। কাইলৈ দিন ভাল। কাইলৈ মণ্টুৰ শিক্ষা আৰম্ভ কৰিব লাগিব, শেৱালি।

শেৱালি খঙ্ আৰু অভিমানতে গুচি গ'ল।

শেৱালি! অ' শেৱালি। তুমি দেখোন গুচি গ'লা? তুমি খং কৰিলা কিয়? বুলি পবিত্ৰই সুধিলে। শেৱালী নীৰৱেই থাকিল। শেৱালীৰ মুখৰ ফালে চাই পবিত্ৰই শেৱালীৰ মনোভাৱ বুজি পালে আৰু সেই বিষয়ে একোকে নকৈ শেৱালীক মাথোন একাপ চাহ দিবলৈ ক'লে।

শেৱালীয়ে চকুপানী টুকি টুকি পবিত্ৰক একাপ্ চাহ কৰি দিলে।

মোক অলপমান সময়ৰ বাবে ছুটী দিয়া, শেৱালি—বুলি পবিত্ৰ গুচি গ'ল। কিছুসময়ৰ পাছত মদন আৰু পীতাম্বৰ মাষ্টৰক লগত হৈ আহিল।

শেৱালি! শেৱালি! মদন দা আৰু পীতাম্বৰ মাষ্টৰ আহিছে। একোকাপকৈ চাহ দিয়া। মোক দিব নালাগে। মই এইমাত্ৰ খাই গালোঁ নহয়।

শেৱালীয়ে তিনিকাপ.চাহ আনি টিপয়ৰ ওপৰত দিলে। শেৱালীয়ে জানে যে দুকাপ আনিলেও পাছত একাপ আনিবই লাগিব।

শেৱালি, বহা বুলি পবিত্ৰই ওচৰতে থকা চেয়াৰ এখন দেখুৱাই দিলে। পাছত মদনৰ ফালে চাই ক'লে—চোৱা, মদন দা। মই মন্টুৰ শিক্ষা আৰম্ভ কৰিম বুলি তিনিখন কোৰ আৰু তিনিখন দা লৈ আহিলোঁ—শেৱালীয়ে মোক খং আৰু অভিমানতে নমতা হ'ল। ইয়াৰ বিচাৰ তোমালোক দুয়োজনে কৰিব লাগিব, মদন দা। মোৰ কি দোষ হৈছে?

শেৱালীৰ মুখ খং, লাজ আৰু অভিমানত ৰঙা পৰি উঠিছে। স্বামীৰ ওচৰত স্ত্ৰীৰ সকলো মান—অভিমান, খং ৰোষ খাটে; কিন্তু দুজন পৰপুৰুষৰ লগত এইদৰে বিচাৰ সভাত বহিবলৈ অতিকৈ আধুনিকা তিৰোতাৰো স্বাভাৱিক সঙ্কোচ আৰু লাজে দেখা দিয়ে। শেৱালী উঠি যাব খুজিছিল কিন্তু মদনে অৱস্থাটো বুজি পাই ক'লে শেৱালি! বহাচোন। একো বিশেষ কথা হোৱা নাই। মোকতো তোমাৰ লাজ কৰিব লগা কথা একো নাই আৰু পীতাম্বৰ মাষ্টৰো আমাৰ লগৰে এজন। ৰামে কথাটো কৈ একো দোষ কৰা নাই। মই তাৰ বিচাৰ কৰিম।

তিৰোতা মানুহৰ মন বুজিবলৈ পুৰুষৰ এতিয়াও বহুতদিন বাকী। কেতিয়াবালৈ যে সম্যক্ বুজিব পাৰিব সেইবিষয়েও সন্দেহ আছে। সৰলাৰ প্ৰতিমূৰ্ত্তি—মাতৃত্বৰ আধাৰ, দয়া কৰুণাত পমি যোৱা প্ৰকৃতিৰ নাৰী—সেৱাত স্ত্ৰী, চেনেহত ভগ্নী, বিপদত বন্ধু, আৰু ভোক পিয়াহত অন্নদাত্ৰী মাতৃ। কি ৰহস্য—এই সৃষ্টিত। মানুহৰ মাতৃ বিয়োগ হয়—নিজৰ স্ত্ৰীতে মাতৃত্বৰ প্ৰতিনিধি পাই মাতৃশোক পাহৰি যায়। এনেহেন তিৰোতাৰ লগত অহৰহ থাকিও তেওঁৰ প্ৰকৃত ৰূপ আমি দেখা নাপাওঁ। পবিত্ৰই হঠাতে মদন আৰু পীতাম্বৰ মাষ্টৰক তেনেকৈ অনুযোগ উত্থাপন কৰাত শেৱালীৰ মনত এনে এটি আঘাত লাগিছে,

যে শেৱালীয়ে পোনেই তাক সহিব পৰা নাই। সহনশীলা আই বসুমতীৰেই প্ৰতীক বুলি মুখেৰে একো নকৈ কেৱল মাত্ৰ উঠি যাব খুজিছিল।

মোক ক্ষমা কৰক দাদা! আপোনালোক তিনিওজনে বহি অভিযোগৰ বিচাৰ কৰক—মোৰ বক্তব্য একো নাই। ৰায় শুনালেই হব। বুলি কৈ শেৱালী লাহে লাহে আঁতৰি গ'ল।

পবিত্ৰৰ মুখ লাজতে ছাই যেন হৈ গ'ল। মদনে হাঁহি হাঁহি ক'লে— বিচাৰ আমি কৰিম, ভনিটী! কিন্তু স্বামী স্ত্ৰীৰ কলহৰ বিচাৰ সদায় স্ত্ৰীয়েইহে কৰে আৰু সদায় স্ত্ৰীৰহে জয় হয়। শেৱালীয়ে কথাবাৰি শুনি শুনি শোবা খোটালী পালেগৈ। পীতাম্বৰ মাষ্টৰ অলপ অপ্ৰস্তুত হোৱাৰ নিচিনা হ'ল আৰু পবিত্ৰৰ প্ৰতি অলপ বিৰক্ত হ'ল।

তুমিনো বাৰু কোৰ আৰু দা আনি শেৱালীক মন্টুৰ শিক্ষা আৰম্ভ কৰিব লাগিব বুলি কিয় কৈছিলা? তুমি দেখোন পোনতে ভুল কৰিলা। মাকৰ লগত পৰামৰ্শ নকৰাকৈ আৰু তোমাৰ উদ্দেশ্যটো বুজাই নিদিয়াকৈ কিয় হঠাতে এনেকুৱা বিসদৃশ ব্যৱহাৰ কৰিলা—ৰাম?

এঃ মইতো জনা নাছিলোঁ যে শেৱালীয়ে খং কৰিব। মই শেৱালীক আচৰিত কৰিবৰ কৌতূহল সামৰিব নোৱাৰি দা, কোৰ যেনেকৈ কিনিছিলোঁ— অতি সহজ আৰু সৰলভাৱে তোমালোক দুয়োকে মাতি আনিছিলোঁ—ভালকৈ বুনিয়াদী শিক্ষা পদ্ধতিৰ বিষয়ে আলোচনা কৰিম বুলি। সঁচাকৈয়ে মই সিমান গভীৰভাৱে একো ভবা নাছিলোঁ, মদন দা!

তেন্তে আজিলৈ এইবিষয়ে একো আলোচনা হব নালাগে আৰু কাইলৈ তুমি মন্টুৰ শিক্ষাও আৰম্ভ কৰিব নালাগে। দুই চাৰিদিন যাওক কথাটো আপুনি পাতলি যাব।

ইয়াৰ পাছত মদন আৰু পীতাম্বৰ মাষ্টৰ নিজ নিজ ঘৰলৈ গুচি গ'ল। পবিত্ৰৰ কাৰণে এটি সমস্যাৰ সৃষ্টি হ'ল। বিমৰ্ষ মনে কিবা ভাবি আছে এনেতে মন্টু আহি পবিত্ৰৰ কোলাত বহিল আৰু সুধিলে; দেউতা, সেই কেইখন কোৰ আৰু দা কিয় আনিছা? তোমাৰ এখন, মাৰ এখন আৰু মোৰ এখন? হয়নে? দেউতা!

পবিত্ৰৰ মৰি থকা মনটো আনন্দত সজীৱ হৈ উঠিল—হয়, বাবা! আমি তিনিও এখন ফুলৰ বাগিচা পাতিম।

গোলাপ ফুলো কম নেই, দেউতা! বুলি কৈ মন্টুই কোলাৰপৰা উঠি মাকৰ ওচৰ পালেগৈ। মা! অ' মা! আমি ফুলৰ বাগিচা পাতিম। মাকে মন্টুক কোলাত তুলি ল'লে—তই পাৰিবি নে বাবা?

পাৰিম, মা বুলি মণ্টুৱে মাকৰ গলত সাৱটি ধৰিলে। মাকে মণ্টুক চুমা এটা খালে।

মাকৰ কোলাত শিশু। শিশুৰ মৰম সনা মাত। মাতৃত্বৰ আত্মোপলব্ধি। কি মহিমাময় দৃশ্য! শিশুৰ প্ৰাণ আৰু মাতৃৰ প্ৰাণ একেটি তৰঙ্গতে নাচি উঠিছে। আঁতৰত পিতৃ। পিতৃত্ব আৰু স্বামীত্বৰ গৌৰৱত গৌৰৱান্বিত। মাক পুতেকৰ মধুৰ মিলনৰ দৃশ্য চাই মুগ্ধ হৈ গৈছে। এই দৃশ্যৰ পটভূমিত মহিমাময়ী মাতৃত্বৰ বিকাশ, নিৰ্দ্দোষ দেৱোপম শিশুৰ আনন্দ লহৰী, পিতৃত্বৰ অহংভাব—কি মধুৰ সংমিশ্ৰণ। কোনে বৰ্ণনা কৰিব পাৰে কি অনুভূতি হয়—মাতৃৰ অন্তৰত। কি গৌৰৱ অনুভৱ কৰে পিতৃয়ে। উপলব্ধি আৰু অনুভূতিৰ পটভূমিত কি সৌন্দৰ্য্যৰ বিকাশ! কোনে সৃষ্টি কৰিলে এই সৌন্দৰ্য্য। শেৱালীয়ে মণ্টুক লৈ বিছনাত শুলে যেন শিশুৰ এই দেৱোপম নিৰ্দ্দোষিতা এই মাতৃত্বৰ মধুৰ সম্বন্ধ অকলে অকলে উপভোগ কৰিবলৈ। মানসপটত ভাহি উঠিল পবিত্ৰৰ প্ৰতিমূৰ্ত্তি। পবিত্ৰৰ লগত শিশুৰ কি সম্বন্ধ তাৰ স্মৃতিয়ে শেৱালীৰ প্ৰাণত স্বামীৰ প্ৰেমৰ মাধুৰিমা জগাই তুলিছে। আধামেলা আৰু আধামুদা চকুৰে শেৱালীয়ে তাক অনুভৱ কৰিবং ধৰিলো। খং, অভিমানে শেৱালীৰ প্ৰাণত ঠাই নাপালে। প্ৰেমৰ পবিত্ৰ সৌৰৰণীয়ে, শিশুৰ দেৱোপম নিৰ্দ্দোষিতাই মনৰ মলিনতা উটুৱাই নিলে। শেৱালীৰ টোপনি আহিল। মণ্টুৱে মাকৰ টোপনি অহা দেখি লৰি পিতাকৰ ওচৰ পালেগৈ।

কি অ, বাবা। পবিত্ৰই আদৰেৰে সুধিলে।

ফুলৰ বাগিচা কেতিয়া পাতিবা? দেউতা!

চাৰি বছৰীয়া শিশুৰ এই প্ৰশ্নত পবিত্ৰ আচৰিত হৈ গ'ল। বাগিচা পতা কথাটোৱেই তাৰ অন্তৰত সাঁচ বহুৱাইছে। উদ্দেশ্যৰ অনুৰাগ ওপজিছে শিশুৰ প্ৰাণত। পলম কৰিবৰ সময় নাই। এই অনুৰাগৰ সুবিধা লৈ শিক্ষা কাৰ্য্য আৰম্ভ কৰিব লাগিব; কিন্তু শেৱালীক এই কথা পুনঃ কেনেকৈ সোধা যায়? শিশুৰ কৌতূহল নিবাৰণকে বা কেনেকৈ কৰা যায়।

পবিত্ৰই ক'লে,—তোৰ মা'ৰ টোপনি ভাঙিলে আমি তিনিও বাগিচা পতাৰ কথা পাতিম, বাবা। তই মা'ৰক এতিয়া নজগাবি। শুবলৈ দে। এইবুলি পবিত্ৰই মণ্টুক কোলাত তুলি লৈ বিধিনি ঠাইত বাগিচা পতাৰ কথা আছিল তালৈকে লৈ গ'ল। তাত গোলাপ ফুলখিনি কোনখিনিত কৰিলে ভাল হব, বাপেক পুতেকে স্থিৰ কৰিলে।

এনেতে মদন খামি বামি তাত উপস্থিত হ'ল আৰু ক'লে—বাম! এবাৰ আহকচোন। আমাৰ লবাটিৰ দেখোন কিবা হৈছে। পেটটো ফুলি উঠিছে আৰু চকু দুটা যেন ওভোতাই দিছে। তুমি এবাৰ চোৱাহিচোন।

পবিত্ৰ লৰি গ'ল—মদনৰ লগত। গৈ দেখে যে সাদৰীয়ে শিশুটিক কোলাত লৈ কান্দি বহি আছে।

কি হৈছে? বৌ।

জানো, মই একো বুজি পোৱা নাই।

আজি সি শৌচ কৰিছে নে?

নাই কৰা।

তেন্তে সোনকালে শৌচ কৰোৱা। প্ৰাণৰ ঠাৰি এডাল শৌচৰ দ্বাৰেৰে সুমাই দিলে শৌচ কৰিব। সাদৰীয়ে পবিত্ৰৰ কথামতে কাম কৰিলে আৰু অলপ সময়ৰ পাছতে শিশুয়ে শৌচ কৰিলে; লগে লগে পেট ফুলা জামৰি গ'ল। শিশুৱে চকু মেলি চালে।

এতিয়া তাক পিয়াহ দিয়া, বৌ! সি ভাল হৈ যাব। এই সাধাৰণ কথাটোও নাজানানে বৌ? তোমালোক যে কি মানুহ? মদন দা।

মদনে সঁচাকৈয়ে নাজানিছিল শিশুৰ এই প্ৰাথমিক চিকিৎসাৰ বিষয়ে আৰু সাদৰীয়ে কাহানিও এইবোৰ কথা জনা নাছিল।

ল'ৰা কিছুসময়ৰ পাছত ভাল হ'ল আৰু সকলোৰে মুখত হাঁহি বিৰিঙিল। মদন আৰু সাদৰীয়ে লাজ পালে।

## সাত*

পানবাৰীৰ আশ্ৰমত। সিদিনা মদন আৰু পবিত্ৰ সপৰিয়ালে তালৈ গৈছে। আশ্ৰমত এটি অতিথিশালা নতুনকৈ সজোৱা হৈছে। বাইজৰ বৰঙণিৰে পাকঘৰ আৰু পায়খানাও সজোৱা হৈছে। ৰাজহ মন্ত্ৰীয়ে অতিথিশালাৰ দ্বাৰ উদঘাটন কৰিব। সাদৰি আৰু শেৱালীয়ে ৰন্ধা-বঢ়াৰ আয়োজন কৰিছে, পবিত্ৰ আৰু মদনে স্বামীজীৰ ওচৰত বহি কথা পাতিছে।

স্বামীজীয়ে কৈছে, সৰল গছ, ইউকেলিপ্টাচ্ গছৰ প্ৰতি নাইবা বিলাতী ফুল আৰু লতাবোৰৰ প্ৰতি মানুহৰ যিমান প্ৰীতি—বেলগছ, তুলসী, মালতী ফুল নাইবা নবমল্লিকা ফুলৰ প্ৰতি তিমান প্ৰীতি দেখিছা নে? গমি চাবা—তুলসী গছ আৰু বেলগছত যেন হিন্দুধৰ্ম্মৰ ছাপ্ লাগি থকা বাবে সি আদৰৰ গছ নহয় তেনেভাব হয়। নহয় নে বাৰু?

হঠাতে স্বামীজীয়ে এই প্ৰশ্ন কৰাত মদন আৰু পবিত্ৰ কিছুসময় নীৰৱে থাকিল। স্বামীজীয়ে কথাটো যি ভাব কৈছে—তেনেভাব শিক্ষিত মানুহৰ ভিতৰত যে নাই তেনে নহয়।

স্বামীজীয়ে কৈছে—তুলসী আৰু বেলগছৰ ঔষধৰ ফালৰ পৰাতো

প্ৰয়োজনীয়তা আছে। ঘৰে ঘৰে বেলগছ আৰু তুলসী গছ থাকিলে কিবা দোষ হয় জানো? তুলসী গছ বা বেল গছ ৰুলে হিন্দুধৰ্ম্মৰ হে যেন কিবা এটি কৰি দিয়া হ'ল এনে মনোভাৱে সমাজত কিয় ঠাই পালে? মেলেৰীয়া ধ্বংস কৰিবলৈ ডি, ডি টি নাইবা কেৰাছিনৰ ওপৰত যিমান বিশ্বাস, তুলসী, শেৱালী বা বেলগছৰ প্ৰতি তেনে বিশ্বাস আছে নে? বেচি কথা কব নালাগে—এই ভাববোৰৰ অনুসন্ধান কৰিবা। পাবা যে ধৰ্ম্মৰ গোন্ধ য'তেই আছে—ত'তেই মানুহৰ বিতৃষ্ণা আহিছে।

আপোনাৰ কথা মিছা বুলি আমি কব নোৱাৰোঁ—স্বামীজী! মদন আৰু পবিত্ৰই একবাক্যেই স্বীকাৰ কৰিলে।

হিন্দুধৰ্ম্মৰ যদি সাম্প্ৰদায়িকতা আছে—গছ লতাবোৰে কি দোষ কৰিছে? তাতো সাম্প্ৰদায়িকতা আছে নেকি? চোৱাছোন বাৰু পাতবাহাৰ গছৰ যিমান আদৰ ৰঙাবৰবী বা হালধীয়া কৰবী ফুলৰ তিমান আদৰ আছে জানো? কৰবী গছৰনো বাৰু কি শোভা নাই, পাতবাহাৰ গছনো বাৰু তাতকৈ কি বেছি ধুনীয়া? সমাজে যে এই ৰুচি পৰিবৰ্ত্তন কৰি সাম্প্ৰদায়িকতা আছে বুলি সাবধানে পুৰণি ৰুচিৰ পৰা আঁতৰি যাব ধৰিছে তাৰ দ্বাৰা নতুন সাম্প্ৰদায়িকতাৰ সৃষ্টি হোৱা নাইনে? সৌন্দৰ্য্যৰ ৰুচি পৰিবৰ্ত্তন কৰিবলৈকো যদি বিচৰা যায়, সি কৃষ্টি সম্পন্ন হব নে বাৰু?

মন্ত্ৰী আহিবৰ সময় হৈছে। সভামণ্ডপ গাঁৱলীয়া ৰাইজৰ দ্বাৰা ভৰি পৰিছে, গতিকে মদন আৰু পবিত্ৰই তেওঁলোকক বহা-মিলাৰ সুবিধা কৰি দিবলৈ স্বামীজীৰ পৰা বিদায় ল'লে। শৃঙ্খলাবদ্ধভাৱে ৰাইজক বহুৱাবলৈ যত্ন কৰিছে; কিন্তু নানাৰকম বেমেজালিয়ে দেখা দিলে। সকলোৱে সমান আসন বিচাৰে—সকলোৰে সম অধিকাৰ, সেইবাবে ধূলিসনা ভৰিৰে নিকা ফৰাছ্ গছকি আগৰ শাৰীত ঠাই লৈছে আৰু পাছত অহা বিলাকে ধূলি মাকটিৰে ভৰি থকাই তাত বহিব খোজা নাই। এনেদৰে সৰু সৰু সমস্যা নতুন নতুনকৈ উদ্ভৱ হোৱাত মদন আৰু পবিত্ৰই লাউড্‌স্পীকাৰৰ সহায়েৰে ৰাইজক আসন গ্ৰহণ কৰিবলৈ কলে—কোনো স্থান নিৰ্দ্দেশ কৰি কাকো বহিবলৈ নকলে। অৱশেষত মহিলাসকলৰ বাবে ঠায়ে নোজোৱা হ'ল।' আকৌ সতৰঞ্চি যোগাৰ কৰি বেলেগ স্থান কৰি দিলে; কিন্তু তাত শৃঙ্খলাৰ অভাৱ ঘটিল। তথাপি সমান অধিকাৰৰ দাবী মানি ললে বিশেষ একো বিশৃঙ্খলা হোৱা নাই এনে এটি অৱস্থা পালে গৈ।

এনেতে মন্ত্ৰী মহোদয় আহি সভাত উপস্থিত হ'ল। সঙ্গীসকলেৰে সৈতে সাদৰী আৰু শেৱালীয়ে ধূপ ধূনা, ফুলমালাৰে স্বাগতম্ জনাই যথা স্থানত ভেঁৰেভক বহুৱালে। তেতিয়া ৰাতিপুৱা ৯ বাজিছে। সভাৰ কাৰ্য্য আৰম্ভ হ'ল।

মন্ত্রী মহোদয়ে সভাত সর্ব্বোদয় সমাজৰ আৰ্হি দাঙি ধৰিলে। সর্ব্বোদয় সমাজৰ ব্যাখ্যা কৰি তেখেতে ক'লে যে—

সর্ব্বোদয় সমাজৰ আৰ্হি ভাৰতত নতুন কথা নহয়। ইং ৩০০০ বছৰৰ পুৰণি। বুদ্ধ আৰু মহাবীৰে সত্য আৰু অহিংস নীতি প্ৰচাৰ কৰিছিল। আত্মসংযম আৰু কঠোৰ নিষ্ঠা বা সন্ন্যাসৰ দ্বাৰা পুৰণি ঋষিসকলেও একান্নবৰ্ত্তী পৰিয়াল, জাতিভেদ গ্ৰাম্যসমাজ, ইত্যাদি সামাজিক অনুষ্ঠানৰ জৰিয়তে ব্যক্তি বিশেষক ত্যাগ আৰু আত্মসংযম শিক্ষা দিছিল। পাৰিবাৰিক আৰু সামাজিক জীৱনত আৰু জাতিভেদ থকা গাঁৱলীয়া জীৱনত নিজৰ পৰিবাৰ, সমাজ বা জাতিৰ কল্যাণৰ অৰ্থে নিজৰ সুখ বলি দিছিল। তাৰ উপৰি উপাৰ্জ্জনৰ ভাগ পৰিবাৰ আৰু সমাজৰ আটাইয়ে পাইছিল। পৰিবাৰ বা সমাজৰ লগত তাৰ সহযোগ আছিল আৰু সামাজিক শৃঙ্খলা সি মানি চলিছিল। সেইবাবে সি নিবনুৱা নৈহেছিল। সমাজত তাৰ অৰ্থ স্বচ্ছলতাৰ বাবে স্থান আছিল। সমাজত তাৰ দৈনিক কাৰ্য্যৰো স্থান আছিল আৰু তাৰ নিম্নতম আৱশ্যকীয় প্ৰয়োজনৰ ব্যৱস্থাও সমাজে কৰি দিছিল। পৰিয়ালটোৰ ভিতৰত যেনেকৈ ইটোৰ লগত সিটোৰ সমান সম্বন্ধ আৰু অধিকাৰ আছিল—সমাজতো তেনে আছিল। বৰ্ত্তমান সমস্তত্ববাদৰ হিংসানীতি বাদ দিলে—ই একপ্ৰকাৰ গাঁৱলীয়া সমস্বত্ববাদ আছিল। গান্ধীজীৰ সর্ব্বোদয় সমাজৰ নীতি তাতকৈ বেলেগ নহয়। ব্যক্তি জীৱন আৰু সমাজ জীৱন পৰস্পৰ সম্বন্ধযুক্ত। গতিকে সমাজ ব্যৱস্থা হব লাগিব—প্ৰেম, নৈতিকতা আৰু আধ্যাত্মিকতাৰ ভিত্তিত। বিশ্ব শান্তি স্থাপনৰ ই প্ৰধান সোপান।

সর্ব্বোদয় সমাজৰ সপোন আমাৰ ফলিব আৰু প্ৰকৃত গণতন্ত্ৰৰ উপলব্ধি হব যদিহে সৰ্ব্ব নিম্নতম ভাৰতবাসী জনেও সৰ্ব্বশ্ৰেষ্ঠ ভাৰতীয়জনৰ সমান এনেভাৱ সমাজত প্ৰতিষ্ঠিত হয়। তাৰ অৰ্থ হ'ল—সকলো সমানে শুদ্ধ আৰু পৱিত্ৰ হব লাগিব। জ্ঞান বা সুবুদ্ধিৰ লগে লগে এই পৱিত্ৰতা গঢ়ি উঠিব লাগিব। উচ্চ সমাজ, নীচ সমাজ নাইবা উচ্চ জাতি বা নীচ জাতি বুলি কোনো ভেদ নাথাকিব। প্ৰেমৰ জৰীৰে সকলোকে বান্ধিব লাগিব। কোনেও যেন কাকো অস্পৃশ্য বুলি ঘৃণা নকৰে। প্ৰত্যেকে যাতে নিজৰ ভাতমুঠি নিজেই মোকোলাই খাব পাৰে আৰু শাৰীৰিক বা বৌদ্ধিক শ্ৰমৰ কোনো ভেদজ্ঞান নকৰে।

বক্তৃতাৰ পাছত চাহমেলৰ যোগাৰ হ'ল। চাহমেলৰ পাচত ব্ৰহ্মচাৰীৰ লগত মন্ত্ৰীমহোদয়ৰ সাক্ষাৎ আৰু আলাপ হয়।

সর্ব্বোদয় সমাজৰ যি আদৰ্শ আপুনি সমাজত দাঙি ধৰিছে—তেনে সমাজ গঠিত হ'লে ভাৰতবৰ্ষ স্বৰ্গত পৰিণত হব—সন্দেহ নাই, ব্ৰহ্মচাৰীয়ে ক'লে; কিন্তু তেনে সমাজ গঠিত হবলৈ লোকসমাজৰ শিক্ষাৰ আৱশ্যক। জ্ঞান আৰু পৱিত্ৰতাৰ বাটত যিসকল লোক আগবাঢ়ি গৈছে তেওঁলোকৰ সমকক্ষ হব লাগিলে লোকৰ জ্ঞানচক্ষু মেল খাব লাগিব।

সেইটো হয়; স্বামীজী, কিন্তু অজ্ঞান আৰু নিম্নস্থ লোকসকলক অস্পৃশ্য আৰু নীচ বুলি ঘিণ কৰিলে সেইবিলাক লোক কেতিয়াও আগবাঢ়ি আহিব নোৱাৰিব। মন্ত্ৰী মহোদয়ে ক'লে।

ঘৃণাই মানুহৰ মাজত পাৰ্থক্যই সৃষ্টি কৰে। অস্পৃশ্যতাৰ লগত ঘৃণাৰ সম্বন্ধ আছে—তাত কোনো সন্দেহ নাই; কিন্তু ঘৃণা আৰু অস্পৃশ্যতা দূৰীভূত কৰিবলৈ আচাৰৰ শুদ্ধতা নষ্ট কৰি পৰিষ্কাৰ পৰিচ্ছন্নতাৰ বাট এৰি অশুদ্ধ আচাৰত নামিব লাগিব তাৰ কোনো যুক্তি দেখা নাযায়, মন্ত্ৰী মহোদয়।

তাৰ মানে?

স্বামীজীয়ে ব্যাখ্যা দিছে—যিসকল লোক আজি অস্পৃশ্য আৰু সমাজত ঘৃণনীয় বুলি পৰিগণিত হৈ আছে সেইসকল লোকক শুদ্ধাচাৰী কৰি লব লাগে। শুদ্ধাচাৰী লোকসকলক তেওঁলোকৰ লগত অশুদ্ধাচাৰী কৰিবলৈ যত্ন কৰিলে সামাজিক উন্নতি আশা কৰিব নোৱাৰি।

শুদ্ধাচাৰী আপুনি কাক বুলিছে-স্বামীজী? শুদ্ধাচাৰীৰ প্ৰথম লক্ষণ হৈছে—ঈশ্বৰ বিশ্বাসী। যাৰ ঈশ্বৰত বিশ্বাস নাই, তেনে লোকৰ মনপ্ৰাণ শুদ্ধ হ'ব নোৱাৰে। ঈশ্বৰ আছে বা নাই তেনে কোনো তৰ্কৰ আৱশ্যক নকৰে। ঈশ্বৰ আছে বুলি ধৰিলে ঈশ্বৰোপসনাৰ ইচ্ছা মানুহৰ মনত জাগৃত থাকিব লাগে। আজিকালি সৰহ ভাগ মানুহেই ঈশ্বৰৰ বিষয়ে চিন্তা নকৰে। যিসকল লোক ঈশ্বৰ বিশ্বাসী তেনে লোকেও অইনে বেয়া বুলিব বা নিন্দা কৰিব এনে ভাবলৈ ঈশ্বৰোপসনা কৰিবলৈ লাজ পায়। যি কোনো প্ৰকাৰেই নহওক—মানুহে ঈশ্বৰোপসনা কৰা উচিত। ঈশ্বৰ বিশ্বাসী মানুহৰ মন পৱিত্ৰ হয়। পৱিত্ৰ মনৰ মানুহে পৱিত্ৰ ভাব পোষণ কৰে, সাত্ত্বিক আহাৰ খায়; শ্লীল কথা কয়; পৰিষ্কাৰ কাপোৰ পিন্ধে। ভাব ভাষা আচৰণত মানুহৰ শ্লীলতা ৰক্ষিত হ'লে—মানুহক কৃষ্টিসম্পন্ন বুলি কোৱা হয়। স্বামীজীয়ে ক'লে।

আমি যি সৰ্ব্বোদয় সমাজৰ আদৰ্শ সমাজত স্থাপিত কৰিব খুজিছোঁ—তাত আপুনি কোৱা কথাৰ লগত সম্পূৰ্ণ মিল আছে।

আদৰ্শত ভেদ নাই—মই স্বীকাৰ কৰিছোঁ; স্বামীজীয়ে উত্তৰ দিছে, কিন্তু আচাৰত ভেদ আছে। খাদ্যাখাদ্য বিচাৰত ভেদ আছে। ভাৰতীয় সমাজত যিবোৰ খাদ্য উত্তম বুলি গৃহীত হৈছে আৰু যিবোৰ খাদ্য সুখাদ্য বুলি কোৱা হৈছে—পৰীক্ষা কৰি চালে বুজা যায়, যে খাদ্যৰ বিচাৰত যথেষ্ট বৈজ্ঞানিক কথা নিহিত আছে। ধৰ্ম্মৰ নামত যিবোৰ খাদ্য অশুদ্ধ বুলি কোৱা আছে—আজি জাতিভেদ বা অস্পৃশ্যতা বৰ্জ্জনৰ আলমত অশুদ্ধ খাদ্য বা অপৱিত্ৰ খাদ্যও খাব লাগিব বুলি কলে কৃষ্টিচ্যুত হব নালাগিব নে?

মন্ত্ৰী মহোদয়ৰ সময় তাকৰ কাৰণে স্বামীজীৰ পৰা বিদায় ল'লে। স্বামীজীৰ

লগত এইবোৰ বিষয়ে পুনঃ আলোচনা কৰা হ'ব বুলি মন্ত্ৰী মহোদয়ে ৰাইজক নমস্কাৰ জনাই গুচি গ'ল।

## আঠ

মণ্টুৰ শিক্ষা আৰম্ভ হৈছে। ৰাতিপুৱাই পবিত্ৰ আৰু মণ্টুৱে বাগিচাত কোৰ মাৰে। শেৱালীয়ে কোৰ মাৰা নাই। কাৰণ শেৱালীয়ে এই পদ্ধতি গ্ৰহণ কৰিব পৰা নাই। মণ্টুক কোৰ মাৰাৰ লগে লগে কিয় কোৰ মাৰিব লাগে কৈ গৈছে। পবিত্ৰই নিজে কোৰ মাৰিছে—কলৰ খেতি কৰিবলৈ। কলপুলি ৰোৱা শেষ হৈ গ'ল। কল কিমান দিনত হ'ব, কেতিয়া খাব পৰা যাব—ইত্যাদি প্ৰশ্ন মণ্টুৰ মনত আপোনা আপুনি জাগি উঠিছে আৰু পবিত্ৰই এই কৌতুহলী প্ৰশ্নবোৰৰ উত্তৰ দিছে। তাৰ পিছত ফলিত—কল, কলপুলি, কল খাবলৈ সোৱাদ, কল খাবলৈ মিঠা; কল খালে বল বাঢ়ে, কল কেইবিধ, মালভোগ কল, ভীম কল, পূৰা কল—ইত্যাদি কথাবোৰ ফলিত লিখি পবিত্ৰই মণ্টুক আখৰ লিখা শিকালে। ক্ৰমে এমাহৰ ভিতৰত আখৰবোৰ চিনা কৰিলে। বাগিচাত কলৰ বাগিচা তৈয়াৰ হৈ গ'ল। ক্ৰমে পবিত্ৰই কবিশস্যৰ খেতিত মন দিলে। মাটিত সাৰ দিবলৈ গোবৰৰ আৱশ্যক কাৰণে গাই কিনি আনিলে। এজনী এজনীকৈ তিনিজনী গাই আনিলে। ঘাঁহৰ কাৰণে খেতি কৰিলে। পচন সাৰৰ গাঁত কৰিলে। এইদৰে পবিত্ৰই সুন্দৰ বাৰী এখন তৈয়াৰ কৰিলে ২/৩ বছৰৰ ভিতৰতে আৰু মণ্টুই লগে লগে সকলোবোৰ কথা চাই থাকিল আৰু সম্ভৱ অনুসাৰে নিজেও কিছু কৰিলে। ঘৰত গাখীৰৰ অভাৱ নোহোৱা হ'ল। ক্ৰমে ঘিঁউ মাখনো ঘৰতে হ'ল। শেৱালীৰ মন ক্ৰমে প্ৰফুল্ল হৈ আহিল। গৃহস্থৰ ঘৰত যিবোৰ বস্তুৰ অভাৱ ক্ৰমে সেই সকলোবোৰ বস্তু নিজৰ বাৰীতেই উৎপন্ন হ'ব ধৰিলে। পবিত্ৰই সহায়ক হিচাবে দৰ্মহা দিয়া মানুহ এজনো ৰাখিলে। ঘৰখন দেখিলে সঁচাকৈয়ে বৰ ৰংলগা হ'ল। পবিত্ৰ এজন খেতিয়ক হৈ উঠিল। হালবোৱা গৰুও এহাল আনিলে। মাষ্টৰী কৰি যিথিনি আজৰি পায় তাৰে ভিতৰত যে ইমানখিনি কাম হৈ উঠিব পাৰে পবিত্ৰই নিজেও কল্পনা কৰিব পৰা নাছিল।

সিদিনা গান্ধী জয়ন্তীৰ বাবে স্কুল বন্ধ। কৃষ্টিমূলক আলোচনা চক্ৰৰ এটি বিশেষ অধিবেশন বহিবৰ কথা—আবেলি ৫ বজাত। নিৰ্দিষ্ট বক্তা আছিল—মদন। বিষয়—গান্ধীজীৰ গঠনমূলক কাৰ্য্যৰ আঁচনি। তাৰ ভিতৰত বুনিয়াদী শিক্ষাৰো স্থান আছে। বুনিয়াদী শিক্ষাৰ বিষয়ে কবলৈ ভাৰ পৰিছিল—মদনৰ ওপৰত। সেইবাবে মদন আৰু পীতাম্বৰ মাষ্টৰ আহিছে—পবিত্ৰক মাতিবলৈ আলোচনাৰ বাবে।

কি মদন দা। আজি কিবা বিশেষ উদ্দেশ্য আছে নেকি? মাষ্টৰৰে সৈতে দেখোন একে লগে আহিছা—পবিত্ৰই সুধিলে।

বিনা উদ্দেশ্যে কোনেও একো নকৰে। কেৱল ডিগ্ৰি হিচাবে তাৰতম্য মাথোন—ৰাম! আজি সঁচাকৈয়ে উদ্দেশ্যলৈয়ে আহিছোঁ।

কি উদ্দেশ্য—মদনদা?

বুনিয়াদী শিক্ষা সম্পৰ্কে বক্তৃতা দিবলৈ গাত লৈছোঁ কিন্তু সেই বিসয়ে দেখোন মই বিশেষ একো নাজানোঁ। সেইবাবে তোমাৰ লগত পৰামৰ্শ কৰিবলৈ আহিছোঁ।

বুনিয়াদী শিক্ষাৰ বিষয়ে বক্তৃতা দিয়া বৰ টান কথা—মদন দা! সামাজিক পৰিবেশ অনুকুল নহয়। বুনিয়াদী শিক্ষাৰ বিষয়ে সমাজৰ মানুহৰ ধাৰণা হৈছে, যে ইয়াৰ উদ্দেশ্য সহভোজন, জাতি ভেদৰ উচ্ছেদ সাধন আৰু গাঁৱলীয়া লোক আৰু চহৰীয়া লোকৰ বাবে বিভিন্ন শিক্ষা প্ৰচলন।

কিয় এনে দৃষ্টিভঙ্গী হবলৈ পালে—ৰাম।

আমাৰ মানুহৰ স্বভাৱ হৈছে কোনো বস্তুৰ প্ৰকৃত ৰূপ উপলব্ধি কৰিব নোৱাৰে; আৰু সকলো সমস্যা পূৰণৰ বাটত দেখা যায় যে মানুহে গাড়ীখন আগে জুটি গৰু হাল পাছত দিয়ে। সেই বাবে সকলো উদ্দেশ্য ব্যৰ্থ হৈ যায়।

তোমাৰ কথা বুজি নাপালোঁ—ৰাম!

বুজিবা মদন দা! গান্ধী দৰ্শনৰ বিষয়ে আমি সকলোৱে য'তে ত'তে বক্তৃতা দিওঁ। গান্ধীৰ নাম উল্লেখ নকৰাকৈ আমি কোনো বক্তৃতাকেই শেষ কৰিব নোৱাৰোঁ; কিন্তু গান্ধীবাদৰ বিষয়ে আমি বহুতে একো কথা বুজি নাপাওঁ।

তুমি যেনেদৰে কথাবোৰ কব ধৰিছা—মই তোমাৰ কথাৰ অৰ্থ বুজিবলৈ টান পাইছোঁ।

মই কথা শেষ কৰাই নাই নহয়। তুমি কথা নৌকওঁতেই কেনেকৈ বুজিবা? কওঁ শুনা।

বুনিয়াদী শিক্ষাৰ উদ্দেশ্য জাতিভেদ ভঙা বুলি মানুহৰ মনত ধাৰণা হৈছে; কিন্তু গান্ধীজীয়েতো জাতিভেদ ভাঙিবৰ উদ্দেশ্য লৈ বুনিয়াদী শিক্ষাৰ পৰিকল্পনা কৰা নাছিল।

গান্ধীজীৰ পৰিকল্পনা আছিল দেশৰ ভৱিষ্যৎ শিক্ষা পদ্ধতিৰ পৰিবৰ্ত্তন ঘটোৱা, জাতিভেদৰ গণ্ডীত যি অস্পৃশ্যতা মহাব্যাধিয়ে সমাজৰ প্ৰগতিত বাধা ঘটাইছে তাৰ বাবে নতুন সমাজ সৃষ্টিৰ পন্থা হাতত লোৱা আৰু মানুহে মানুহক ঘৃণাৰ চকুৰে নাচাই সম্ভ্ৰমৰ চকুৰে সকলোৱে সকলোকে চাব লাগে, এনে মনোভাৱ গঢ়ি তুলিবলৈ কৰ্ম্ম পন্থা হাতত লোৱা। উচ্চ নীচ ভেদ থাকিলে গণতান্ত্ৰিক শাসন কোনো দেশতে ঠন ধৰি উঠিব নোৱাৰে। সেইবাবে দেশত

নতুন শিক্ষা পদ্ধতিৰ প্ৰৱৰ্ত্তন কৰা, সমাজ সংগঠন কৰা ইত্যাদি সমস্যা প্ৰশাসনীয় কৰ্ম্ম পন্থাত আপোনা আপুনি উদ্ভৱ হৈছে।

গান্ধীজীয়ে সদায় মূলনীতি লৈ কাৰ্য্য আৰম্ভ কৰে। সত্যৰ ভিত্তিত প্ৰতিষ্ঠা কৰে তেওঁৰ পদ্ধতি। শিক্ষা, সমাজ, ৰাষ্ট্ৰ, গণতন্ত্ৰ, প্ৰশাসন এই কথাবোৰ কাৰো পৰা কোনোটো বিচ্ছিন্ন নহয়। ইটোৰ লগত সিটোৰ সম্বন্ধ আছে। যান্ত্ৰিকতা বা যন্ত্ৰশিল্পৰ লগত কুটীৰ শিল্প ফেৰ মাৰি চলিব নোৱাৰে। কুটীৰ শিল্পৰ ওপৰত মানুহৰ সামাজিক সমৃদ্ধি আৰু সাংসাৰিক প্ৰয়োজন বা অভাৱ পূৰণ নিৰ্ভৰ কৰে। যন্ত্ৰৰ লগত মানুহৰ হাতে প্ৰতিযোগিতা চলোৱা সম্ভৱপৰ নহয়।

আনফালে সকলো বস্তু বজাৰত কিনিলে নচলে। এই বিলাক সমস্যাৰ সমাধান গান্ধীদৰ্শনত পোৱা যায়।

তুমি যিমানবোৰ সমস্যাৰ কথা উল্লেখ কৰিলা—এই আটাইবোৰ সমস্যাৰ সমাধান বুনিয়াদী শিক্ষাই কৰিব। এই কথা স্পষ্টকৈ সংক্ষেপে বুজোৱা সহজ কথা নহয়—ৰাম।

নহয়তো। বুনিয়াদী শিক্ষাৰ উপযোগীতা ৰাইজক বুজাবলৈ বহল আলোচনা আৰু সূক্ষ্ম অন্তৰ্দৃষ্টিৰ আৱশ্যক, মদন দা। কৰ্ম্মযোগেই হৈছে জ্ঞানৰ প্ৰধান যোগ। কৰ্ম্মৰ মাজেদি, অভিজ্ঞতা অৰ্জ্জনৰ মাজেদি আৰু দৈনন্দিন জীৱনৰ সমস্যাবোৰৰ সমাধানৰ মাজেদি—মানুহে জ্ঞান আৰু আনন্দৰ বাট দেখা পায়।

তোমাৰ কথাবোৰ ক্ৰমে জটিল হৈ পৰিছে, ৰাম। এই বিষয়টোৱেই বৰ জটিল, মদন দা। শিক্ষাৰ প্ৰকৃত অৰ্থ মানুহে পাহৰি গৈছে। শিক্ষাৰ অৰ্থ এয়ে মাথোন নহয় যে মানুহে শুদ্ধ ভাষা লিখি ভাব প্ৰকাশ কৰিব পৰাটোকেই শিক্ষা বোলে নাইবা শক্তিপূৰ্ণ বক্তৃতা দিব পৰাকেই শিক্ষা নোবোলে। সাক্ষৰতাই শিক্ষা নহয়। নাম দস্তখত কৰিব নোৱাৰা জ্ঞানী মানুহ বহুত আছে। জ্ঞানী মানুহকেই মানুহে শিক্ষিত বোলে। জ্ঞান উপাৰ্জ্জনৰ কাৰণেহে মানুহে শিক্ষানুষ্ঠান পাতে।

তুমি কব খোজা নেকি, ৰাম, আজি কালিৰ স্কুল কলেজত পঢ়িলে জ্ঞান উপাৰ্জ্জন নহয়।

প্ৰকৃত জ্ঞানৰ পন্থা যে কি আৰু প্ৰকৃত জ্ঞান যে কি বস্তু সেই বিষয়ে আধুনিক শিক্ষাত শিক্ষিত বহুতৰে ভুল ধাৰণা আছে—সেই বিষয়ে কোনো সন্দেহ নাই—মদন দা। তাৰ পৰা এইটো বুজা যায় যে বৰ্ত্তমান শিক্ষা পদ্ধতিত কিবা নহয় কিবা এটা দোষ আছে। বৰ্ত্তমান শিক্ষাই কেৱল মানসিক চৰ্চ্চাৰ হে পথ দেখুৱাইছে। শৰীৰ আৰু আত্মাৰ প্ৰকৃত চৰ্চ্চাৰ বাট বৰ্ত্তমান পদ্ধতিয়ে দেখুৱা নাই। শৰীৰ, মন আৰু আত্মাৰ সমসাময়িক পৰিবৰ্দ্ধন যি শিক্ষাই দিব পাৰে সেয়েহে প্ৰকৃত শিক্ষা।

বুনিয়াদী শিক্ষাই যে প্ৰকৃত শিক্ষা মানুহক দিব পাৰিব তাত কিবা নিশ্চয়তা আছে নেকি? মদনে সুধিলে।

মদন দা। বুনিয়াদী শিক্ষা সম্পৰ্কে মানুহৰ ধাৰণা সম্পূৰ্ণ ভুল বাটে গৈছে। এই ভুল ধাৰণা সৰ্ব্বসাধাৰণৰ মনৰ পৰা আঁতৰ কৰা প্ৰথম কৰ্ত্তব্য। জাতিভেদ ভঙাটো বুনিয়াদী শিক্ষাৰ উদ্দেশ্য বুলি ক'লে ভুল হ'ব। নতুন সমাজ গঢ়াটো বুনিয়াদী শিক্ষাৰ উদ্দেশ্য। সমস্তত্ত্ববাদৰ ভিত্তিত সকলোৱে ৰাষ্ট্ৰৰ সকলো প্ৰকাৰ সুবিধা পাবৰ যোগ্য। এই সমান অধিকাৰৰ ভিত্তিত কাৰো প্ৰতি কোনো বাধা নিষেধ নাথাকিব। যাৰ যেনে অভিৰুচি তেনে ব্যৱসায় গ্ৰহণ কৰিব। জোতা চিলাই কৰা আৰু চণ্ডীপাঠ কৰা সমান সম্ভ্ৰমৰ কথা—এই ভাব কোনো ব্যৱসায় গ্ৰহণ কৰা কাৰো প্ৰতি নিষিদ্ধ নহয়। কোনো ব্যৱসায়েই হীন নহয়। এই ভাবৰ ভিত্তিত সকলো শিক্ষানুষ্ঠান গঢ়ি উঠিব। ফলত জাতিভেদৰ বাধা নিষেধবোৰ আপোনা আপুনি আঁতৰি যাব।

পাশ্চাত্য দেশৰ শিক্ষা পদ্ধতিৰ লগত বুনিয়াদী শিক্ষাৰ কি সম্বন্ধ আছে ৰাম?

বুনিয়াদী শিক্ষাৰ মনস্তাত্ত্বিক ভিত্তি শিক্ষা দৰ্শনৰ ভিতৰত নতুন কথা নহয়। ৰুছো, পেষ্টাল্যছি, ফ্ৰোবেল ডিওৱে ইত্যাদি মনস্তাত্ত্বিক পণ্ডিত আৰু শিক্ষাবিদ্ সকলৰ মতবাদৰ লগত গান্ধীবাদৰ অলপো অমিল নাই। এবিধ হাতৰ কামৰ জৰীয়তে ল'ৰা ছোৱালীক শিক্ষা দিব লাগে এই কথা পাশ্চাত্য পণ্ডিতসকলেও কৈছে। প্ৰভেদ এই খিনিয়ে যে পাশ্চাত্য দেশত এতিয়াও এই পদ্ধতি গ্ৰহণ কৰা নাই আৰু আজি গান্ধীবাদৰ ভিত্তিত আমি এই পদ্ধতি গ্ৰহণ কৰিছোঁ। পাশ্চাত্য দাৰ্শনিক পণ্ডিতসকলে শিক্ষাত হাতৰ কামৰ প্ৰাধান্য স্বীকাৰ কৰিছে। কিন্তু শিশুৰ শিক্ষা অক্ষৰজ্ঞানৰ মাধ্যমত এতিয়াও পুৰণি পদ্ধতি মতে চলাই আছে।

বুনিয়াদী শিক্ষাৰ মাধ্যম অক্ষৰ জ্ঞান নহয় নেকি? মদনে সুধিলে।

নহয়তো। গান্ধীজীৰ শিক্ষা দৰ্শনৰ মৌলিকতা এই খিনিতে। অক্ষৰ জ্ঞানৰ মাধ্যমত শিশুৰ শিক্ষা আৰম্ভ নকৰি এটা উদ্যোগ বা হাতৰ কামৰ মাধ্যমত শিক্ষা আৰম্ভ কৰিব লাগিব। সাক্ষৰতা শিক্ষাৰ উদ্দেশ্য নহয়—এটা পন্থা হে—গান্ধীজীয়ে কৈছে।

গান্ধীজীয়ে দেখোন মাতৃভাষাৰ জৰীয়তে শিক্ষা দিবলৈ কৈছে ৰাম।

সেইটো হয়। গান্ধীজীয়ে সাক্ষৰতা নিষেধ কৰা নাই। অক্ষৰ জ্ঞান আৰু ভাষা শিক্ষাৰ আৱশ্যক কিন্তু সেয়ে একমাত্ৰ উদ্দেশ্য নহয়। ভাষাজ্ঞান আৰু সাক্ষৰতা আৱশ্যক অনুযায়ী আপোনাআপুনি হ'ব। লিখিবৰ যেতিয়া আৱশ্যক বোধ কৰিব তেতিয়া শিশুক লিখিবলৈ শিক্ষা দিব লাগিব। লিখিবলৈ শিকাৰৰ আৱশ্যক হলেই মাতৃভাষা শিকাৰ আৱশ্যকতা আহিব। সেইমতে শিশুৰ শিক্ষাৰ

আৰম্ভনি চলিব, পেঞ্চিল আৰু কিতাপৰ সহায়ত নকৰি, উদ্যোগ শিক্ষাৰ আহিলাৰ সহায়ত কৰিব লাগিব। সেইবাবেই মণ্টুৰ শিক্ষাৰ আৰম্ভণিৰ সময়ত মই দা-কোৰ লৈ আহিছিলোঁ। শেৱালীয়ে মোক নুবুজি খং কৰিছিল। তুমি জানা মদন দা।

বুজিলোঁ—ৰাম! বুনিয়াদী শিক্ষাৰ বিষয়ে কিছু বুজিলোঁ;—বক্তৃতাত মই কি ক'ম? মোৰ হকে বক্তৃতাটো তুমিয়েই দিবা ৰাম।

নহয়, তুমিয়েই পাৰিবা, মদন দা। বুনিয়াদী শিক্ষাৰ মূলক্ষেত্ৰ হৈছে—প্ৰকৃতি সমাজ আৰু উদ্যোগ। প্ৰকৃতি অধ্যয়ন, সমাজ পৰিচয় আৰু উদ্যোগ শিক্ষাৰ লগত যি অভিজ্ঞতা তাৰ অবলম্বনত শিশুৰ শৰীৰ, মন আৰু আত্মাৰ পৰিস্ফুৰণ হ'লেই প্ৰকৃত শিক্ষা হয়। আত্মনিৰ্ভৰতা, মানসিক উৎকৰ্ষ আৰু আধ্যাত্মিক উন্নতি আপোনা আপুনি হ'ব। আত্মনিৰ্ভৰতা আহিলে চাকৰিয়েই উপজীব্য বুলি মানুহে ধৰি নলয়। মানসিক উৎকৰ্ষ আৰু আধ্যাত্মিক উন্নতি হ'লে— হিংসাৰ প্ৰতিৰোধ হ'ব—অহিংস নীতিত। আনবিক বোমা নিক্ষেপ কৰা যুদ্ধৰ প্ৰয়োজনীয়তা ক্ৰমে আঁতৰি যাব। সৎবুদ্ধি উদয়ৰ লগে লগে আৰু আধ্যাত্মিক উন্নতিৰ লগে লগে মানুহে সহ অৱস্থানৰ নীতি আপোনা আপুনি বুজি পাব। সেইবাবে গান্ধীজীয়ে শিক্ষাৰ সৰ্ব্বোত্তম আদৰ্শ অহিংস প্ৰতিৰোধ বুলি কৈছে। বৰ্ত্তমান শিক্ষাৰ দ্বাৰা মানুহৰ কেৱল মানসিক উৎকৰ্ষহে হয়। শৰীৰ আৰু আত্মাৰ কোনো উন্নতি নহয়। সেইবাবে চাকৰি নাপালে মানুহৰ নৈৰাশ্যবোধ হয় আৰু শেহত শিক্ষিত মানুহ অকৰ্ম্মন্য হৈ যায়। এইখিনি কথাকেই বহলাই ক'লে; তোমাৰ বক্তৃতা ভাল হ'ব মদন দা।

## ন

পবিত্ৰৰ সময় ধৰা বন্ধা। খেতিৰ কামত মনোযোগ দিয়া বাবে আৰু বুনিয়াদী শিক্ষা পদ্ধতিৰ বিষয়ে অধ্যয়ন কৰা বাবে পবিত্ৰৰ মাষ্টৰী কামত আগ্ৰহ কমি আহিছে। চকীত বহি বক্তৃতা দি ল'ৰা পঢ়াবলৈ পবিত্ৰৰ আগ্ৰহ নোহোৱা হৈছে। মাষ্টৰী কাম এৰি দিলে। শেৱালীয়ে কথাটো শুনি ভাল নাপালে; কিন্তু একোকে নক'লে।

পবিত্ৰ এতিয়া আশ্ৰমলৈ বেছিকৈ যায়। স্বামীজীৰ লগত বেছি কথা হয়—পবিত্ৰৰ।

স্বামীজীয়ে কয়—পবিত্ৰ। সৰ্ব্বোদয় সমাজ, বুনিয়াদী শিক্ষা, সৰ্ব্বধৰ্ম্মত সমালম্ব এইবোৰ আদৰ্শত হিন্দুধৰ্ম্মৰ লগত কাভো বিৰোধ নাই। হিন্দুধৰ্ম্মৰ

বিশেষত্ব হৈছে—স্বাভাৱিকতাৰ পৰিপোষণ। হিন্দুধৰ্ম্মৰ সনাতন মতবাদ নুবুজাত হে মানুহৰ ভুল হৈছে।

পবিত্ৰই কয়;—সমাজত উচ্চ-নীচ ভেদে যি বৈষম্য আছে তাৰ লগত মিল খুৱাই সৰ্ব্বধৰ্ম্মৰ সমানত্ব সকলো মানুহৰে অধিকাৰ সমান ইত্যাদি কথাঁলে হিন্দুধৰ্ম্মৰ প্ৰতি এটি ঠেক মনোভাব আহে, স্বামীজী।

সেইটো নুবুজাৰ হে ফল—পবিত্ৰ! স্বামীজীয়ে কয়। এক ঈশ্বৰ তাৰ কোনো বাদ বিসম্বাদ নাই। হিন্দুৱে মুক্তকণ্ঠে তাক স্বীকাৰ কৰিছে। কি, কোৱা, পবিত্ৰ।

স্বীকাৰ কৰিছোঁ—স্বামীজী!

ঈশ্বৰক উপাসনা কৰা পন্থা লৈহে যি ভেদ দেখা গৈছে। পবিত্ৰই কঁলে।

হিন্দুৰ ঈশ্বৰ উপাসনা মূল কথা বুজাত মানুহৰ ভুল হয়। ভক্তই ভগৱানৰ লগত সম্পৰ্ক স্থাপনত নানা প্ৰকাৰ পন্থা লব পাৰে। যিয়ে যি বাটেদি ভগৱানক পাব খোজে সি সেই বাটেদি পাব পাৰে। ইয়াত বাদ বিসম্বাদ নাখাটে। যি যিমানখিনিৰ অধিকাৰী, যাৰ যি সম্বল বা শক্তি সেইখিনি ব্যৱহাৰ কৰি ভক্তই ভগৱানৰ ওচৰ চাপিব পাৰে। সংসাৰী মানুহে দিনে নিশাই সাধন ভজন লৈ ব্যস্ত থাকিলে সংসাৰ নচলে। পোষ্যৰ ভৰণ পোষণ নচলে। আকৌ বৃদ্ধকালত স্বচ্ছল সংসাৰীৰ ঈশ্বৰ চিন্তাৰ সময় ওলায়। খেতি-বাতি বেপাৰ বণিজ কৰা মানুহে ফুল তুলসী হাতত লৈ চৰ্ব্বিছ ঘণ্টা পূজাত ব্যস্ত থাকিলে খেতিও নচলে, বেপাৰ বণিজো নচলে। সেইবাবে অধিকাৰী ভেদে সাধন ভজনৰ বিভিন্ন স্তৰ নিৰ্দ্দিষ্ট আছে। আনফালে ঈশ্বৰ চিন্তাৰ সুগম বাট সদায় দেখুৱাই দিয়া আছে। কোনো কৰ্ম্মই ঈশ্বৰক বাদ দি কৰিব নোৱাৰি। মানুহৰ সকলো কৰ্ম্ম ভগৱন্মুখী হব লাগে। সকলো প্ৰকাৰৰ আদৰ্শই ভগন্মুখী হব লাগে, হিন্দুধৰ্ম্মৰ আদৰ্শই এই। ভগৱৎ চিন্তা, ভগৱৎ আৰাধনাক লৈ শিক্ষাৰ আদৰ্শ। পাশ্চাত্য দেশত শিক্ষাৰ আদৰ্শ ব্যৱসায়মূলক আৰু আৱিষ্কাৰমূলক। বৈষয়িক বুদ্ধিত পৰিচালিত হয় শিক্ষাৰ নীতি। অৰ্থনীতি আৰু ৰাজনীতিয়ে শিক্ষাপদ্ধতি শাসন কৰে। ধৰ্ম্মনীতি তাৰ পৰা বহুতো আঁতৰত থাকে। হিন্দুধৰ্ম্মত ধৰ্ম্মনীতি প্ৰধান। অৰ্থনীতি ৰাজনীতি ধৰ্ম্মনীতিৰ অন্তৰ্ভুক্ত। এইখিনিতে আমাৰ লগত অন্য দেশৰ প্ৰভেদ।

আমাৰ দেশৰ শিক্ষানীতি এতিয়া ধৰ্ম্মনীতিৰ পৰা বহুত দূৰৈত আছে স্বামীজী।

সেইবাবেইতো ভাৰতীয় সমাজত বিশৃঙ্খলাই দেখা দিছে। ধৰ্ম্মৰ আদৰ্শত গঠিত, ত্যাগৰ আদৰ্শত অনুপ্ৰাণিত সমাজ আজি বিপৰীত মুখে ধাবিত হৈছে। প্ৰত্যেক ভাৰতীয়ৰ অস্থি মজ্জাত ভাৰতীয় কৃষ্টি সন্নিহিত আছে। সত্ত্ব ভাবাপন্ন আদৰ্শত শিক্ষাৰ পৰিশিষ্ট ৰজোভাবাপন্ন হোৱাত ভাৰতীয় লোকে সকলো ক্ষেত্ৰতে উৎকৰ্ষ দেখুৱাব পাৰিছে কিন্তু আহিঁ যেতিয়া পৰিবৰ্তিত হৈছে, সত্ত্বভাবৰ

পৰা তেতিয়া বজোভাৱলৈ নামিছে—ইয়াৰ পৰিণতি ক্ৰমোৎকৰ্ষ বুলি মই স্বীকাৰ নকৰোঁ, পবিত্ৰ!

পবিত্ৰই একো উত্তৰ নিদিলে—কিন্তু স্বামীজীৰ কথাত সন্মতি জ্ঞাপন কৰিলে।

## দহ

সাদৰীৰ সংসাৰ সুখেৰে চলিছে। সুধীন্দ্ৰ ক্ৰমে বাঢ়ি আহিছে। শিক্ষাৰ বাবে সাদৰী বা মদন উদ্বিগ্ন হোৱা নাই। বয়স এতিয়া ৪ বছৰ। শিক্ষাৰ সময় ক্ৰমে হৈ আহিছে কিন্তু নতুন একো কিবা যে পদ্ধতি বা নীতি গ্ৰহণ কৰিব লাগে সেই বিষয়ে বাপেক মাকৰ কাৰো বিশেষ কোনো চিন্তা নাই।

পবিত্ৰৰ ঘৰত অশান্তিয়ে দেখা দিছে। শেৱালীৰ দৰমহাৰ পইচাৰে ঘৰখনৰ সকলো খৰচ নচলে। পবিত্ৰৰ খেতিৰপৰা যি আয় হয় সি পবিত্ৰৰ দৰমহাৰ জোখাৰে হোৱা নাই। ল'ৰাও ক্ৰমে ডাঙৰ হৈ আহিছে; ইতিমধ্যে এটি কন্যা সন্তানো জন্মিছে। কমলাৰ বয়স এতিয়া দুবছৰ। ল'ৰা ছোৱালীক লৈ শেৱালীয়ে স্কুলৰ কাম কৰাও কঠিন হৈ পৰিছে। পবিত্ৰই খেতি পথাৰ আৰু আশ্ৰম লৈয়ে ব্যস্ত। গতানুগতিক জীৱনত এটা বিভিন্ন গতিয়ে, সাংসাৰিক ক্ষেত্ৰত এটা বিশৃঙ্খলা আনি দিছে। এই বিশৃঙ্খলাই স্বামী-স্ত্ৰীৰ অন্তৰত মনোমালিন্যৰ সৃষ্টি কৰিছে।

মানুহে বুজিব কি কথাত কি হয়। কি কামৰ কি পৰিণতি নাইবা কি উদ্দেশ্য লৈ মানুহে কি কৰিবলৈ যাওঁতে কি ঘটে তাক মানুহে ভালকৈ বুজি নাপায়। পবিত্ৰ আৰু শেৱালীৰ মধুৰ দাম্পত্য জীৱনত অশান্তি আহিছে। পবিত্ৰই ভবা নাছিল যে শেৱালীয়ে পবিত্ৰই চাকৰি এৰি দিয়া বাবে মনত আঘাত পাব। সংসাৰৰ অনাটনত পবিত্ৰই আশা কৰি আছিল যে খেতিৰ আয় চাকৰিৰ আয়তকৈ বহুগুণে বেছি হ'ব। দুৰ্ভাগ্য যেতিয়া আহে তাক বোধিবৰ কাৰো সাধ্য নাই। মানুহৰ অভাৱত বাৰীখনৰ যত্ন লব নোৱাৰাত বাৰীখন বেয়া হৈ গৈছে। আয় নোহোৱা হৈছে। বানপানী নিয়ন্ত্ৰণৰ ফলত নদীত মথাউৰি দিয়াত পবিত্ৰৰ খেতিৰ পথাৰৰপৰা পানী ওলাই যাব নোৱাৰিলে। বৰষুণৰ পানীত খেতিৰ পথাৰ সম্পূৰ্ণ তল গ'ল। ভাদৰমাহীয়া খেতি নষ্ট হৈ গ'ল। পবিত্ৰৰ এহালিচা মাটিৰ ধানো নাথাকিল। পবিত্ৰৰ গোটেই শালিধানৰ খেতি নষ্ট হৈ গ'ল। আগৰ গৰুবোৰ বেমাৰত পৰি মৰি গৈছিল। তাৰ পাছত আহুধানৰ খেতিত পবিত্ৰই কিছু ধান পাইছিল। সেই ধান বিক্ৰী কৰি দি খেতিৰ খৰচ উলিয়াইছিল। গৰু কিনিছিল আৰু মানুহ ৰাখিছিল। পবিত্ৰই নিজেও হাল বায় কিন্তু অভ্যাস নথকাত

হালবোৱাৰ নামহে হয়; মাটি চহ কৰিব নোৱাৰে। আহুধানৰ হালবোৱাৰ নামহে হয়; মাটি চহ কৰিব নোৱাৰে। আহুধানৰ চাউলৰ ভাত খেঅবাৰ অভ্যাস নাই কাৰণে খাবৰ কাৰণে সেই ধান ৰখা নাছিল। এতিয়া শেৱালীৰ দৰ্মহাৰ টকাৰে চাউল কিনি খাব লাগে। পবিত্ৰ বৰ লজ্জিত হ'ল।

স্বামীৰ দুৰৱস্থাৰ কথা বুজি পাই শেৱালীয়ে মুখেৰে একো কোৱা নাই; ক'লে হয়তো পবিত্ৰই প্ৰাণত আঘাত পাব। দুখ কষ্টে দিন চলিল। পবিত্ৰই পুনঃ বাৰীখনৰ সংস্কাৰ কৰিলে। পবিত্ৰই নতুনকৈ পতা বাৰীখনত সোমাই দেখিলে প্ৰায় ১০ ঠোকমান চেনিচম্পা কল পুৰঠ হৈছে। তাকে বেচি টকা কুৰিটা পাই আনি শেৱালীৰ হাতত দিলে আৰু এঠোক কল ঘৰলৈ লৈ আহিল। নিজৰ বাৰীৰ আয় দেখি পবিত্ৰই ডাকৰ বচনষাৰিৰ কিছু সাৰ্থকতা নিজৰ গাতে ফলিওৱা কাৰণে মনে মনে আনন্দ পাইছিল আৰু শেৱালীয়েও ভাল পাব বুলি ভাবিছিল; কিন্তু শেৱালীয়ে একো নমতা দেখি পবিত্ৰই বৰ বেয়া পালে।

এই কল কʼত পালা দেউতা, দেউতা? মন্টুৱে অতি আগ্ৰহৰে সুধিলে। আমাৰ বাৰীত হৈছে। তই আমাৰ নতুন বাৰীখন চাব যোৱা নাই। মা'ৰাক লৈ এদিন সকলোৱে যাম।

শেৱালি! মোৰ বাৰীখন চাবলৈ তুমি বহুদিন যোৱা নাই। যাবানে আজি? আজি তোমাৰ স্কুল বন্ধ আছে নহয়?

বাৰীখন নষ্ট হৈ যোৱাৰ পাছত শেৱালী বাৰী চাবলৈ যোৱা নাই। সংস্কাৰ কৰাৰ পাছত বাৰী ভাল হোৱা বুলি শুনি শেৱালীয়ে ভাল পাইছে আৰু সেই বাবে কʼলে, যাব পাৰোঁ। সাদৰীকো খবৰ দিব লাগে আৰু স্কুলৰ চেক্ৰেটৰী ৰত্নেশ্বৰ বৰুৱাই তেওঁলোকৰ গাৰীখন দিব খুজিছিল। ড্ৰাইভাৰজনো আছে। তালৈকো এবাৰ যাবচোন।

পবিত্ৰৰ মনত বৰ ৰং লাগিল। শেৱালীৰ আগ্ৰহ থকা যেন পালে। পবিত্ৰ ততালিকে যাবলৈ ওলাল। কিন্তু শেৱালীৱে কʼলে, ভাত হৈছে, আপুনি গা ধোৱক। সাত বছৰীয়া লʼৰা মণ্টু—তাৰ আগ্ৰহৰ সীমা নাই। মটৰত উঠি বাৰী চাবলৈ যাব।

বৰ ভাল বাৰী পাতিছে—পবিত্ৰ বাবু। ৰত্নেশ্বৰ বৰুৱাই পবিত্ৰক কʼলে।

চাওক বৰুৱাদেৱ—মাত্ৰ ৫ বিঘা মাটি। আম, কঠাল, কল, লিচু সকলো প্ৰকাৰৰ ফলমূলৰ বাগিচা হৈছে। মাটি আৰু কিছু বেছি হোৱা হʼলে মাজতে এটা পুখুৰী খান্দিব পৰা গʼলহেঁতেন, তেতিয়া বাৰীখন ধুনীয়া হৈ উঠিলহেঁতেন।

হয়, পবিত্ৰবাবু। আপোনাৰ বাৰী পতাৰ ভাল আইডিয়া আছে।

হয়, বৰুৱাদেৱ! কিন্তু লাভ একো হোৱা নাই। যোৱা এবছৰে বৰ কষ্ট ভোগ কৰিছোঁ। দৰ্মহা দিব নোৱাৰি মানুহ ৰাখিব পৰা নাই। মাত্ৰ চʼকিদাৰ এজন

ৰাখিছোঁ। চ'কিদাৰ নহ'লে ওচৰৰ মানুহে বৰ দিগ্‌দাৰি কৰে। কলৰ ঠোক কাটি নিয়ে। আনাৰসবোৰ নৌ-হওঁতেই লৈ যায়। আন কি বেৰবোৰ ভাঙি লৈ যায় আৰু ৰাতি গৰু সুমুৱাই দি গছবোৰ খুৱায়।

হয়; আমাৰ জাতিৰ বহুতো দোষ আছে। নিজেও নকৰে আনকো কৰিব নিদিয়ে। পৰলৈ হিংসা আৰু পৰৰ দ্ৰব্যৰ প্ৰতি আমাৰ বৰ লোভ। বৰুৱাই মন্তব্য কৰিলে।

একো কৰও নোৱাৰি, বৰুৱাদেৱ। ভালভাৱে কিবা ক'লেও অপমানবোধ কৰে। অবাইচ মাতেৰে গালি গালাজ কৰে। উত্তৰ দিলে মাৰিবলৈকো খেদি আহে। পবিত্ৰই কয়।

এই দোষবোৰ নাতঁৰিলে—জাতীয় উন্নতি হ'ব নোৱাৰে। স্বাভাৱিক হিংসা আৰু পৰশ্ৰীকাতৰতা নাতঁৰিলে জাতীয় চৰিত্ৰ গঠিত নহয়। আত্মনিৰ্ভৰতা গুণ নহ'লে মানুহৰ এই দোষবোৰ নাতঁৰে। বৰুৱাই কয়।

চৰকাৰে নানা আঁচনি লৈছে। ৰাইজক সহায় কৰিবলৈ যত্ন কৰিছে। ৰাইজে কৃষিঋণ, কুটীৰ শিল্পৰ ঋণ লৈছেহে লৈছে: কিন্তু চৰ্ত্ত অনুসৰি কোনো কাম নকৰে। চৰকাৰৰ উদ্দেশ্য ব্যৰ্থ হৈ যায়। পবিত্ৰই ক'লে।

পবিত্ৰ বাবুই বৰ ভাল বাৰী পাতিছে, শেৱালি। তই বেয়া পাইছ কিয়? সাদৰীয়ে ক'লে।

এইবোৰ কৰি থাকি চাকৰি এৰি দিছে। সংসাৰ চলে কেনেকৈ, বাইদেউ! মই পোৱা টকা আশীটাৰে চলে নে বাইদেউ, তুমিয়ে কোৱাচোন।

পিছে, এই বাৰীৰপৰা এতিয়া উৎপন্ন হ'ব। তই বেয়া পাব নালাগে। এটা স্থায়ী সম্পত্তি হ'ল।

শেৱালীয়ে একো নামাতিলে। বাৰী চোৱা হৈ গ'ল। আটাইবিলাক ঘূৰি আহিল। শেৱালীৰ উদ্দেশ্য আছিল যে বাৰীৰপৰা যে আয় নহয় আৰু তাৰে যে নচলে সেই কথা সাদৰী, মদন আৰু স্কুলৰ চেক্ৰেটৰী ৰত্নেশ্বৰ বৰুৱাই বুজি পালে তেওঁলোকে পুনঃ পবিত্ৰক চাকৰি লবলৈ কব; কিন্তু অৱস্থা দেখি সকলোৱে আশান্বিত হ'ল।

## এঘাৰ

পবিত্ৰৰ জীৱনত নতুন সমস্যাই দেখা দিছে। মন্টুক শেৱালীয়ে হাইস্কুলত দিব খোজে—পবিত্ৰই নিদিয়ে। পবিত্ৰই কয় যে স্কুলত পঢ়া-শুনা কৰিলে আচল শিক্ষা ল'ব নোৱাৰি। শেৱালীয়ে কয়, যে নতুন পদ্ধতিৰ শিক্ষাৰ পৰীক্ষা মন্টুৰ ওপৰেদি চলাবলৈ শেৱালীয়ে দিব নোৱাৰে।

পুৰণি পদ্ধতিৰ শিক্ষা বেয়া কাৰণেইতো নিজৰ ল'ৰাক আন বাটেদি নিব খুজিছোঁ—শেৱালী। পৰীক্ষা চলাবলৈ নহয়।

দেশৰ ল'ৰা-ছোৱালীবিলাকক এতিয়াও আপোনাৰ নতুন পদ্ধতিত শিক্ষা দিব পৰা নাই। দেশে এতিয়াও পুৰণি পদ্ধতিতে শিক্ষা দি আছে। এতিয়াও বি.এ.এম.এ পাছ কৰিবলৈহে মানুহৰ আগ্ৰহ দেখা গৈছে। এনে ক্ষেত্ৰত মোৰ একমাত্ৰ ল'ৰাক মই বুনিয়াদী শিক্ষা পদ্ধতিৰ বাটত দিব নোখোজোঁ। শেৱালীয়ে কয়।

নহয় শেৱালি—তুমি বুজা নাই। তুমি যদি মন্টুক বি.এ.এম.এ পাছ কৰাব খোজা তাত বুনিয়াদী শিক্ষা পদ্ধতিয়ে বাধা নিদিয়ে। বুনিয়াদী শিক্ষা পদ্ধতিৰ বাটেৰে গ'লেই বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাট বন্ধ নহয়।

হালবোৱা, কোৰ মাৰা ইত্যাদি কামৰ মাজেদি মানসিক চৰ্চ্চা বেছি হব নোৱাৰে আৰু মানসিক চৰ্চ্চা নহলে বিশ্ববিদ্যালয়ৰ উচ্চ শিক্ষালৈ ল'ৰা-ছোৱালীৰ ধাউতি হব নোৱাৰে। শেৱালীয়ে কয়।

নহয় শেৱালি! তোমাৰ ভুল ধাৰণা। হাল বালে কোৰ মাৰিলেই যে মানসিক চৰ্চ্চা হব নোৱাৰে তেনে নহয়। বৰঞ্চ মানসিক চৰ্চ্চাৰ বাট মুকলি হয়। পবিত্ৰই উত্তৰ দিলে।

কেনেকৈ? বুনিয়াদী শিক্ষাৰ পৰিকল্পনাৰ মূল ভিত্তিতো ল'ৰা-ছোৱালীক চাকৰিৰ পৰা বিমুখ কৰা? কিন্তু আমি ল'ৰা-ছোৱালীক চাকৰিৰ পৰা বিমুখ কৰিব খোজা নাই। চাকৰিয়ালেইতো দেশ-বিদেশত অংশ গ্ৰহণ কৰিব। যি শিক্ষাই ল'ৰা-ছোৱালীক স্বাধীন দেশৰ উপযুক্ত নাগৰিক সৃষ্টি কৰিব বুলি দাবী কৰে, সেই শিক্ষাই যদি উপযুক্ত চাকৰিয়াল সৃষ্টি নকৰে তেন্তে শিক্ষাৰ কেৰোণ বাঢ়িবহে নকমে—শেৱালীয়ে উত্তৰ দিলে।

সেইটো কথা নহয় শেৱালি! বুনিয়াদী শিক্ষাই উপযুক্ত চাকৰিয়াল সৃষ্টি নকৰিব বুলি তোমাক কোনে কৈছে? বুনিয়াদী শিক্ষাৰ উদ্দেশ্য উপযুক্ত মানুহ তৈয়াৰ কৰা। মানুহ যদি তৈয়াৰ হয়; উপযুক্ত মানুহে উপযুক্ত চাকৰিয়াল হব নোৱাৰিব তাক তোমাক কোনে কৈছে?

হাল বাই খেতি কৰি, মিস্ত্ৰীৰ কাম কৰি, জোতা চিলাই কৰি বা কাপোৰ বুই কেতিয়াও মানুহে মানসিক চৰ্চ্চা বা বুদ্ধি বৃত্তিৰ উৎকৰ্ষ ভালকৈ কৰিব নোৱাৰে। শেৱালীয়ে ক'লে।

তোমাৰ এইবোৰ ভুল ধাৰণা, শেৱালি। শিক্ষা কেৱল মনৰ শিক্ষাই শিক্ষা নহয়। শিক্ষা নিৰ্ভৰ কৰে তিনিটা ধাৰাত। আত্মা, মন আৰু শৰীৰৰ উৎকৰ্ষমূলক যি প্ৰচেষ্টা সেয়ে শিক্ষাৰ প্ৰকৃত ধাৰা। আত্মা, মন আৰু শৰীৰ সমানে পৰিবৰ্দ্ধিত হব লাগে। ই স্বাভাৱিক গতি। ল'ৰা-ছোৱালী ডাঙৰ হোৱাৰ লগে লগে তাক উপযুক্ত কাম কৰিবলৈ দি শৰীৰ চৰ্চ্চা কৰাব লাগে। কামৰ মাজেদি

কৰ্ম্মসাফল্যৰ, আনন্দৰ মাজেদি কৰ্ম্ম-কুশলতাৰ কাৰণ আৰু নীতি বুজাব লাগিব। শিশুৰ স্বাভাৱিক কৌতুহল নিবাৰণ কৰি মানসিক চৰ্চ্চাত সহায় কৰিব লাগিব। ভাল বেয়া ন্যায় অন্যায় বিচাৰ বুদ্ধিৰ চৰ্চ্চাৰ দ্বাৰা ঈশ্বৰ প্ৰাৰ্থনা আদি অনুষ্ঠানৰ দ্বাৰা আত্মাৰ উন্নতি সাধনৰ চৰ্চ্চা কৰাব লাগিব। তেতিয়াহে উপযুক্ত শিক্ষা হব! পবিত্ৰই বুনিয়াদী শিক্ষাৰ গভীৰ তত্ত্ব বুজাবলৈ চেষ্টা কৰিলে।

সেইটোৱেইতো আপত্তিৰ কথা—শেৱালীয়ে উত্তৰ দিলে। দেশ গঠনত সি বাধাহে দিব।

পবিত্ৰ আচৰিত হ'ল। তুমি কি কৈছা, শেৱালি?

মই তাকেই কৈছোঁ—শৰীৰ, মন আৰু আত্মাৰ সমান উৎকৰ্ষৰ দ্বাৰা আদৰ্শ মানুহ তৈয়াৰী হব পাৰে; কিন্তু ঐশ্বৰিক দান সকলোৰে প্ৰতি সমান বুলি আমাৰ বিশ্বাস নহয়। কোনোজনৰ শৰীৰৰ গঠন মজবুত, কোনোজনৰ দুৰ্ব্বল, কোনোজনৰ মনৰ ভাৱবোৰ স্থূল কথাত নিবদ্ধ হয়, কাৰো সূক্ষ্ম কথাত নিবদ্ধ হয় আৰৌ কোনোৰে হয়তো ন্যায় অন্যায় বিচাৰৰ সূক্ষ্মতা লক্ষ্য নকৰে, গতানুগতিক ভাৱে সমাজৰ নিয়ম মানি চলি যায়। একে ঠাঁচতে শৰীৰ, মন আৰু আত্মাৰ উৎকৰ্ষৰ প্ৰচেষ্টা ফলৱতী হব বুলি মোৰ বিশ্বাস নহয়। তাৰ দ্বাৰা কোনো কোনো ক্ষেত্ৰত বাধাহে হব। শেৱালীয়ে আপত্তি জনালে।

তাৰমানে তুমি পুৰণি পদ্ধতিকে ভাল বুলি কব খোজা। মানসিক চৰ্চ্চাই একমাত্ৰ উৎকৰ্ষমূলক চৰ্চ্চা বুলি কব খোজা। নহয় জানো?

নহয়। মই কোৱা নাই যে পুৰণি পদ্ধতি ভাল; কিন্তু পুৰণি পদ্ধতিৰ সংস্কাৰমূলক পদ্ধতি—বুনিয়াদী শিক্ষাৰ বৰ্ত্তমান যি ৰূপ দিয়া হৈছে—সেই পদ্ধতি নহয় বুলি মোৰ বিশ্বাস। একে গঢ়তে দেশৰ আটাইবোৰ ল'ৰা-ছোৱালী গঢ়াত মোৰ বিশেষ আপত্তি। পুৰণি পদ্ধতিয়ে সেই নীতিকেই অৱলম্বন কৰি শিক্ষা দিছে আৰু নতুন পদ্ধতিয়েও সেই নীতিকেই অৱলম্বন কৰিব খুজিছে।

সেইটোতো, হবই। প্ৰত্যেক মানুহৰে শৰীৰ, মন আৰু আত্মা আছে আৰু তাৰ ধৰ্ম্ম বা গুণ একে। গতিকে শৰীৰ, মন আৰু আত্মাৰ উৎকৰ্ষৰ বাবে যি সাধাৰণ পদ্ধতি তাক গ্ৰহণ নকৰিলে সৰ্ব্বসাধাৰণৰ বাবে কোনো পদ্ধতি গ্ৰহণ কৰা সম্ভৱ নহব। গণতান্ত্ৰিক পদ্ধতিত যি নীতি গ্ৰহণ কৰা হব—তাৰ বিভিন্ন ৰূপ দিবলৈ গ'লে শ্ৰেণীৰ সৃষ্টি কৰা হ'ব। পবিত্ৰই উত্তৰ দিলে।

নহয়, শ্ৰেণীভেদ বা জাতিভেদ ইত্যাদি কথাৰ যি ৰূপ বৰ্ত্তমান সমাজত আছে—সেইৰূপে সমাজত অনিষ্ট সাধন কৰিছে সঁচা কথা কিন্তু ব্যৱসায় ভেদে বা জীৱিকা নিৰ্ব্বাহৰ বাবে লোৱা বৃত্তিভেদে শ্ৰেণীৰ পুনঃ সৃষ্টি হব তাক কোনেও বাধা দিব নোৱাৰে। বুনিয়াদী শিক্ষাৰ পৰিকল্পনাই এই শ্ৰেণীভেদ আঁতৰ কৰিব বুলি যদি আশা কৰা হয়, তেন্তে সি ভুল হ'ব। বৰঞ্চ বৰ্ত্তমান শিক্ষা পদ্ধতিতহে শ্ৰেণীভেদ ক্ৰমে আঁতৰি যাব ধৰিছিল।

শেৱালীয়ে সমস্যাটোৰ এটি নতুন ৰূপ পবিত্ৰৰ আগত দাঙি ধৰিলে। পবিত্ৰই হঠাতে এই প্ৰশ্নৰ উত্তৰ দিব নোৱাৰি কিছু সময় ভাবিলে। পাছত ক'লে, নহয় শেৱালি, বৰ্ত্তমান শিক্ষা পদ্ধতিয়ে ল'ৰা-ছোৱালীক কৰ্ম্মবিমুখ কৰে। স্কুললৈ আহিলে ল'ৰা-ছোৱালীবিলাকে ঘৰৰ কাম-বন কৰিবলৈ এৰি দিয়ে তাঁৰ দ্বাৰা দেশত অৰ্থনৈতিক সমস্যা কঠিন হৈ উঠে। উৰ্দ্ধতন পুৰুষৰপৰা চলি অহা ব্যৱসায় ত্যাগ কৰে। তাৰ দ্বাৰা দেশত কুটীৰ শিল্প ধ্বংস হৈছে। জাতিভেদ থকা বাবে কৰ্ম্মৰ ওপৰত হেয়ভাব উৎপন্ন হৈছে আৰু কৰ্ম্মৰ দ্বাৰা উচ্চ-নীচ ভেদ হৈছে। কোনো কৰ্ম্মই উচ্চ বা নীচ নহয়। সকলো কৰ্ম্মৰ মৰ্য্যাদা সমান। জাতিৰ ছাপ নগ'লে এই মৰ্য্যাদাৰ উদ্ধাৰ হব নোৱাৰে। জোৰ জবৰকৈ জাতিভেদ ভাঙিব খুজিলে সেই নীতি অহিংস হব নোৱাৰে। কাৰো স্বাধীন ইচ্ছাৰ ওপৰত হাত দিয়া উচিত নহয়। সেই বাবে শিক্ষাৰ মাজেদি কৰ্ম্মৰ মৰ্যাদা বঢ়াব পাৰিলে জাতিভেদৰ কুসংস্কাৰবোৰ আপোনাআপুনি আঁতৰি যাব। আন ফালে কৰ্ম্ম নিপুণ, ন্যায়জ্ঞান সম্পন্ন আৰু নৈতিক চৰিত্ৰবান্ লোক এজনৰ জীৱিকা নিৰ্ব্বাহৰ বৃত্তিৰ বাবে চিন্তা কৰিব নালাগে নাইবা চৰকাৰী চাকৰিৰ বাবেও তেনে লোক অনুপযুক্ত হব নোৱাৰে। শিক্ষাৰ ভিত্তি কৈশোৰত সবল কৰি তুলিলে বিশ্ববিদ্যালয়ৰ শিক্ষাত মানসিক চৰ্চ্চাৰ আধিক্য থাকিলেও শৰীৰ আৰু আত্মাৰ উন্নতিৰ চৰ্চ্চাৰ প্ৰতি স্বভাৱতে স্পৃহা জন্মিব। বুনিয়াদী শিক্ষাই বিশ্ববিদ্যালয়ৰ শিক্ষাক অৱহেলা কৰা নাই।

পবিত্ৰৰ যুক্তি শেৱালীয়ে মানি লোৱা যেন দেখা গ'ল। কিন্তু সেই বুলি নিজৰ ল'ৰাৰ ওপৰত এই পৰীক্ষা চলাবলৈ মত প্ৰকাশ নকৰিলে। পবিত্ৰই বুনিয়াদী শিক্ষাৰ চৰ্চ্চা আলোচনা এৰি দিলে।

## বাৰ

বেইবাবছৰো পাছৰ কথা। সাদৰীৰ জীৱনত বিপৰ্য্যয় ঘটিছে। সাদৰীয় দূৰ সম্পৰ্কীয় এজন মোমায়েক আছিল। নাম হলধৰ। হলধৰ অবিবাহিত। হঠাতে এদিন আহি সাদৰীহঁতৰ ঘৰত ওলাল। মদনে চিনি নাপায়। সাদৰীক সুধিলে। সাদৰী হঠাতে হলধৰৰ আবিৰ্ভাৱত বাহ্যজ্ঞান শূন্য হোৱা যেন হ'ল। সকলো সাদৰীৰ অপ্ৰত্যাশিত ভাৱ পৰিবৰ্ত্তনত মদন আচৰিত হ'ল। হলধৰ সাদৰীৰ দূৰ সম্পৰ্কীয় মোমায়েক বুলি হলধৰে কৈছিল। মদনে সাদৰীক সোধাত সাদৰীয়ে স্বীকাৰ কৰিলে। হলধৰ সাদৰীহঁতৰ ঘৰত থাকিল।

হলধৰৰ বয়স চল্লিছতকৈ কম নহব যেন বুলি অনুমান হয়। প্ৰকৃততে হলধৰৰ বয়স একুৰি সোতৰ বছৰহে। আত্মীয় মানুহৰ আগমনত সাধাৰণতে

মানুহৰ আনন্দ হয় আৰু সেই আনন্দ ফুটি ওলায় ব্যৱহাৰত, আদৰ-অভ্যৰ্থনাত। হলধৰৰ অহাত সেইদৰে মদনো আনন্দিত হৈছিল; কিন্তু সাদৰীৰ ব্যৱহাৰত সেই আনন্দ ফুটি নুঠাত মদনৰ মন এটি অজনিত আশঙ্কা আৰু সন্দেহৰ কলীয়া ডাৱৰে আবৰি পেলালে। তথাপি আপোন মানুহ বুলি স্বাভাৱিক অভ্যৰ্থনাৰ কোনো ত্ৰুটী নকৰিলে।

কিছুদিন পাছত সাদৰীৰ ব্যৱহাৰ হলধৰৰ প্ৰতি স্বাভাৱিক হৈ আহিল। আত্মীয়তাৰ জৰীত বান্ধ খাই থাকিলে মানুহৰ অতীত জীৱনত ঘটা পৰস্পৰৰ দোষ অন্যায় লাহে লাহে পাহৰণিৰ গৰ্ভত বিলীন হৈ যায়। আকস্মিক দৰ্শনত সাদৰীয়ে প্ৰথম আঘাত সাহিব নোৱাৰি মনৰ ভাৱ লুকাব পৰা নাছিল। সেইবাবে মদনৰ ওচৰত হলধৰৰ আগমনৰ প্ৰথম বাতৰিত সাদৰীয়ে সতৰ্কতা ৰক্ষা কৰিব নোৱাৰিলে।

মদন বুদ্ধিমান। বহুতো কথা অনুমান কৰিলে: কিন্তু কাৰো আগত একো প্ৰকাশ নকৰিলে। হলধৰ এমাহ দুমাহকৈ চাৰিমাহ থাকিল। হলধৰ আশ্ৰমলৈ সদায় যায়। তাত স্বামীজীৰ পুথি ভঁৰাল আছিল। বেছি ভাগ সময় তাত সেই পুথিবোৰ পঢ়ি থাকে। স্বামীজীৰ লগত কথাও পাতে; কিন্তু বেছি সময় নহয় আৰু কোনো গধুৰ কথা নাপাতে। গাঁৱতো এটা লাইব্ৰেৰী আছে—তালৈকো হলধৰ যায়। তাতো কিতাপ পঢ়ে আৰু মদনৰ নামত দুই এখন কিতাপ ঘৰলৈকো আনে। মদন লাইব্ৰেৰীৰ শুকুল সভ্যই নহয়—কাৰ্য্যকৰী কমিটিৰ সভাপতিও।

আশ্ৰমলৈ আৰু লাইব্ৰেৰীলৈ যোৱা অহা কৰাত কিছুমান মানুহৰ লগত হলধৰৰ পৰিচয় হয়। গাঁৱৰ মানুহে হলধৰক বৰ ভাল পোৱা হৈছে। মাৰ্জ্জিত ৰুচি, ভদ্ৰ ব্যৱহাৰ আৰু গভীৰ বিদ্যা থকা বুলি সকলোৰে ধাৰণা হৈছে। ক্ৰমে পবিত্ৰৰ লগতো হলধৰৰ পৰিচয় হ'ল কিতাপ পঢ়ি থকা অৱস্থাত গাওঁৰ লাইব্ৰেৰীত। মদন আৰু পবিত্ৰৰ মাজত আজি কেইবামাহো বেছি সময় কথা-বতৰা হোৱা নাই। উভয়ে উভয়ৰ কামত ব্যস্ত। আগৰ নিচিনাকৈ কথা পাতিবৰ সময়ো হোৱা নাই আৰু আগ্ৰহো কাৰো সিমান নাছিল। বাৰীখন উন্নত কৰি নুতুলিলে জীৱিকাৰ পথ নাই—খেতিৰ পৰা আয় নহলে শেৱালীৰ ওচৰত লজ্জিত হৈ থাকিব লাগিব এই চিন্তাতেই আৰু বাৰীখনৰ আৰু খেতিৰ উন্নতিৰ যত্নতেই পবিত্ৰ ব্যস্ত আছিল। আনপিনে স্কুলৰ কামত বেছিকৈ মন দিছিল মদনে। মদন এতিয়া স্কুলৰ এচিষ্টেন্ট্ হেড্‌মাষ্টাৰ। ভৱিষ্যতে হেড্‌মাষ্টৰ হোৱাৰো আশা আছে। এইদৰে উভয় বন্ধুৰ মাজত এটা সাময়িক দূৰত্ব গঢ়ি উঠিছে। নিতৌ সাক্ষাৎ হোৱাৰ সুযোগ ঘটা নাই। সেইবাবে হলধৰৰ আগমনি বতৰা পবিত্ৰই পোৱা নাছিল। স্বামীজীৰ লগত ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠা নাই কাৰণে স্বামীজীয়েও

হলধৰৰ কথা পবিত্ৰৰ আগত কোৱা নাছিল। যিয়েই নহওক পবিত্ৰই হলধৰৰ লগত কথা পাতি ভাল পালে। লাইব্ৰেৰীৰ পৰা যাবৰ সময়ত কথা হ'ল যে, পাছদিনা উভয়ে আশ্ৰমলৈ যাব। তাত স্বামীজীৰ লগত কথা বতৰা হ'ব। হলধৰে আপত্তি নকৰিলে। পবিত্ৰ ঘৰলৈ উভতি যাবৰ সময়ত বাটত মদনক আগেয়ে মাত দি ক'লে—মদন দা! তুমি আজিকালি দেখোন মোৰ পৰা আঁতৰি ফুৰিছা। কিয় কবানে?

মদনৰ মন মলিন হৈ আছিল। মদনে পবিত্ৰৰ এই কথাত ক্ষুণ্ণ হোৱা যেন ভাব দেখুৱাই ক'লে; তুমিনো কোনদিনাখন মোক বিচাৰিছা ৰাম? আছোঁ নে মৰিছোঁ—কোনো খবৰকেই কৰা নাই। তুমিতো সদায় নিজৰ কামলৈয়ে ব্যস্ত আছা। এই বুলি মদনে আন একো নোকোৱাকৈ ভোঁ ভোঁকৈ গুচি গ'ল।

পবিত্ৰ আচৰিত হ'ল আৰু ক্ষুণ্ণ হ'ল। কোনো কথাৰ প্ৰতিবাদ নকৰি ঘৰলৈ গ'ল। ঘৰলৈ আহি দেখে যে মন্টুৰ জ্বৰ উঠিছে। শেৱালীয়ে ডাক্তৰ মাতি আনি ঔষধ পাতিৰ ব্যৱস্থা কৰিছে। পবিত্ৰই শেৱালীক মন্টুৰ খবৰ সোধাত শেৱালীয়ে একো নামাতিলে। ৰাতি শেৱালীয়ে ভাতো ৰন্ধা নছিল। গতিকে উভয়ে ভাত নোখোৱাকৈ শুই থাকিল।

বিছনাত শুই শুই পবিত্ৰই ভাবিছে। আজিৰ দিনটো বৰ বেয়াকৈ পাৰ হ'ল। মানুহৰ ধন নাথাকিলে সকলো মিছা। নিজৰ প্ৰিয়তমা পত্নীৰ পৰাও অৱহেলা পোৱা যায়। কিন্তু মদনদাই আজি এনে ব্যৱহাৰ কৰিলে কিয়? মই নিজৰ কামত ব্যস্ত থকা সঁচা কথা; কিন্তু কিহৰ জুলাত মই ঘূৰি ফুৰিছোঁ—ধনৰ অভাৱত যে মই কিমান যন্ত্ৰণা পাব লাগিছোঁ—মদনদাইতো কোনোদিন তাৰ ভু লোৱা নাই। আৰু শেৱালী! মইতো শেৱালীৰ ওচৰত কোনো দোষ কৰা নাই। শেৱালীয়ে কিয় এনে অৱহেলা কৰে মোক? মন্টুৰ জ্বৰ উঠিছে, ডাক্তৰে ঔষধ দিছে। ৰাতি ভাত ৰন্ধা নাই। এইবোৰ ঘটনা ঘটিছে, কিন্তু তাৰ বাবে দায়ী মই নে? মই জানো মোৰ কৰ্ত্তব্যত অৱহেলা কৰিছোঁ? চাকৰি কৰিবলৈ ভাল নাপালোঁ—এৰি দিলোঁ। এই দোষতে শেৱালী মোৰ পৰা আঁতৰি গৈছে। মনৰ কথা আগৰ নিচিনাকৈ খুলি নকয়। স্বাধীনভাৱে নিজৰ জীৱিকাৰ বাট মোকোলাব খুজিছোঁ—শেৱালীয়ে জানো ভাল পাব নালাগিছিল? নানা ৰকম চিন্তাই আহি পবিত্ৰৰ মনত খেলা কৰিলে। ওৰে ৰাতি উজাগৰে কটালে।

## তেৰ

পাছ দিনা মন্টু ভাল হ'ল। সংসাৰৰ গতি স্বাভাৱিকভাৱে চলিল। শেৱালী বা পবিত্ৰ কোনেও কোনো অনুযোগ নুতুলিলে। এটা গম্ভীৰ আবহাওৱাত পবিত্ৰ আৰু শেৱালীয়ে নিজ নিজ কৰ্ত্তব্য কৰি গ'ল।

কথা অলপ আছে—শৰ্ম্মা। হলধৰে অবাধে শৰ্ম্মা বুলি সম্বোধন কৰি ক'লে।

কি কথা কওক। মদনে ক'লে।

মোৰ বৰ ক্ৰটী হৈ গৈছে। মই যে ইয়াত ছমাহ থাকিলোঁ—বুজিবই নোৱাৰিলোঁ। মই আশ্ৰমত এখণ্ড ঋগ্‌বেদ পালোঁ আৰু উপনিষদ কেইখন পালোঁ। তাকে পঢ়ি ভাবি টোকা লওঁতে মোৰ বাহিৰা কথাৰ প্ৰতি মনোযোগিতা কমি গ'ল। আনকি আপোনাৰ লগত ভালকৈ পৰিচয় হোৱাও নহ'ল। মোক ক্ষমা কৰিব শৰ্ম্মা ডাঙৰীয়া, মই কাইলে যাব খুজিছোঁ।

মদন বৰ লজ্জিত হ'ল। নিজৰ ঘৰত ইমান পণ্ডিত মানুহ এজন ছমাহ থাকিল কিন্তু তেওঁৰ বিষয়ে মদনে একো নাজানিলে। ঋগ্‌বেদ আৰু উপনিষদ পঢ়া কথা শুনি চমকিত হ'ল।

আপোনাৰ কিতাপ পঢ়ি টোকা লোৱা শেষ হ'ল জানো? যদি নাই হোৱা আৰু কিছুদিন থাকি যাওক। মদনে অনুৰোধ জনালে।

হলধৰে, ভাল বাৰু ভাবি চাওঁ বুলি উঠি গ'ল নিজে থকা কমটোলৈ।

মদনে কিবা ভাবি একেথৰে চাই থাকিল তেওঁ যোৱাৰ ফালে।

## চৈধ্য

হলধৰৰ পাছদিনা যোৱা নহ'ল। এসপ্তাহমান থাকি যোৱাকে ঠিক কৰিলে। পাছদিনা মদনে নিজে পবিত্ৰৰ ওচৰলৈ গ'ল। শেৱালী আৰু পবিত্ৰক লৈ আহিল। সাদৰীক লৈ আটাইবিলাকে আশ্ৰম পালেগৈ। তাত স্বামীজীৰ ওচৰত আটাইবিলাক বহিল। মদনে স্বামীজীক প্ৰশ্ন কৰিলে—স্বামীজী! আপুনি সিদিনা কৈছিল যে ভাৰতীয় সংস্কৃতিৰ ৰূপ পৰিবৰ্ত্তিত হব ধৰিছে। কচি পৰিৱৰ্ত্তনে ভাৰতীয় সংস্কৃতিক ৰূপান্তৰিত কৰিবলৈ এটা অপচেষ্টা কৰিছে। কথাটো আমাৰ মনত দকৈ সোমাইছে; কিন্তু আমি বুজিব পৰা নাই আপুনি কি ভাৱে এই বিষয়টো চিন্তা কৰিছে।

স্বামীজীয়ে প্ৰশ্নটো শুনি অলপ সময় ভাবিলে। পাছত উত্তৰ দিলে—তোমাৰ প্ৰশ্নটো সমীচীন কিন্তু সহজবোধ্য নহয়। এটা কথা মন কৰিছানে, মদন? ভাৰতবৰ্ষৰ পৰা কোনো বস্তু ঘূৰি নাযায়। ভাৰতে সকলোকে হজম কৰে। কবিয়ে গাইছিল—

হেথায় আৰ্য হেথায় অনাৰ্য
হেথায় দ্ৰাবিড় চীন
শক্ হুন দল পাঠান মোগল
এক দেহে হল লীন।

কিয় এনে হৈছিল? ভাবি চাইছানে বাৰু কোনো দিন? কিয় স্বামীজী? পৱিত্ৰই সুধিলে।

ভাৰতীয় কৃষ্টি, জ্ঞান-বিজ্ঞান আৰু সৰ্ব্বোপৰি ধৰ্ম্ম ইমান উচ্চ স্তৰ পাইছিল যে বাহিৰৰ পৰা অহা সকলো ইয়াতে লীন গৈছিল। মূলত আছিল ভগৱদ্ভক্তি। শিক্ষা, দীক্ষা, জ্ঞান বিজ্ঞানৰ চৰ্চ্চা, কলাবিদ্যা, নৃত্যগীত সকলো আছিল এই ভক্তিক কেন্দ্ৰ কৰি। ঈশ্বৰান্বেষণ আছিল মূলতত্ত্ব।—স্বামীজীয়ে উত্তৰ দিলে।

সেইটো হয়; হলধৰে সম্মতি জনালে আৰু ক'লে, যে মানুহৰ কৃষ্টিৰ ধাৰা পৰিবৰ্ত্তিত হৈছে। ভগৱন্মুখী আছিল ভাৰতীয় কৃষ্টিৰ ধাৰা; কিন্তু এতিয়া কৃষ্টিৰ ধাৰা ভোগবিলাসমুখী হৈছে। জীৱন যাপনৰ উদ্দেশ্য পৰিবৰ্ত্তিত হৈছে। জাতীয়তা গঠন, দেশৰ স্বাধীনতা, আৰ্থিক উন্নতি এইবোৰেই হৈছে যেন কৃষ্টিৰ লক্ষ্য। এইবোৰ যে লক্ষ্য নহয়—কৃষ্টি উপাৰ্জ্জনৰ পন্থাহে মাথোন, মানুহে তাক পাহৰি যাব লাগিছে।

আপুনি কব খোজে নেকি যে স্বাধীনতা, আৰ্থিক উন্নতি বা জাতীয়তা গঠন ইত্যাদি আদৰ্শ উচ্চ আদৰ্শ নহয়। মদনে হলধৰক সুধিলে।

হয়, কিন্তু ই উচ্চতম আদৰ্শ নহয়। সেই সেই ক্ষেত্ৰ অনুসাৰে উচ্চ আদৰ্শ। তদুপৰি এইবোৰ আদৰ্শ তুলনামূলক হৈ উঠে। কোন দেশৰ জীৱন ধাৰণৰ মান কিমান উচ্চ, কোন দেশৰ নৃত্যগীতৰ আদৰ্শ বেছি মুগ্ধকৰ, কোন দেশৰ অৰ্থনৈতিক সমস্যা কম জটিল ইত্যাদি আদৰ্শমূলক কথা হ'লেও তুলনামূলক। কিন্তু মানৱ কৃষ্টিৰ উচ্চতম আদৰ্শ হৈছে ভগৱৎ জ্ঞান। এই ভগৱৎ জ্ঞান আৰ্জ্জিবৰ পন্থা হৈছে জ্ঞানৰ সাধনা আৰু ভগৱদ্ভক্তি। জীৱন ধাৰণৰ উচ্চতম মান নিৰ্ণয় কৰিবলৈকো এই পন্থাহে লব লাগিব। দালান অট্টালিকাত সকলোৱে বাস কৰি শতকৰা এশজন লোকেই সমানে চৰ্ব্ব্য চুষ্য লেহ্য পেয় ভক্ষণৰ সুবিধা পালেও জীৱনৰ উচ্চতম মান নিৰ্ণয় নহব—যদিহে মানুহে ভগৱানক পাহৰি যায়—ব্যক্তিগত জীৱনত বা জাতীয় জীৱনত। স্থায়ী সুখ বা আনন্দ পাৰ্থিৱ কোনো সম্পদেই আনি দিব নোৱাৰে। এই জ্ঞান ভাৰতৰ প্ৰত্যেক মানুহৰেই আছে। সেয়েহে ভাৰতীয় কৃষ্টিয়ে উচ্চতম শিখৰত আৰোহণ কৰিছিল। আজি এই জ্ঞান বিস্মৃতিৰ অতল কূলতহে লীন হবৰ উপক্ৰম হৈছে। সেই বাবে কৃষ্টি ধাৰা পৰিবৰ্ত্তিত হৈছে বুলি কৈছোঁ।

মদনৰ প্ৰথম প্ৰশ্নৰ উত্তৰ হলধৰৰ এই উক্তিত আছে দেখি স্বামীজীয়ে সমৰ্থন কৰি মদনক ক'লে—এই কথাকেই মই কৈছিলোঁ, মদন। ফলমূল ভক্ষণ কৰিও পৰমানন্দ লাভ কৰিব পাৰি আৰু চৰ্ব্ব্য চুষ্য লেহ্য পেয় ভক্ষণ কৰিও মানুহে আনন্দ পোৱা নাই। জীৱনৰ মান নিৰ্ণয়ৰ সীমা স্থিৰ কৰা সমস্যাৰ কথা।

জীৱনৰ মান নিৰ্ণয়ৰ সমস্যা নিজে নিজে মানুহে স্থিৰ কৰিব পাৰে—যদিহে সমাজৰ আদৰ্শ, ৰাষ্ট্ৰৰ আদৰ্শ আৰু ব্যক্তিৰ আদৰ্শ সত্যানুসন্ধিৎসা বা ভগৱদ্ভক্তি হয়।

এইদৰে সমাজ, ৰাষ্ট্ৰ আৰু কৃষ্টি সম্পৰ্কে স্বামীজীৰ লগত বহু আলোচনা হ'ল। মদনে হলধৰৰ জ্ঞানৰ গভীৰতা আজিহে বুজি পালে। ইমান দিন একেলগে থাকিও হলধৰৰ লগত কোনো গভীৰ আলোচনা নকৰাত মদনে হলধৰৰ ভিতৰৰ মানুহটোক চিনি পোৱা নাছিল।

ক্ৰমে আলোচনাৰ অন্ত পৰিল। আটাইবিলাকে স্বামীজীক লগত লৈ তাত জলযোগ কৰিলে আৰু ঘৰলৈ উভতি আহিল।

হলধৰৰ লগত মদনে কিয় ইমান দিন খোলামনে কথা হোৱা নাছিল তাৰ কাৰণ আছে। সাদৰীৰ বাপেক জীয়াই থাকোঁতে হলধৰ সাদৰীহঁতৰ ঘৰত আছিল। হলধৰ সাদৰীতকৈ আঠ ন বছৰে ডাঙৰ আছিল। হলধৰৰ বুঢ়া বাপেকে মৰিবৰ সময়ত দুলাল শৰ্ম্মাক মাতি নি হলধৰক গতাই দিয়ে আৰু কৈছিল যে হলধৰৰ লগত সাদৰীক বিয়া দি দুলালে পোৰ নিচিনাকৈ ঘৰতে ৰাখিব পাৰিব। দুলালে কথাটো বেয়া পোৱা নাছিল। হলধৰে এই কথা শুনিছিল বাপেকৰ মুখত বাপেকৰ মৃত্যুৰ সময়ত। সাদৰী তেতিয়া ছয় সাতবছৰীয়া ছোৱালী। তাই এই বিষয়ে একো নাজানিছিল। কিশোৰ বালক হলধৰে কিন্তু সাদৰীক তেতিয়াৰ পৰাই ভাবী-পত্নীৰ আসনত বহুৱাইছিল। হলধৰৰ যথেষ্ট সম্পত্তি আছিল আৰু সেই সম্পত্তিৰ আয়েৰে তেওঁ স্কুলত পঢ়িছিল। দুলাল শৰ্ম্মা নৈষ্ঠিক লোক আছিল। হলধৰৰ সম্পত্তিৰ সকলো আয় আৰু বাপেকে এৰি যোৱা নগদটকা সকলোখিনি হলধৰৰ নামত পোষ্ট অফিচত জমা থৈ দিছিল। নিজে তাৰ পৰা একপয়চাও খৰচ কৰা নাছিল। হলধৰে যিবাৰ আই-এ পৰীক্ষা দিয়ে সেই বছৰ দুলাল শৰ্ম্মাৰ মৃত্যু হয়। ইতিমধ্যে বহুতো অপ্ৰীতিকৰ ঘটনা দুলালহঁতৰ ঘৰত ঘটি যায়।

বাহিৰৰ পৰা বিশেষ একো ঘনিষ্ঠ সম্পৰ্ক নথকা মানুহ এঘৰৰ পৰা ধন সম্পত্তি আহি দুলালৰ হাতত পৰিল এই কথা গাঁৱৰ মানুহে সহিব নোৱাৰিলে। দুলাল আছিল সমাজত প্ৰতিপত্তি থকা মানুহ। বুঢ়া বাপেকক ভুলাই হলধৰৰ সম্পত্তি হাতকৰা বুলি সকলোৱে ধৰি লৈছিল। উদাৰ মনোভাব নাথাকিলে মানুহে এনে কথা বুজি নাপায়। তদুপৰি পৰৰ শ্ৰীত কাতৰ হোৱা মানুহৰ সংখ্যা সদায় বেছি থাকে। হলধৰৰ লগত ভৱিষ্যতে যে সাদৰীৰ বিয়া হ'ব এই কথা সাদৰীয়েও বুজা নাছিল।

দুলালে যে হলধৰৰ সম্পত্তি মুঠেও আত্মসাৎ কৰা নাছিল সেই কথা দুলালৰ মৃত্যুৰ পাছতহে মানুহে গম পায়।

হলধৰৰ সম্পত্তি আছে। হলধৰ চৰিত্ৰবান্ ল'ৰা। কলেজত লিখা পঢ়া শিকিছে। ছোৱালীৰ বাপেকহঁতৰ দৃষ্টিত হলধৰ এজন উপযুক্ত দৰা। নানা ফালৰ পৰা সম্বন্ধ আহে। দুলালে কোনো সম্বন্ধকে প্ৰশ্ৰয় নিদিয়ে। হলধৰেও কাৰো প্ৰস্তাবতে মান্তি নহয়। পোনতে মানুহে কাৰণ একো বুজা নাছিল। ক্ৰমে যেতিয়া সাদৰীৰ বয়স বাঢ়ি আহিল, মানুহে সন্দেহ কৰিব ধৰিলে যে দুলালৰ হলধৰক ঘৰজোঁৱাই কৰি ৰখা মৎলব আছে। মানুহে যি কয় কওক কোনো কথাতে হলধৰ বা দুলালে প্ৰতিবাদ কৰা নাই। হঠাতে দুলালৰ মৃত্যু হ'ল। মৃত্যুৰ পাছত মানুহৰ সন্দেহ ক্ৰমে বিশ্বাসত পৰিণত হ'ল। সেই বিশ্বাস দৃঢ়তৰ কৰিলে এটা বিশেষ ঘটনাই।

ৰতিকান্ত কটকী গুৱাহাটীৰ প্ৰবীণ উকীল। তেওঁৰ ল'ৰা ৰমণীকান্ত হলধৰৰ সহপাঠী। কটকীৰ বিবাহযোগ্যা ছোৱালী এজনীও আছিল। ৰেখা তেতিয়া দশম মানৰ ছাত্ৰী। বামুণৰ ছোৱালী। শান্তি হৈ গৈছে। সেইবাবে উকীল বৰ উদ্বিগ্ন হৈছিল দৰা এটিৰ কাৰণে। ৰেখাও আছিল বৰ ধুনীয়া। পঢ়াশুনা, ৰান্ধবঢ়া, বোৱাকটা, চিলাই কাম সকলোতে বৰ পাকৈত আছিল। হলধৰক দেখি অইন মাকবোৰৰ দৰে উকীলনীৰ মনতো কিবা এটি ভাবে খেলিমেলি কৰিবলৈ ধৰিলে। বিশেষকৈ কোনো নোহোৱা শুনি ঘৰ জোঁৱাই কৰি ৰাখিব পাৰিব বুলি লোভ লাগিছিল। উকীল হ'লে মান্তি হোৱা নাছিল। ক্ৰমে ক্ৰমে উকীলনীৰ কথাত আৰু হলধৰ যাতায়াত কৰি থকা দেখি উকীলৰ মনো পাতলিল আৰু ঘৈণীয়েকৰ কথাত মান্তি হ'ল।

বোপা, হলধৰ! মই তোমাক এটি কথা সোধোঁ। বেয়া নাপাবা। তোমাৰ নিজৰ ঘৰ নাই। লোকৰ ঘৰত আছা। তোমাক যদি মই গুৱাহাটীতেই সুকীয়া ঘৰ এখন কৰি দিওঁ তাতনো তোমাৰ কি আপত্তি থাকিব পাৰে? উকীলে এদিন নানাপ্ৰকাৰ কথাৰ মাজতে মৰমসনা মাতেৰে হলধৰক সুধিলে।

উকীলৰ কথাত হলধৰ আচৰিত হ'ল আৰু আত্মসম্মানত আঘাত পালে। উকীলৰ কথাৰ একো উত্তৰ নিদিয়াকৈ বহি থাকিল। নমতাকৈ থকা দেখি উকীলে পুনৰ সুধিলে—তুমি দেখোন একোকে নক'লা। মোৰ কথাত কিবা অসঙ্গতি বোধ কৰিছা নেকি? খুলি কোৱা তোমাৰ মনোভাব। মই বেয়া নাপাওঁ, বোপা।

হলধৰ অলপ সময়ৰ কাৰণে বিমূঢ় হোৱাৰ নিচিনা হৈ বহি আছিল উকীলৰ প্ৰশ্নত। উকীলেনো বাৰু উপযাচি মোৰ ঘৰ সাজি দিয়া বিষয়ে কিয় কয়? নিশ্চয় কৰবাত স্বাৰ্থ আছে। উকীলে যে ৰেখাৰ বিয়াৰ প্ৰস্তাৱ কৰিব এই কথা হলধৰে বুজিবই পৰা নাছিল। হলধৰে কল্পনাও কৰা নাছিল যে তাৰ নিচিনা কোনো নাইকীয়া ল'ৰা এজনক উকীলে নিজৰ আদৰৰ লাখটকীয়া ছোৱালীক যাচিব। উকীলৰ ছোৱালীৰ বাবেনো দৰাৰ কি অভাৱ হৈছে?

দ্বিতীয়বাৰ একে প্ৰশ্নকে সোধাত উত্তৰ নিদিয়া অশোভন হ'ব বুলি ক'লে—মই আপোনাৰ কথা ভালদৰে বুজি পোৱা নাই। আপুনি যিমান ডাঙৰ অনুগ্ৰহ মোক দেখুৱাব খুজিছে মই তেনে অনুগ্ৰহৰ পাত্ৰ বুলি নিজকে ভাবিব পৰা নাই।

নিজক ইমান তুচ্ছ জ্ঞান কৰিছা, কিয় হলধৰ? উকীলে সুধিলে।

মই নিজক তুচ্ছ বুলি কেতিয়াও নাভাবোঁ; কিন্তু সকলো অৱস্থাতে আৰু সকলো ক্ষেত্ৰতে একোটি সামঞ্জস্য থাকে। নিঃস্ব দৰিদ্ৰ এজনেও ক্ষেত্ৰবিশেষে নিজক তুচ্ছ বুলি নাভাবে। কিন্তু কেতিয়াও অসামঞ্জস্যৰ মাজত নিজক হেৰুৱাব নালাগে। তেতিয়া মানুহৰ ব্যক্তিত্ব হেৰাই যায়।

তোমাৰ কথা মই বুজা নাই—উকীলে ক'লে।

নিজৰ ভৱিষ্যত কি হ'ব সেই কথা কোনেও আগধৰি বুজি নাপায়; কিন্তু এই বিশাল ব্ৰহ্মাণ্ডত প্ৰত্যেক জীৱৰে একোটি কৰ্ম্মক্ষেত্ৰ আছে। সেই কৰ্ম্মক্ষেত্ৰৰ মাজত যেতিয়া মানুহে নিজ নিজ কৰ্ম্ম কৰি বিচৰণ কৰে, তেতিয়া সি তাৰ ব্যক্তিত্ব ফুটাই তুলিব পাৰে। সীমা পাৰ হ'লেই পানীৰ মাছ বামত তুলিলে যেনে অৱস্থা হয় তেনে অৱস্থাত সি পৰে।

উকীলে কথাৰ ইঙ্গিত অনুধাবন কৰিছে। কিন্তু নিজৰ প্ৰস্তাৱৰ প্ৰত্যাখ্যান হোৱা যেন দেখি মনে মনে লজ্জিত আৰু অপমানিত বোধ কৰিলে। সেইবাবে পুনঃ সুধিলে—তুমিনো মোৰ প্ৰস্তাৱত কত অসামঞ্জস্য পালা? নতুবা তোমাৰ কৰ্ম্মক্ষেত্ৰৰ সীমা পাৰ হোৱা বুলিনো তুমি কিয় ভাবিলা?

আপুনি বিজ্ঞ লোক। পিতৃবয়সী। আপোনাক বেছি কথা কব নালাগে। আপোনাৰ এই অনুগ্ৰহ গ্ৰহণ কৰিবৰ মোৰ অধিকাৰ কত মই বুজি পোৱা নাই। হলধৰে ক'লে।

অ' অ'—বুলি উকীলে হো-হোকৈ হাঁহি দিলে। তুমি অতিকৈ সাৱধানী লোক কাৰণেহে মোৰো তোমাক পছন্দ হৈছে। তোমাক মই সেই অনুগ্ৰহ লবৰ অধিকাৰী নকৰাকৈ অনুগ্ৰহ দেখুৱাব খোজা নাই।

কি সেই অধিকাৰ মই সুধিবৰ কাৰণ হৈছে দেখিহে সুধিছোঁ। বেয়াদপী হ'লে ক্ষমা কৰিব।

বেয়াদপী মুঠেই হোৱা নাই। তোমাৰ সুধিবৰ অধিকাৰ আছে। ময়ো তোমাক কওঁ বুলিয়েই প্ৰস্তাৱ তুলিছোঁ। তোমাক মই জোঁৱাই কৰিব খুজিছোঁ।

হঠাতে তাত যদি বজ্ৰপাতো হ'লহেঁতেন নাইবা আইন কিবা অঘটনো ঘটিলহেঁতেন হলধৰ সিমান আচৰিত নহ'লহেঁতেন যিমান আচৰিত হৈছে—উকীলৰ এই কথাত। উকীলে তেওঁক জোঁৱাই কৰিব এই কথা হলধৰে ভাবিব পৰা নাছিল।

এই প্ৰস্তাৱ শোভন হোৱা বুলিও হলধৰে ভবা নাছিল। সি বিয়েই নহওক হলধৰৰ ধীৰ প্ৰকৃতিৰ আৰু জুখি মাপি চলিব জনা বিধৰ ল'ৰা।

আপোনাৰ এই প্ৰস্তাৱত অসামঞ্জস্য আছে। মই নিজক তুচ্ছ বুলি নাভাবোঁ। কালক্ৰমত হয়তো মই এদিন নিজৰ উপযুক্ততাত ডাঙৰ মানুহ হব পাৰোঁ; কিন্তু সম্প্ৰতি মোৰ অৱস্থা আপোনাৰ ছোৱালী বিয়া কৰোৱা অৱস্থা নহয়। হলধৰে উত্তৰ দিলে। মোক ক্ষমা কৰিব ডাঙৰীয়া।

উকীলে বৰ লজ্জিতবোধ কৰিছে। হলধৰক মান্তি কৰাবলৈ উকীলৰ জিদ্ বাঢ়ি গ'ল। পুনঃ ক'লে—নহয়, বোপা! তোমাৰ ভুল হৈছে। মই সংসাৰত মানুহে যি অৱস্থাত যেনেদৰে চলে তেনে ব্যৱস্থাৰ প্ৰস্তাৱকে কৰিছোঁ। তোমাৰ পঢ়া-শুনাৰ সুবিধা হব আৰু ভৱিষ্যৎ জীৱন গঢ়িবলৈ সুবিধা হব। তুমিতো এতিয়া পৰৰ ঘৰতেই থাকা। মোৰ ছোৱালীক বিয়া দি তোমাক মই নিজ ঘৰত ৰাখিব খোজা নাই। তোমালোকৰ থকাৰ সুব্যৱস্থা আন ঠাইত কৰি দিম বুলি কৈছোঁ। তোমাৰ পক্ষে ই একো অসামঞ্জস্যৰ কথা নহব। তুমি মান্তি হোৱা উচিত। ৰেখাৰ মাকৰ বৰ ইচ্ছা যে তুমি আমাৰ জোঁৱাই হোৱা।

এনেতে ৰেখাৰ মাকো ভাত আহি ওলাল আৰু উকীলৰ প্ৰস্তাৱ দোহাৰি ক'লে—বোপা! তোমাৰ বেয়া পাবৰ একো কথা ইয়াত নাই। আমাৰ মনত ৰমণী যেনে তুমিও তেনে। আশা কৰিছোঁ তুমি যেন আমাৰ কথাটো ৰখা। ৰমণী উকীলৰ ল'ৰা।

আপোনালোকে মোক বৰ মৰম কৰে—এইকথা মই জানোঁ; কিন্তু তাৰ বিনিময়ত মই ৰেখাৰ জীৱনত এটা অসামঞ্জস্য আনি দিব নোৱাৰোঁ—আই! মোক ক্ষমা কৰিব।

উকীলনী বৰ অপ্ৰস্তুত হ'ল। ইয়াৰ পাছত একোকে নকলে। উকীলৰ ভিতৰে ভিতৰে খং উঠিছে; কিন্তু হলধৰৰ মন নুবুজি খোলাখুলি নিজেই এই প্ৰস্তাৱ কৰি লজ্জিতবোধ কৰি—ভিতৰৰ খং বাহিৰত প্ৰকাশ কৰিব খোজা নাই। ক'লে—তোমাৰ আৰু কিবা আপত্তি আছে নে? তোমাৰ এই আপত্তি আমি বিশেষ আপত্তি বুলি ভবা নাই। উকীলে হলধৰৰ উত্তৰৰ বাবে বাট চাই থাকিল।

হলধৰৰো ভিতৰি খং উঠিছে। তাৰ নিজৰ কোনো নাই সঁচা; কিন্তু তাৰ নিজা ঘৰ মাটি আছে। তাত আন মানুহক থাকিবলৈ দিছে। মৃত্যুৰ সময়ত পিতাকৰ ইচ্ছা অনুসৰি হলধৰ দুলাল শৰ্মাৰ ঘৰত আছেহি। নিজৰ কোনো নাই আৰু পৰৰ ঘৰত আছে বুলিয়েই যে অইন মানুহে অনুগ্ৰহ দেখুৱাব—এই কথাত হলধৰে অপমানিতবোধ কৰিছে। যথোচিত উত্তৰ নিদিলে হয়তো তেওঁলোকে তাৰ আত্মসন্মান বোধ আছে বুলি নুবুজিব; সেইবাবে কঠিন হলেও নিজৰ মনৰ ভাব প্ৰকাশ কৰা উচিত হব বুলি বিবেচনা কৰিলে। বিশেষকৈ এই প্ৰস্ত নিজৰ

ভৱিষ্যৎ জীৱনৰ লগত জড়িত। হলধৰে সাদৰীক ভাল পায়; সাদৰীৰ প্ৰতি পত্নীপ্ৰেম গঢ়ি উঠিছে। হলধৰৰ মনত উকীলৰ প্ৰস্তাৱে দুইফালৰ পৰা আঘাত কৰিছে। লাহে লাহে মধুৰভাৱে হলধৰে ক'লে—চাওক; ডাঙৰীয়া। আপোনাৰ অনুগ্ৰহ গ্ৰহণ কৰিবলৈ মই অসমৰ্থ। আপোনাৰ ছোৱালী বিয়া দিয়াৰ পাছত আপুনি কেতিয়াও মোৰ ঘৰলৈ ছোৱালী নপঠায়। মোৰ নিজৰ ঘৰ আছে। তাত এতিয়া অইন মানুহ থাকে। সেইবাবে আপুনি আপোনাৰ ছোৱালী বিয়া দিয়াৰ প্ৰস্তাৱ কৰাৰ পূৰ্ব্বে মোৰ সুকীয়া ঘৰ এখন আপুনি কৰি দিব বুলি প্ৰস্তাৱ কৰিছে। মই নহয় যি কোনো লোকৰ প্ৰতি ই সম্মানজনক নহয়।

উকীলে ওকালতি বুদ্ধি খটুৱাই ক'লে—তোমাৰ নিজৰ ঘৰ এখন আছে কাৰণেইতো সুকীয়া ঘৰ ইয়াত কৰিলে তোমাৰ কাৰণে কোনো সম্মান হানিৰ কথা নহ'ব আৰু তোমাৰ ঘৰলৈয়েবা মোৰ ছোৱালী বিয়াৰ পাছত নাযাব কিয়? তুমি ল'ৰা মানুহ মোৰ কথা শুনা উচিত।

হলধৰে সিদিনা তাতকৈ বেছি একো নকৈ লাহে লাহে বিদায় হৈ গুচি আহিল।

তাৰ পাছত বহুদিন হলধৰ ৰেখাহঁতৰ ঘৰলৈ যোৱা নাছিল। এদিন ৰেখাই আহি নিজেই মাতি লৈ গ'ল। হলধৰ গুৱাহাটীত এঘৰ মানুহৰ আশ্ৰয়ত সৰু ঘৰ এটি সাজি লৈ নিজে নিজে আছিল। নিজে ৰান্ধে নিজে খায়; পঢ়াশুনা কৰে। বন্ধ হ'লে সাদৰীহঁতৰ ঘৰলৈ যায়। ৰেখাই মাতিবলৈ অহা হলধৰ যাৰ আশ্ৰয়ত ঘৰ সাজি আছে সেই মানুহঘৰৰ গৃহিণী আৰু ছোৱালীজনীয়ে দেখিলে। ৰেখা গুচি যোৱাৰ পাছত লিলিয়ে মাতি নি সুধিলে, ককাইটি! ৰেখা কিয় আহিছিল?

কিছুমানদিনৰ পৰা লিলিয়ে লক্ষ্য কৰিছিল যে হলধৰ ৰেখাহঁতৰ ঘৰলৈ যায় আৰু ৰেখাৰ দদায়েক বমণীও মাজেমাজে হলধৰৰ তালৈ আহে। হলধৰে ক'লে—আজি কেইদিনমান মই তেওঁলোকৰ তালৈ যোৱা নাই কাৰণে মাকে বোলে মাতিবলৈ পঠাইছিল।

লিলিয়ে অলপ বিদ্ৰূপ কৰি ক'লে—কিয়, কিবা বিশেষ কথা আছে নেকি? মই শুনিছোঁ, তোমাৰ লগত হেনো ৰেখাৰ বিয়া পাতিছে। হয় নে?

হলধৰ আচৰিত হ'ল। লিলিয়ে এইকথা কেনেকৈ জানিলে? লিলিয়ে কিন্তু কাৰোপৰা একো শুনা নাছিল। এনেয়ে চাব্ মাৰি সুধিছিল। ৰেখাৰ বিয়াৰ বাবে দৰা বিচৰা কথাটো অৱশ্যে কহতে জানে।

হলধৰ চিধা মানুহ। লিলিয়ে জনা বুলি ভাবিলে; কিজানি ৰেখাই কেনেবাকৈ ছোৱালীবিলাকৰ মাজত কিবা কথা কৈছিল—তাৰেপৰা ছোৱালীবিলাকে হলধৰকে দৰা বুলি সন্দেহ কৰিছে। হলধৰে বৰ লাজ পালে। পিছে উকীলে বিয়াৰ প্ৰস্তাৱ দিয়া বুলি স্বীকাৰ কৰিলে আৰু হলধৰ যে মান্তি

হোৱা নাই তাকো ক'লে। লিলিৰ মুখত যেন এটা বিষাদৰ ছাঁ পৰিল। হাঁহি ক'লে—বিয়াখন সোনকালে পাতা, আমি স্ফূৰ্ত্তি কৰোঁ।

ৰ'বাহে, লিলি। কি কথাবোৰ কৈছা? মোৰ এতিয়া বিয়া পাতিবৰহে যেন উপযুক্ত সময়। এইবুলি হলধৰ ৰেখাহঁতৰ ঘৰৰফালে গ'ল।

ৰেখাহঁতৰ ঘৰত উকীল নাছিল। উকীলনীয়ে হলধৰক মাতিব পঠাইছিল। হলধৰ যোৱা মাত্ৰকে আদৰ সাদৰকৈ বহুৱাই ৰেখাক চাহ কৰিবলৈ পঠাই উকীলনীয়ে হলধৰক ক'লে, বোপা। ৰেখাই দেখোন ক'লে, তুমি বোলে চন্দ্ৰঠাকুৰৰ ছোৱালী লিলিক বিয়া কৰাব খুজিছা সেইবাবেইহে ৰেখাক বিয়া কৰাব খোজা নাই। ৰেখা আৰু লিলি একে শ্ৰেণীতে পঢ়ে। স্কুলত ছোৱালীবিলাকৰ মাজত এইবিলাক কথা আলোচনা হয় তুমি হয়তো নাজানা।

হলধৰ অবাক্ হ'ল। ৰেখাই নিজৰ বিয়াৰ প্ৰস্তাৱৰ লগত নিজে সংশ্লিষ্ট থাকি মাকৰ লগত এনে কথাৰ আলোচনা কৰে কেনেকৈ? লিলিৰ লগত হলধৰৰ বিয়াৰ কোনো কথাই হোৱা নাই কোনোদিন। চন্দ্ৰঠাকুৰ বা তেওঁৰ ঘৈণীয়েক কমলাদেৱী বা তেওঁলোকৰ ছোৱালী লিলিৰ লগত হলধৰে কোনোদিন ঘনিষ্ঠ ব্যৱহাৰ কৰা নাই। তেওঁলোকৰ ঘৰৰ আগৰ খালি থকা মাটি এডোখৰত নিজে ঘৰ সাজি নিজে বজাৰ কৰি, পানী আনি হলধৰে নিজে নিজে চলি থাকে। কাকো কোনোদিন আমনি নকৰে। লিলিহঁতৰ ঘৰৰ ফালেও বিনা কাৰণে বা তেওঁলোকে নামাতিলে কেতিয়াও নাযায় আৰু আৱশ্যকৰ অতিৰিক্ত কথা কেতিয়াও নাপাতে। লিলিৰ লগতো বিশেষ কোনো ঘনিষ্ঠতাৰ পৰিচয় দিয়া নাই।

উকীলনীয়েই বা এনে প্ৰশ্ন হলধৰক হঠাতে কিয় কৰে? ই জানো শোভন হৈছে? এনেবোৰ কথা ভাবি থাকোঁতেই ৰেখাই চাহ জলপান লৈ আহিল। যোগাৰ আগতেই কৰি থৈছিল—হলধৰ অহালৈকে বাট চাই আছিল।

ৰেখা অহামাত্ৰকে উকীলনীয়ে ৰেখাক ক'লে—ৰেখা, লিলিয়ে তোক সিদিনা কি কৈছিল? ৰেখাই কৃত্ৰিম লাজ প্ৰকাশ কৰি হাঁহিলে।

ক'চোন! ৰেখা ক'।

নহয়, মা, মই কব নোৱাৰোঁ। বুলি ৰেখা গুচি গ'ল। উকীলনী ঘৰৰ ভিতৰলৈ গৈ ৰেখাক মাতি আনিলে। হলধৰ বিস্ময়ত হতবাক্ হৈ বহি থাকিল।

উকীলনীৰ হেঁচাত ৰেখায় ক'লে, যে স্কুলত হলধৰ দা'ৰ লগত লিলিৰ বিয়া হব বুলি আমি শুনিছোঁ। হলধৰদাই সম্মতি দিছে; কিন্তু লিলিয়ে কৈছে, যে তেখেতৰ বিয়া সাদৰীৰ লগতহে হব।

সাদৰী কোন, বোপা? উকীলনীয়ে হলধৰক সুধিলে।

হলধৰে বুজি পালে যে ইতিমধ্যে নানা কথা আলোচনা হৈ গৈছে। হয়তো কথা আৱিষ্কাৰৰ চেষ্টা চলিছে। লিলিয়ে হলধৰক ৰেখাৰ লগত বিয়া হব বুলি

মন্তব্য কৰিছে—ইফালে ৰেখাৰ আগত কৈছে যে সাদৰীৰ লগত বিয়া ঠিক হৈ আছে। হলধৰে এনে ক্ষেত্ৰত কি উত্তৰ দিব—একো ভাবি নাপালে। ক'লেও যে এওঁলোকে বিশ্বাস নকৰে এইটো ঠিক। হলধৰে নিজে কোনোদিন কাৰো ওচৰত নিজৰ বিয়াৰ কথা ঘূণাক্ষৰেও উল্লেখ কৰা নাই। এনেক্ষেত্ৰত এজনী নহয় দুজনী নহয় তিনিজনী ছোৱালীৰ বিয়াৰ আলোচনা তাক কেন্দ্ৰ কৰি কিয় বাহিৰত ওলায়? হলধৰৰ ঘৃণা হ'ল সমাজৰ প্ৰতি আৰু দুখ আহিল নিজৰ দুৰ্ভাগ্যৰ কথা ভাবি। উকীলনীক কিবা এটা উত্তৰ দিব লাগিব, সেই কাৰণে ক'লে—

সাদৰী দুলাল ভিনিহীৰ ছোৱালী। তেওঁলোকৰ ঘৰতে মই সৰুৰে পৰা আছিলোঁ।

কেনেকুৱা ভিনিহী তোমাৰ? সাদৰী তোমাৰ ভাগিনী ছোৱালী নেকি?

নিজৰ ভাগিনী নহয়। মোৰ এই সংসাৰত নিজৰ বুলিবলৈ কোনো নাই। আমাৰ বংশৰে জীয়াৰী সাদৰীৰ মাক। সেই অনুসাৰে তেওঁ আমাৰ বাইদেউ হয়।

অ' বুজিলোঁ। উকীলনীয়ে ক'লে, তোমাৰ বিয়া সাদৰীৰ লগতে হ'ব নহয় নে?

এইবোৰ কথা আপেনালোকে কি কৈছে মই একো বুজা নাই। মোৰ বিয়াৰ কোনো প্ৰশ্নই এতিয়া উঠা নাই। মই বি, এ পাছ নকৰাকৈ এইবোৰ কথা এতিয়া ভাবিবৰ মোৰ সময় নাই। পাছ কৰাৰ পাছত বা কি কৰোঁ তাক ঠিক নকৰাকৈ বিয়াৰ প্ৰশ্ন উঠিব কেনেকৈ? মোৰ জীৱন আন মানুহৰ জীৱনৰ লগত সমানে তুলনা নহয়। মই নিজে নিজৰ বাট বাছি লব লাগিব। মোৰ হকে কোনে ভাবিব?

সেইকাৰণে আমিয়েই ভাবিব খুজিছিলোঁ। তুমি দেখোন মান্তি হোৱা নাই। উকীলনীয়ে ক'লে। ৰেখাই ওঠৰ তলতে এটা হাঁহি মাৰি ওলাই গ'ল।

হলধৰে একো নামাতিলে। লাহে লাহে উকীলনীৰ পৰা বিদায় লৈ গুচি আহিল।

নিজৰ বহালৈ আহোঁতেই লিলিয়ে ক'লে—দাদা, আপোনাক মায়ে মাতিছে। লিলিৰ প্ৰতি হলধৰৰ এটা বিতৃষ্ণা ভাব আহি গৈছে ৰেখাৰ পৰা লিলিৰ কথা শুনি। আজি কালিৰ ছোৱালীবোৰৰ হৈছে কি? পৰৰ কথা লৈ ইহঁতে ইমান জল্পনা-কল্পনা কৰে কিয়? বিশেষকৈ নিজৰ বিয়াৰ লগত সংশ্লিষ্ট কথাত। বিৰক্ত ভাব গোপন কৰি হলধৰে লিলিৰ মাকৰ ওচৰলৈ গৈ ক'লে—কিয় মাতিছে মাহী?

বহা বোপা! বুলি লিলিৰ মাকে মূঢ়াটো আগবঢ়াই দিলে। হলধৰে নিজে মূঢ়াটো বেৰৰ কাষত বহুৱাই তাত বহিল।

ৰেখাই তোমাক কিয় মাতি নিছিল, বোপা? লিলিৰ মাকে হলধৰক সুধিলে। হলধৰ মনত বিৰক্তিৰ মাত্ৰা বাঢ়ি গ'ল। একো কথাকে নকলো ইহঁতে কিয়

পুনৰালোচনা হয়? হলধৰ যেন গোটেইখন জগতৰ ওচৰত কিহবাৰ ধাৰতহে ধৰুৱা—এনে এটি বাতাৱৰণৰ সৃষ্টি কিয় হৈছে? হলধৰে পোনেই প্ৰশ্নটোৰ উত্তৰ দিয়া নাই।

লিলিৰ মাকে ভাবিছে—হলধৰে কথা লুকাব খুজিছে।

মাহী! হলধৰে ক'লে; মই বৰ টান পাইছোঁ এটা কথাৰ উত্তৰ দিবলৈকে। মোৰ বিয়াৰ প্ৰশ্ন লৈ নানা ফালৰপৰা নানা কথা মোৰ কাণত পৰিছে। অথচ মই ইয়াৰ বাবে অকনো দায়ী নহওঁ।

লিলিৰ মাকৰ লগত হলধৰৰ দূৰ সম্পৰ্ক আছিল। সেই সম্পৰ্কৰ বলতহে হলধৰে ইয়াত থাকিবলৈ লৈছিল। সম্পৰ্ক থাকিলেও যাৰ লগত বৈবাহিক সম্বন্ধ কৰিব পাৰি তেনে মানুহৰ আশ্ৰয়ত থকা যে উচিত নহয় হলধৰে এতিয়াহে বুজিলে। যি বাতাৱৰণৰ সৃষ্টি হৈছে আৰু ছোৱালীবিলাকৰ মাজত যেনে ধৰণৰ কথাবোৰ ওলাইছে—তাক বন্ধ কৰিবলৈ হলধৰে এটা নিশ্চিত কথাৰ উত্তৰ দিবই লাগিব।

মাহী! বৰ টেৰা বেঁকা কথাৰ মানুহ মই নহওঁ। আজি শুনিলোঁ—লিলিয়ে ৰেখাৰ আগত কৈছে যে মোৰ বিয়া সাদৰীৰ লগত হব। ৰেখাই আনৰ আগত কৈছে যে মোৰ বিয়া লিলিৰ লগত হব। লিলিয়ে মোক ঠাট্টা কৰিছে যে মোৰ বিয়া ৰেখাৰ লগত হব। এইবোৰ কথাৰ অৰ্থ মই একো নুবুজোঁ। মই দেখিছোঁ সংসাৰত দুখ পাবলৈকেহে মোৰ জন্ম।

লিলিৰ মাকৰ বৰ দয়া উপজিল। হলধৰৰ কথা শুনি উত্তৰ দিলে—দুখ নকৰিবা, বোপা! বিয়াৰ সময় হ'লে ছোৱালীৰ বাপেক মাকে ভাল দৰা বিচাৰে। নিজে স্থিৰ হৈ থাকিলে একো দোষে নাপায়।

নহয়, মাহী! এই কথাবোৰত মোৰ বৰ দুখ আহিছে। বিশেষকৈ লিলিও এই কথাত সংশ্লিষ্ট থকাত মনত আৰু বেছি দুখ লাগিছে।

লিলিয়ে নাজানি তোমাক ঠাট্টা কৰিছে। বেয়া নাপাবা। লিলিৰ মাকে ক'লে।

নহয়, মাহী, তোমালোকক বেয়া পোৱাৰ কথা নহয়। কিন্তু দুখ লগা কথা হৈছেনে নাই তুমিয়েই ভাবি চোৱাচোন, মাহী! মই কাকো কোনো দিন মোৰ বিয়াৰ কথা কোৱা নাই। তথাপি এইবোৰ কথাবোৰ ওলায় কিয়?

ক'লোঁ নহয়। নিজৰ স্বাৰ্থৰ লগত জড়িত হ'লে মানুহে নানা কথা অনুমান কৰি কয়। তাৰ পৰাই ইজনে সিজনক কওঁতে বহল সানি কয়। এইদৰে কিছুমান অসম্ভৱ ধৰণৰ গুজৱৰ সৃষ্টি হয়। তুমি এইবোৰ কথাত কাণ নিদিবা। লিলিৰ মাকে ক'লে।

হলধৰে লিলিৰ মাকৰ আগত নিজৰ বিয়াৰ আচল কথাটো কৈ দিয়া উচিত

বিবেচনা কৰিলে। হলধৰে ক'লে মোৰ লগত সাদৰীৰ বিয়াৰ কোনো বন্দবস্ত হোৱা নাই। পিতাৰ মৃত্যুৰ সময়ত পিতাই দুলাল ভিনিহীক মোৰ অভিভাৱক পাতি যায় আৰু মৃত্যুৰ আগে আগে সাদৰীৰ লগত মোক বিয়া দিবলৈ অনুৰোধ কৰি যায়। দুলাল ভিনিহীয়ে এই সম্পৰ্কে মোক কোনো দিন একোকে নক'লে। সাদৰীক যদি তেওঁ মোৰ লগত বিয়া দিয়ে তেন্তে মই পিতাৰ কথা নেপেলাওঁ। যদি বিয়া নিদিয়েও মই উপযাচি একো নকওঁ। মোৰ বিয়া সম্পৰ্কে এয়ে মোৰ মনৰ কথা।

তেন্তে লিলিয়ে বৰ মিছা কোৱা নাই? লিলিৰ মাকে ক'লে।

মিছা-সঁচা মই নাজানোঁ, কিন্তু এই কথা যে কোনোবা মানুহে সন্দেহৰ চকুৰে চাই ৰটনা কৰিছে তাত কোনো সন্দেহ নাই। মোৰ মনৰ কথা আজিয়েই প্ৰথম তোমালোকৰ আগত ক'লোঁ। ইতিমধ্যে দুলাল ভিনিহী মৰিল। সত্যৱতী বাইদেৱে সাদৰীৰ কাৰণে দৰা আন ঠাইত বিচাৰি আছে। মোক সেই সম্পৰ্কে কোনোদিন একো কথা কোৱা নাই। সাদৰীৰ বিয়া হৈ যোৱাৰ পাছতহে মোৰ বিয়াৰ কথা মই ভাবিম। এই বুলি হলধৰে চকু চল্‌চলীয়াকৈ তাৰ পৰা উঠি গ'ল।

হলধৰৰ এই কথা ইকাণ সিকাণকৈ তিৰোতামহলত ৰাষ্ট্ৰ হৈ পৰিল। পাছত সকলোৱে জানিলে যে হলধৰৰ বিয়া সাদৰীৰ লগত হ'ব। এইবিলাক নানা কথাৰপৰা সাদৰীৰ বিয়াত পলম হৈছিল। দুলালৰ শত্ৰুবিলাকে এইবিলাক কথা নানা প্ৰকাৰে ৰহণ সানি প্ৰচাৰ কৰিছিল।

সাদৰীৰ কাণতো এই কথা পৰিছিল। বিশেষকৈ গাঁৱত মানুহে ছোৱালীজনী আগত দেখিলেই যি কোনো ছোৱালীৰ বিষয়ে আলোচনা কৰা এটা মানুহৰ স্বভাৱ। ক্ৰমে ক্ৰমে সাদৰী, সত্যৱতী আৰু হলধৰ অতিষ্ঠ হৈ উঠিল।

হলধৰে উপায়বিহীন হৈ এদিন সাদৰী আৰু সত্যৱতীক সুধিলে—সাদৰীৰ বিয়া হলধৰৰ লগত হ'ব নে নহয়? সত্যৱতীৰ মন যদিও মানুহৰ কথাত বিৰক্ত হৈ উঠিছিল—তথাপি হলধৰৰ লগত সাদৰীক বিয়া দিয়াত তেওঁৰ আপত্তি নাছিল; কিন্তু গিৰীয়েক দুলালে তেওঁক কোনো দিন এই সম্পৰ্কে একো কোৱা নাছিল কাৰণে সন্দিগ্ধ হৈ আছিল। এই কথাৰ ওৰ পেলায় সাদৰীয়ে নিজে। সাদৰীয়ে হলধৰৰ আগতে-মাকক ক'লে;

মা! এই সম্বন্ধ কোনো কালে হ'ব নোৱাৰে। হলধৰ মামাক মই নিজৰ মামা বুলিয়ে ভাবি আহিছোঁ আৰু পিতাই কোনো দিন এই সম্বন্ধে তোমাৰ আগত একো কৈ যোৱা নাই। গতিকে, মামা! মোৰ বিয়াৰ কাৰণে তোমালোকে একো ভাবিব নালাগে। মোৰ দিন এনেকৈয়ে অতিবাহিত হৈ যাব। মানুহে যি কয় কৈ থাকক। তুমি আন ঠাইত বিয়া কৰোৱা। তেতিয়া মানুহৰ কোলাহলো অন্ত পৰিব।

এই কথাৰ পাছত হলধৰে বা মাকে একো নামাতিলে।

এই কথাৰ কেইদিনমান পাছত হলধৰ কলিকতালৈ যাওঁ বুলি গুচি গ'ল। বি, এ, পৰীক্ষাৰ ফলাফললৈকো বাট নাচালে। সেই যে গ'ল হলধৰ সাতবছৰ কাকো একো খবৰ নিদিলে। ক'ত যে কি কৰিলে বা নকৰিলে; ক'ত যে ঘূৰিলে কোনোৱে একো খবৰ নাপালে। সন্ন্যাসীৰ আশ্ৰমবোৰত ঘূৰি ফুৰিলে। প্ৰাচ্যদৰ্শন পঢ়িলে স্বামী ভূমানন্দৰ ওচৰত—হৰিদ্বাৰত। তাৰ পাছত ভাৰতীয় সংস্কৃতিৰ ইতিবৃত্তৰ এখনি গ্ৰন্থ লিখিবৰ মন কৰি আহিলা গোটাই ফুৰিলে। বি, এ, পাছ কৰা খবৰ বাতৰি কাকতৰ জৰীয়তে জানিছিল। সাতবছৰ পাছত দেশলৈ ঘূৰি আহি জানিলে সাদৰীৰ বিয়া হৈ গৈছে মদনৰ লগত আৰু সত্যৱতীৰ মৃত্যু হৈছে। তাকে শুনি সাদৰীৰ ওচৰলৈ আহিছিল হলধৰ বহু আনন্দ আৰু স্বস্তিৰ সোৱাদ পাব বুলি; কিন্তু যেতিয়া সাদৰী বা মদনৰপৰা কোনো প্ৰকাৰ আত্মীয়তাৰ পৰিচয় নাপালে তেতিয়া হলধৰ অন্তৰে অন্তৰে দেই পুৰি মৰিব ধৰিলে; কিন্তু সকলো সহি থাকিল। সাদৰী বা মদনৰ ওচৰত একোকে নক'লে।

এই আটাইবোৰ কথা মদনৰ কাণত বিকৃত ভাবে পৰিছিল। সাদৰী আৰু হলধৰৰ মাজত অবৈধ প্ৰণয় আছিল আৰু সাদৰীৰ মাকে হলধৰত সাদৰীক বিয়া নিদিলে। মদনে ক্ৰমে ক্ৰমে এনে ধৰণৰ কথা শুনি শুনি আৰু সাদৰীৰপৰা কোনো স্পষ্ট কথা জানিব নোৱাৰি মদনে কথাবোৰ সঁচা বুলি ধৰি লৈছিল। সেই বাবে হলধৰৰ অহেতুকী উপস্থিতিত মদন সন্তুষ্ট হ'ব পৰা নাছিল। নিজৰ স্ত্ৰীৰ মৰ্য্যাদা যি কথাত সংশ্লিষ্ট থাকে তেনে কথাত মানুহ সাধাৰণতে দুৰ্ব্বল হয় আৰু বৰ কঠোৰ ভাব ধাৰণ কৰে। হলধৰে অনুমান কৰিছিল যে মদনে ভুল ধাৰণাৰ বশৱৰ্ত্তী হৈ সজ ব্যৱহাৰ কৰা নাই। সাদৰীৰ উদাসীনতাতহে হলধৰ ক্ষুণ্ণ হৈছিল। মদনৰ ব্যৱহাৰত অকনো বেয়া পোৱা নাছিল।

এতিয়া যাবৰ সময়ত—হলধৰে সাদৰীক মাতি আনি আগত ৰাখি মদনৰ আগত আদ্যোপান্ত নিজৰ জীৱন বৃত্তান্ত কৈ গ'ল। হলধৰে স্পষ্টকৈ ক'লে যে সাদৰীক হলধৰে পত্নীৰূপে পাবলৈ আকাংক্ষা কৰিছিল—ই সঁচা কথা। পিতৃৰ আদেশ আছিল এই মিলনত। পত্নীৰূপে যি নাৰীক ভাল পাইছিল তাৰ প্ৰতি পবিত্ৰ প্ৰেম ওপজা একো আচৰিত কথা নাছিল। সাদৰীয়ে যে হলধৰক স্বামীৰূপে পাবলৈ ইচ্ছা কৰিছিল—সেই কথাৰ ভু হলধৰে কোনো দিনে পোৱা নাছিল। আজি সাদৰী বিবাহিতা। সাদৰীৰ প্ৰতি হলধৰে কোনোদিন অপবিত্ৰ মনোভাৱ পোষণ কৰা নাছিল। তদুপৰি সাদৰীয়ে স্পষ্ট উত্তৰ দিছিল যে এই বিয়া হ'ব নোৱাৰে। তেনে ক্ষেত্ৰত মদনৰ সন্দেহৰ কোনো স্থান নাই। এই কথাখিনি ক'বলৈ হলধৰৰ যথেষ্ট সময় লাগিছিল। কেতিয়াবা কান্দিছিল, কেতিয়াবা হাঁহিছিল আৰু কেতিয়াবা নিজৰ ভাগ্যক দূষিছিল। হলধৰ পণ্ডিত মানুহ, শাস্ত্ৰজ্ঞ

আৰু অভিজ্ঞ। জীৱনত বহু দুখ কষ্ট পাইছে। মানুহৰ অৱমাননা অশ্ৰদ্ধাকে হলধৰে ভগৱানৰ অকৃত্ৰিম আশীৰ্ব্বাদ বুলি মূৰ পাতি লৈছিল। কিন্তু সাদৰীৰ ঘৰলৈ আহি সাদৰীৰ ঔদাসীন্য আৰু অৱহেলা আজি হলধৰে সহিব নোৱাৰিলে। আজি বিদায়ৰ সময়ত সেইবাবে হলধৰে মদনৰ আগত বিগত দিনৰ ইতিহাস বৰ্ণাই গ'ল—মদনে বিশ্বাস কৰক বা নকৰক তালৈ ভ্ৰুক্ষেপ নকৰি। কোৱা শেষ হ'ল—সাদৰীয়ে নীৰৱে শুনি গ'ল; মুখত কথা নাই, ভাবৰ কোনো ৰূপান্তৰ নাই। হলধৰ গুচি গ'ল। মদন বিস্ময়ত অভিভূত হৈ পৰিল—সাদৰীৰ ব্যৱহাৰত। হলধৰৰ বিদায়ৰ বেলিকাত মদনৰ হৃদয় হলধৰৰ প্ৰতি কৰুণাত বিগলিত হৈ হলধৰক বুকুত সাবটি ধৰিলে। কি যে হৃদয় বিদাৰক সেই দৃশ্য।

## ষোল

হলধৰ গুচি গ'ল। কলৈ গ'ল কোনেও নাজানিলে। খবৰ কৰাত জানিব পাৰিলে, যে নিজৰ সকলো সম্পত্তি বিক্ৰী কৰি প্ৰায় কুৰি হেজাৰ টকা লৈ গুচি গৈছে।

সাদৰী আৰু মদনৰ জীৱনযাত্ৰা আগৰ দৰে চলিছে। জীৱনৰ মধুৰতা ঘূৰি অহা নাই। পৰিবৰ্ত্তন মাত্ৰ এইখিনিয়েই হৈছে—মদনে এতিয়া সাদৰীক সন্দেহৰ চকুৰে নাচায়—হলধৰৰ লগত অবৈধ প্ৰণয় আছিল বুলি। আনফালে সাদৰীৰ স্বাভাবিক ব্যৱহাৰত ভুল হৈছে। ছমাহ হলধৰ আছিল। সাদৰীয়ে হলধৰক ভাল ব্যৱহাৰ কৰা নাই। ইয়ে এটা মহান্ ত্ৰুটী, সেই বিষয়ে মদনে সাদৰীক ক্ষমা কৰিব পৰা নাই।

সাদৰীয়ে হলধৰৰ কথা কাৰো আগত নিজে একো নকয়। কোনোবাই সুধিলে আৱশ্যকীয় উত্তৰ দিয়ে মাথোন। মদনে মাজে সময়ে দুই এটি কথা সোধাতো আৱশ্যকীয় উত্তৰখিনি দিয়াত বাহিৰে আন একো নকৈছিল। সাদৰীৰ হলধৰৰ প্ৰতি এনে এটা ব্যৱহাৰ সঁচাকৈয়ে ৰহস্যপূৰ্ণ। এনে ব্যৱহাৰৰ পৰাই আৰু মানুহৰ কথা শুনি শুনি মদনে হলধৰৰ সম্পৰ্কে ভাল ধাৰণা লোৱা নাছিল; সাদৰীৰ অস্বাভাৱিক মৌনতা লক্ষ্য কৰি সাদৰীৰ সম্পৰ্কে শুনা কথাবোৰ মদনে বিশ্বাস কৰিছিল। স্বামী-স্ত্ৰীৰ মাজত এনে এটি ব্যৱধান থকাত উভয়ৰ প্ৰতি উভয়ৰে প্ৰীতিভাবৰ হ্ৰাস ঘটিছিল।

হলধৰৰ প্ৰাণজুৰি অশান্তি—মদনে তাক অনুভৱ কৰিছে। হলধৰৰ কথাত মদনৰ সম্পূৰ্ণ বিশ্বাস হৈছে। হলধৰৰ প্ৰতি সহানুভূতিৰ ভাৱ জাগিছে। হলধৰৰ আশাৰ প্ৰতিমা সাদৰী প্ৰাণহীন যেন হৈছে মদনৰ মনত। শিতৃৰ নিৰ্দ্দেশ আছিল— হলধৰ আৰু সাদৰীৰ মিলনত। সাদৰীৰ পিতাৰো কোনো অস্বীকৃতি

প্ৰকাশ কৰা নাছিল। এই মিলনৰ কথা মনতে অস্বীকাৰ কৰিছিল যদিওবা— কোনো দিন প্ৰকাশ কৰা নাছিল স্বীকাৰ বা অস্বীকাৰৰ কথা। নিজৰ মৃত্যুৰ সময়তো কৈ নগ'ল। তেওঁ কি ভাবিছিল কোনে জানে? কিন্তু সাদৰীয়ে সকলো কথা জানি হলধৰক প্ৰত্যাখ্যান কৰাৰ মানে কি? মানুহে নানা অপ্ৰীতিকৰ কথা কৈছিল। বিবাহৰ পাছত সকলো কথাবে ওৰ পৰিলহেঁতেন; কিন্তু তাকে নকৰি চিৰজীবন অপ্ৰীতিকৰ কথাৰ বাট মুকলিকৈ ৰখাৰ কি অৰ্থ আছিল? মদনে ভাবে সাদৰী হয়তো তেতিয়া বালিকা আছিল। বালিকাসুলভ অবিমৃষ্যকাৰিতাৰ ফলত সাদৰীয়ে প্ৰত্যাখ্যান কৰিলে; হয়তো সাদৰীয়ে হলধৰক বেয়া পাইছিল। নানাফালৰ পৰা নানা কথা ভাবি মদনে সাদৰীক সমৰ্থন কৰাৰ কোনো যুক্তি বিচাৰি নাপালে।

হলধৰ এইদৰে ছমাহ থাকি গুচি গ'ল। ইমান আপোনাৰ জন, অথচ সাদৰীৰ এনে উদাসীন ব্যৱহাৰ। শেৱালীৰ প্ৰাণতো সাদৰীৰ প্ৰতি এটি বিতৃষ্ণা ভাব জগাই তুলিলে। এনে অমায়িক, নিৰহঙ্কাৰ, পণ্ডিত আৰু মাৰ্জ্জিত ৰুচি-সম্পন্ন লোক! এনে লোকক লৈ আমোদ, আনন্দ আৰু ৰসানুভূতিৰ এটি মহান্ সুযোগ। সাংসাৰিক জীৱনত এনে লোকৰ লগত থাকি কৃষ্টিমূলক আলোচনা আদিৰ পৰা শান্তি পোৱা যায়। অথচ সাদৰীয়ে কেনে বিসদৃশ ব্যৱহাৰ কৰিলে হলধৰৰ লগত। পবিত্ৰ, শেৱালী, মদন আটাইবোৰৰ পৰা শ্ৰদ্ধা হেৰুৱালে সাদৰীয়ে। কোনেও মুখ ফুটাই একো কব নোৱাৰে, কবলৈও ইচ্ছা নহয়। শেৱালীয়ে ভাবিলে সাদৰীৰ এই ব্যৱহাৰত কোনো গুপুত কথা আছে। হলধৰৰ কথা ওলালে সাদৰী নিমাতে থাকে নাইবা সাৱধানে হলধৰৰ আলোচনা এৰাই যায়।

মদনে সাদৰীৰ মনোভাব সম্পূৰ্ণ নুবুজিলেও হলধৰৰ কথাৰ পৰা অৱস্থাৰ গুৰুত্ব আৰু হলধৰৰ নিৰ্দোষিতাৰ প্ৰমাণ পাইছে। তেনে কথা হলধৰে শেৱালী বা পবিত্ৰক বুজাই কব নোৱাৰে। মুঠতে সাদৰীৰ প্ৰতি মদনৰ ধাৰণা তলৰ খাপলৈ নামি আহিল। দাম্পত্য প্ৰেমৰো পৰিমাণ কমি আহিল।

## সোঁতৰ

শেৱালী আৰু পবিত্ৰৰ সংসাৰ স্বচ্ছলতাৰ মাজেদি চলিছে। পবিত্ৰই এতিয়া শেৱালীৰ দৰ্মহাৰ ওপৰত নিৰ্ভৰ কৰি চলিব নালাগে। নিজৰ বাৰী আৰু খেতি পথাৰৰ পৰা যথেষ্ট লাভ হয়। পবিত্ৰ এতিয়া অকল এজন আদৰ্শ খেতিয়কেই নহয়; সমাজৰ প্ৰতিষ্ঠাপন্ন নেতা। পবিত্ৰই কোনো ৰাজনৈতিক দলত ভুক্ত হোৱা নাই; কিন্তু ৰাজনীতি চৰ্চা কৰে স্বতন্ত্ৰভাৱে। চৰকাৰৰ শাসনৰ ত্ৰুটীৰ তীব্ৰ

সমালোচনা কৰে। বিপক্ষদলৰ ক্ৰটীপূৰ্ণ নীতিকো সমালোচনা কৰে। দেশ গঠন কাৰ্য্যত চৰকাৰক সহায় কৰে। প্ৰশাসনৰ ক্ৰটীত বিৰোধিতা কৰে। উভয় পক্ষৰ দলৰ মানুহে সময় বিশেষে পবিত্ৰৰ সহায় বিচাৰে। মন্টুৰ শিক্ষা প্ৰবেশিকা পৰীক্ষা পৰ্য্যন্ত পবিত্ৰ আৰু শেৱালীয়ে নিজে নিজে দিছিল। স্কুলত পঢ়োৱা নাই। চৰিত্ৰ গঠন, শ্ৰমৰ মৰ্য্যাদা আৰু পুথি অধ্যয়ন কোনোটোতে মন্টু পিছ পৰি থকা নাই। কোনো কামতেই মন্টুৰ হেলা নাই।

বিধাতাৰ বিধানৰ হাত কোনেও সাৰিব নোৱাৰে। শেৱালীয়ে স্বাস্থ্য ভালে নথকা কাৰণে স্কুলৰ কাম এৰি দিবলৈ বাধ্য হ'ল। এতিয়া আৰ্থিক অনাটন নাই। চাকৰি নকৰাৰ পৰা কোনো বিশেষ ক্ষতি হোৱা বুলি কোনেও ভবা নাই। মন্টুৰ কলেজত পঢ়া শেষ নহ'ল। আই, এ, পাছ কৰাৰ পাছত গৃহস্থী কামত ব্ৰতী হ'ল আৰু পবিত্ৰৰ সহায়ক হ'ল।

শেৱালীৰ মনত নানা কল্পনা আৰু নানা আশা আকাঙ্ক্ষা আছিল মন্টুক কেন্দ্ৰ কৰি। তেওঁ ভাবিছিল মন্টুৱে উচ্চশিক্ষা লভি উচ্চপদস্থ চৰকাৰী কৰ্ম্মচাৰী হব আৰু সমাজত উচ্চ আসন লাভ কৰিব, কিন্তু সেই মন্টুৱে যেতিয়া বি, এ, পাছো নকৰিলে আৰু খেতিবাতিতহে মনোনিবেশ কৰিলে, তেতিয়া শেৱালীৰ প্ৰাণত নৈৰাশ্যই দেখা দিলে। স্বাস্থ্য ভঙ্গ হোৱাৰ পাছত এই নৈৰাশ্যই শেৱালীৰ একেবাৰে পাজৰ ভাঙি দিলে।

শেৱালীৰ আশা আছিল—মন্টুৱে এম, এ, পাছ কৰি আই, এ, এছ পৰীক্ষা দি ডেপুটি মেজিষ্ট্ৰেট বা ডেপুটি কমিচনাৰ হব। সেই আশা পূৰ্ণ নহ'ল। তাৰ বাবে দায়ী পবিত্ৰ! পবিত্ৰই সেই বাটেদি মটুৰ শিক্ষা সম্পূৰ্ণ হবলৈ নিদিলে। শেৱালীৰ পক্ষে ই বৰ দুখৰ কথা। এই নৈৰাশ্যই শেৱালীৰ স্বাস্থ্য ভঙ্গ কৰিলে।

শেৱালীৰ অসুখ হোৱা কাৰণে ঘৰত আন বিশৃঙ্খলাই দেখা দিছে। ঘৰুৱা কামত শৃঙ্খলা নাই। সময় মতে চাহ-জলপান বা ভাত পোৱাও টান হৈ পৰিছে। কোনে কৰে? মন্টুৱে চাহ কৰিব ধৰিলে শেৱালীৰ প্ৰাণ ফাটি যায়। বেমাৰী দেহাৰেও তেতিয়া নিজে উঠি যায় চাহ কৰিবলৈ। বান্ধনী ৰাখিও সুখ নাই। কেতিয়াবা তৰকাৰীত নিমখ বেছি হয়, কেতিয়াবা পনীয়া হয়, কেতিয়াবা দৈই পুৰি যায়। ঘৰৰ বস্তু বাহানিবোৰ শৃঙ্খলাত নাথাকে। কাপোৰ কানি-লেতেৰা আৰু বিশৃঙ্খল হৈ থাকে। কাপ্ প্লেট, কাঁহী বাটি ভাঙি নাইকীয়া হ'ল। কোনো কামতে শান্তি নাই। ধুবীয়ে কাপোৰ হেৰুৱায়। আলমাৰীত পঢ়া কিতাপ বিচাৰি নাপায়। পবিত্ৰই এতিয়া শেৱালীৰ নিপুণ গৃহস্থালীৰ কথা বেছিকৈ উপলব্ধি কৰিছে। উপায় নোহোৱা হৈছে পবিত্ৰৰ। কি কৰা যায়?

ইয়াৰ উপৰিও শেৱালীৰ লগত মনোমালিন্য ভাব। শেৱালীয়ে আনন্দমনে

খোলাভাৱে কথা নকয়। কিবা ভাবি থাকে। কোনো কথা সুধিলে তাৰ উত্তৰ খং মনে দিয়ে। শেৱালীৰ স্বভাৱৰ বিষম পৰিবৰ্ত্তন ঘটিছে।

মণ্টুৱে মাকক সান্ত্বনা দিয়ে। শেৱালীয়ে চকুলো টোকে। পবিত্ৰই একো নকয়।

এইদৰে চলে পবিত্ৰৰ সংসাৰ।

## ওঠৰ

সাদৰীৰ জীৱনটো এটা দুৰূহ বোজাহে হৈ পৰিছে। হলধৰ যিমান দিন আছিল সাদৰীয়ে সংসাৰৰ কাম নিয়াৰিকৈ চলাই আছিল। হলধৰৰ প্ৰতি কোনো আপোন ব্যৱহাৰ কৰা নাই যদিও খোৱা বোৱা বা চাহপানী যোগোৱাত কোনো ত্ৰুটী কৰা নাছিল।

হলধৰ যিমান দিন আছিল মদন যেন বেছি গম্ভীৰ হৈ পৰিছিল। সাদৰীৰ লগত কোনো মধুৰ আলাপ মদনে কোনো দিন কৰা নাই। কি প্ৰেম। কেনে ভাল পোৱা আছিল দুয়োৰো—মাজত; কিন্তু কি কাৰণত কোনেও নাজানে এই ভাল পোৱাত আঁৰকাপোৰ পৰি আহিল ক্ৰমে ক্ৰমে। এটা গতানুগতিক ধাৰাত সংসাৰ যাত্ৰা নিৰ্ব্বাহ কৰি আছিল আদৰী আৰু মদন। এনে এটি অশুভ ক্ষণত আহিল হলধৰ। হলধৰৰ আগমনত সাদৰী বা মদন কোনো সুখী হোৱা নাছিল।

হলধৰৰ বিষয়ে আৰু সাদৰীৰ কিয় যে ইমান দিনে বিয়া হোৱা নাছিল সেই বিষয়ে নানা ৰহণসনা কথা মদনৰ কাণত পৰিছিল। সাদৰীৰ চৰিত্ৰৰ ওপৰত দোষাৰোপ কৰিও বহুতে বহু কথা কৈছে। মদনক যেন বহুতে চিনি নাপায় এনে এটি অৱস্থাৰ আশ্ৰয় লৈ বন্ধুবান্ধৱৰ মাজত দুই এজনে তীব্ৰ মন্তব্য কৰি হলধৰৰ চৰিত্ৰৰ বিষয়ে দোষাৰোপ কৰিছিল। সাদৰীৰ ভাগ্য ভাল, সেই কাৰণে মদনৰ নিচিনা স্বামী পালে; নহলে সাদৰীৰ জীৱনত কি দুৰ্ঘটনা ঘটিলহেঁতেন নতুবা কি ঘৃণনীয় জীৱন যাপন কৰিব লাগিলহেঁতেন তাৰ ইয়ত্তা নাছিল।

গাঁৱত অসৎ প্ৰকৃতিৰ ডেকাসকলৰ উপভোগ্যৰ বস্তু সাদৰী হ'লহেঁতেন এনে এটি আকাঙ্ক্ষা পোষণ কৰা মনোভাব প্ৰকাশ পাইছিল গাৱঁলীয়া সমাজৰ পৰিবেশৰ মাজত।

মদনে মৰ্ম্মাহত আৰু কৌতূহলী হৈ এনেবোৰ কথাৰ সন্ধান লৈছিল আৰু যিবোৰ সংবাদ পাইছিল ভাবপৰা মদনৰ মনত সাদৰীৰ প্ৰতি শুভ ভাব নাইছিল।

মদনে যে এইবোৰ কথাৰ সন্ধেদ লৈ ফুৰিছে সাদৰীয়ে নাজানে। সৰলা নাৰীয়ে স্বামীৰ অনাদৰত ভয় পৰি গৈছে; কিন্তু কাকো একো কোৱা নাই বা নিজাও আনিবলৈ ইচ্ছুক হোৱা নাই।

অদ্ভুত জাতি—এই নাৰী। অন্তৰত জুলাজুইৰ তাপত নিজে পুৰি মৰিব; কিন্তু হৃদয়ৰ দয়া আৰু সেৱাৰে আনৰ তাপিত পৰাণ জুৰাব। কি ধাতুৰে গঢ়া এই নাৰী হৃদয়। স্নেহৰ অধিকাৰীক স্নেহৰপৰা কেতিয়াও বঞ্চিত নকৰে। সেৱা য'ত আৱশ্যক তাত সেৱা দিবলৈ কেতিয়াও পৰাঙ্মুখ নহয়। দয়াত পমি যায়, কৰুণাত বিগলিত হয়; কৰ্ত্তব্যত আপোন পাহৰা হয়।

মদনৰ সাংসাৰিক জীৱনত কোনো বিশৃঙ্খলা নাই। কেৱল শান্তি নাই—মদন বা সাদৰীৰ প্ৰাণত। ল'ৰা ডাঙৰ হৈছে, স্কুলত পঢ়ে। মাক-বাপেকৰপৰা যথোচিত আদৰ সি পায়। সন্তানক কেন্দ্ৰ কৰি স্বামী-স্ত্ৰীৰ প্ৰেমসিক্ত মধুৰ আলাপ গঢ়ি নুঠে সাদৰী আৰু মদনৰ মাজত। সুধীপ্ৰই সেইবোৰ নুবুজে কিন্তু মদন আৰু সাদৰীয়ে তাক বুজি পায় আৰু অন্তৰত দেইপুৰি মৰে। ইমান ওচৰ সম্বন্ধ কিন্তু কিমান যে ব্যৱধানৰ সৃষ্টি হৈছে দুয়োৰো মাজত। সাদৰীয়ে কোনো দিন তাৰ বাবে বিচলিত মনোভাৱ প্ৰকাশ কৰা নাই। সাদৰীক অনাদৰ কৰাতো যেতিয়া সাদৰীয়ে মদনৰ বুকুৰ মাজলৈ আহিবলৈ চেষ্টা কৰা নাই তেতিয়া মদনৰ সন্দেহ আৰু অভিমান দৃঢ়তৰ হৈ উঠে। সাদৰীয়ে যিমান অনাদৰ পায় সিমানেই কঠোৰ হৈ উঠে। আগ্ৰহৰ দাসী হবলৈ মন নকৰে। এনে এটা অসামঞ্জস্যৰ পূৰ্ণ অৱস্থাৰ মাজত যেতিয়া স্বামী-স্ত্ৰীয়ে জীৱনৰ এটি বিশেষ স্তৰত কাল কটাইছিল—সেই সময়ত হলধৰৰ আবিৰ্ভাৱে আনি দিছিল—মদনৰ প্ৰাণত এটি প্ৰবল বিৰক্তি আৰু ঔদাসীন্য আৰু সাদৰীৰ প্ৰাণত কিঁভাৱে খেলা কৰিছিল—তাৰ সম্ভেদ কোনে পাব?

অতীত জীৱনৰ স্মৃতি, হলধৰৰ নিৰুদ্দেশ আৰু সাদৰীৰ বিয়া আটাইবোৰ ঘটনাৰ স্মৃতিয়ে সাদৰীৰ প্ৰাণত কি ভাৱে খেলা কৰিছিল কোনে জানে?

হলধৰ আহিছিল অপোনজনৰ ঘৰলৈ। কোনো কামনা নাই, কোনো আকাঙ্ক্ষা নাই। সাদৰীৰ ওচৰলৈ আহিছিল ভনীৰ ওচৰলৈ যেনেকৈ ককায়েক আহে। সাদৰীৰ সংসাৰত সুখ দেখিলে সুখ পাব। সাদৰীক ভনীৰ নিচিনা মৰম কৰিবলৈ পালে আনন্দ পাব।

সাদৰী বা মদনৰ ব্যৱহাৰত হলধৰে আঘাত পাইছে কিন্তু প্ৰকৃতিস্থ হলধৰে সেই আঘাত সহ্য কৰি স্বাভাৱিক ভাৱে অধ্যয়নৰ মাজেদি ছমাহ কটাই দিলে। কাকো দোষ নিদিলে—তাৰ প্ৰাপ্য আদৰ সি কাৰোপৰা নোপোৱাত। কালৰ গতিত নিজক প্ৰকৃতিস্থ কৰি ৰাখিব পৰা ক্ষমতা আৰ্জিছিল হলধৰে। সাদৰী, মদন আৰু হলধৰৰ মাজত কাৰ কি সম্বন্ধ কোনে কাক কি ভাৱে গ্ৰহণ কৰা উচিত আৰু এই সংসাৰ চক্ৰত কাৰ কিমানখিনি অংশ আছে—জানিবলৈ কাৰো সময় নহ'ল।

সেয়েহে হলধৰে যাবৰ সময়ত বিগত নিজৰ ঘটনাৱলীৰ আনুপূৰ্ব

মনোভাৱৰ বিষয়ে এটি চমু পৰিচয় দি গ'ল মদনক। কুটিল সমাজৰ সংকীৰ্ণতাৰ মাজত নিজেও জড়িত থকা কাৰণেই হবলা মদনৰ প্ৰাণত বিষম আঘাত লাগিল। তাৰবাবে যদিও প্ৰাধানতঃ মদনেই দায়ী; তথাপি দায়ী কৰিলে সাদৰীক।

সাদৰীক দোষী কৰি সাদৰীৰপৰা খোলাখুলিকৈ কৈফিয়ৎ বিচাৰিলে হয়তো ঘটনাই ইমান ঢুকি নাপালেহেঁতেন। মদনে কোনো কথাই নুসুধিলে সাদৰীক। কিন্তু এই ছমাহে এজন ভদ্ৰলোকক নিজৰ ঘৰত আলহী ৰাখি যি উদাসীন ব্যৱহাৰ কৰিলে তাৰবাবে যি লাজ আৰু সঙ্কোচৰ অনুভূতি জাগি উঠিছিল মদনৰ প্ৰাণত তাৰ তীব্ৰজ্বালাত মদনৰ মনৰ শান্তি সম্পূৰ্ণ নোহোৱা হৈ গৈছে।

হলধৰে মদনক কেতিয়াও মানুহৰ শাৰীত ঠাই দিয়া নাই; হলধৰৰ প্ৰতি মদনৰ ব্যৱহাৰ ক্ষমাৰ অযোগ্য এনেবোৰ ধাৰণাত মদনৰ প্ৰাণ মৰহি গৈছে! ই যে নিজৰ দোষ তাক ভাবি চাবলৈ মদনৰ ভাব হোৱা নাই। মতিভ্ৰম মানুহৰ এই দৰেই হয়।

বিবাহৰ পাছত বিবাহিতা স্ত্ৰীৰ চৰিত্ৰ সম্পৰ্কে লোকৰ মুখত শুনা কথাত নিৰ্ভৰ কৰি নিজৰ স্ত্ৰীক দোষী সাব্যস্ত কৰিলে সেই লোকৰ মনুষ্যত্বৰ মাত্ৰা যে কমি যায় তাক নুই কৰিব নোৱাৰি। নিজৰ শয্যাত যি নাৰীয়ে দেহদান কৰি স্বামীক পৰিতৃপ্ত কৰিছে, প্ৰেম সম্ভাষণৰ দ্বাৰা অভিষিক্ত কৰিছে, সেৱাৰ দ্বাৰা আপ্যায়িত কৰিছে—সেই স্ত্ৰীৰ চৰিত্ৰ বুজিবলৈ যদি জনশ্ৰুতিত ভিত্তি কৰে তেন্তে সেই পুৰুষতকৈ নিৰ্বোধ কোন্ আছে? পবিত্ৰ দাম্পত্য প্ৰেমে যাৰ মনৰ কলুষ আঁতৰাব পৰা নাই, মধুৰ প্ৰেমালিঙ্গনে যাৰ প্ৰাণত নাৰীৰ মৰ্য্যাদাৰ গভীৰ সাঁচ বহুৱাব পৰা নাই, অকপট সেৱাই যাৰ প্ৰাণত অকৃত্ৰিম ভক্তিৰ নিদৰ্শন যোগাব পৰা নাই সেই পুৰুষ যে মূৰ্খতকৈও অধম তাক বুজাব কোনে?

মদনে গোটেইটো বিবাহিত জীৱন চালি জাৰি চাইছে। সাদৰীৰ দোষ কি? এই প্ৰশ্ন উদয় হোৱা মাত্ৰকে মদনৰ প্ৰাণত তীব্ৰ বৃশ্চিক দংশনৰ জ্বালা উপস্থিত হৈছে। মদনৰ নিজৰ ভুল বুজি পাইছে—কিন্তু শুধৰাবৰ সময় কাহানিবাই উকলিল। কিন্তু সাদৰীৰ প্ৰতি কৰা অন্যায় ব্যৱহাৰৰ প্ৰায়শ্চিত্তৰ সময় নিশ্চয় আছে।

মদনৰ এতিয়া যৌৱনৰ বিয়লি পৰ আহি উপস্থিত হৈছে। সাদৰীও এতিয়া নৱ্যৌৱনা যুৱতী নহয়। যৌৱনৰ প্ৰেম সম্ভাষণৰ অভিনয় কৰিবৰ সময় নাই। সাদৰীয়ে যোৱা কেইবছৰে অনাদৃতা জীৱন যাপন কৰিছে। মদনৰ প্ৰায়শ্চিত্তৰ উপায় কি?

মদনে সাদৰীক সাংসাৰিক জীৱনৰ মাজেদি সদ্ব্যৱহাৰ কৰিবলৈ বহু খোজে। সাদৰীৰ পৰা সমান প্ৰতিধ্বনি নুঠে। সাদৰীয়ে ধীৰস্থিৰভাৱে নিজ কৰ্তব্য

কৰি যায়। কোনো পৰিবৰ্ত্তন নাই। স্বামীৰ প্ৰতি যত্ন আদৰৰ ত্ৰুটি সাদৰীয়ে কোনোদিনেই কৰা নাই।

মদনে হলধৰৰ প্ৰশংসা গায়। সাদৰী নীৰবে থাকে।

এইদৰে মদনৰ সংসাৰ চলে।

## উনৈশ

পবিত্ৰই শেৱালীৰ আগত মণ্টুৰ বিয়াৰ প্ৰস্তাৱ তুলিলে। নিজৰ স্বাস্থ্যৰ বাবে শেৱালীয়ে সংসাৰৰ প্ৰতি নজৰ দিব নোৱাৰে। শেৱালীয়ে সম্মতি দিলে। মণ্টুই বিয়া কৰালে দীপ্তিক।

দীপ্তিয়ে যৌবনৰ দীপ্তি, শিক্ষাৰ অভিমান আৰু আভিজাত্যৰ গৌৰৱ লৈ আহিল মণ্টুৰ দুবাহুৰ মাজলৈ। মণ্টু আনন্দিত হ'ল।

পবিত্ৰৰ খেতি-পথাৰৰ কামত ব্যস্ততা বাঢ়ি গ'ল। মণ্টুৰ মনৰ গতিৰ আঁত হেৰাই গ'ল। বাহিৰৰ লাহ-বিলাসত মণ্টু মজিল। দীপ্তিয়ে যোগালে তাত ইন্ধন। পবিত্ৰৰ ঘৰত হাৰমোনিয়ম ৰেডিঅ', বেহেলাৰ আবিৰ্ভাব হ'ল। যুবক-যুবতীৰ পদাৰ্পণ মণ্টুৰ ঘৰত।

শেৱালী থাকে নৰীয়াপাটীত, পবিত্ৰ থাকে খেতি-পথাৰত, ৰান্ধনীয়ে ভাত ৰান্ধে। দীপ্তিয়ে অতিথিৰ অভ্যৰ্থনাৰ চাহ-জলপানৰ যোগাৰ কৰে।

বানপানীয়ে সকলো খেতি নষ্ট কৰে। পবিত্ৰৰ মূৰত সৰগ ভাঙি পৰে। সংসাৰৰ খৰচ চলাব নোৱাৰে। শেৱালীৰ চিকিৎসা নহয়। কি দুৰ্ভাগ্য! উপায় নাই। শেষ বয়সত পবিত্ৰই আকৌ স্কুলৰ চাকৰিকে ল'লে। তাৰেই জীৱিকা নিৰ্ব্বাহ কৰে।

দীপ্তিৰ বিলাসৰ সামগ্ৰী, ভ্ৰমণৰ অভিলাষ, চিনেমা চোৱা আদি খৰচৰ যোগাৰ দিয়াত ত্ৰুটি ঘটে।

দীপ্তিৰ প্ৰেমৰ মাত্ৰাও মণ্টুৰ প্ৰতি কমি আহে। ক্ৰমে মনোমালিন্য হয় উভয়ৰে মাজত। শেষত কাজিয়া হয়। দীপ্তি বাপেকৰ ঘৰলৈ গুচি যায়। দুৰ্ভাগ্যৰ এটি নতুন অধ্যায়ৰ সূচনা হ'ল।

পবিত্ৰ লৰি গ'ল মদনৰ ওচৰলৈ। মদন দা? মোৰ জীৱনটো কলীয়া ডাৱৰে আহি ঢাকি ধৰিলে। ৰঙীণ সপোনবোৰ কাঁচৰ পাত্ৰৰ দৰে ভাঙি-চিঙি থান্‌বান্ হৈ গ'ল। এতিয়া কি কৰোঁ।

ৰাম! কৰিবলৈ আৰু কি আছে? ই অদৃষ্ট। তোৰ আয় নাই মোৰতো আয় আছে। মই জানো শান্তিত আছোঁ? এয়ে মনুষ্য জীৱনৰ ধাৰা।

কিন্তু বাকী দিন কেইটাতো কটাব লাগিব মদনদা। কি উপায় কৰা যায়?

উপায় একো নাই। নিজ নিজ কৰ্ত্তব্য কৰি যাব লাগিব। ভয় কৰিবৰ একো নাই। কৰ্ত্তব্যত ত্ৰুটী হলেহে ভয় লাগিব।

কি কোৱা, মদন দা। শেৱালী ৰোগ শয্যাত পৰি আছে। পথ্য দিবৰ উপায় নাই।

উপায় আছে। তোৰ অভিমানৰ হেঙাৰদাল যদি ভাঙিব পাৰ।

কি কোৱা, মদন দা।

মই ঠিকেই কৈছোঁ, ৰাম; তোৰ অভিমানতহে উপায় নাই বুলি ভাবিছ। উপায় মই দিব পাৰোঁ। লবি নে?

কোৱা, মদন দা।

তই দৰ্ম্মহা পোৱা নাই। জমা টকাও হাতত নাই। কিমান টকা লাগে নে মোৰ পৰা। তোক সাময়িক সহায় কৰিবলৈ মোৰ সামৰ্থ্য আছে। চাকৰি কৰি ভালেই কৰিছ। বানে খেতি খালেও তই খেতি কৰিবই লাগিব। তোৰ আশ্ৰম, খেতি-পথাৰ, বাৰী সকলো ৰক্ষা কৰিবই লাগিব। সাময়িক খৰচ মই দিম। মোক তাৰ বাবে একো লাভ নালাগে। মূলখিনি পাৰিলে ওভটাই দিবি, নোৱাৰিলে নিদিবি।

পবিত্ৰই অথাই সাগৰত পাৰ পালে। মদনৰ পৰা আৱশ্যকীয় টকালৈ পুনৰ সংসাৰত মন দিলে। কিন্তু মণ্টুৰ মন ভাঙি গ'ল। কোনো কামকে কৰিব নোখোজে। এইদৰে দুই এবছৰ পাছত পবিত্ৰৰ আয় পুনঃ বাঢ়িল।

স্বামীজীয়ে আশ্ৰম এৰি গ'ল। পবিত্ৰক আশ্ৰমৰ মাটি-বাৰী গতাই দিলে। মণ্টুক উপদেশ দিলে। দীপ্তি আৰু দীপ্তিৰ বাপেকক স্বামীজীয়ে মাতি পঠালে। স্বামীজীৰ সাধুতাৰ প্ৰতিভা আছিল। ঈশ্বৰোপসনাৰ পবিত্ৰতা আছিল। স্বামীজীৰ প্ৰতি সকলোৰে ভক্তি আছিল।

স্বামীজীৰ কথাত দীপ্তি ঘূৰি আহিল। মণ্টুৰ প্ৰাণত পুনঃ শক্তিৰ সঞ্চাৰ হ'ল। দীপ্তিৰ মতি-গতিৰ পৰিবৰ্ত্তন হ'ল। মণ্টুৱে খেতি পথাৰত মন দিলে।

শেৱালীৰ মনৰ দুখ আঁতৰিল। পবিত্ৰৰ যথেষ্ট আয় বাঢ়িল। শেৱালীৰ চিকিৎসাৰ বাধা আঁতৰিল। শেৱালীৰ মনৰ শান্তিত আধাখিনি ৰোগ নিৰাময় হ'ল। ডাক্তৰে বায়ু পৰিবৰ্ত্তন কৰিবলৈ উপদেশ দিলে।

পবিত্ৰ পুনৰ লৰি গ'ল সেই বিপদৰ বন্ধু মদনদাৰ ওচৰলৈ। মদনেও ভাবি আছিল ভ্ৰমণৰ সুযোগৰ কথা। তীৰ্থ পৰ্য্যটনৰ ভাব জাগি উঠিল। দুয়ো বন্ধু সপৰিবাৰে ওলাল। সাদৰী আৰু মদন, শেৱালী আৰু পবিত্ৰ। পবিত্ৰৰ সকলো কাৰ্য্যৰ ভাৰ মণ্টুৱে ললে। সুধীন্দ্ৰক মদনে কলেজ হোষ্টেলত থৈ দিলে।

শুভদিন বাৰ চাই দুয়ো পৰিবাৰ তীৰ্থ পৰ্য্যটনত ওলাল। বহু তীৰ্থ পৰ্য্যটন কৰিলে। অৱশেষত উপস্থিত হ'লহি কাশীত। ইতিমধ্যে শেৱালী ভাল হৈ গ'ল। এতিয়া শেৱালী কগ্না নহয়।

কাশীত দুই এমাহ থাকিবৰ মন। সেইবাবেহে কাশীলৈ শেষত গৈছে। ঘৰ বিচাৰিলে। এনেতে সাক্ষাত হ'ল হলধৰৰ লগত—দশাশ্বমেধ ঘাটত।

আপুনি ইয়াতে আছে নেকি বুলি মদনে হলধৰক সাবটি ধৰিলে।

আপোনালোক ইয়ালৈ কেতিয়া আহিছে? হলধৰে পবিত্ৰ আৰু মদনক উদ্দেশ্য কৰি ক'লে।

সাদৰী আৰু শেৱালীও আহিছে—মদনে ক'লে। আমি আহিবৰ দুদিনহে হৈছে।

ক'ত আছে—তেওঁলোক? আপোনালোক এই দুদিন ক'ত আছে?

পাড়ে ধৰ্ম্মশালাত আছোঁ। শেৱালী আৰু সাদৰী তাত আছে। গঙ্গাস্নান কৰিবলৈ, বিশ্বনাথ দৰ্শন কৰিবলৈ আহিছিল। এতিয়া আমি ঘৰ বিচাৰি আহিছোঁ—কেইদিনমান থাকিবৰ মন। আপোনাক ইয়াত লগ পাই ভালেই হ'ল; ঘৰ বিচৰাত সহায় হব—মদনে ক'লে।

ঘৰ বিচাৰিব নালাগে, শৰ্ম্মা ডাঙৰীয়া। মোৰ নিজৰেই এটি প্ৰকাণ্ড ঘৰ আছে। মই মাথোন তিনিটা ৰুম ব্যৱহাৰ কৰিছোঁ আৰু বাকী সাতোটা ৰুম এনেয়ে পৰি আছে। ভাৰা দিবলৈ মই ভাল নাপাওঁ, সেই কাৰণে এনেয়ে পৰি আছে। এই বুলি হলধৰে দুয়োকো নিজৰ ঘৰলৈ লৈ গ'ল।

তাৰ পিছত টেক্সি এখন ভাড়া কৰি তিনিও পাড়ে ধৰ্ম্মশালাৰ পৰা সাদৰী আৰু শেৱালীক লৈ আহিল গৈ।

সাদৰী আৰু শেৱালীয়ে হলধৰক দেখি বিস্মিতা হ'ল। শেৱালী আনন্দিতা হ'ল। সাদৰীয়েও হাঁহি সম্ভাষণ জনালে।

আটাইবিলাকে হলধৰৰ ঘৰ দেখি আচৰিত হ'ল। সাদৰীয়ে সুধিলে—এই ঘৰ তুমি কেতিয়া কিনিলা; মামা!

সাদৰীৰ এই প্ৰশ্নই হলধৰৰ মনত পুৰণি স্মৃতি জগাই দিলে আৰু প্ৰাণত আনন্দৰ শিহৰণ বোৱালে। সাদৰীয়ে আজি বহু দিনৰ মূৰত সহজ সৰল ভাৱে হলধৰক মামা বুলি মাতিছে। বিদেশত মানুহৰ মনোভাৱ সলনি হয়। আপোন মানুহক লগ পালে বিশেষকৈ আনন্দৰ এটি নতুন অনুভূতি পোৱা যায়। ই মানুহৰ মনৰ স্বাভাৱিক স্পন্দন।

যি মানুহৰ প্ৰাণত তীৰ্থৰ প্ৰতি শ্ৰদ্ধা থাকে, সেই মানুহ কাশীলৈ গলে এনে এটি অনুভূতিৰ স্বাদ পায় যে তাক উপলব্ধি কৰোঁতা জনেহে ভালদৰে বুজি পায়। স্থানৰ মাহাত্ম্য সকলো ঠাইতে আছে কিন্তু কাশীস্থানৰ মাহাত্ম্য যেন সুকীয়া ভাৱে অনুভূত হয়। দশাশ্বমেধ ঘাটত স্নান কৰি, বিশ্বেশ্বৰ দৰ্শন কৰাৰ পাছত যেতিয়া অন্নপূৰ্ণাৰ মন্দিৰত প্ৰৱেশ কৰা যায়, যি স্বৰ্গীয় ভাৱ অন্তৰত উদয় হয়, সি বৰ্ণনাতীত। কুসংস্কাৰী যদি হিন্দু হয়—হওক। এনে কুসংস্কাৰৰ মোহে প্ৰাণত

আনন্দ দিয়ে। ভক্তজনৰ ভক্তিৰ অৰ্ঘ্য যেন মূৰ্ত্ত প্ৰকাশ হয় বিশ্বনাথ দৰ্শনত। মা অন্নপূৰ্ণাই যেন দৰিদ্ৰজনক অন্ন বিলাবলৈহে মৰ্ত্ত্যধামত অৱতীৰ্ণা হৈছে। যাৰ প্ৰাণত পবিত্ৰ মনোভাৱে খেলা কৰে, যি প্ৰকৃত ভক্ত তাৰ মনত কুসংস্কাৰ সুসংস্কাৰৰ ভেদ নাথাকে। নিজ অন্তৰাত্মাৰ লগত মিলন অনুভৱ কৰে বিশ্বাত্মাৰ—বিশ্বনাথৰ। মাতৃত্বৰ প্ৰতিমূৰ্ত্তি অন্নপূৰ্ণা জননীয়ে যেন বিশ্বৰ সকলো মাতৃৰ স্নেহ একত্ৰিত কৰি নিজে মূৰ্ত্তিমতী হৈ মন্দিৰত প্ৰতিষ্ঠিতা হৈ আছে। ভক্ত আৰু ভক্তিমতী নাৰীয়ে এই আনন্দ উপভোগ কৰে। ভক্তিৰসত আপ্লুত হয়। স্নানৰ সময়ত মাতৃ ভগীৰথীয়ে সকলো পাপ হৰণ কৰি লৈছে আৰু তাৰ ফলত ভক্তজনে ভগবান আৰু ভগৱতীৰ সান্নিধ্য লাভ কৰিছে। এই কালতো মানুহৰ কি গভীৰ বিশ্বাস, কি ধৰ্ম্মভাৱৰ প্ৰেৰণা আৰু কি উপলব্ধি।

এনে হেন কাশীক্ষেত্ৰত অপ্ৰত্যাশিত ভাৱে বিদেশত সাদৰীয়ে হলধৰক লগ পাইছে। মনৰ স্বাভাৱিক প্ৰকাশ যে ব্যৱহাৰত হব সি কি বিচিত্ৰ কথা? শেৱালীৰ স্বাস্থ্যৰ উন্নতি হৈছে আৰু বিশ্বনাথ দৰ্শনত আনন্দত আপ্লুতা হৈ দেৱতাৰ গুণগানত মুখৰা হৈ উঠিছে। জীৱনৰ সকলো দুখ কালিমা যেন ধৌত হৈ গৈছে দেৱী সুৰেশ্বৰীৰ জলত। সাদৰী আৰু শেৱালীৰ প্ৰাণত যে কি আনন্দ।

হলধৰৰ ঘৰলৈ আহি আটাই কেইজনৰে আনন্দৰ সীমা নাই। বাকপটুতাত যেন আটাইকেইজন বালক বালিকাহে। যিবোৰ কথা কোনোদিনে কোৱা উচিত বুলি কোনেও ভবা নাছিল—তেনে কথাও আলোচনা হৈছে গোটেই কেইজনৰ মাজত। হলধৰৰ প্ৰাণত বেলেগ আনন্দ।

হলধৰৰ এই সংসাৰত আপোন বুলিবৰ কোনো নাই। একমাত্ৰ আপোন সাদৰী, সাদৰীৰ সংস্পৰ্শত—মদন, পবিত্ৰ আৰু শেৱালীও হলধৰৰ আপোন জন।

সকলোৱে স্বস্তিৰ নিশ্বাস পেলাইছে—হলধৰৰ ঘৰত। এই ঘৰ যেন নিজৰহে ঘৰ এনে অনুভৱ আটাইবিলাকৰে হৈছে। ৰন্ধা-বঢ়া কৰি খাওঁতে ৰাতি ১২ বাজি গ'ল। সাদৰীয়ে ৰান্ধিছে, মদনে, শেৱালীয়ে সহায় কৰিছে। পবিত্ৰই হলধৰৰ লগত কথা পাতিছে। খোৱাবোৱাৰ পিছত সাদৰী, শেৱালী আৰু মদনেও যোগ দিছে আলোচনাত এটা মধুৰ পৰিৱেশৰ মাজত। ৰাতি দুই বাজি গ'ল। কাৰো হিচাবেই নাই। ঠিকা দৰ্ম্মহাৰ চাকৰে বিৰক্তিবোধ কৰি বিদায় মাগিলে। তেতিয়াহে সকলোৱে বুজিলে যে ৰাতি বহুত হৈ গৈছে। সকলোৱে শুবলৈ গ'ল।

হলধৰৰ শয্যা দেখি সকলোৱে আচৰিত হ'ল। বিৰাট অট্টালিকাৰ মালিক হলধৰে শুইছে—মাটিত কম্বল পাৰি। কোনেও একো নকলে।

পাছদিনা ব্ৰাহ্মমুহূৰ্ত্তত উঠি হলধৰে অকলে উঠি গঙ্গাস্নান কৰি আহি সন্ধ্যা

উপাসনা কৰি—চাহ্ জলপানৰ যোগাৰ কৰিব ধৰিলে। ঠিকা চাকৰ অহাত পলম হ'ব, অতিথিসকলৰ দিগ্‌দাৰী হ'ব—এই ভাবি।

হলধৰৰ জীৱনযাত্ৰাৰ নমুনা দেখি সকলোটি আচৰিত হ'ল। আনন্দ আৰু সদালাপৰ মাজেদি চহৰৰ বিভিন্ন ঠাই চাই ফুৰি এমাহ কটালে। কেনি যে মাহটো পাৰ হৈ গ'ল কোনেও কবই নোৱাৰিলে।

শিৱচতুৰ্দ্দশী আহিল। হলধৰে বিৰাট আয়োজন কৰিলে শিৱচতুৰ্দশীৰ দিনা। উভয় দম্পতীয়ে শিৱপূজা কৰিলে। হলধৰেও পূজা কৰিলে। তামৰ কৌটাত বানলিঙ্গ এটি ৰাখিছে হলধৰে। নিতৌ পূজা কৰে। শিৱচতুৰ্দ্দশীৰ দিনাও চাৰি প্ৰহৰত চাৰিবাৰ পূজা কৰিলে। পাছদিনা চতুৰ্দ্দশীৰ পাৰণ কৰিলে। কিমান যে বন্ধু বান্ধৱ আহিল। কিমানক যে খুৱালে।

ভাৰতীয় সাংস্কৃতিৰ ইতিবৃত্ত গ্ৰন্থখনি প্ৰকাশ হৈ গৈছে। ইংৰাজীত লিখিছিল এই গ্ৰন্থ। কিমান বিদ্বান লোক হলধৰৰ পৰিচিত হৈ গৈছে তাৰ ইয়ত্তা নাই। হলধৰৰ নিমন্ত্ৰণত ল'ৰা, তিৰোতা সকলোৱে আহিছে। হলধৰে সকলোৰে লগত পৰিচয় কৰাই দিলে মদন, পৱিত্ৰ, সাদৰী আৰু শেৱালীক।

এমাহ দুমাহকৈ কালৰ বুকুত চাৰিটা মাহ লীন হ'ল। মন্টু সুধীন্দ্ৰ ব্যগ্ৰ হৈ পৰিছে। চিঠি দিছে, উভতি যাবলৈ। কলেজ হোষ্টেল বন্ধ হ'ব। সুধীন্দ্ৰ থকাৰ অসুবিধা হ'ব।

দুয়ো দম্পতি ঘূৰিবৰ মন কৰিলে। হলধৰে বিদায় দিলে আৰু মদনৰ হাতত এটা চিল কৰা দীঘল লেফাফা দিলে। লগতে ক'লে যে বিশেষ একো নাই, উদ্বিগ্নতাৰ বা বিশেষ আগ্ৰহৰ বস্তু একো নাই, সেই কাৰণে তেওঁলোকে বাটত খুলুলি যেন ঘৰতহে খোলে।

উভয় দম্পতীয়ে তীৰ্থযাত্ৰা কৰি ঘূৰি আহিল।

## বিশ

ঘৰ আহি পাই সুস্থিৰ হোৱাৰ পাছত এদিন মদনে পৱিত্ৰ আৰু শেৱালীক ভাত খাবলৈ মাতি আনিলে। খোৱা-বোৱাৰ পাছত আটাইবিলাকে চিল কৰা লেফাফাটো খুলিলে। তাত পালে এখন উইল আৰু এখন দীঘলীয়া চিঠি। উইলত লিখা আছে, যে কাশীৰ বিৰাট বিল্ডিংটো সুধীন্দ্ৰক দান কৰিছে। বেঙ্কৰ পঞ্চাশ হাজাৰ টকাৰ ভিতৰত—পোন্ধৰ হাজাৰ টকা দিছে—পৱিত্ৰৰ আশ্ৰমৰ উন্নতি কৰিবলৈ; পাঁচ হাজাৰ দিছে—আশ্ৰমৰ পুথি ভঁৰালটোৰ উন্নতি কৰিবলৈ; পাঁচ হাজাৰ দিছে—পৱিত্ৰৰ খেতি পথাৰ উন্নত কৰিবলৈ আৰু বাকী পচিশ হেজাৰ

দিছে সাদৰীক। ভাৰতীয় সংস্কৃতিৰ ইতিবৃত্তৰ কপিৰাইট্ দিছে মদনক। চিঠিখন পঢ়িবলৈ ল'লে। তাত লিখা আছে—

মৰমৰ সাদৰী আৰু কল্যাণীয় মদন,

সাদৰীৰ মোমায়েক হওঁ মই। সেই সূত্ৰে মই তোমাক কল্যাণীয় আৰু তুমি সম্বোধন কৰিছোঁ। মোৰ মৰম লবা, সাদৰী! মোৰ সিদ্ধি হৈছে। 'ভাৰতীয় সংস্কৃতিৰ ইতিবৃত্তই' সমাদৰ লভিছে পণ্ডিত আৰু বিদ্বান্ সমাজত। সেই কিতাপৰ পৰা আয় হৈছে পচিছ হেজাৰ টকা। বাকী টকা মোৰ চাকৰিৰ আয়। মই চাকৰি কৰিছিলোঁ পাঁচশ টকা দৰ্মহাত—ডাঃ বিষ্ণুপ্ৰসাদ পাণ্ডেৰ গৱেষণাৰ সহায়ক হিচাবে—বিশ্ববিদ্যালয়ৰ অধীনত। সেই গৱেষণাৰ সহায়ক হিচাবে থকাত মোৰ গ্ৰন্থ প্ৰণয়নৰ সুবিধা হ'ল। তোমালোকৰ তাত মই যি ছমাহ আছিলো—সেই ছয়মাহ মই ছুটীত আছিলো আৰু ডাঃ পাণ্ডে আছিল বাৰ্লিণত। সাংসাৰিক জীৱনত এয়ে মোৰ সিদ্ধি। আধ্যাত্মিক জীৱনৰ সিদ্ধিৰ বাবে মই প্ৰস্তুত হৈছোঁ। উপযুক্ত গুৰু মই পাইছোঁ। তোমালোক গুচি যোৱাৰ পাচতেই তেখেতৰ লগত মমো যাম। সন্যাস গ্ৰহণ কৰিম। এই ঘৰ পাঁচশ টকাত ভাৰা চলিব। চুক্তিপত্ৰ ইয়াৰ লগতে দিলোঁ। সুধীন্দ্ৰৰ নামত মাহে মাহে টকা যাব। মোৰ ইচ্ছা সি সংস্কৃতত এম-এ পাচ কৰি যেন বিলাতলৈ যায়। উপযুক্ত শিক্ষা লৈ ইচ্ছামতে ভ্ৰমণ কৰি যেন ভাৰতীয় সংস্কৃতিৰ গৱেষণা কৰে।

এই ঘৰ মই নিজৰ উপাৰ্জ্জনৰ দ্বাৰা কিনা নাছিলোঁ। পৈতৃক ধন আছিল দহ হেজাৰ টকা আৰু পৈত্ৰিক মাটি-সম্পত্তি বিক্ৰী কৰি পাওঁ বিশ হেজাৰ টকা। এই ত্ৰিশ হেজাৰ টকাৰে এই ঘৰ কিনোঁ।

ভিনিহী দুলাল শৰ্মা আছিল এজন প্ৰাইমাৰী স্কুলৰ দুখীয়া শিক্ষক। পিতাৰ মৃত্যুৰ সময়ত এই দহ হেজাৰ টকা তেওঁৰ হাতত জমা দিয়ে মোক সময়ত দিবলৈ। মোক সেই কথা পিতাই কোৱা নাছিল। খুব বেছি বিশ্বাস আছিল—পিতাৰ দুলাৰ শৰ্ম্মাৰ ওপৰত। ভিনিহীয়ে মোক সেই টকা দি যায়। তাতকৈ বেছি টকা দিয়া নাছিল। প্ৰমাণ আছিল পিতাৰ নিজৰ হাতৰ আখৰৰ চিঠি এখন মোলৈ লিখা। টকা দিয়াৰ সময়ত সেই চিঠি মোক দিছিল ভিনিহীয়ে।

মাটি-বাৰীৰ পৰিচালনাৰ ভাৰ দি যায় ভিনিহীৰ হাতত। মাটি-বাৰীৰ সম্পত্তিৰ আয়ৰ এপইচাও তেওঁ নিজৰ বাবে খৰচ কৰা নাছিল। হিচাব থৈ গৈছিল! আয়ৰ টকাৰে নতুন মাটি কিনি মোৰ নামত সম্পত্তি বঢ়াইছিল। পিতাই পৰিচালনাৰ বাবদ চাৰি পুৰা মাটি তেওঁক দি গৈছিল। তেওঁ গ্ৰহণ নকৰি মোৰ নামত পুনঃ দলিল কৰি দিছিল। পৰিয়ালটোৰ বাবে যিখিনি ধানৰ অকুলান হৈছিল সেইখিনি মাখোন খৰচ কৰিছিল। তেওঁৰ নিজৰ মাটিৰ ধানেৰে কেতিয়াবা কেতিয়াবা বছৰটো নগৈছিল। এইবোৰ কথা মই পাচতহে বুজিব পাৰোঁ।

সাদৰী। তোৰ মা সত্যৱতী আছিল মোৰ বাইদেউ। কেইবা পুৰুষো হৈ যোৱা বংশৰে মাহী এগৰাকীৰ ছোৱালী। সেইবাবে তোৰ লগত মোৰ বিয়া হোৱাত কোনো বাধা নাছিল। এই বিবাহৰ প্ৰস্তাৱ হৈছিল পিতা বাচি থাকোঁতে। তেতিয়া তই আঠ ন বছৰীয়া বয়সৰ মাথোন। মোৰ বয়স ষোল কি সোতৰ। প্ৰবেশিকা পৰীক্ষা পাচ কৰিছোঁ মাথোন। গুৱাহাটীৰ কলেজত পঢ়োঁতে মোৰ বিয়াৰ প্ৰস্তাৱ কেইবাটিও হয়। ভিনিহীয়ে অসন্মতি জনায়। তাৰ পাচত হঠাৎ তেওঁৰ মৃত্যু হয়। তোৰ লগত মোৰ বিয়াৰ কথা তেওঁ কিয় যে কাৰো আগত একো কৈ নগ'ল—বুজিব নোৱাৰোঁ। হয়তো সময়ত পাহৰিলে। কিয় যে পূৰ্ব্বৰ কথাৰ কোনো উল্লেখ তেওঁ কʼতো কৰা নাছিল—বুজিব নোৱাৰিলোঁ। ইমানবোৰ সম্পত্তি ভিনিহীৰ হাতত পৰাই ওচৰ-চুবুৰীয়াই তেওঁৰ বিষয়ে নানা প্ৰকাৰ অপ্ৰীতিকৰ মন্তব্য কৰিছিল। মোৰ লগত মনান্তৰ কৰিবৰ বাবে মোক যে বুদ্ধি দিয়া নাছিল সেইটো নহয়। মই কেতিয়াও ভিনিহীৰ ওপৰত আস্থা হেৰুৱা নাছিলোঁ। তাৰ পিচত তোৰ বিৰুদ্ধে, তোৰ মা সত্যৱতী বাইদেওৰ বিৰুদ্ধেও মোক নানা প্ৰকাৰ অসঙ্গত আৰু কচি বিগৰ্হিত কথা কৈ মোৰ মন তহঁতৰ প্ৰতি বিৰক্ত কৰিবলৈ যত্ন কৰিছিল। মোৰ স্বভাব-চৰিত্ৰৰ দোষ আছে বুলিও দেউতাৰাৰ আগত কৈছিল। মোৰ বিশ্বাস এনেবোৰ অপ্ৰীতিকৰ কাহিনীৰ কাৰণে ভিনিহীয়ে মোৰ বিয়া আন ঠাইত হলেহে ভাল হয়—তেনে ভাবিছিল। তেতিয়া হʼলে তেওঁৰ নিঃস্বাৰ্থতা তেওঁ সম্পূৰ্ণ দেখুৱাবৰ সুযোগ পাব। সেইবাবেই হয়তো নকʼলে। সি যিয়েই নহওক, সেইটো তেওঁৰ মনৰ কথা।

তোৰ ফালৰ পৰা—তোৰ বয়স নিচেই কম। ভিনিহীৰ মৃত্যুৰ পাচত অন্য মানুহৰ কুৰটনা বাঢ়ি গʼল। তহঁতৰ কাণত নানা কথা পেলাব ধৰিলে। তোৰ কোমল মন মুচৰি গʼল। তোৰ নিজৰ কথা তই নিজে বেচি জান।

মোৰ নিজৰ ফালৰ কথা—তোক মই বৰ ভাল পাইছিলোঁ। তোৰ শিশু কালত তোক কোলাত লৈ ফুৰিছিলোঁ মই। পিতা তেতিয়া বাঁচি আছিল। দুয়োখন ঘৰ এখন ঘৰৰ নিচিনা আছিল। পিতাৰ মৃত্যুৰ সময়ত পিতাৰ আদেশ হʼল তোৰে মোৰ বিয়া হʼব লাগে। পিতৃৰ আদেশ বুলি ভাবি ময়ো মনে মনে সন্মত হৈছিলোঁ যদিও এই আদেশ মই ভাল পোৱা নাছিলোঁ। মৰণোন্মুখী পিতৃৰ আদেশ পালন কৰিবলৈ মই সাজু আছিলোঁ।

বোধকৰোঁ সকলো মানুহৰে জীৱনত এনে এটি সময় আছে যিটো সময়ত মানুহে বিয়াৰ কাৰণে ইচ্ছুক হয়। সেইদৰে মোৰো বিয়া কৰাবৰ কামনা এটি এসময়ত অন্তৰত জাগিছিল। তেতিয়া ভিনিহীৰ মৃত্যু হৈছে। মানুহৰ নানা কুৰটনা চলি আছিল। বিয়া দিব লগা ছোৱালীৰ লগত সম্বন্ধ আহিব ধৰিলে। মই নিৰুপায় হৈ তোৰ পাণি প্ৰাৰ্থী হলোঁ। তই প্ৰত্যাখ্যান কৰিলি।

তেতিয়া মোৰ স্নেহ তোৰ প্ৰতি প্ৰেমত পৰিবৰ্ত্তিত হৈছিল। মই তোক মোৰ পত্নীৰূপে পাম এই আশা মোৰ সম্পূৰ্ণ আছিল; কিন্তু তই তাক প্ৰত্যাখ্যান কৰিলি। মোৰ অন্তৰ ভাঙি গ'ল। মই তেতিয়া বি-এ পৰীক্ষা দিছিলোঁ। মই নিৰুদ্দেশ হলোঁ। কেইবা বছৰবো পাচত শিক্ষকতা কাম কৰি এম-এ পাছ কৰি ডাঃ পাণ্ডেৰ ওচৰত গৱেষণাৰ কাৰ্য্যত নিযুক্ত হৈছিলোঁ। ক্ৰমে মোৰ বিয়াৰ ইচ্ছা নাইকীয়া হ'ল। তোৰ প্ৰতি মোৰ প্ৰেমৰ গতি পৰিবৰ্ত্তিত হ'ল। পুনৰ স্নেহৰ বশৱৰ্ত্তী হলোঁ। মই যেতিয়া বুজিছিলোঁ যে মোৰ অন্তৰৰ প্ৰেম মৰি বিমল স্নেহত পৰিণত হৈছিল তেতিয়া তোৰ ওচৰত গৈ মই উপস্থিত হৈছিলোঁ। তেতিয়া তই এজনৰ বিবাহিতা স্ত্ৰী। তই কিন্তু মোক বুজি নাপালি। মোৰ প্ৰতি তোৰ কঠিন ভাব, কঠোৰ ব্যবহাৰ, হয়তো বা ঘৃণা কিয় ওপজিছিল মই একেবাৰে বুজা নাছিলোঁ। নীৰৱে সহিলোঁ মই। মোৰ মোৰ বুলিবলৈ জগতত কোনো নাই। তয়ে মোৰ একমাত্ৰ আপোনজন।

মই মোৰ পৈত্ৰিক সম্পত্তি বিক্ৰী কৰি গুচি আহিলোঁ। কাশীত ঘৰ কিনি ললোঁ। লক্ষ্মী, সৰস্বতী দুয়োজনাৰে অসীম কৃপাত বিপুল সম্পত্তিৰ মালিক হলোঁ। তোৰ জীৱনৰ স্বচ্ছলতা নাই। তোৰ ল'ৰা আছে। তাৰ শিক্ষাৰ আৱশ্যক। মোৰ সম্পত্তিৰ মালিক তোৰ ল'ৰাক পাতিবলৈ মোৰ অধিকাৰ আছে। ই চেনেহৰ দানেই নহয়; আইনৰ ফালৰ নহলেও নৈতিকতাৰ ফালৰপৰা সুধীন্দ্ৰৰ ইয়াত অধিকাৰ আছে।

তইঁতৰ তাত থাকোঁতে মোৰ গৱেষণাত সহায় কৰিছিল—স্বামীজীৰ গ্ৰন্থাগাৰে। আশ্ৰমৰ আৰু গ্ৰন্থাগাৰৰ উন্নতি কৰা মোৰ নৈতিক কৰ্ত্তব্য। পবিত্ৰ বাবু আশ্ৰমৰ প্ৰতিষ্ঠাতা। পবিত্ৰ বাবুক সহায় কৰাও মোৰ নৈতিক কৰ্ত্তব্য।

এই জীৱনত মোৰ কৰ্ত্তব্য শেষ হৈছে। পৰকালৰ চিন্তা কৰা মোৰ কৰ্ত্তব্য। সেই কাৰণেই সন্ন্যাস গ্ৰহণৰ উদ্দেশ্য লৈছোঁ।

চেনেহৰ টান আছিল কাৰণেই হয়তো ভগৱানে তইঁতক ইয়ালৈ অৰ্থাৎ মোৰ ওচৰলৈ টানি আনিছিল। মোৰ অন্তৰৰ সুবিমল স্নেহ, আশীৰ্ব্বাদ আৰু প্ৰীতিৰ নিদৰ্শন এই উইল গ্ৰহণ কৰি মোৰ আত্মাৰ তৃপ্তি আনিবি, সাদৰী। ই মোৰ ঋণ মুক্তিৰ প্ৰয়াস মাথোন। মই বিদায় হওঁ—

ইতি
তইঁতৰ মৰমৰ
হলধৰ

কোন্ মানুহৰ জীৱন-ধাৰা কোন্ ফালে গতি কৰে তাৰ খবৰ কোনে ৰাখে?

হলধৰৰ এই মহান্ ত্যাগত শেৱালী, পবিত্ৰ, মদন সকলোটি বিস্মিত আৰু মুগ্ধ হ'ল। মাত্ৰ সাদৰীৰ মুখ মলিন হৈ প'ল— নীৰৱ নিস্তব্ধ হৈ থাকিল।

শেৱালীৰ দৃষ্টিত সাদৰীৰ মুখৰ আকৃতি ধৰা পৰিল। শেৱালীয়ে সুধিলে—তুমি দেখোন একো কোৱা নাই, বাইদেউ! সাদৰীয়ে একো উত্তৰ নিদিলে। সকলোৱে বুজিলে যে এই কথাত সাদৰী আনন্দিত হোৱা নাই। তেওঁলোক বিস্মিত হ'ল যেতিয়া সাদৰী উঠি ভিতৰলৈ গুচি গ'ল।

মদনে শেৱালীক ক'লে—সাদৰীৰ মনত কিবা দুখ নহয়তো আসোঁৱাহ আছে। নহলে সাদৰীয়ে কিয় একো নমতাকৈ গ'ল। তুমি যোৱাচোন ভনিটি! সোধাগৈ, তেওঁৰ এই কথাত কিবা আপত্তি আছে নেকি?

শেৱালী উঠি গৈ দেখে, যে সাদৰীয়ে বিছনাত পৰি উচুপি উচুপি কান্দিব ধৰিছে।

কিয় কান্দিছা; বাইদেউ—শেৱালীয়ে সাদৰীৰ কাষত বহি সুধিলে। সাদৰীয়ে বেছিকৈহে কান্দিব ধৰিলে।

হ'ল কি বাইদেউ? শেৱালীয়ে পুনঃ সুধিলে। সাদৰীয়ে মনৰ কথা কোনো দিন প্ৰকাশ কৰি কাকো কোৱা নাই। নিজেই অন্তৰত দেই পুৰি মৰিছে। কিন্তু আজি সাদৰীৰ মনত বিষম আঘাত লাগিছে। হলধৰৰ প্ৰতি খং উঠিছে। সাদৰীক হলধৰে এইপাত শেল কিয় বহুৱালে? কিয় এনেকৈ অপমান কৰিলে। সাদৰীয়ে হলধৰৰ এই ব্যৱস্থা সাদৰীৰ প্ৰতি অপমান বুলি ধৰি লৈছিল। কথা আজি কবই লাগিব। ফল যিয়েই নহওক। তথাপি শেৱালীৰ আগত তেতিয়াও সম্পূৰ্ণকৈ খুলি নকৈ মাথোন ক'লে—ই অপমান শেৱালী! পৰৰ সম্পত্তি গ্ৰহণ কৰিবলৈ আমাৰ কি অধিকাৰ আছে? আমি তেওঁৰ দান গ্ৰহণ নকৰিবও পাৰোঁ—এনে ভাব তেওঁৰ কিয় নহ'ল? আমি ধনৰ লোভত ন্যায় অন্যায় বিচাৰ নকৰিম, অধিকাৰ অনধিকাৰ বিচাৰ নকৰিম এনে ভাব তেওঁ কিয় ললে? এই দান গ্ৰহণ কৰাত মোৰ দুৰ্ঘোৰ আপত্তি। মোৰ ল'ৰাই যদি নিজে উপাৰ্জ্জন কৰিব নোৱাৰে, মোৰ স্বামীয়ে যদি নিজে উপাৰ্জ্জন কৰিব নোৱাৰে পৰৰ ধনেৰে ধনী হব নে? সেইটো কেতিয়াও হব নোৱাৰে, শেৱালী!

তুমি এইবোৰ কি কথা ভাবিছা? বাইদেউ! কটকীদেৱৰ তোমাতকৈ আপোনজন কোন্ আছে? আপোনাৰ জনক মানুহে সম্পত্তি দান কৰাটো চিৰন্তন প্ৰথা। তাত তোমাৰ আপত্তি থকা একেবাৰে অনুচিত, বাইদেউ! তোমাৰ বেয়া পাবৰ কোনো কাৰণ নাই; বৰঞ্চ আমিহে বেয়া পাব লাগিছিল। কাৰণ তোমাৰ সম্পৰ্কত থকা বাবে আমাকো কিছু দান কৰি সৌজন্য দেখুৱাইছে।

এইটো নহয় শেৱালী! তেখেতক আৰু পৱিত্ৰ বাবুক ইয়ালৈ মাতি আনা। মই বৰ অশান্তি পাইছোঁ বুলি সাদৰী পুনৰ বিছনাত পৰি গ'ল। শেৱালীয়ে দেখিলে যে সাদৰী মূৰ্চ্ছা গৈছে। শেৱালীয়ে জৰুৰীকৈ মদন আৰু পৱিত্ৰক খবৰ দিলে। মদনে মূৰত পানী ঢালিব ধৰিলে আৰু শেৱালীয়ে বিচনীৰে বিচিব ধৰিলে।

পবিত্ৰই স্মেলিংচেণ্টৰ বটল এটি যোগাৰ কৰি আনি সাদৰীৰ নাকত ধৰিলে। ক্ৰমে সাদৰী সুস্থ হৈ উঠিল। লাহে লাহে কব ধৰিলে—

শুন্ শেৱালী। শুনক আপোনালোক দুয়ো। হলধৰ মামাই মোক অপমান কৰিছে। মই এই দান গ্ৰহণ কৰিবলৈ অপৰাগ। মোৰ স্বামী বা পুত্ৰৰো এই দান গ্ৰহণ কৰাৰ কোনো অধিকাৰ নাই।

তুমি কি কৈছা সাদৰী? দান গ্ৰহণত অধিকাৰ নাথাকিব পাৰে; কিন্তু অপমান কেনেকৈ কৰিছে?

সাদৰী প্ৰকৃতিস্থা হৈছে আৰু কথা কবলৈ মনৰ বল গোটাই লৈছে। তেওঁ কবলৈ ধৰিলে—আপোনালোকে এতিয়াও বুজা নাইনে কেনেকৈ অপমান কৰিছে?—আমি এই দান গ্ৰহণ কৰিম নে নকৰিম তেওঁ সোধা নাই; তদুপৰি তেওঁৰ দান গ্ৰহণ কৰিম বুলি তেওঁ ধৰি লোৱাত আমাক হেয় কৰা হৈছে। আমি যে গ্ৰহণ নকৰিবও পাৰোঁ—তেওঁ তেনে কথা ভবা উচিত আছিল।

মদনে সাদৰীৰ যুক্তি বুজি পালে আৰু গৌৰৱ অনুভব কৰিলে। সাদৰী আপোনাৰ জন। আপোনাৰ জনক নিজৰ অভিৰুচি মতে সম্পত্তি দান কৰি গৈছে। সেই কাৰণে মদনে পোনতে এইদৰে ভবা নাছিল আৰু সাদৰীয়ে যে অপমানিতবোধ কৰিব তাকো ভবা নাছিল।

দান গ্ৰহণত তোমাৰ কিয় অধিকাৰ নাই? তোমাতকৈ তেওঁৰ আপোন কোনো নাই।

সেইটো হয়—সাদৰীয়ে ক'লে। আজি হয়তো মোৰ জীৱনৰ চৰম পৰীক্ষাৰ দিন। হয়তো আজি মই আপোনাৰ চকুত দোষী; হেয় বলি পৰিগণিত হম। তথাপি কবই লাগিব। আপোনালোকে ইতিমধ্যে জানিব পাৰিছে যে হলধৰ মামা মোৰ দূৰ সম্পৰ্কীয় মামাহে। সেইকাৰণেই মোৰ লগত তেওঁৰ বিয়াৰ বন্দবস্ত কৰি গৈছিল তেওঁৰ পিতাকে। এইবোৰ সকলো তেওঁৰ চিঠিৰ পৰাই আপোনালোকে জানিব পাৰিছে। তেওঁৰ পিতাকে মোৰ লগত তেওঁৰ পুত্ৰৰ বিবাহ হোৱালৈ বাট চাবৰ সময় নাপালে। সেইকাৰণে তেওঁ একপ্ৰকাৰ তেওঁৰ পুত্ৰক আৰু সম্পত্তি আমাক দান কৰি যোৱাৰ নিচিনা কৰি গৈছিল। পিতাই বন্ধুত্বৰ খাতিৰত আৰু বিশেষকৈ মৰণোন্মুখী বন্ধুৰ অনুৰোধত কোনো অসম্মতি প্ৰকাশ কৰা নাছিল। মামা তেতিয়াৰপৰাই আমাৰ ঘৰত থাকিল আৰু পিতাই সম্পত্তি পৰিচালনা কৰিছিল। আমি অৰ্থাৎ মা, হলধৰ মামা আৰু মই ভাবিছিলো যে আমাৰ বিয়া হব। উভয়ৰ মনত এইভাব হোৱা কাৰণে আমি উভয়ে উভয়ক ভাল পাইছিলোঁ আৰু বিয়া হলে আমি বৰ সুখী হম এনে ভাব হৈছিল।

কিন্তু মানুহৰ নানাপ্ৰকাৰ কথাই আমাৰ মনত বৰ আঘাত দিব ধৰিলে। ধনৰ লোভত পিতা এই সম্বন্ধত মান্তি হৈছে, দূৰ সম্পৰ্কীয় মোমায়েক হলেও

ইমানদিনে মোমাই বুলি মতাৰ পিছুভনো সাদৰীক কেনেকৈ হলধৰৰ লগত বিয়া দিয়ে? ইত্যাদি কথাই পিতাৰ মন সমাজৰ প্ৰতি বিদ্ৰোহী হৈ উঠিল। মা'ই কোনোদিন নিজৰ মতামত কাকো কোৱা নাছিল। পিতাৰ মতেই মত বুলি ভাবি আছিল।

অইনপিনে আমাৰ প্ৰণয় দিনে দিনে বাঢ়ি আহিছিল—কাৰণ আমাৰ জনা আছিল যে আমি উভয়ে এদিন বিবাহসূত্ৰত আবদ্ধ হম। বিয়ালৈ মাথোন দুমাহমান বাকী আছে—এনেতে পিতা মৃত্যু শয্যাত পৰিল। আত্মনিৰ্ভৰশীল আৰু আত্মসম্মানী পিতাই ধনৰ লোভত হলধৰক জোঁৱাই কৰিব ওলোৱা বুলি মানুহে কৰা ৰটনা শুনি তেওঁ বৰ অস্থিৰ হৈছিল। আমাৰ সমাজে পিতাৰ আত্মত্যাগ, সাধুতা আৰু বন্ধুত্বৰ মোল নুবুজিলে। এয়ে আমাৰ সমাজ। আমাৰ ঘৰখনৰ আৰু তেওঁলোকৰ ঘৰৰ চৈধ্য পুৰুষলৈকে দুৰ্ণাম ৰটিছিল—মিছা কথা সাজিলে। কি অধঃপতিত এই সমাজ! ভাবিলেও মোৰ ঘৃণা হয়।

মৰিবৰ সময়ত পিতাই মোক অকলে মাতি নি ওচৰত বহুৱাই সুধিলে—মা। হলধৰৰ লগত তোৰ বিয়া নহলে তই দুখ পাবি নেকি?

মই একোকে মতা নাছিলোঁ। পিতাই ক'লে, ক' মা, তোৰ যদি ইচ্ছা হয়—মই বাধা নিদিওঁ, কিন্তু মোৰ মত নাই। মই তোৰ মুখৰ পৰা এষাৰ নিশ্চিত কথা শুনিলে শান্তিত মৰিব পাৰোঁ। ক', মা! তোৰ মত কি?

আপোনাৰ মতৰ বিৰুদ্ধে মোৰ বিয়া কাৰো লগত হব নোৱাৰে, পিতা! মই ধীৰে ধীৰে ক'লোঁ।

শুন্ মা! এই বিয়া হ'লে একো দোষৰ কথা নহয়। মোৰো সম্পূৰ্ণ মত আছিল; কিন্তু সমাজৰ মানুহে বিবোৰ কথা আলোচনা কৰিছে তাৰ দ্বাৰা মোৰ সুনামৰ হানি হৈছে। পৰৰ সম্পত্তিৰ লোভ মই কাহানিও কৰা নাই। আনফালে হলধৰ সম্পত্তিবান্ হৈও ঘৰজোঁৱাঁইহে হব ইত্যাদি কথাও মানুহে আলোচনা কৰিছে। মই তাৰ সম্পত্তিৰ এক পয়চাও আত্মসাৎ কৰা নাই। সি আন ঠাইত বিয়া কৰাই স্বাধীন হৈ থাকিব পাৰিব। মই তাক নিজৰ ল'ৰাৰ নিচিনা ব্যৱহাৰ কৰিছোঁ। তাৰ পিতাক বাঁচি থাকিলে তাৰ প্ৰতি যেনে ব্যৱস্থা কৰিলেহেঁতেন মই তাকেই কৰি দিছোঁ। হলধৰে যদি আন ঠাইত বিয়া কৰায় তেন্তে সমাজে বুজিব যে আমি স্বাৰ্থলোভী নাছিলোঁ। সমাজৰ মুখত ছাই পৰিব। সমাজত এজন নহয় এজন ভাল মানুহ আছেই। তেওঁলোকে আমাৰ যশস্যা গাব। মই যে সম্পত্তিৰ লোভত নিজৰ মান সন্মান বলি দিয়া নাই—সেইটো মানুহে বুজক। তোৰ বিয়া আন ঠাইত হব। বিয়া এইদৰে ভাঙি, বিয়া মণ্ডপৰ পৰা দৰা উঠি যায় আৰু সেই ছোৱালীবো বিয়া আন ঠাইত হয়। তোক মই অন্তৰ ভৰা আশীৰ্ব্বাদ দিছোঁ—তই আজীৱন সুখী হবি। তোৰ ভৱিষ্যৎ উজ্জ্বল হ'ব। তই বেয়া নাপাবি, মা। পিতা নীৰৱ হ'ল।

মই মাতিলোঁ—পিতা। পিতা। পিতাৰ কফ গলত লাগিছিল। অলপ সময়ৰ পাছত আকৌ ক'লে—ক, মা। তোৰ আপত্তি আছে নেকি? তোৰ যদি হলধৰৰ লগত বিয়া হোৱাটোই একান্ত ইচ্ছা তেন্তে তাত মই বাধা নিদিওঁ। সমাজক ভয় নকৰোঁ। দুৰ্ণাম বটে ৰটক। তোৰ সুখ হ'লেই হ'ল।

পিতাৰ মৃত্যুৰ সময়ত মই প্ৰতিশ্ৰুতি দিছোঁ যে এই বিয়া হব নিদিওঁ আৰু নিদিলোঁ। ভাল অৱশ্যে তেওঁক মই পাইছিলোঁ তেৰোঁ মোক ভাল পাইছিল; কিন্তু বিয়া যেতিয়া নহ'ল তেওঁৰ সম্পত্তিৰ ওপৰত আমাৰ কি অধিকাৰ আছে? মই যদি তেওঁৰ লগত বিয়া প্ৰত্যাখ্যান কৰিব পাৰোঁ, সম্পত্তিও যে প্ৰত্যাখ্যান কৰিব পাৰোঁ সেইটো তেওঁ ভবা উচিত আছিল। এনেকৈ কৈ সাদৰী উত্তেজিতা হৈ উঠিল।

মদনে সান্ত্বনা দি ক'লে—সাদৰী। তেওঁৰ প্ৰতি তুমি অবিচাৰ নকৰিবা। তুমি সম্পত্তি প্ৰত্যাখ্যান কৰিব পাৰা, এনে কথা তেওঁ ভবা নাই। তাৰ দ্বাৰা বুজা যায় যে তেওঁ এতিয়াও তোমাক অতি আপোন বুলি ভাবি আছে। সৰল ভাবে ভাবিছে। সন্ন্যাস পথৰ পথিক তেওঁ। বিগত দিনৰ স্মৃতিয়ে তেওঁক পথভ্ৰষ্ট কৰিব নাইবা তুমিও মনত দুখ পাবা ইয়াকেই ভাবি তেওঁ আমাৰ লগত আলোচনা নকৰাকৈ এইটো কাম কৰিছে। ইমান পণ্ডিত, ইমান মহৎ মানুহ এজনৰ বিৰুদ্ধে বেয়া কথা নাভাবিবা। তেওঁ ছমাহ আমাৰ ঘৰত থাকি গ'ল, কিন্তু তেওঁ তোমাৰ পৰা যথোচিত ব্যৱহাৰ নাপালে। ময়ো তেওঁক বুজি নাপাই ভাল ব্যৱহাৰ কৰা নাই; কিন্তু তেওঁ কোনোদিন অসন্তোষ প্ৰকাশ কৰা নাই বা আমাৰ ওপৰত খং কৰি গুচি যোৱা নাই। তেওঁৰ সৰলতাক অবিশ্বাস কৰিলে ভগৱানক অবিশ্বাস কৰা হ'ব। তেওঁৰ স্থান আমাতকৈ বহু ওপৰত।

এই বুলি কৈ মদনে প্ৰস্তাৱ দিলে, যে আমি তেওঁৰ সম্পত্তি গ্ৰহণ নকৰি তেওঁৰ নামতে এটি অনুষ্ঠান পাতিব পাৰোঁ। তেওঁৰ টকাৰ দ্বাৰা আৰু কাশীত থকা ঘৰটোৰ আয়ৰ দ্বাৰা আমি এখন দাতব্য—চিকিৎসালয় আশ্ৰমত পাতি দিব পাৰোঁ। পুথিখনৰ আয়ৰ টকাও আমি ইয়াত খৰচ কৰিম।

কি কব, ৰাম। তই।

পবিত্ৰ মান্তি হ'ল। সাদৰীয়েও সম্মতি দিলে।

ঘৰ দুৱাৰ সজা হোৱাৰ কিছুদিন পাছত স্বামীজীয়ে আহি দাতব্য চিকিৎসালয়ৰ দুৱাৰ মুকলি কৰিলে। মহান্ ব্যক্তি এজনৰ মহান্ ত্যাগত দেশত এটি অনুষ্ঠান গঢ়ি উঠিল।

***

# পাতনি

এই উপন্যাসখনি অসমীয়া সমাজৰ ঘৰুৱা এটি চিত্ৰ। এই চিত্ৰ অঙ্কন কৰোঁতে অসমীয়া গৃহস্থৰ সাংসাৰিক জীৱনৰ সমস্যাই প্ৰগতিশীল সমাজৰ বিৱৰ্ত্তনৰ সন্ধিক্ষণত কেনে ৰূপ লৈছে—সেই অনুভূতিৰে লিখিবলৈ যত্ন কৰা হৈছে। এই প্ৰচেষ্টা কিমান সফল হৈছে পঢ়ুৱৈ সমাজৰ বিচাৰ্য্য।

লিখক

## (এক)

বীৰেনে এম, এ পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰিব নোৱাৰিলে। বি, এৰ অন্ধত প্ৰথম শ্ৰেণীৰ অনাৰ্চ পাই প্ৰথম স্থান অধিকাৰ কৰিছিল। সকলো আচৰিত হ'ল। বীৰেনে মৰ্ম্মান্তিক দুখ পালে। দ্বিতীয় স্থান অধিকাৰ কৰি প্ৰথম শ্ৰেণীত পাছ কৰিলে। সকলোৱে আই, এ, এছ্ পৰীক্ষা দিবলৈ ক'লে—সি নিদিলে। ঘৰতে বহি থাকিল। কেইবাখনো কলেজৰপৰা অধ্যাপক পদত মাতিলে—নগ'ল। বিশ্ববিদ্যালয়েও মাতিলে—সি ধন্যবাদেৰে সৈতে প্ৰত্যাখ্যান কৰিলে।

বাপেক ৰায়বাহাদুৰ মহাদেৱ চৌধুৰী। আহোম ৰজাৰ দিনৰ চৌধুৰী বংশ। বৰ সম্ভ্ৰান্ত পৰিয়াল। আগৰ কায়স্থ নহলেও বিয়াবাৰু কায়স্থ সমাজৰ লগতেই চলে। কায়স্থ শ্ৰেণীত ভুক্ত হৈ গৈছে। ৰায়বাহাদুৰৰ গুণ আৰু যশস্যাৰ কাৰণে সকলোৱে ৰায়বাহাদুৰক ভক্তি কৰি চলে। আহোম ৰজাৰ দিনৰপৰা ভূসম্পত্তিৰ আয়ৰ বলত সংসাৰ চলে, সমাজ সেৱা চলে আৰু দেৱকাৰ্য্য পিতৃকাৰ্য্য চলে। চৌধুৰী ডাঙৰীয়া স্বাধীন মনোবৃত্তিৰ মানুহ। বীৰেনে চাকৰি কৰিব নোখোজাত বেয়া নাপালে। বৃটিছৰ আমোলৰ ৰায়বাহাদুৰ উপাধি দেশৰ আহ্বানত তেওঁ ত্যাগ কৰিছিল—তথাপিতো মানুহে তেওঁক ৰায়বাহাদুৰ বুলিয়েই কয়। তাত সম্ভ্ৰম আছে—বৃটিছৰ আমোলৰ দাসত্ব মনোভাৱ তাত নাই।

বীৰেনে চৰকাৰী চাকৰি নিবিচৰাত কোনেও আচৰিত নহল। ক'লে যেনে বাপেক তেনে ল'ৰা। বীৰেনহঁতৰ ঘৰ কামৰূপ জিলাৰ মধুপুৰ গাঁৱত—নলবাৰীৰপৰা কিছু আঁতৰত সাত আঠ মাইল দূৰৈত—উত্তৰ ফালে। ঘৰৰপৰা দুই মাইলমান দূৰৈত এখন মধ্য ইংৰাজী স্কুল আছিল। গাঁৱৰ কিছুমান মানুহে সেই স্কুলখন হাইস্কুল কৰিব খুজিলে। ৰায়বাহাদুৰে উৎসাহ দিলে। বীৰেনৰ মনতো উৎসাহ আছিল। তাত অবৈতনিক ভাৱে হেড্মাষ্টৰ হ'ল।

ভাল মানুহৰ শত্ৰুৰ অভাৱ নাই। ৰায়বাহাদুৰে ভাবে যে তেওঁৰ কোনো শত্ৰু নাই; কাৰণ তেওঁ নিজে কাকো অন্যায় নকৰে আৰু যথাসাধ্যে মানুহৰ উপকাৰ কৰে। মানুহে উপকাৰ গ্ৰহণ কৰে, কিন্তু মনে মনে শত্ৰুতা আচৰণ কৰে। নিজৰ মনৰ দাপোনত তেওঁ শত্ৰু চিনি নাপায়।

প্ৰেমানন্দ তেওঁৰ ভতিজাক। পিতৃ-মাতৃহীন। ৰায়বাহাদুৰে প্ৰেমানন্দ আৰু বীৰেনক সমানে মৰম কৰে। বহু যত্ন কৰিও প্ৰেমানন্দক মেট্ৰিকৰ দুৱাৰ পাৰ কৰাব নোৱাৰিলে। দুষ্ট সংসৰ্গত পৰি প্ৰেমানন্দই পঢ়া-শুন এৰি দিয়ে। এতিয়া বীৰেনে এম, এ পাছ কৰি ওলোৱাত প্ৰেমানন্দৰ অন্তৰ্দাহ উপস্থিত হ'ল। তাতে

আকৌ হাইস্কুলৰ হেড্‌মাষ্টৰ হোৱাত মনে মনে বৰ বেয়া পালে। অন্তৰত বিদ্বেষৰ জুই ভালকৈয়ে জ্বলি উঠিল। বীৰেনে বা ৰায়বাহাদুৰে এই কথা বুজি নাপালে।

নতুন হাইস্কুলৰ মেনেজিং কমিটি গঠনত প্ৰেমানন্দই বৰ বিৰোধিতা কৰিলে। প্ৰেমানন্দই গাঁৱৰ শত্ৰু মানুহৰ উচটনি পাই নিজে চেক্ৰেটৰী পদৰ বাবে যত্ন কৰিলে; কিন্তু যাৰ প্ৰতি মানুহৰ নৈতিক সমৰ্থন নাই, তেনে মানুহে সমাজত প্ৰতিষ্ঠা কেনেকৈ পাব? গণতন্ত্ৰৰ যুগত আৰু আনফালে বংশ গৌৰৱৰ প্ৰাধান্য সমাজত লাহে লাহে কমি অহাৰ লগে লগে নতুন পৰিবেশত সকলো মানুহৰে আশা-আকাঙ্ক্ষা বৃদ্ধি হৈছে। প্ৰেমানন্দৰ স্বভাৱ চৰিত্ৰ ভাল হ'লেও চেক্ৰেটৰী পদ পালেহেঁতেন, কিন্তু অসচ্চৰিত্ৰ আৰু দুৰ্বিনীত লোকক এনে দায়িত্বপূৰ্ণ পদত কোনেও সমৰ্থন নজনালে। যিবিলাক লোকে উচটনি দি প্ৰতিযোগিতাত নমাই দিছিল সেইবিলাকেও সময়মতে সমৰ্থন নকৰিলে।

(দুই)

প্ৰেমানন্দ বীৰেনতকৈ বয়সত ডাঙৰ। কাৰো বিয়া হোৱা নাই। ৰায়বাহাদুৰে প্ৰেমানন্দৰ বিয়াৰ যো-জা কৰিলে। ছোৱালী ৰামেশ্বৰ দত্তৰ। তেওঁ এজন প্ৰখ্যাত কন্‌ট্ৰাক্টৰ। সমাজত প্ৰতিষ্ঠা আছে—জনপ্ৰিয়তা আছে। ধন-সম্পত্তি আগৰো আছে—এতিয়াও আৰ্জিছে। লতিকা দেখিবলৈ ধুনীয়া আৰু স্বাস্থ্যৱতী। এই বছৰ ছাত্ৰবৃত্তি পাছ কৰিছে। সকলোৱে এই সম্বন্ধ পছন্দ কৰিলে। ৰায়বাহাদুৰ নিজে গৈ আঙঠি পিন্ধাই আহিল। ৰায়বাহাদুৰে প্ৰেমানন্দৰ কোনো অভিমত গ্ৰহণ নকৰিলে। ৰায়বাহাদুৰৰ মতৰ বিৰুদ্ধে যে প্ৰেমানন্দ থিয় হ'ব পাৰে এনে কথা তেওঁ কল্পনাও কৰা নাছিল। প্ৰেমানন্দৰ এই বিয়াত আপত্তি কৰিবৰ একো কাৰণ নাই; কিন্তু বীৰেনৰ প্ৰতি যে তাৰ বিদ্বেষ জাগি উঠিছে—সেই হিংসা জুইৰ তাপত উত্তপ্ত হৈ প্ৰেমানন্দই এই বিয়াত সম্মত নহৈ বিৰুদ্ধাচৰণ কৰিব ধৰিলে। খুৰায়েকৰ আগত কোনো কথা ভাঙি-পাতি নকৈ আৰ-তাৰ আগত সম্পত্তি ভাগৰ প্ৰশ্নহে তুলিলে। ৰায়বাহাদুৰে বিয়াৰ যোগাৰ পাতি কৰিব ধৰিলে আৰু ছোৱালীৰ বাপেক ৰামেশ্বৰ দত্তক মাতি আনি বিয়াৰ দিন স্থিৰ কৰিলে। বিয়াৰ দিন স্থিৰ কৰি ৰামেশ্বৰ দত্ত গুচি যোৱাৰ পাচত বীৰেনৰ মাকে ৰায়বাহাদুৰক ক'লে—আপুনি এইখন কি পাতিছে? প্ৰেমে বেলেগ হোৱাৰ প্ৰস্তাৱ দি ফুৰিছে আৰু আপুনি তাৰ বিয়া পাতিছে। আপুনি শেষত লাজত পৰিব।

ৰায়বাহাদুৰ বৰ আচৰিত হ'ল। প্ৰেমানন্দৰ মতিগতি ভাল বাটে যোৱা নাই বুলি তেওঁ সন্দেহ কৰিছিল; কিন্তু বিয়াৰ পাছত দায়িত্ব মূৰত পৰিলে চৰিত্ৰ সংশোধন হৈ যাব বুলি তেওঁ ভাবিছিল। আৰু ভাবিছিল যে বীৰেনে সম্পত্তি

চলাব নোৱাৰিব। প্ৰেমানন্দকে উমৈহতীয়া সম্পত্তি চলোৱাৰ ভাৰ দিব। হাইস্কুলৰ মেনেজিং কমিটি গঠনত প্ৰেমানন্দই গোলমালৰ সৃষ্টি কৰা কথা তেওঁৰ কাণত পৰিছিল; কিন্তু সেই কথাত তেওঁ বৰ গুৰুত্ব দিয়া নাছিল। তেওঁৰ পত্নী অন্নদা দেবীৰ কথাত তেওঁ বিচলিত হ'ল। ৰায়বাহাদুৰৰ ঘৰত আন কোনো মানুহ নাই। বীৰেন, প্ৰেমানন্দ, তেওঁ নিজে আৰু অন্নদা দেৱী এই চাৰি।

গাঁৱৰ মানুহৰ মনত অন্নদা দেৱী সাক্ষাৎ অন্নপূৰ্ণা। সকলোৰে অভাৱ-অভিযোগ তেওঁ পূৰণ কৰে। অন্নদা দেৱীৰ কাৰণে গাঁৱত কোনো মানুহে হাজাৰ দুখীয়া হ'লেও লঘোনে থাকিব নোৱাৰে। সকলোৰে খবৰ তেওঁ জানে আৰু যথা সময়ত উপযাচি তেওঁ মানুহক সাহায্য কৰে। গাঁৱৰ মানুহেও সেই কাৰণে তেওঁক অকপটে ভক্তি কৰে আৰু মাতৃৰ নিচিনা বুলি ভাবে।

ৰায়বাহাদুৰে জানে যে অন্নদা দেৱীয়ে বিনা আশঙ্কায় কোনো কথাত ৰায়বাহাদুৰক হকা বাধা নকৰে। যৌৱনৰ আৰম্ভণীৰ কালছোৱাত নুবুজি কেতিয়াবা অন্নদা দেৱীৰ কথাত কৰ্ণপাত নকৰিছিল আৰু তাৰ বাবে ঠেকিছিলোঁ। স্বামী-স্ত্ৰীৰ মাজত মতানৈক্য ঘটি মাজে মাজে ঘোৰ অশান্তিৰো সৃষ্টি হৈছিল; কিন্তু অন্নদা দেৱীৰ পতিপৰায়ণতাৰ গুণত আৰু ৰায়বাহাদুৰৰ সুবিবেচনাৰ গুণত মতানৈক্যৰ কাৰণবোৰ লাহে লাহে আঁতৰি শান্তি স্থাপিত হয়। উভয়ে উভয়ৰ মনোভাৱ সম্পূৰ্ণ বুজি পোৱাত তেওঁলোকৰ জীৱন শান্তি আৰু আনন্দৰ মাজতে অতিবাহিত হৈছিল। কোনেও কাকো বেছি কথা কব নালাগে। দুটি এটি কথা কলেই বাকীখিনি বুজি লবলৈ কাৰো সময় নালাগে। অন্নদা দেৱীৰ এই কথাত ৰায়বাহাদুৰ সেই কাৰণে বিচলিত হ'ল।

তেনেহলে কি কৰা যাব, ৰাণী। ৰায়বাহাদুৰে বিয়াৰ পাছত অন্নদা দেৱীক 'ৰাণী' বুলি সম্বোধন কৰিছিল। সেই সম্বোধন এতিয়া সকলোৰে জনাজাত আৰু ৰায়বাহাদুৰৰ কাৰণে একচেতীয়া।

প্ৰেমানন্দক মাতি আনি তাৰ মত লওক। হাজাৰ হ'লেও নিজৰ ল'ৰা নহয় যেতিয়া সম্পূৰ্ণ জোৰ নাখাটিব। যদি বেলেগ হব খোজে, সম্পত্তি ভাগ কৰি দিয়ক। ৰায়বাহাদুৰৰ বুকুত শেল পৰা যেন হ'ল। বহু সময় নিমাত হৈ থাকিল। অন্নদা দেৱীয়ে জানে যে এই কথাত ৰায়বাহাদুৰে দুখ পাব; কিন্তু কি কৰিব উচিত পৰামৰ্শ দিবই লাগিব। ৰায়বাহাদুৰে চকুৰ আগতে দেখিছে—যে বংশৰ বাকী কেইঘৰ মানুহৰ সমস্ত সম্পত্তি লাহে লাহে বিক্ৰি হৈ গৈছে। বদনামৰ ভয়ত তেওঁ নিজেও সেইবোৰ সম্পত্তি কিনি লোৱা নাই। বিভিন্ন হৈ গ'লে যে প্ৰেমানন্দই সম্পত্তি ৰক্ষা কৰিব পাৰিব তেনে ভৰসা তেওঁ নকৰে। ৰায়বাহাদুৰৰ প্ৰাণত ই দাৰুণ আঘাত। চৌধুৰী বংশৰ সুবিমল খ্যাতিয়ে গোটেই কামৰূপ জিলা বিয়পি আছিল। পুৰণি কীৰ্ত্তি-কলাপ সুৰুঙি আৰু বৰ্ত্তমান বংশৰ লোকসকলৰ

অপকীৰ্ত্তিবিলাক চকুৰ আগতে দেখি ৰায়বাহাদুৰৰ প্ৰাণ আতঙ্কিত হৈ উঠিল। বংশৰ মৰ্য্যাদা তেওঁ যিমানখিনি ৰক্ষা কৰি চলিছে সি পূৰ্ব্বৰ মৰ্য্যাদাৰ অনুপাতে অতি সামান্য। এই মৰ্য্যাদাৰ ক্ষীণ আভাও ভৱিষ্যতে নাথাকিব ভাবি তেওঁ হতাশ হ'ল। বীৰেনৰ চৰিত্ৰত তেওঁ আশ্বস্ত; কিন্তু প্ৰেমানন্দৰ চৰিত্ৰত তেওঁ সন্দিগ্ধ। এই দুটি বিপৰীত চৰিত্ৰৰ সংঘৰ্ষত যে বংশ মৰ্য্যাদা অক্ষুণ্ণ থাকিব তেওঁ আশা নকৰে। ৰায়বাহাদুৰৰ গভীৰ দুখ দেখি আৰু চিন্তাত নিমগ্ন থকা দেখি অন্নদা দেৱী লাহে লাহে গুচি গ'ল।

যি নহওক ভৱিষ্যত কথা ভৱিতব্যতাৰ ওপৰত নিৰ্ভৰ কৰি বৰ্ত্তমান কৰ্ত্তব্য কি তাকে তেওঁ চিন্তা কৰিব ধৰিলে। যিমান ভাবে ভাবনাৰ অন্ত নপৰে। অভিমানী লোক তেওঁ। অভিমানত দাৰুণ আঘাত পৰিছে। পিতৃ-পিতামহৰ জীৱন পদ্ধতি অনুসৰণ কৰি আহিছে তেওঁ ইমানদিনে। প্ৰৌঢ়ত্বৰ শেষ পৰ্য্যায়ত উপস্থিত হৈছেহি। প্ৰেমানন্দই যদি এই বিয়া নকৰায়, তাতকৈ মৃত্যুও যে কাম্য; কাৰণ ৰায়বাহাদুৰে ৰামেশ্বৰ দত্তক শেষ কথা দিছে। প্ৰেমানন্দ যদি তেওঁৰ কথাৰ অবাধ্য হয় তেন্তে সেই লাজ আৰু অপমান তেওঁ সহ্য কৰিব কেনেকৈ? হঠাতে ৰায়বাহাদুৰে ৰাণী! ৰাণী! বুলি অন্নদা দেৱীক মাতিলে। অন্নদা দেৱী আহিল।

ৰায়বাহাদুৰে ক'লে—"প্ৰেমানন্দই যদি এই বিয়াত অসম্মতি প্ৰকাশ কৰে, বীৰেনৰ বিয়াকেই পাতিব লাগিব। তাত তোমাৰ আপত্তি আছে নে কি? ৰায়বাহাদুৰে আজি দৈণীয়েকৰ মত সুধিছে। ইমানদিনে কোনো কথাত ঘৈণীয়েকৰ মত সোধাৰ আৱশ্যকবোধ কৰা নাছিল। ৰায়বাহাদুৰৰ কোনো কাৰ্য্যত অন্নদা দেৱীৰ মত নাথাকিলে উপযাচি ৰাধা দি আহিছে। মত থাকিলে মৌন সম্মতি জনাইছে। মতামত সোধাৰ কোনো আৱশ্যক হোৱা নাছিল। আজি হৃদয়ত দৌৰ্ব্বল্য আহিছে আৰু কিংকৰ্ত্তব্যবিমূঢ় হোৱা যেন বোধ কৰিছে—ৰায়বাহাদুৰে। অন্নদা দেৱীয়ে ৰায়বাহাদুৰৰ এই আশঙ্কা বুজি পাইছে। সেই বাবে ক'লে—আপুনি এই বিষয়ে একো ভাবিব নালাগে। প্ৰেমানন্দই যদি বিয়া নকৰায়, এই বিয়া ভাঙি দিব লাগিব। আঙঠি পিন্ধোৱা ছোৱালীৰ বিয়া এইদৰে ভাঙি যায়। দত্ত ডাঙৰীয়াক মই নিজে বুজাই ক'ম। আপোনাৰ সন্মানৰ লাঘৱ তাত নহয়।

জগতৰ নিয়ম নিতৌ পৰিৰ্ত্তন হব লাগিছে। ৰায়বাহাদুৰে সেইবোৰ কথালৈ মন কৰাই নাই। তাহানিৰ যুগৰ ধাৰণা লৈয়ে জীৱন কটাইছে। আজিৰ যুগত প্ৰত্যেক মানুহৰ জীৱনধাৰাত নতুন সোঁত বব লাগিছে। পুৰণি পদ্ধতি ভাঙি চুৰমাৰ হব লাগিছে। ৰাষ্ট্ৰীয় আইনে নতুন ধাৰা প্ৰবৰ্ত্তনত সহায় কৰিছে। দেশৰ আইনে, ৰাষ্ট্ৰীয় জীৱনে আৰু সামাজিক জীৱনে নতুন নতুন পথ আবিষ্কাৰ কৰিব ধৰিছে। ৰায়বাহাদুৰে এইবোৰ কথাত কোনো গুৰুত্বই দিয়া নাই। অন্নদা

দেৱী তিৰোতা মানহ। তিৰোতা মানুহৰ স্বভাৱত পৰিবৰ্তনৰ ধাৰা সহজেই ক্রিয়া কৰে, তেওঁলোকে অৱস্থা বুজি চলিব পৰা প্ৰকৃতিত গঢ়ি লয়। প্রকৃতিৰ অংশজাতা নাৰী জাতি, সকলো অৱস্থাতেই গঢ় লব জানে। অভিভাৱকৰ কথামতে আজি কালিৰ ডেকা-গাভৰুৱে বিয়া নকৰাবও পাৰে, ৰায়বাহাদুৰে নুবুজিলেও অন্নদা দেৱীয়ে সহজে বুজি পায়। অন্নদা দেৱী নিজে এদিন ৰামেশ্বৰ দত্তৰ ঘৰলৈ গৈ দত্ত পৰিয়ালক সমস্ত কথা বুজাই দিলে আৰু সম্প্ৰতি বিয়াৰ বন্দবস্ত স্থগিত ৰাখি ছোৱালীক পঢ়িবলৈ সুবিধা দিব লাগে বুলি কৈ আহিল। ৰামেশ্বৰ দত্তই সেই কথা অনুসাৰে ছোৱালীক গুৱাহাটীৰ স্কুল হোষ্টেলত পঢ়িবলৈ থৈ দিলে। ৰায়বাহাদুৰক অন্নদা দেৱীয়ে বুজাই দিলে যে ছোৱালীয়ে পঢ়া-শুনা কৰক, এই ছোৱালীৰ বিয়াৰ বাবে দত্ত পৰিয়াল এতিয়া সিমান উৎকণ্ঠিত নহয়। ৰায়বাহাদুৰে মনে মনে লজ্জিত বোধ কৰিলেও একো নামাতিলে।

এই ব্যৱস্থাত ৰামেশ্বৰ দত্ত খুচি হৈছে; কাৰণ লতিকাই বিয়াৰ নামত কান্দি কাটি হুলস্থূল লগাইছিল। তাই পঢ়াশুনাহে কৰিব—মাকৰ ওচৰত ওজৰ-আপত্তি দেখুৱাইছিল।

## (তিনি)

প্ৰেমানন্দই ভাবিলে যে ৰায়বাহাদুৰে প্ৰেমানন্দক ভয় কৰিছে। এই ঘটনাই প্ৰেমানন্দৰ মনত এটা স্বাধীন মনোভাৱ আনি দিলে। লগে লগে প্ৰেমানন্দৰ উচ্ছৃঙ্খলতা বাঢ়ি গ'ল। কিৰণ নামে ছোৱালীজনীৰ ঘৰলৈ যাতায়াত আৰম্ভ কৰিলে।

কিৰণ অনুন্নত সম্প্ৰদায়ৰ ছোৱালী। স্কুলত পঢ়ে। প্ৰেম পত্ৰ লিখা অভ্যাস আছে। বহুতো ডেকা লৰাৰ লগত তাইৰ সম্বন্ধ গঢ়ি উঠিছে এই পত্ৰৰ বলত; কিন্তু ফান্দত পৰিল প্ৰেমানন্দ। কিৰণৰ লগত পত্ৰ-বিনিময়ত ধৰা পৰিল। সমাজৰ মানুহে কিৰণৰ ঘৰত প্ৰেমানন্দক ধৰি পেলালে আৰু সমাজে দণ্ড বিধান কৰা হিচাবে প্ৰেমানন্দৰ লগত কিৰণক বিয়া দিলে। পিচত আছিল দেশ-সেৱাত মতলীয়া এজন ডেকা উকীল। জাতিহীন ধৰ্মহীন সমাজ প্ৰতিষ্ঠাৰ ইয়াকে এটা প্ৰকৃষ্ট উদাহৰণ স্বৰূপে প্ৰেমানন্দক বাতৰি কাকতত উচ্চ প্ৰশংসা কৰিলে। প্ৰেমানন্দ নতুন পৰিস্থিতিত আনন্দত মতলীয়া হ'ল। চৌধুৰী বংশৰ উপযুক্ত সন্তান প্ৰেমানন্দই সমাজত নতুন সংস্কাৰ আনিলে বুলি ৰাজনীতি মহলত যথেষ্ট স্থান পালে আৰু সমাজ সংস্কাৰৰ ক্ষেত্ৰত প্ৰেমানন্দৰ স্থান আগশাৰীতে আছিল।

ৰায়বাহাদুৰ মৃতপ্ৰায় হ'ল আৰু উকিলৰ পৰামৰ্শ লৈ প্ৰেমানন্দৰ সম্পত্তি আধা কৰি দিলে। গুৱাহাটী চহৰত মূল্যবান্ ঘৰ এটা এৰি দিলে আৰু পৰিয়াল

পূৰ্ব্বৰ স্থেটিত প্ৰেমানন্দক কোনো অধিকাৰ নিদিলে। প্ৰেমানন্দই আপত্তি নকৰিলে। ৰায়বাহাদুৰৰ ইচ্ছা যে প্ৰেমানন্দ আঁতৰত থকাই ভাল। গাঁৱত থাকি নিত্য নতুন উৎপাত যাতে কৰিব নোৱাৰে তাৰ ব্যৱস্থা কৰাই ভাল। সম্পত্তিৰ আয়ৰপৰা স্বচ্ছন্দে চলিব পাৰিব প্ৰেমানন্দই। সম্পত্তি বৰ কম নহয়। প্ৰেমানন্দই সভা-সমিতি পাতি সস্ত্ৰীক দেশৰ কামত ব্ৰতী হ'ল।

লতিকাই প্ৰবেশিকা পৰীক্ষা পাছ কৰিলে আৰু ক্ৰমে ক্ৰমে বি-এ পাছ কৰিলে। ঘৰতে সংস্কৃত পণ্ডিত এজনৰ সহায়ত প্ৰাচ্য দৰ্শন আৰু নিজে নিজে পাশ্চাত্য দৰ্শনবোৰ পঢ়িলে। ইংৰাজী সাহিত্য আৰু সংস্কৃত সাহিত্যও অধ্যয়ন কৰিলে। দেউতাকে বিয়াৰ ব্যৱস্থা কৰিবলৈ যত্ন কৰিব ধৰিলে। ইতিমধ্যে লতিকাৰ স্বাধীন মত গঢ়ি উঠিছে। এতিয়া বিয়াৰ বন্দবস্ত কৰিবলৈ হ'লে লতিকাৰ মতৰ আৱশ্যক হৈ পৰিছে—দেউতাকৰ ইচ্ছামতে হব নোৱাৰে। দেউতাক নিৰাশ হ'ল।

বীৰেনৰ হাইস্কুলে ঠন্ ধৰি উঠিছে। বীৰেনৰ কাৰ্য্যত কৰ্তৃপক্ষ আৰু সাধাৰণ ৰাইজ সন্তুষ্ট হৈছে। সহশিক্ষাও হয় স্কুলত। ছোৱালীৰ সংখ্যা বাঢ়ি গৈছে কিন্তু স্কুলত কোনো শিক্ষয়িত্ৰী নাই। উপযুক্ত শিক্ষয়িত্ৰী পাবলৈ টান। কিছুদিনৰ পাচত সৰহ দৰ্মহা দি বঙালী দম্পত্তি এযোৰা শিক্ষক-শিক্ষয়িত্ৰী হিচাবে আনিলে। স্বামী-স্ত্ৰী উভয়ে বি-এ পাছ। অতি অমায়িক ব্যৱহাৰ, সুৰুচি সম্পন্ন আৰু বিদ্বান্। এই শিক্ষক-শিক্ষয়িত্ৰী দুগৰ্বাকীয়ে বীৰেনৰ কামত বৰ সহায় কৰে আৰু স্কুলৰ উন্নতিত সকলো কামতে আগবাঢ়ি যায়—ৰেৱতী ৰায় আৰু কামিনী।

ভাৰতীয় জীৱনত এটি বৃহৎ পৰিবৰ্তন আহিব লাগিছে। বীৰেনৰ দৃষ্টিত বহু কথাই বিসদৃশ যেন বোধ হব লাগিছে। ভাৰতীয় কৃষ্টি আৰু সভ্যতা ৰক্ষা কৰা যে ভৱিষ্যতে দুৰূহ কথা হৈ পৰিব এই বিষয়ে বীৰেনৰ সন্দেহ দৃঢ় হব লাগিছে। পৰিবৰ্তনশীল জগতৰ ঘটনাৱলী লক্ষ্য কৰি বীৰেনৰ মনত যেন ভাৰতীয় জীৱনৰ ভাঙন হে আৰম্ভ হৈছে এনে ধাৰণা দৃঢ়তৰ হব লাগিছে। মানুহৰ কথা আৰু কামত সামঞ্জস্য নাই। বহু ক্ষেত্ৰত লক্ষ্য কৰিছে মানুহৰ উক্তিৰ লগত কৰ্ম্মৰ তুলনা কৰিলে বিপৰীতটোহে দেখা যায়। এনে হোৱাৰ কাৰণ বিশ্লেষণ কৰি চায় বীৰেনে আৰু যিমানেই বিশ্লেষণৰ পথত আগ বাঢ়ে, বীৰেনৰ মনত ধাৰণা হয় যে ৰুচি পৰিবৰ্তনেই মানুহৰ মনত বিভিন্ন ক্ৰিয়া কৰিব লাগিছে। ব্যক্তিগত জীৱনত যেনেকৈ ৰুচিয়ে মানুহৰ অন্তৰৰ পৰিচয় দিয়ে, জাতীয় জীৱনতো মানুহৰ সাধাৰণ ৰুচিয়ে জাতিৰ আৰু সমাজৰ আভ্যন্তৰীণ অবস্থাৰ পৰিচয় দিয়ে। এই যে ৰুচি পৰিবৰ্তন হব লাগিছে আৰু সমাজত এটা নীৰব বিবৰ্তন ঘটিব লাগিছে, তালৈ দৃষ্টি কৰি বীৰেনে শঙ্কিত হৈ উঠিছে।

বীৰেনে ভাবে যে অতীত কৃষ্টি আৰু সভ্যতাৰ ভিত্তিত ভাৰতীয় জাতি গঠন কৰিব লাগে—এইটো এটা সুস্পষ্ট মত জাতীয়তাবাদিতাৰ। ভাৰতীয় কৃষ্টি আৰু সভত্যা ৰক্ষা কৰিবলৈ হ'লে জাতিৰ ৰুচি পৰিবৰ্ত্তনৰ সোঁতত গা ঢালি দিলে জাতীয়তা গঠন মঙ্গলজনক হবনে নহয় সন্দেহজনক। ধুতি-পাঞ্জাবীৰ স্থান জাতীয় জীৱনত কমি আহিছে। পোছাকত মানুহৰ ৰুচিৰ পৰিবৰ্ত্তন ঘটিছে। শিশু, তৰুণ আৰু যুৱকসকলৰ মাজত যদি বিজাতীয় পোছাকে আধিপত্য বিস্তাৰ কৰে আৰু পোছাকৰ ৰুচি যদি ভাৰতীয় জাতীয়তাৰ ভিত্তিত গঠিত নহয়, তেতিয়া খাদি প্ৰতিষ্ঠান আদি জাতীয় কাৰ্য্য-সূচীৰ সফলতা কিমান দূৰ সফল হ'ব? পোছাকত বাজেও আন আন বিষয়েও বিজাতীয় ৰুচি জাতীয় জীৱনত সোমাই যাব লাগিছে।

বীৰেনে এনেবোৰ কথা ভাবি বহি আছে এদিন। এনেতে নতুন শিক্ষক ৰেৱতী ৰায় আহি ওলাল। ৰেৱতী ৰায় দেশ বিভাজনৰ পাচত অসমলৈ আহিছিল—পাকিস্তানৰ পৰা। অসমীয়া ছোৱালী বিয়া কৰাই অসমীয়া হৈ গৈছে। বিজ্ঞানৰ মাষ্টৰ তেওঁ। ৰেৱতী ৰায়ে বীৰেনক প্ৰাচীন পন্থী বুলি ভাবে। আজি কালিৰ দিনত প্ৰাচীন মতবাদ সমাজৰ প্ৰগতিত বিৰোধিতামূলক বুলি ভাবে। সেইবাবে মাজে মাজে হেডমাষ্টৰ ডাঙৰীয়াৰ লগত কথা পাতিবলৈ আহে। ক্ৰমে ক্ৰমে উভয়ৰ মাজত আন্তৰিকতা গঢ়ি উঠে। দেশ-বিদেশৰ সমস্যা লৈ উভয়ৰ মাজত আলোচনা হয়। ৰেৱতীৰ বয়স বেচি নহয়। চ'বিশপঁচিশ বছৰমানহে হ'ব।

বীৰেনে ৰেৱতীক ক'লে—সমাজৰ গতি লক্ষ্য কৰিছানে? প্ৰগতিৰ নামত যেন অধোগতিহে হৈছে—মোৰ মনত এনে ভাব হয়। প্ৰগতিৰ নামত মানুহৰ মনোগতি যেন উদাৰ হোৱা নাই—সঙ্কীৰ্ণ হৈহে যাব লাগিছে। জাতীয়তাৰ নামত সামাজিক বিপ্লৱৰ সৃষ্টি হৈছে। নতুন নতুন জাতিৰ সৃষ্টি হ'ব লাগিছে। প্ৰাচীন শিল্প, কৃষ্টি, সভ্যতা যেন প্ৰগতিৰ পৰিপন্থী এনে ধাৰণা হৈছে মানুহৰ। পুৰণি প্ৰথাৰ প্ৰতি এটি বিতৃষ্ণা জাগি উঠিছে।

এনে প্ৰশ্নৰ উত্তৰত ৰেৱতীয়ে সদায় আধুনিক মতকে সমৰ্থন কৰে। টিধা-টিধি উত্তৰ দিলে—"উদাৰতাই আধুনিকতাৰ এটি লক্ষণ চাৰ। সমাজৰ সঙ্কীৰ্ণতাৰ গণ্ডীত আজিকালিৰ নতুন সমাজ আবদ্ধ থাকিব খোজা নাই। দেশ-বিদেশৰ লগত সমসূত্ৰত আবদ্ধ থাকিব খুজিলে সমাজৰ সঙ্কীৰ্ণ গণ্ডীত আবদ্ধ থকা সম্ভৱ নহয়। দেশৰ প্ৰচলিত নীতি-নিয়ম কিছু ভঙ্গ কৰিবই লাগিব। তাত যদি আপোনালোকে বেয়া পায়, প্ৰগতিৰ পথত আগুৱাই যাব পৰা নাযাব। আজি বিজ্ঞানৰ যুগত সকলো দেশ আগুৱাই যাব লাগিছে— ভাৰতবৰ্ষ পাছ পৰি থাকিব নোৱাৰে।

—"বাৰু! ভঙা সহজ, গঢ়া টান। সমাজত যি নীতি নিয়ম আছিল, তাক ঢিলাই দিয়া সহজ হৈ পৰিল; কিন্তু সমাজ গঢ়িবলৈ যি দূৰদৰ্শিতা, যুগ-যুগৰ সাধনা, ন্যায়পৰায়ণতা আৰু নৈতিক কঠোৰতা লাগে, তাৰ অভাৱ হলে নৈতিক জীৱনৰ ঠাঁচ দি নতুন সমাজ গঢ়িব পাৰি নে? আদৰ্শ, নীতি আৰু সামাজিক সামঞ্জস্য ৰক্ষা কৰিব পাৰি নে? সকলোবিলাক ৰাজনৈতিক দল সমাজ ব্যৱস্থাত একমত হব পাৰিছে নে?"

—"নতুন সমাজ গঢ়াততো মতভেদ হ'বই, চাৰ"

—"সমাজ গঠনতেই যদি মতভেদ হয়, সমাজ যদি গঢ়ি উঠাই নাই, তেন্তে কোন সমাজৰ কল্যাণৰ বাবে ৰাজনীতিজ্ঞসকলে শাসনভাৰ লব খোজে? যিখন সমাজৰ সভ্য সকলো ৰাজনৈতিক দলৰেই লোক, সেইখন সমাজৰ কল্যাণহে সাধিত হব পাৰে। এখন স্থায়ী আৰু স্থিৰ সমাজৰ কল্যাণহে ৰাষ্ট্ৰই সাধন কৰিব পাৰে। একেখন দেশৰ ভিতৰতে যদি বিভিন্ন সামাজিক মতবাদ হয়, ক্ষমতাত প্ৰতিষ্ঠিত হলে কোনটো দলে কোনখন সমাজৰ কল্যাণ সাধন কৰিব? বিভিন্ন ৰাজনৈতিক দলে যদি বিভিন্ন সমাজ গঢ়িব খোজে, দেশত শান্তি স্থাপন হব নে, অশান্তি বাঢ়িব?"

—"সেইটোৱেটো বৰ্ত্তমান সমস্যা। তাৰহে সমাধান লাগে।"

—"সমস্যা সমাধান হয় যদি সকলোবিলাক ৰাজনৈতিক দলে জাতিৰ মূল স্বাৰ্থবোৰ লৈ ৰাজনৈতিক খেলা নেখেলে। মূল স্বাৰ্থবোৰ মূল অবিসম্বাদী নীতিৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। অন্নসংস্থান, বস্ত্ৰ সমস্যা, গৃহ নিৰ্ম্মাণ এইবোৰ সমস্যাৰ সৰ্ব্বদলীয় সমৰ্থন থাকিব লাগে। সমাজৰ প্ৰত্যেক মানুহেই যদি আত্মকেন্দ্ৰিক হয়, স্বাৰ্থ পূৰণেই যদি প্ৰত্যেক লোকৰ আদৰ্শ হয়, সমাজ তিষ্ঠিব পাৰে নে? উদ্দেশ্য সৎ নহলে কোনো পদ্ধতি সৎ হব নোৱাৰে। প্ৰত্যেক মানুহে বুজিব লাগিব যে স্বকাৰ্য্য সাধন আৰু পৰহিত কামনা উভয়েই সনাতন ধৰ্ম্ম। নিজে যেনেকৈ বাচি থাকিব লাগে, আনেও তেনেকৈ বাচি থাকিব লাগে। সহঅৱস্থান মুখত আওৰালে নহয়, জীৱনত খটুৱাব লাগিব। ভাৰতীয় সভ্যতাৰ ৰূপ কি তাৰ স্পষ্ট ধাৰণা লাগে। সহঅৱস্থান নীতিৰ মৰ্ম্ম অনুভৱ কৰিব লাগে।"

ৰেৱতী বায়ে কলে—"এইবোৰ সমস্যা সঁচা, চাৰ। ইয়াৰ সমাধান আৱশ্যক আৰু হবও নিশ্চয়। মই আশাবাদী লোক।

বীৰেনে কলে—"আশাৰ ওপৰতেইতো জীৱন তিষ্ঠি থাকে, বায়"—বুলি বীৰেনে হাঁহিব ধৰিলে।

## (চাৰি)

দেশত নীৰৱ বিপ্লৱ আগবাঢ়ি গৈছে। সাহিত্য, শিক্ষা, সমাজ, জাতীয়তাবোধ, কৃষি, বাণিজ্য সকলো বিষয়তে পৰিবৰ্ত্তনে দেখা দিছে। পুৰণি সমাজ আৰু ধৰ্ম্মৰ ধাৰাত ভেটা পৰিছে। প্ৰগতিৰ পথত নতুন কৃষ্টিৰ সোঁত বৰলৈ আৰম্ভ কৰিছে। স্থিতিস্থাপক অৱস্থা কোনো ক্ষেত্ৰতে নাই। দ্ৰুত পৰিবৰ্ত্তন হব লাগিছে। বিশ্বৰ সকলো দেশতে এটা পৰিবৰ্ত্তনৰ যুগে দেখা দিছে। সকলো জাতিৰ মনতে সংশয়—তৃতীয় মহাসমৰৰ আশঙ্কাত। যুদ্ধৰ ভয়ত সদায় আতঙ্কিত আৰু যুদ্ধৰ আয়োজনত সকলো ব্যস্ত। নতুন নতুন অনুশীলন, পাৰস্পৰিক অবিশ্বাস, সংহতিৰ নতুন নতুন প্ৰচেষ্টা আৰু লগে লগে প্ৰতিযোগিতামূলক সমৰ প্ৰস্তুতিৰ অগ্ৰগতি। আধ্যাত্মিকতাবাদীসকলে প্ৰমাদ গণিছে। বিজ্ঞানৰ বিচিত্ৰজ্ঞানে ধৰ্ম্ম বিজ্ঞানৰ মূলত কুঠাৰাঘাত কৰিব লাগিছে। ভাৰতবৰ্ষৰ সমাজে নতুন গঢ় লবলৈ প্ৰয়াস পাইছে। আমেৰিকাবাসীয়ে চীনৰ আৰু ভাৰতবৰ্ষৰ একান্নবৰ্ত্তী পৰিবাৰৰ ওপৰত গৱেষণা চলাব ধৰিছে। ৰাছিয়াৰ শান্তিকামী প্ৰচেষ্টাৰ ফলত গোটেই বিশ্বত সংশয়ে দেখা দিছে। শান্তিৰ আকাঙ্ক্ষাত অশান্তিৰ পৰিবেশ। সংবাদ-পত্ৰ আৰু অনাতাঁৰ কেন্দ্ৰৰ অনুগ্ৰহত গৃহে গৃহে সমস্ত সংবাদ পৰিবেশন হব লাগিছে।

লতিকাৰ প্ৰাণতো বিশ্বৰ নতুন পৰিস্থিতিত নতুন প্ৰেৰণাৰ উদ্ভৱ হৈছে। নিজৰ যেন কিবা কৰিবলগীয়া আছে, কোনো এটা ক্ষেত্ৰত যেন সক্ৰিয় অংশ গ্ৰহণ কৰিব লাগে, এই পৰিবৰ্ত্তনৰ গতিত যেন নিশ্চিন্ত হৈ বহি থকা এটা ভয়ানক অন্যায়, এনে এটি সংশয় এনে এটি কৰ্ত্তব্যৰ আহ্বান নিজ অন্তৰত অনুভৱ কৰিছে লতিকাই। বিয়াৰ বিষয়ে কোনো এটি ভাবেই মনত উদয় হোৱা নাই লতিকাৰ। দৃষ্টি যাৰ সুদূৰ ভৱিষ্যতত, দেশমাতৃকাৰ আহ্বানত যাৰ প্ৰাণত স্পন্দন আহিছে, যুগান্তকাৰী পৰিবৰ্ত্তনত যাৰ অংশ গ্ৰহণ কৰিবৰ আকাঙ্ক্ষা জাগৃত হৈছে, তেনে এগৰাকী শিক্ষিতা মহিলাক পুৰণিকলীয়া নীতিয়ে আবদ্ধ কৰি ৰাখিব নোৱাৰে। এনে এটি ফলত এটি অস্বাভাৱিক পৰিবেশৰ আবিৰ্ভাব হ'ল—লতিকাৰ ঘৰত। কন্ট্ৰাক্টৰ দত্ত ডাঙৰীয়া জৰুৰী কামত যাবলৈ নিজৰ গাড়ী উলিয়াবলৈ কৈছে ড্ৰাইভাৰক আৰু নিজে ড্ৰয়িং ৰুমৰ বাৰান্দাত থিয় দি অপেক্ষা কৰি আছে। এনে সময়ত প্ৰেমানন্দ আহি দত্ত ডাঙৰীয়াক নমস্কাৰ জনালে। দত্তৰ ভ্ৰূ কোঁচ খাই উঠিছিল ক্ষণিকৰ কাৰণে। প্ৰেমানন্দৰ আগমনত দত্তই সন্তোষ পোৱা নাই। তথাপি ভদ্ৰতাৰ খাতিৰত সুধিলে—"ক'ৰপৰা আহিলা বোপা!" বুলি সাদৰ সম্ভাষণ জনাই বহিবলৈ কলে। প্ৰেমানন্দ বহিল আৰু ড্ৰয়িং ৰুমৰ ছবি আৰু আচবাব পত্ৰৰ ফালে দৃষ্টি দিলে। দত্ত ডাঙৰীয়া ভিতৰলৈ

প্ৰেমানন্দ অহা বাতৰি দিবলৈ গ'ল। ড্ৰয়িং ৰুমৰ ছবিবিলাকৰ ভিতৰত বীৰেনৰ ছবি এখন আঁৰা আছে দেখিবলৈ পালে। ই এখন সাধাৰণ ফটোগ্ৰাফ্। বীৰেনে কিবা লিখি আছে এনে অৱস্থাত তোলা ফটো এখন। স্থান পাইছে এটি চুকত, কিন্তু বিশেষ যতনেৰে তাক ৰখা হৈছে। প্ৰেমানন্দৰ মনত যি সঙ্কল্প আছিল—সি ঢিলা হৈ গ'ল। মনত আক্ৰোশ জাগিল।

দত্ত ডাঙৰীয়া ওলাই আহি সুধিলে—"কিয় আহিলা বোপা!"

—"লতিকাৰ লগত মোৰ অলপ কথা আছিল। যদি অনুমতি দিয়ে মই লতিকাক লগ পাব খোজোঁ।"

দত্ত ডাঙৰীয়াই পুনঃ ভ্ৰূ কোঁচালে। এইবাৰ প্ৰেমানন্দই লক্ষ্য কৰিলে। "ভাল, বাৰু!" এই বুলি দত্ত ডাঙৰীয়াই লতিকাক খবৰ দি নিজৰ কামত ওলাই গুচি গ'ল।

"কিয় আহিলে, মিঃ চৌধুৰী" বুলি লতিকাই হাতযোৰ কৰি নমস্কাৰ জনালে আৰু ওচৰতে চকি এখনত বহিল।

প্ৰেমানন্দই লতিকাক বহুতদিন দেখা নাই। কিশোৰী লতিকা আজি গাভৰু মহিলা। মুখত মধুৰ লাবণ্য, দেহত যৌৱনৰ পয়োভৰ, ওঠত হাঁহি আৰু বেশত আধুনিকাৰ মাৰ্জ্জিত সাজ। লতিকা সম্ভ্ৰমময়ী যুৱতী। প্ৰেমানন্দ কিয় আহিছিল—সেই কথা কবলৈ যিমান উজু বুলি ভাবিছিল—মুখামুখিকৈ বহি এনে এগৰাকী মহিলাৰ আগত সেই কথা কোৱা সিমান উজু যেন বোধ নকৰিলে। প্ৰেমানন্দই মনৰ কথা লুকাই ৰাখি আন কথাৰ অৱতাৰণা কৰিবলৈ চেষ্টা কৰিও কোনো কথা কব নোৱাৰিলে। এটি অস্বস্তিকৰ অৱস্থাৰ সৃষ্টি হ'ল। লতিকাই অনুমান কৰিছে—কিয় আহিছে। প্ৰেমানন্দক টান কথা শুনাই দিম বুলি মনে মনে সঙ্কল্প কৰিছিল; কিন্তু প্ৰেমানন্দৰ অৱস্থা দেখি পুতৌ জন্মিল। কিছুদিন আগতে লতিকাৰ কিৰণৰ লগত সাক্ষাৎ হৈছিল। কিৰণে উপযাচি লগ ধৰি লতিকাক সংবাদ পৰিবেশন কৰিছে। এনেতে সৰু পৰিচাৰিকা হোৱালী এজনীয়ে প্ৰেমানন্দৰ ওচৰত থকা সৰু টিপয় এখনত চাহ-জলপান দি গুচি গ'ল। লতিকাই লওক, মিঃ চৌধুৰী বুলি প্ৰেমানন্দক চাহ খাবলৈ ক'লে।

"আপোনালৈ নাহে নেকি?" প্ৰেমানন্দই সুধিলে। প্ৰেমানন্দই আপুনি বুলি সম্বোধন কৰাত লতিকাই মিচিকি হাঁহিলে। প্ৰেমানন্দৰ লগত লতিকাৰ সৰুকালৰ পৰিচয় আছিল—দত্ত বংশৰ আৰু চৌধুৰী বংশৰ ঘনিষ্ঠ সম্বন্ধ বহুদিনৰেপৰা। তেতিয়া প্ৰেমানন্দই লতিকাক তুমি বুলিয়েই মাতিছিল।

লতিকাই ক'লে—"মই এতিয়া চাহ নাখাওঁ। গা ধুই উঠিহে খাম। মাৰ লগত গোঁসাই ঘৰলৈ যাম।"

"আপুনি গোঁসাই পূজা কৰে নেকি?"

"হয়, আমাৰ ঘৰত পূজা নকৰাকৈ কোনেও খাকো নাখায়।" প্ৰেমানন্দই চাহ-জলপান খালে। কিছু সময়ৰ পাছত ক'লে যে মোৰ এটা বিশেষ কথা আপোনাৰ লগত আছে। আজি দেখিছোঁ আপোনাৰ সময় কম। আন এদিন আহিম। এতিয়া মই বিদায় হওঁ। উত্তৰৰ প্ৰতীক্ষা নকৰি 'বিদায়' বুলি প্ৰেমানন্দ গুচি গ'ল।

কিৰণৰ লগত লতিকাৰ সাক্ষাৎ হৈছিল—সিদিনা গুৱাহাটীত। কিৰণৰপৰা লতিকাই প্ৰেমানন্দৰ সাংসাৰিক জীৱনৰ অশান্তিৰ আভাষ পাইছে। প্ৰেমানন্দৰ লগত কিৰণৰ মনোবাদ হৈছে। কিৰণৰ কথাৰপৰা বুজা গৈছিল যে সিহঁতৰ বৈবাহিক সম্বন্ধৰ ছেদ পৰিব—অতি সোনকালে। প্ৰেমানন্দই একোকে কব নোৱাৰিলে।

আধুনিক পথত মানুহে আগবাঢ়ি যাবলৈ ইচ্ছা কৰে, কিন্তু প্ৰতি পদক্ষেপত পূৰ্ব্বৰ সংস্কাৰে বাধা দিয়ে। সুবিধা চাই মানুহে আধুনিকতাৰ পথত আগবাঢ়ে; কিন্তু পুৰণি ভাৱে যে মানুহৰ মনত আধিপত্য কৰি থাকে তাৰ গম নাপায়। আনফালে পুৰণি প্ৰথাৰ সুবিধা চাই স্বাৰ্থ সিদ্ধিৰ বাটত আগবাঢ়িবলৈ যাওঁতে মানুহে আধুনিক যুগৰ ব্যৱহাৰ বুজি নাপায়। এইদৰে আধুনিকতাৰ লগত প্ৰাচীনতাৰ সংঘাত হয়। প্ৰগতিৰ ৰূপে এইদৰে গঢ় লয়।

উচ্চ শিক্ষিতা আধুনিক যুগৰ লতিকাৰ ব্যক্তিত্বত কিমান পৰিবৰ্ত্তন ঘটিছে প্ৰেমানন্দই উপলব্ধি কৰিব পৰা নাছিল। লতিকাৰ ঘৰত লতিকাক দেখাৰ পাছত লতিকাৰ প্ৰকৃত ৰূপটো প্ৰেমানন্দৰ চকুত ধৰা পৰিল। মহিমাময়ী প্ৰকৃতি, লাৱণ্যময় সৌন্দৰ্য্য আৰু গাম্ভীৰ্য্যময় সৌজন্যৰ ওচৰত প্ৰেমানন্দৰ ব্যক্তিত্ব নিচেই নিম্নস্তৰৰ বুলি প্ৰেমানন্দই অনুভৱ কৰিলে আৰু সেইবাবে নিজৰ কথা প্ৰকাশ কৰিবলৈ সঙ্কুচিত হ'ল।

কিৰণৰ লগত প্ৰেমানন্দৰ মনোমালিন্য ঘটিছে। কিৰণৰ লগত প্ৰেমানন্দৰ মিলন স্বাভাৱিক বাটেদি হোৱা নাই। অৱস্থাৰ তাড়নাত বাধ্যতামূলক মিলনৰ পৰিণতিয়ে প্ৰেমৰ সুমধুৰ ফল নিদিয়ে—দিব নোৱাৰে। চৰিত্ৰৰ কলুষতাই আনে অপমানসূচক নিৰৰ্থকতা। প্ৰেমানন্দৰ ক্ষেত্ৰতো সেয়ে ঘটিছে। প্ৰেমৰ অঙ্কুৰ হয় মানুহৰ পৱিত্ৰ হৃদয়ত। পঙ্কিল হৃদয়ত, কলুষতাৰ মাজত মধুৰ প্ৰেমৰ উদ্ভৱ নহয়। কিৰণ আৰু প্ৰেমানন্দৰ যি পাৰিবাৰিক পৰিবেশ—কিৰণৰ পূৰ্ব্বৰ যি চৰিত্ৰ তাত প্ৰেমৰ সৃষ্টি হব নোৱাৰে। প্ৰেমানন্দই কিৰণৰ ওচৰত প্ৰেম নিবেদন কৰিবলৈ যোৱা নাছিল। উচ্ছৃঙ্খল যুৱকৰ কাম-বৃত্তি চৰিতাৰ্থ কৰিবৰ যি তাড়না, সেই তাড়নাতহে অসচ্চৰিত্ৰা নাৰীৰ সঙ্গ বিচাৰি গৈছিল প্ৰেমানন্দ। কিৰণৰ চৰিত্ৰই অসৎ যুৱকমহলত মুখৰোচক উপাদান যোগাইছিল। কিমান যুৱকৰ কাম-লালসা চৰিতাৰ্থ কৰিছে— কিৰণৰ সুকোমল দেহে; কিন্তু আধুনিক যুগৰ

প্ৰগতিৰ সোঁতত ভাহি গ'ল প্ৰেমানন্দ কিৰণৰ লগত। পাৰিবাৰিক আভিজাত্যৰ পৰা প্ৰেমানন্দৰ স্খলন হ'ল। আভিজাত্যাভিমানী ৰায়বাহাদুৰে বিষম আঘাত পালে। সমাজৰ অগ্ৰগতিত এই মিলনে কিমান সহায় কৰিলে তথাকথিত প্ৰগতিবাদী সকলেহে জানে। চৰিত্ৰহীন নৰৰ কাৰ্য্যই আৰু চৰিত্ৰহীনা নাৰীৰ আদৰ্শই সমাজৰ আদৰ্শ মহত্তৰ কৰে নে হীনতৰ কৰে সেই বিচাৰ কোনে কৰিব? কিৰণৰ সমাজত বন্ধুৰ অভাৱ নাই। সম্পত্তিশালী প্ৰেমানন্দৰ গৃহিণী হিচাবে কিৰণৰ অৰ্থৰ অভাৱ নাই। সম্ভ্ৰান্ত চৌধুৰী বংশৰ চৰিত্ৰশালী পূৰ্ব্বপুৰুষসকলৰ আৰ্জ্জিত ধনৰ ব্যৱহাৰ কৰিব পাৰিছে কিৰণে। আধুনিক সমাজৰ চাক্‌চিক্যত মুগ্ধ প্ৰেমানন্দই কিৰণৰ সঙ্গীসকলৰ অভিপ্ৰায় বুজা নাছিল। চিনেমা চোৱাত, সহ-অভিনয় কৰাত, পিক্‌নিক্ পাৰ্টিত যোগ দিয়াত নাইবা সুখকৰ আমোদ-ভ্ৰমণত কি দোষ থাকিব পাৰে? সংসাৰৰ দৈনন্দিন কাৰ্য্যবোৰ যদি চাকৰ-বাকৰৰ হাতেদি চলি যায়—তুচ্ছ খোৱা-বোৱাৰ ক্ষেত্ৰত আপত্তিৰ কোনো কাৰণ বিচাৰি নাপায় প্ৰেমানন্দই। এইদৰে চলে প্ৰেমানন্দৰ নতুন সংসাৰ।

মানুহৰ যেতিয়া অৰ্থৰ অভাৱ নাথাকে তেতিয়া সাধাৰণতে মানসিক অৱস্থা প্ৰফুল্ল আৰু পোনপটীয়া হৈ থাকে। প্ৰেমানন্দৰ সম্পত্তিৰ আয় যথেষ্ট; গতিকে সংসাৰ চলাবলৈ খৰচৰ ভাৱনা প্ৰেমানন্দৰ নাছিল—মনতো বিষাদ ভাৱ নাছিল। ভাৰতীয় সামাজিক আদৰ্শই ক্ৰমে ক্ৰমে সাংসাৰিক অৱস্থাত আঘাত কৰিব ধৰিলে। সাম্যবাদৰ নতুন পদ্ধতিয়ে কৃষক সমাজত শিপা পুতিছে। মাটিৰ আইনৰ পৰিবৰ্ত্তন হৈছে। চিৰাচৰিত নিয়মে মাটিৰ মালিকক শস্যৰ অৰ্দ্ধাংশ দিয়া বন্ধ হৈছে। এতিয়া শস্যৰ কোনো অংশকে নিদিয়াটোহে নিয়মত পৰিণত হোৱা দেখা গৈছে। খাজনা মাটিৰ মালিকে দিব লাগিব—শস্যৰ কোনো ভাগ নাপায়—এনে অৱস্থা হৈছে সমাজৰ। খাজনালৈ দিয়া মাটিৰো খাজানা আদায় নহয়। এইদৰে সমাজত এটা বিশৃঙ্খল অৱস্থাৰ সৃষ্টি হৈছে আৰু জমিৰ আয় কমি গৈছে। আদালতৰ যোগেদি যি সহায় পোৱা যায়—তাৰ তুলনাত খৰচ আৰু শক্তি বেছি খৰচ হয়। ভিক্ৰিজাৰী কৰাতো নানা প্ৰকাৰ হাঙ্গামা। মাটিৰ মালিকসকলৰ নিৰুপায় অৱস্থা। চৰকাৰৰ ফালৰ পৰা যি নিয়ম কৰি দিছে—তাক যদি সৰ্ব্বসাধাৰণে ঠিকমতে মানি চলিলহেঁতেন তেন্তে এনে বিশৃঙ্খলাৰ সৃষ্টি নহলহেঁতেন আৰু আয়ৰ মাত্ৰা কমিলেও কিছু আয় থাকিলহেঁতেন। বিক্ৰি কৰিলেও দখল দিব নোৱাৰি। ক্ৰেতা আৰু বিক্ৰেতাৰ মাজত পুনঃ মামলা-মোকৰ্দ্দমাৰ সৃষ্টি হয়। এইদৰে মানুহে নিজৰ স্বাৰ্থৰ কাৰণে চাই আইনৰ কথা কয় আৰু বে-আইনি হিচাবে পৰৰ স্বাৰ্থ হানি কৰে। প্ৰেমানন্দৰ সকলো আয় আজিৰ পৰাহে। গতিকে প্ৰেমানন্দৰ আয় কমি গৈছে আৰু কিৰণৰ বিলাসৰ যোগান ধৰা প্ৰেমানন্দৰ পক্ষে কঠিন হৈ পৰিছে। এনে অৱস্থাত সুখী ভাৱে দাম্পত্য-জীৱন

যাপন কৰা দম্পতীসকলৰ মাজতো বিষাদৰ ছাঁ পৰে। প্ৰেমহীন কামনাত আবদ্ধ হোৱা দম্পতিৰ মাজত মনোমালিন্যৰ সৃষ্টি হোৱা স্বাভাৱিক কথা।

এনে এটি মানসিক অৱস্থা লৈ প্ৰেমানন্দ লতিকাৰ ওচৰলৈ আহিছিল। লতিকাই তাহানি কালত প্ৰেমানন্দৰ লগত তাইৰ বিবাহ প্ৰস্তাৱ চলিছিল—সেই কথা মনে মনে সমালোচনা কৰিলে—বীৰেনৰ কথাও মনে মনে ভাবিলে। লতিকাৰ মনত প্ৰেমানন্দৰ প্ৰতি এটি পুতৌভাৱ আপোনা আপুনি আহিল আৰু বীৰেনৰ প্ৰতি এটি শ্ৰদ্ধা জাগি উঠিল।

## (পাঁচ)

বীৰেনৰ স্কুলখন খোলা পথাৰত। নিজ ঘৰৰ পৰা প্ৰায় দুই মাইল আঁতৰত। বীৰেন স্কুলৰ কম্পাউণ্ডত থাকে—হেড্‌মাষ্টৰলৈ সজা ঘৰত। নিজৰ ঘৰৰ পৰা অহা-যোৱা কৰিব পাৰিলেহেঁতেন, কিন্তু নিজৰ স্কিম অনুসৰি স্কুল গঢ়িবৰ উদ্দেশ্য আগত লৈ বীৰেন স্কুল কম্পাউণ্ডত আছে। ঘৰতো বিশেষ জঞ্জাল নাই। সাংসাৰিক গৃহকাৰ্য্যৰ ফালে বীৰেনে নাচালেও চলে।

স্কুল কম্পাউণ্ডৰ পূবফালে এটা ডাঙৰ পুখুৰী খনোৱা হৈছে। পুখুৰীৰ উত্তৰ ফালে হোষ্টেল আৰু ষ্টাফ্ কোৱাৰ্টাৰ। দক্ষিণ ফালে খেলাৰ পথাৰ। পুখুৰীত মাছ পোহা হৈছে। পাৰত ফুলনি আৰু শাক-পাঁচলিৰ বাগিছা পতা হৈছে। ঠায়ে ঠায়ে মানুহ বহিবলৈ দুই এখন আৰ্ম বেঞ্চও পতা আছে। এনে এখন বেঞ্চত আবেলি পৰত বীৰেন অকলে বহি আছিল। এনেতে লতিকা আৰু কামিনী আহিল। বীৰেনৰ লগত লতিকাৰ পৰিচয় আছে, কিন্তু মুক্ত আলাপ হোৱা নাই কোনো দিন। পাৰিবাৰিক সম্বন্ধৰ বাবে উভয়ে উভয়ৰ আত্মীয় বুলিও উভয়ৰে মনত এটি ভাব আছে। উভয়ে উভয়ৰ আদৰ্শবাদ আৰু মনোগতিৰ পৰিচয় ভালদৰে পায়। চৌধুৰী পৰিয়াল আৰু দত্ত পৰিয়ালৰ মাজত যি ঘনিষ্ঠতা আছিল তাৰপৰা উভয়ে উভয়ৰ অতি অন্তৰঙ্গ হৈ উঠাহি স্বাভাৱিক আছিল; কিন্তু বীৰেন আৰু লতিকাৰ মাজত তেনে ঘনিষ্ঠতা গঢ়ি উঠা নাছিল।

বীৰেনে লতিকা আৰু কামিনীক বহিবলৈ দিবৰ কাৰণে দুখন চেয়াৰ অনালে।

"বীৰেন দা! মই তোমাৰ স্কুল চাবলৈ আহিছোঁ। তোমাৰ কথা আৰু তোমাৰ স্কুলৰ কথা বহুতদিন আগৰেপৰা শুনি আছোঁ; কিন্তু দেখা নাছিলোঁ। তোমাৰ কল্পনা অতি সুন্দৰ হৈছে। কল্পনাৰ যি বাস্তৱ ৰূপ দিবলৈ যত্ন কৰিছা, তাক যি কোনো মানুহে দেখিলে সন্তুষ্ট নহৈ নোৱাৰে।

"সমাজৰ পৰিস্থিতিয়ে মোৰ কল্পনাৰ ক্ষেত্ৰত বাধা সৃষ্টি কৰিছে"—বীৰেনে উত্তৰ দিলে।

"কি কথাত? ভালকৈ বুজাই কোৱাচোন?"

"বুজাই কোৱাও মুস্কিল। আমাৰ সমাজত এটা বিকট বিলাসিতা সোমাই গৈছে। যি কোনো কাৰণেই নহওক মানুহৰ কৰ্ম্মবিমুখতা আহিছে। কামৰ দায়িত্ব আৰু সামাজিক উপযোগিতা মানুহে নুবুজে। নিজৰ কামটোও আনৰ হতুৱাই কৰাব খোজে। নিজে নকৰিব পাৰিলে যেন এটা 'মস্ত বড় লাভ হ'ল—তেনে ভাব। এলাহ বা লেজিনেছ্ জাতীয় চৰিত্ৰত সোমাই গৈছে।"

"কিয় এনে হৈছে?"

"ই এটা প্ৰতিক্ৰিয়া বুলিহে মোৰ অনুমান হৈছে। সকলো দেশৰে জীৱনধাৰাৰ এটি চিৰন্তন গতি থাকে। সেই গতিত মানুহে ই পুৰুষৰ পৰা সি পুৰুষে পূৰ্ব্বৰ সংস্কাৰ পায় আৰু নতুন অভিজ্ঞতা লাভ কৰি পূৰ্ব্বৰ সংস্কাৰৰ আৱশ্যকীয় পৰিবৰ্ত্তন ঘটায়। আমূল পৰিবৰ্ত্তনৰ আৱশ্যক নহয়; কিন্তু আমাৰ দেশত ঠিক তাৰ ওলোটা হোৱা যেন দেখা যায়।"

"কেনেকৈ?"

"পূৰ্ব্বৰ সংস্কাৰৰ আংশিক পৰিবৰ্ত্তন আমাৰ দেশে নিবিচাৰে—আমূল পৰিবৰ্ত্তন বিচাৰে। তাৰপৰা নতুন অভিজ্ঞতাৰ পৰা জীৱনপদ্ধতি গঢ়াত বাধা পৰে। পুৰণি সংস্কাৰ সম্পূৰ্ণ এৰিবও নোৱাৰি—নতুনটো সম্পূৰ্ণ গ্ৰহণ কৰিবও নোৱাৰি। অৰ্থনৈতিক অস্বচ্ছলতাও এটি কাৰণ হয়। অৰ্থনৈতিক স্বচ্ছলতা থাকিলেও নিজ নিজ পৰিয়ালৰ, সমাজৰ আৰু স্বকীয় মনোবৃত্তিৰ কাৰণে প্ৰতি খোজতে বাধা অনুভৱ কৰে।"

"ক্ৰমে ক্ৰমে হ'ব।"

"ক্ৰমে ক্ৰমে সমাজ গঢ়া পদ্ধতি এইটো নহয় যেন লাগে। আৰু ক্ৰমে গঢ়িবলৈ যাওঁতেও গঢ়া নহ'ব—পাচলৈহে থ'ব লাগিব।"

"কিয়?"

"লক্ষ্য স্থিৰ নাই। কি লক্ষ্যত আমাৰ সমাজ চলিছে? যি লক্ষ্যত চলিছে সেই লক্ষ্যৰ মূল্য ভাৰতৰ জাতীয় জীৱনত কিমানখিনি, তাকো যেন বুজি পোৱা নাই।"

এনেতে ৰেৱতী আহি ওলাল।

"বহা, বায়।" বুলি বীৰেনে ক'লে। বীৰেনে কোৱাৰ লগে লগে লতিকা আৰু কামিনী থিয় হ'ল আৰু নিজৰ নিজৰ চেয়াৰ এৰি দিলে। বীৰেনে বুজি পাই নিজেও উঠি বেঞ্চখন এৰি দিলে আৰু নিজে এখন চেয়াৰত বহিল। কামিনী আৰু লতিকা বেঞ্চত বহিল।

"লতিকা দেৱীৰ লগত আপোনাৰ আগৰ পৰিচয় আছে—নহয়, চাৰ?" বুলি বায়ে সুধিলে।

"আছে। আমাৰ ভিতৰত যদিও মিতিৰৰ সম্বন্ধ নাই— তথাপি আমি উভয় পৰিয়াল মিতিৰ-কুতুমৰ নিচিনা।"

"মোৰ লগত পৰিচয় আগেয়ে নাছিল যদিও মই তেওঁৰ বিষয়ে কামিনীৰ মুখত নিতৌ শুনি থাকোঁ। লতিকা দেৱীৰ বয়স কম হ'লেও বহু বিষয়ৰে জ্ঞান আছে। আজি আমাৰ ঘৰত বহুত কথাৰ আলোচনা হৈ গৈছে।"

লতিকা লাজতে ৰঙা পৰিল।

"মই জানোঁ—ৰায়!"

"আপোনালোকে কি কথা পাতিছিল—চাৰ?"

"তোমাৰ-আমাৰ ভিতৰত নিতৌ যিবোৰ কথা হয়—সেই কথাকেই গুলাইছিল।"

"এই জোপা ফুল খুনীয়া হৈ উঠিছে" বুলি লতিকাই হঠাতে এজোপা গোলাপ ফুলৰ ফালে আঙুলিয়ালে।

বীৰেনে ক'লে—"মই নিজ হাতে পতি কৰি এই জোপা ফুল বঢ়াইছোঁ। আমাৰ ফুলনিত যিমানবোৰ গছ আৰু ফুল দেখিছা—তাৰ প্ৰতি আমাৰ স্কুলৰ হয় কোনোজন মাষ্টৰৰ, নহয় কোনোজন ছাত্ৰৰ বা কোনো এটা শ্ৰেণীৰ বিশেষ মনোযোগ আছে।"

"এইটো বাধ্যতামূলক নেকি?"

"নহয়, যি সমাজৰ বিষয়ে এতিয়াই আলোচনা কৰিছিলোঁ, সেই সমাজত বাধ্যতামূলক ভাৱে একো কৰিব নোৱাৰি। স্কুলৰ দৈনন্দিন কটিনত বাধ্যতামূলক ভাৱে কৰাব গলে হয় ছাত্ৰ সমাজত নাইবা অভিভাৱকৰ সমাজত এটা অবাঞ্ছিত প্ৰতিক্ৰিয়াই দেখা দিব।"

"তেন্তে কেনেকৈ কৰিছে?"

"স্বেচ্ছামূলক ভাৱে। মই নিজেও কাম কৰোঁ—শিক্ষকবিলাকেও কৰে। শিক্ষকবিলাককো মই বাধ্য কৰা নাই। যাৰ যেনে ইচ্ছা তাকে কৰে। নিজৰ প্ল্যান্ কি মোক ক'লেই মই অনুৰূপে ব্যৱস্থা কৰি দিওঁ। স্থান নিৰ্দ্দেশ কৰি দেখুৱাই দিওঁ। নিজৰ নিজৰ পছন্দমতে কাম কৰে। যেনে—বহুত ৰকমৰ গোলাপ ফুল আছে, মই এই ৰঙা বিধ পছন্দ কৰোঁ যদিও গোলাপ নামৰ সৈতে বজিতা থাকিলে ইয়াৰ গোলাপী ৰং নাই।"

"পুখুৰীটোৰ পানী খুব ভাল যেন দেখিছো—ইয়াত মাছ আছে নে?" বুলি লতিকাই সুধিলে।

"আছে, ভাল মাছেই আছে। ৰৌ, চিতল আৰু ভোকা মাছৰ পোনা দিছিলোঁ। সোনকালে ডাঙৰ হৈছে। চাৰি-পাঁচ সেৰ ওজনৰ হৈছে। অহা বছৰলৈ কিছু তোলা হ'ব। এই বছৰ মাৰিব খোজা নাই। মনম লাগে দেখোন।"

এনে ধৰণৰ আৰু দুই এটি কথা পতাৰ পাচত লতিকা আৰু কামিনী বিদায় হ'ল।

"লতিকাক দেখি ভাল লাগিল, বায়।" এনেতে বীৰেন বুলি মাত লগাই প্ৰেমানন্দ ওলালহি।

"তুমি কʼৰপৰা আহিলা দাদা!" বীৰেনে প্ৰশ্ন কৰিলে।

"মই এই মাত্ৰ আহিছোঁ, এটা বিশেষ কথা আছে"—বুলি প্ৰেমানন্দই ৰেৱতীৰ ফালে দৃষ্টি কৰাত বীৰেনে ৰেৱতীক বিদায় দি প্ৰেমানন্দক নিজৰ ঘৰলৈ লৈ গ'ল।

বীৰেনৰ ঘৰটোৰ তিনিটা ৰুম, মাজৰ ৰুমত বিশিষ্ট আলহী আহিলে বহিব দিয়ে। সন্মুখৰ ৰুমটোত কাম-কাজ কৰিবলৈ এখন টেবিল আছে আৰু বাহিৰা মানুহক বহিবলৈ দিবৰ কাৰণে কেইখনমান চেয়াৰ আৰু এখন আৰ্ম বেঞ্চও আছে। এচুকত স্কুলৰ কাগজ-পত্ৰ থোৱাৰ কাৰণে এটি আলমাৰী আছে। কেইখনমান কিতাপো তাত আছে।

মাজৰ ৰুমটোৰ আচবাব-পাতি ৰব ধুনীয়া আৰু ড্ৰইং ৰুম চেট্ এটি সজোৱা আছে। পহৰ শিঙত বেৰত মহাত্মা গান্ধী, জৱহৰলাল নেহৰু, পণ্ডিত মালবীয়, তৰুণ ফুকন, নবীন বৰদলৈ, গোপীনাথ বৰদলৈ আদি কেইজনমান নেতাৰ ছবি আছে। দুটা কিতাপৰ আলমাৰী আছে—এটাত সংস্কৃত, বঙালী আৰু অসমীয়া কিতাপ আছে। আনটোত ইংৰাজী কিতাপ আছে। চুকত এখন ৰাইটিং টেবিলো আছে।

শোৱা ৰুমটোত কেৱল পালেং এখন, টিপয় এখন আৰু আলনা এডাল আছে। লগতে লগা দুটা সৰু ৰুম আছে। এটা বাথ্‌ৰুম আনটো প্ৰাৰ্থনা ঘৰ।

প্ৰেমানন্দক মাজৰ ৰুমটোত বহিবলৈ কৈ চাকৰক চাহ-জলপান দিবলৈ ক'লে। পাচত নিজেও বহিল।

প্ৰেমানন্দই যি কথা কবলৈ বুলি আহিছিল—এতিয়া মুখামুখি হোৱাত কবলৈ সঙ্কোচবোধ কৰিছে। বীৰেনৰ ঘৰত বীৰেনৰ এটা বিশেষ মৰ্য্যাদা গঢ়ি উঠিছে বুলি প্ৰেমানন্দৰ বোধ হ'ল। বীৰেনৰ গাম্ভীৰ্য্যপূৰ্ণ মুখ দেখিও প্ৰেমানন্দই খোলাখুলি ভাৱে নিজৰ মনৰ কথা কবলৈ টান পালে। সেইবাবে কিছু সময় মনে মনে থাকিল—যেন চাকৰে চাহ অনাটোকে বাট চাইছে। ইতিমধ্যে চাকৰে চাহ-জলপান লৈ আহিল। চাহ খোৱাৰ লগে লগে প্ৰেমানন্দই ক'লে—"মোৰ ঘৰত বৰ অশান্তি হৈছে। কিৰণৰ মতি-গতিৰ পৰিবৰ্ত্তন হৈছে। আমাৰ মাজত বিগ্ৰহ-বিচ্ছেদৰ উপক্ৰম হৈছে।" হঠাৎ এনে এটি কথা শুনিব বুলি বীৰেনে ভবা নাছিল। সম্পত্তি সম্পৰ্কীয় কিবা কথা কব বুলিহে ভাবিছিল। প্ৰেমানন্দৰো ঠিক এই কথা কবৰ বাবে বীৰেনৰ ওচৰত অহা নাছিল। উদ্দেশ্য বেলেগ আছিল;

কিন্তু আচল কথা কবলৈ সঙ্কোচ বোধ কৰিহে নকলগা কথা কৈ পেলালে। প্ৰেমানন্দৰ মনত আন এটি ভাবে খেলা কৰিছে। কিৰণৰ লগত বিবাহ-বিচ্ছেদ হ'লে প্ৰেমানন্দই তাৰ পাচত কি কৰিব?

বীৰেনে এই কথাৰ কোনো জবাব নিদিলে। এনেয়ে চৌধুৰী পৰিয়ালত কিৰণৰ আবিৰ্ভাব লজ্জাকৰ ঘটনা। বিবাহ-বিচ্ছেদ যদি হয়, তাত বীৰেনৰ পক্ষে বা পৰিয়ালৰ পক্ষে একো দুখৰ কথা নহয়, বৰঞ্চ সুখৰ কথাহে। সামাজিক দৃষ্টিভঙ্গীত একো লাজৰ কথা নহয়, বৰঞ্চ অতি স্বাভাৱিক কথাহে। তথাপি বীৰেনে মতামত দিবলৈ ভাল নাপালে।

প্ৰেমানন্দই বুজি পালে যে উত্তেজনাৰ বশত ইয়ালৈ আহি এই কথা বীৰেনৰ লগত আলোচনা কৰিবলৈ ইচ্ছা কৰাটো প্ৰেমানন্দৰ পক্ষে ভাল হোৱা নাই। অৱস্থা বিশেষে মানুহে সময় আৰু ক্ষেত্ৰ নুবুজি এনে একোটি অসামঞ্জস্য পৰিস্থিতিৰ সম্মুখীন হবলগীয়া হয়। প্ৰেমানন্দৰ মন চঞ্চল, দুঃখিত আৰু নিস্তেজ হৈ পৰিছে। দুখ আৰু অনুশোচনাত মন ভাৰাক্ৰান্ত হৈ পৰিছে। বংশৰ অভিমান আৰু নিজৰ দুষ্কাৰ্য্যৰ পৰিণাম সুৰঁৰি বৰ্ত্তমান অস্বাভাৱিক পৰিস্থিতিত পৰি নিজৰ মানুহৰ ওচৰ চপা স্বাভাৱিক গতি। প্ৰেমানন্দ অহাত বীৰেনে সেই কথা বুজি পাইছে; কিন্তু নিজৰ দাদা এজনক এনে অৱস্থাত পৰামৰ্শ দিবলৈ ভাল পোৱা নাই; বিশেষকৈ প্ৰেমানন্দৰ সকলো কাৰ্য্যতে বীৰেনে উদাসীন মনোভাৱ লৈয়ে আছে। প্ৰেমানন্দৰ অধঃপতনত দুখ পাইছে, কিন্তু উদ্ধাৰৰ উপায় চিন্তা কৰা বিধৰ প্ৰকৃতি বীৰেনৰ নাই।

প্ৰেমানন্দই লাহে লাহে বিদায় ল'লে।

প্ৰেমানন্দৰ সংসাৰত নানা প্ৰকাৰ বিশৃঙ্খলাই দেখা দিছে। আধুনিক জগততো প্ৰেমানন্দ আৰু কিৰণৰ মিলন মানুহে ভাল চকুৰে চোৱা নাই। প্ৰগতিবাদী সকলেও এই মিলন আদৰ্শমূলক বুলি ভাবিব পৰা নাই। গতিকে প্ৰেমানন্দৰ মনত শান্তি নাই; তদুপৰি প্ৰেমানন্দই কিৰণৰ ভালপোৱা পোৱা নাই। কিৰণৰ নিচিনা হোৱালীয়ে কাকো ভাল পাব নোৱাৰে। সম্প্ৰতি কিৰণ এজন ধনী ব্যৱসায়ীৰ আকাঙ্ক্ষাৰ বস্তু হৈ পৰিছে। এইজন মানুহ বিহাৰীৰ। এওঁৰ পিতাকে গুৱাহাটীত চিনেমা হল খুলি ব্যৱসায় কৰে আৰু পিতাকৰ মৃত্যুৰ পাছত এই বিহাৰীলালেই একমাত্ৰ পুত্ৰ হিচাবে চিনেমা হলৰ মালিক হয়। কিৰণ আৰু বিহাৰীলালৰ মাজত ঘনিষ্ঠতা বাঢ়ি গৈছে। কিৰণৰ ধাৰণা যে বিবাহ-বিচ্ছেদৰ পাচতেই বিহাৰীলালে কিৰণক বিয়া কৰাব। বিবাহ-বিচ্ছেদ নহলে যে বিহাৰীলালে বিয়া কৰাব নোৱাৰে সেই কথা স্পষ্টকৈ কৈ দিছে।

কিৰণ গাঁৱৰ ছোৱালী হ'লেও ইতিমধ্যে আধুনিক জগতৰ লাস-বিলাসৰ সকলো প্ৰকাৰ নিয়ম পদ্ধতি আয়ত্ত কৰি লৈছে। কাৰ লগত কেনে ধৰণে কথা

কৰ লাগে তাক জানে। মাৰ্জ্জিত ধৰণে কথা কৈ মানুহৰ মন ভুলাব জানে। প্ৰেমানন্দৰ লগত এতিয়াও কোনো প্ৰকাৰ কঢ় ব্যৱহাৰ কৰা নাই; কিন্তু বিহাৰীলালৰ লগত অবাধ মিলনত কোনো প্ৰকাৰ বাধা প্ৰেমানন্দই দিব পৰা নাই। বিহাৰীলাল প্ৰেমানন্দৰ চক্ষুশূল হৈ পৰিছে; কিন্তু বিহাৰীলালে প্ৰেমানন্দৰ পৰা আঁতৰত থাকিহে নিজৰ বিলাস উপভোগ কৰি আছে।

এনে এটি সময়ৰ ভিতৰত বিহাৰীলাল এদিন আহি প্ৰেমানন্দক সাক্ষাৎ কৰে। বিহাৰীলালে কয়, যে প্ৰেমানন্দই যদি গুৱাহাটীৰ চিনেমা ঘৰটো কিনি লব পাৰে তেন্তে বিহাৰীলালে অসম এৰি যাব। প্ৰেমানন্দই এই প্ৰস্তাৱত ৰাজী হবলৈ ইচ্ছুক হ'লেও উপযুক্ত মূল্য দিবলৈ সঙ্গতিৰ অভাববোধ কৰিছে। বিহাৰীলালে বুধি দিলে, যে সম্প্ৰতি যদি নগদ দহ হাজাৰ টকা দিয়ে বাকী চল্লিছ হাজাৰ টকা চাৰি বছৰত ক্ৰমে শোধ কৰিলেও হ'ব। এই চৰ্ত্তত প্ৰেমানন্দ উৎসাহিত হ'ল—চিনেমাৰ আয়ৰপৰা এই ধাৰ শোধ কৰিব পাৰিব বুলি ভাবি। বিহাৰীলাল গুচি গ'লে কিৰণৰ মতিগতিও ফিৰিব পাৰে বুলি প্ৰেমানন্দৰ আশাও হ'ল। প্ৰেমানন্দই কিৰণক ভাল পায় যদিও, তাৰ প্ৰতিদান পোৱা নাই। বিচ্ছেদ সহিবলৈকো মন ভাঠ কৰিব পাৰা নাই। মানুহৰ মনৰ খবৰ নিজেও নাজানে; আন মানুহে আন মানুহৰ মনৰ খবৰ কেনেকৈ পাব? এনে অৱস্থাত অস্থিৰ মন লৈ কি কৰা উচিত, কি কৰা অনুচিত একো স্থিৰ কৰিব নোৱাৰি হঠাতে বীৰেনৰ লগত পৰামৰ্শৰ বাবে প্ৰেমানন্দ আহিছিল। আহি যেতিয়া লতিকাক বীৰেনৰ লগত কথা পাতি থকা দেখিলে তেতিয়া তাৰ মনৰ গতিৰ পৰিবৰ্ত্তন হ'ল। প্ৰেমানন্দই মন খুলি বীৰেনৰ লগত কথা পাতিব নোৱাৰিলে। মনৰ কথা মনতে থাকিল। দুখ মনে গুচি গ'ল। বীৰেনেও প্ৰেমানন্দৰ বিষয়ে চিন্তা কৰি বৰ দুখ অনুভব কৰিলে।

জগতত নানা প্ৰকাৰ বৈচিত্ৰ্যপূৰ্ণ ঘটনা ঘটে। কোন সময়ত মানুহৰ মনৰ গতিৰ পৰিবৰ্ত্তন হয় কোনেও আগৰপৰা বুজি নাপায়। বিৰুদ্ধ ঘটনাৰ সমাবেশ আৰু অৱস্থা বিপৰ্য্যয়ৰ মাজত মানুহে সকলো স্থিৰ ৰাখিব নোৱাৰে। সাধাৰণ মানুহৰ মানসিক পৰিবৰ্ত্তন বিভিন্ন অৱস্থাৰ পৰাই হয়। জনা কথাৰো ভুল হয়—নাজানিও মানুহে ভুল কৰে। সংসাৰৰ যেন এয়ে নিয়ম। অনিয়মৰ মাজতো শৃঙ্খলা বিচাৰি পোৱা মানুহ আছে আৰু নিয়মৰ মাজতো মানুহে দিহা-বুধি হেৰুৱায়। চৌধুৰী পৰিয়ালৰ সুশৃঙ্খল পাৰিবাৰিক জীৱনত বিশৃঙ্খলা আহে প্ৰেমানন্দৰ উচ্ছৃঙ্খল জীৱনৰপৰা। পৰিয়ালৰ এটা বৈশিষ্ট্যপূৰ্ণ সুনামৰ হানি হয়। প্ৰেমানন্দৰ জীৱনত অভূতপূৰ্ব্ব পৰিবৰ্ত্তন ঘটিছে; বীৰেনেও নিজৰ জীৱনৰ লক্ষ্য স্থিৰ কৰি লব পৰা নাই। দেশ-সেৱাৰ নামত যি মহান্ উদ্দেশ্য আগত লৈ শিক্ষা ব্ৰতত নামিছিল—দেশৰ প্ৰতিকূল পৰিস্থিতিত বীৰেনৰো সেই আগ্ৰহ আৰু উৎসাহ এতিয়া নাই। এই পৰিয়ালৰ বংশানুক্ৰমিক গৌৰৱ, প্ৰতিষ্ঠা আৰু আৰ্জ্জিত

কোনো এজনো থাকিব পৰা নাই। প্ৰেমানন্দৰ জীৱনত পুনঃ পৰিবৰ্ত্তনৰ সূচনাই দেখা দিছে। বীৰেনৰ প্ৰকৃত সাংসাৰিক জীৱন আৰম্ভ হোৱাই নাই। আদৰ্শবাদী বীৰেনে দাৰ্শনিক মনোভাৱ লৈয়ে আছে। চিৰাচৰিত নিয়ম অনুসাৰে চলিলে হয়তো বীৰেনে আজি চৰকাৰৰ উচ্চ পদস্থ কৰ্ম্মচাৰী হ'ব পাৰিলেহেঁতেন; নাইবা শিক্ষা ক্ষেত্ৰতো যি কোনো এখন কলেজৰে অধ্যক্ষ পদত অধিষ্ঠিত হৈ বিশ্ব-বিদ্যালয়ত সুনাম আৰ্জ্জি সমাজত প্ৰতিষ্ঠা লাভ কৰিব পাৰিলেহেঁতেন। দেশ গঠনৰ আদৰ্শত অনুপ্ৰাণিত হৈ হেডমাষ্টৰী পদ গ্ৰহণ নকৰিও দেশ গঠনৰ কামত আত্মনিয়োগ কৰিব পাৰিলেহেঁতেন। বীৰেনৰ স্কুলৰ উত্তৰোত্তৰ উন্নতি হৈ আহিব ধৰিছে যদিও, বীৰেনে মনত শান্তি পোৱা নাই। বীৰেনৰ গম্ভীৰ প্ৰকৃতিৰ মূলত প্ৰধানতঃ এই কথা।

## (ছয়)

অশোকাষ্টমীৰ স্নান—অশ্বক্ৰান্ত ঘাটত। নানা ঠাইৰপৰা মানুহ আহিছে। অসমীয়া, বঙালী, মাৰোৱাৰী, হিন্দুস্থানী বিভিন্ন প্ৰাদেশিক ৰাজ্যৰ মানুহৰ সমাগম হৈছে।

বীৰেনো অশোকাষ্টমীৰ স্নানলৈ গৈছিল, লগত আছিল ৰেৱতী ৰায় আৰু কেইজনমান ছাত্ৰ। বীৰেনৰ উদ্দেশ্য আছিল ছাত্ৰবিলাকক ধৰ্ম্মপ্ৰাণত অনুপ্ৰাণিত কৰা আৰু শিক্ষাদানৰ অঙ্গ হিচাবে সামাজিক প্ৰথাবোৰৰ লগত পৰিচিত কৰি দিয়া। সমাজ সেৱাৰ উদ্দেশ্যত নমোৱা সম্প্ৰতি বীৰেনৰ লক্ষ্য নাছিল।

ৰাতিপুৱাৰ পৰা স্নানৰ নিৰ্দ্দিষ্ট সময়। আবেলি চাৰি বজালৈ অষ্টমীৰ যোগ আছে। উত্তৰ গুৱাহাটীত লোকে লোকাৰণ্য হৈছিল। কলেজৰ ছাত্ৰৰ সমাগম, স্কুলৰ ছাত্ৰৰ সমাগম আৰু স্কুল-কলেজত নপঢ়া ডেকা ল'ৰাৰ সমাগম অসংখ্য পৰিমানে হৈছিল। ছোৱালীবিলাকেও দল বান্ধি বান্ধি আহিছে। কোনো কোনোৱা মাক-বাপেক আৰু অন্যান্য অভিভাবক-অভিভাৱিকাৰ লগত আহিছে।

বীৰেনে ছাত্ৰসকলক লগত লৈ অশ্বক্ৰান্ত ঘাটৰ মন্দিৰৰ সমুখত এজোপা ডাঙৰ গছৰ তলত বহি নানা বিষয়ে আলোচনা কৰি আছে; ৰেৱতী ৰায়ো আছে। এনেতে দেখা পালে যে কিৰণ আৰু প্ৰেমানন্দ সৰু নাও এখনত ব্ৰহ্মপুত্ৰ পাৰ হৈ আহিছে। নাৱৰীয়াই দাঁৰ মাৰোঁতে দুয়োৰো গাত পানী পৰি কাপোৰ তিতি গৈছে। লতিকাই দেখা পাই আগবাঢ়ি আহি উভয়কে সম্বৰ্দ্ধনা জনালে। নামিবৰ সময়ত একে সময়তে দুয়ো একেকালে ভৰ দিয়াত আৰু নাৱৰীয়া জনৰ অসাৱধানতাত নাওখন বুৰি গ'ল। প্ৰেমানন্দ আৰু কিৰণ পানীত পৰি তিতি গ'ল। দুয়ো বৰ লাজ পালে।

লতিকাই কিৰণক ক'লে—"কিৰণ বাইদেউ! তুমিনো বাৰু এনে এখন সৰু নাবত উঠিব লাগেনে? এতিয়া বাৰু যি হ'ল হ'ল, কাপোৰ সলাই শুকান কাপোৰ পিন্ধা, তোমালোকৰ অষ্টমী স্নান ভালেই হ'ল"—বুলি নিজৰ চুট্‌কেছৰ পৰা মুগাৰ মেখেলা, সূতাৰ চাদৰ আৰু খদ্দৰৰ ব্লাউজ এটা উলিয়াই দিলে। কিৰণৰ লগত কোনো কাপোৰ নাছিল। থাকিলেও সি তিতি গ'লহেঁতেন। তেওঁলোক স্নানৰ বাবে অহা নাছিল। অষ্টমীৰ মেলা চাবলৈহে আহিছিল। ৰেৱতীয়েও সেইদৰে প্ৰেমানন্দক খদ্দৰৰ ধুতি, পাঞ্জাবী আৰু গেঞ্জি এটা দিলে। প্ৰেমানন্দ আৰু কিৰণ লজ্জিত হৈ আঁতৰি গৈ নিজৰ নিজৰ পোছাক সলালে। তাৰ পাছত লতিকাই আটাইবিলাকক নিজৰ বাহৰলৈ লৈ গ'ল। লতিকা এদিন আগতে আহি উত্তৰ গুৱাহাটীৰ এঘৰ চিনাকি মানুহৰ ঘৰত আছিল। ৰেৱতীয়ে সেই কথা জানে। কামিনী লতিকাৰ লগতে আহিছিল। বীৰেন আৰু ৰেৱতীয়ে অষ্টমীৰ স্নান শেষ কৰিছে আৰু স্কুলৰ ল'ৰাবিলাকে লগ বান্ধি মেলা চাই ফুৰিছে। লতিকা আৰু কামিনীৰ স্নান হোৱা নাছিল। ইতিমধ্যে ঘৰৰ গিৰীহঁতৰ ফালৰপৰা সুৰবালা নামে এগৰাকী গাভৰু ছোৱালী ওলাই আহি আটাইবিলাকক মাত-কথাৰে অভ্যৰ্থনা কৰিলে।

এইঘৰ মানুহো পূৰ্ব্বৰ বঙালী মানুহ। এতিয়া নিভাঁজ অসমীয়া হৈ গৈছে। কথা-বতৰা, সাজপাৰ আৰু ঘৰৰ আচবাব পাতিৰ পৰা মুঠেও বুজিব নোৱাৰি যে এইঘৰ বঙালী মানুহ বা অসমীয়া নহয়। জাতিত কায়স্থ নহলেও বৰ্ণহিন্দু। সুৰবালা লতিকাৰ সহপাঠিনী। বি-এ পাছ কৰিছে।

সুৰবালা দেখিবলৈ অত্যন্ত ধুনীয়া। উজ্জ্বল গৌৰবৰ্ণ ৰং, চুচিকটা মুখ আৰু চুলিটাৰি বেণীৰে গোঠা। চকুযুৰি নীল পদ্মৰ নিচিনা। হাতৰ আঙুলিবোৰ আগলৈ ক্ৰমে সৰু। সৰু কঁকাল, বহল নিতম্ব। সুঠাম দেহ আৰু মুখত মধুৰ হাঁহি। পুষ্ট কুচযুগ আৰু সৰু শুভ্ৰ দন্তপংক্তি। ভৰিৰ তলুৱা মাটিত লগা। সুন্দৰী নাৰীৰ সকলো সুলক্ষণ আছে—যেন দেৱী প্ৰতিমাহে। পিন্ধিছে নিৰ্ম্মল খদ্দৰৰ ৰিহা মেখেলা। সৰু সোণৰ চেইন এডাল গলত আৰু কাণত ইয়াৰটব্। চুলিবোৰ সৰু সৰু কৈ কোঁচখোৱা। অতি সাধাৰণ বেশ, কিন্তু মাৰ্জ্জিত ৰুচি ফুটি ওলাইছে। কিৰণৰ লগত যেন এটি বিপৰীত তুলনা। স্নিগ্ধ আৰু কোমল প্ৰতিচ্ছবি সুৰবালাৰ। গৰ্ব্বিত আৰু বিলাসী সুন্দৰ অৱয়ব কিৰণৰ। সুৰবালাৰ মুখত যেন স্বৰ্গীয় জ্যোতি আৰু কিৰণৰ মুখত যেন বিলাস ভোগৰ মলিন কালিমা। বীৰেনৰ চকুত কিৰণলৈ যিমান ঘৃণা উপজিছিল, সুৰবালালৈ তেনে এটি প্ৰীতিৰ স্নিগ্ধ সৌহাৰ্দ্দ্যৰ ভাব উপজিছিল। সুৰবালাক এয়ে প্ৰথম দেখিছে বীৰেনে আৰু কিৰণকো আজিয়েই প্ৰথম দেখিছে; কিন্তু কিৰণৰ প্ৰতি আগৰ পৰাই অশ্ৰদ্ধাৰ ভাব আছে। প্ৰথম দৰ্শনতে সুৰবালাৰ প্ৰতি এটি স্নিগ্ধ মনোভাৱ গঢ়ি উঠিছে।

এটা নিৰ্ম্মল আকৰ্ষণ, বন্ধুত্বৰ কাৰণে যেন এটা নিৰ্দোষ ব্যগ্ৰতা অনুভৱ কৰিছে। বীৰেনে সাধাৰণ সদাচাৰৰ মাজেদি সুৰবালাক সুধিলে—"আপুনি লতিকাক কেতিয়াবাৰ পৰাই চিনি পায় নেকি?"

অতি সাধাৰণ প্ৰশ্ন। এই প্ৰশ্নত কিৰণে যেন এটা তীব্ৰ বিষৰ জ্বালা অনুভৱ কৰিলে। বীৰেনে লতিকাক যেন অতি পৰিচিত আৰু আপোনাৰ জন বুলি ভাবিছে। কিৰণক যেন বীৰেনে চিনিয়েই নাপায় আৰু কিৰণৰ উপস্থিতি যেন বীৰেনৰ মনত একেবাৰে অবাঞ্ছিত। কিৰণৰ লগত বীৰেনে এবাৰ কথাও কিয় নাপাতে? মুখামুখি দেখা নহ'লেও কিৰণৰ কথা বীৰেনে নিশ্চয় জানে আৰু বীৰেনকো কিৰণে জানে। উভয়েই এতিয়া সম্বন্ধসূত্ৰত আবদ্ধ; কিন্তু কি ব্যৱধান। আনফালে লতিকা আৰু সুৰবালাৰ লগত বীৰেনৰ ব্যৱহাৰ কি মধুৰ—কি নিকট। কিৰণৰ মনত এনে ধৰণৰ এটি তিক্ত প্ৰতিক্ৰিয়াই দেখা দিলে।

বীৰেনৰ প্ৰশ্নৰ উত্তৰত সুৰবালাই ক'লে—"লতিকা আৰু মই একেলগে পঢ়িছিলোঁ। কলেজ হোষ্টেলত একেলগে একে কমতে আছিলোঁ।"—অতি সাধাৰণ উত্তৰ।

এই উত্তৰত কিৰণৰ বিষৰ জ্বালা আৰু বাঢ়ি গ'ল। যি পৰিবেশত কিৰণ পৰিছে, তাত চঞ্চলতা প্ৰকাশৰ কোনো সুবিধা নাই। কিৰণৰ ওচৰত লতিকাত বাজে আটাইবিলাকে অপৰিচিত। কিৰণৰ চৰিত্ৰত যদিও বহুতো গ্লানি আছে তথাপি সমাজত ফুৰিছে। এনে এটি গম্ভীৰ পৰিৱেশত হঠাতে কথা কবলৈকো টান পাইছে।

"আপোনালোকে মোক অলপ ছুটী দিয়ক—মই চাহৰ যোগাৰ কৰোঁ। লতিকাই আহি মোক জগৰ ধৰিব—তাই মোক পানী তপতাই থব কৈছে।" এই বুলি কৈ মিচিকিয়া হাঁহি মাৰি বীৰেনৰ ফালে চাই যেন অব্যাহতি লৈছে—এনে ধৰণে ভিতৰলৈ সোমাই গ'ল। সুৰবালাই বীৰেনৰ ফালে চাই মিচিকিয়া হাঁহি মৰাত কিৰণৰ অন্তৰত জ্বালা আৰু বাঢ়ি গ'ল। সুৰবালাই ভিতৰত ষ্টোভত পানী তুলি দি পুনঃ আহি তেওঁলোকৰ লগত যোগ দিলে।

বীৰেনে বেৰতীক ক'লে—"তোমালোকে লতিকাৰ লগত ভাল এটি সম্বন্ধ স্থাপন কৰিছা। সুৰবালা, লতিকা আৰু কামিনী তিনিও যেন একেঘৰৰ ছোৱালী—তিনিও যেন ভনী।"

"কিয় আমি ভনী নহয় বুলি ভাবিছা নেকি বীৰেন দা।" বুলি লতিকাই হাতত এটা কাগজৰ ঠোঙা লৈ আহি ওলাল। লতিকা যেন আজি অলপ কম গহীন, বেছি লয়লাসময়ী—এনে যেন অনুমান হ'ল বীৰেনৰ। কিৰণ অতিষ্ঠ হৈ উঠিছে। এই মধুৰ পৰিবেশত কিৰণৰ অন্তৰৰ জ্বালা ক্ৰমে যেন বাঢ়ে হে। তথাপি কিৰণে মনৰ ভাব লুকাই ৰাখি কথা কব জানে আৰু লতিকাৰ উপস্থিতিত এই

পৰিবেশত অলপ যেন নিজক খাপ্ খুৱাব পাৰিছে এনে অনুভৱ কৰি লতিকাৰ প্ৰশ্নৰ উত্তৰ কিৰণে দিলে—"তোমালোক তিনিও ভনী নহয় আমি জানোঁ; কিন্তু তুমি যেতিয়া ভনী বুলি স্বীকাৰ কৰিছা—আমি মানি লৈছোঁ।"

বীৰেনেও ঠিক তাকেই কব খুজিছিল; কিন্তু কিৰণে উত্তৰ দিয়াত নিমাত হৈ বহি থাকিল। কিৰণৰ এই কথাত গম্ভীৰ পৰিৱেশৰ শাম কাটিলে আৰু ৰেৱতীয়ে ক'লে—"সহোদৰা ভনী নহয় যদিও এওঁলোক যে তিনিও ভনী এওঁলোকৰ ব্যৱহাৰত তাকেহে বুজা যায়। কামিনী যে "লতিকা দিদি" বুলিয়েই অজ্ঞান। লতিকাই হাঁহি মাৰি ভিতৰলৈ গ'ল। "এই সুৰ"। তই কি কৰিছ—চাহৰ যোগাৰ হ'লনে নাই"— বুলি লতিকাই হাতৰ ঠোঙাটো টেবিলৰ ওপৰত থৈ দিলে আৰু তাৰ পাচতেই বাহিৰলৈ ওলাই আহি পুনঃ ক'লে—

"কিৰণ বাইদেউ। তোমাক আজিহে আমি ভালকৈ লগ পাইছোঁ। নাও বুৰাত একো লোকচান নহল। তোমালোকৰ প্ৰাণ দুটিতো বাঁচিলেই আকৌ বেছি সজীৱ হৈ উঠিছে—বীৰেন দা আৰু ৰেৱতী বাবুক লগ পাই।" এই কথাত কিৰণৰ অন্তৰৰ জ্বালাত যেন নতুন আহুতি হে পৰিল। কিৰণে কথা কবৰ সুবিধা পাই ক'লে—"আমাৰ প্ৰাণ সজীৱ নোহোৱাকৈ থকা নাই—তোমালোকৰ যেন বেচি হৈছে তেনে অনুভৱ কৰিছোঁ।"

লতিকাৰ লগত প্ৰেমানন্দৰ বিয়া হোৱাৰ কথা আছিল—সেই কথা কিৰণে জানে; কিন্তু সুৰবালা আৰু কামিনীৰ কথা কোনো দিন শুনা নাছিল। এই দুই গৰাকী মহিলাৰ লগত নিজক মিল খুৱাই লব পৰা নাই, সেই বাবে অস্বস্তিবোধ যথেষ্ট কৰিছে। কিৰণৰ কথাত শ্লেষ আছিল—লতিকাই বুজি পালে। গাল দুখন ৰঙা হ'ল—বীৰেনে লক্ষ্য কৰিলে।

লতিকা বুদ্ধিমতী ছোৱালী। কথাৰ সুৰ সলাই পেলালে। "বীৰেন দা, আমি কাইলৈ বশিষ্ঠলৈ যোৱাৰ যোগাৰ কৰিছোঁ। ৰেৱতী বাবুই তোমাৰ অনুমতি হ'লেহে যাব পাৰিব বুলি কৈছে। তোমালোকৰ ছাত্ৰবিলাকক লৈ সমস্যা হৈছে। আমি পিছে তোমাক আৰু ৰেৱতী বাবুক দুয়োকো আমাৰ দলত ভুক্ত কৰি থৈছিলোঁ।"

বীৰেনে সহজ সুৰত ক'লে—"ৰেৱতী যাব পাৰে। মই ছাত্ৰবিলাকক লৈ ঘূৰি যাম।"

"সেইটো নহয় চাৰ। তেওঁলোকে আপোনাক লৈহে যাবলৈ ইচ্ছা কৰিছে। তাতকৈ মই আজি ছাত্ৰবিলাকক লৈ যাওঁ, কাইলৈ ৰাতিপুৱাতে আহি মই আপোনালোকৰ লগ লাগিম। স্কুল দুদিন বন্ধ আছে যেতিয়া কোনো অসুবিধা নহয়।" বীৰেনে ভাবি চাই সন্মতি দিলে।

এনেতে সুৰবালা ওলাই আহি ক'লে—"দুৰ্গেদেউ! আহক, চাহখিনি ঠুৱা

লৈ আহোঁ। লতিকা উঠি গ'ল; কামিনী, লতিকা আৰু সুৰবালা তিনিও চাহ-জলপানৰ যোগাৰ লৈ ওলাই আহিল। লতিকাই সুদা কাপ-প্লেটবোৰ টিপয়ৰ ওপৰত থৈ দিলে আৰু সুৰবালাই আটাইবিলাককে চাহ তৈয়াৰ কৰি দিলে। কামিনীয়ে তামোল কাটিবলৈ ভিতৰলৈ গ'ল, লগতে লতিকাও গ'ল। অকল সুৰবালাই চাহ-জলপানখিনি ভগাই দিলে। কিৰণে পুনঃ অপমানিতা বোধ কৰিলে; কাৰণ লতিকা আৰু কামিনী চাহ-মেলত নবহিল। পিছে কবও নোৱাৰিলে একো; কাৰণ সুৰবালাৰহে ঘৰ, সুৰবালাই নিজৰ কাৰণেও চাহ-জলপান লৈছে। তথাপি সুৰবালাই ক'লে—"কামিনী অলপ লাজুকীয়া আৰু লতিকা বাইদেৱে চাহ নাখাব। কামিনীয়ে বীৰেন বাবুৰ লগত বহি চাহ-জলপান খাবলৈ আপত্তি কৰিছে। আপুনি যেন একো বেয়া নাপায়, কিৰণ বাইদেউ।" ৰেৱতী বা বীৰেনৰ এনেবোৰ কোনো কথাতেই কোনো আপত্তি নাই।

আচল কথা হৈছে লতিকাই যদিও আদৰি-সাদৰি প্ৰেমানন্দ আৰু কিৰণক মাতি আনিছে, তথাপি একেলগে বহি চাহ-জলপান খাব খোজা নাই।

প্ৰেমানন্দ আৰু কিৰণে এই কথা আন্তৰিক অনুভৱ কৰিছে; কিন্তু সুৰবালাৰ ঘৰত সুৰবালাৰ ফালৰপৰা কোনো ত্ৰুটী হোৱা নাই দেখি মনে মনে থাকিল; তদুপৰি আজি দুয়ো নভবা অৱস্থাত পৰিহে তালৈ আহিছে।

ই একো নিমন্ত্ৰণৰ কথা নহয়। লতিকা বা কামিনী বহি চাহ নাখালে কোনো অভদ্ৰতা নহয়। লতিকাৰ যুক্তি এইখিনিতে। ৰেৱতী বা বীৰেনে যে বেয়া নাপাব—লতিকাই বুজি পায়।

সুৰবালাই লতিকা আৰু কামিনীৰ বাবে কৈফিয়ৎ দি বীৰেনক ক'লে—"লতিকা বাইদেউৰপৰা জানিব পাৰিলোঁ যে আপুনি কাইলৈ বশিষ্ঠলৈ যোৱাত সম্মতি দিছে। বৰ ভাল হ'ল। গাড়ী আমাৰ নিজৰে। সুধীৰ দাদাই নিজে ড্ৰাইভ্ কৰি লৈ যাব। আপুনি সুধীৰদা'ক নিচিনে বোধকৰোঁ। সুধীৰ দা' "হিমালয় জীৱন বীমা কোম্পানীৰ" মেনেজাৰ। আমাৰ দেউতাও মেনেজাৰ আছিল। দেউতাই তেতিয়াই উত্তৰ গুৱাহাটীত ঘৰ কৰে। গুৱাহাটীতো আমাৰ ঘৰ আছে। সেই ঘৰ আমি ভাৰা দিছোঁ। আমি ইয়াত থাকিয়েই ভাল পাওঁ। সৌৱা, সুধীৰ দাদা আহিছে। ভালেই হ'ল পৰিচয় হৈ যাব।"

সুধীৰ দপ্ দপ্‌কৈ আহিছে—"সুৰ' সুৰ' এই কি কৰিছ"—বুলি বাটৰপৰা চিঞৰি আহিছে। ড্ৰয়িং ৰুমৰ ওচৰ পাই দেখিলে যে ঘৰৰ ভিতৰত বহুতোবিলাক আলহী।

"আহা দাদা" বুলি সুৰবালাই মাতিলে। সুধীৰ সোমাই আহিলত লতিকাও ভিতৰৰপৰা ওলাই আহিল। আহিয়েই "সুধীৰ দা" তোমাক এওঁলোকৰ লগত পৰিচয় কৰাই দিওঁ। সুৰ'ই নোৱাৰিব।" এই বুলি আটাইকে পৰিচয় কৰাই

দিলে—বীৰেনক সকলোৰে শেহত। লতিকাই ক'লে—এখেতেই আমাৰ বীৰেন দা। তোমালোকৰ আজি বিশিষ্ট অতিথি। তাতকৈ বেছি কথা নক'লে। প্ৰেমানন্দ আৰু কিৰণৰ লগত বীৰেনৰ যি সম্বন্ধ তাকো নকলে। বীৰেনে মনে মনে ভাল পালে, কিন্তু প্ৰেমানন্দ আৰু কিৰণ ব্যথিত হ'ল।

"মাফ্ কৰিব—বীৰেন বাবু, মই বাটৰপৰাই মোৰ এই ভনীজনীক দুপ্‌দুপ্‌কৈ মতা অভ্যাস। আপোনালোক আছে বুলি মই নাজানিছিলোঁ।"

"নাই, নাই, সেইটো একো কথা নহয়। তাৰ বাবে আপুনি সঙ্কোচ অনুভৱ কৰাৰ কোনো কাৰণ নাই, মিঃ—।" "মোৰ নাম সুধীৰ দাস মিঃ চৌধুৰী" সুধীৰে ক'লে। বীৰেনে আৰু প্ৰেমানন্দয়ো বুজিলে যে বীৰেনৰ নাম এই পৰিয়ালত আগৰপৰাই জনা।

সুধীৰে ক'লে—"মিঃ চৌধুৰী! আপোনাৰ কথা লতিকা ভনীটীৰপৰা আমি আগতে শুনিছোঁ। আপুনি যেতিয়া মাজে মাজে এইফালে আহে আমাৰ ঘৰত যেন সোমাই যায়। মাৰ লগত এখেতসকলৰ পৰিচয় কৰাই দিছু নে নাই, সুৰ'।"

"মা স্নানলৈ গৈছিল—এতিয়াও ঘূৰি অহা নাই।" সুধীৰহঁতৰ ঘৰৰ পৰিয়ালৰ ভিতৰত সুধীৰ, সুধীৰৰ মা আৰু সুৰবালা।

সুধীৰে প্ৰেমানন্দ আৰু কিৰণকো মিঠা কথাৰে বৰ আপ্যায়িত কৰিলে। সুধীৰ আলাপী মানুহ। পিছে সুধীৰে প্ৰেমানন্দ আৰু কিৰণক আগৰপৰাই জানে। পৰস্পৰৰ ভিতৰত পৰিচয় হে নাই। গুৱাহাটী চহৰত চিনমাৰ জৰিয়তে প্ৰেমানন্দ আৰু কিৰণক বহুতে জানে। বিহাৰীলালৰ লগত কিৰণ ঘূৰি ফুৰা কথাও সুধীৰে জানে।

প্ৰেমানন্দই এই পৰিবেশত বৰ ভাল পোৱা নাছিল; কাৰণ যাবলৈ ব্যগ্ৰ হৈ পৰিছে আৰু এই প্ৰথম সুধীৰক লক্ষ্য কৰি ক'লে—"মিঃ দাস, লতিকা দেৱীক এবাৰ মাতি দিয়ক।" লতিকা ইতিমধ্যে ঘৰৰ ভিতৰলৈ গৈছিল কামিনী অকলে থকা দেখি।

"এই ভনটি! তোক মিঃ চৌধুৰীয়ে মাতিছে"—বুলি চিএঁৰ মাৰি দিলে। লতিকা ওলাই আহিল আৰু বীৰেনৰ ফালে চাই ক'লে—"মোক মাতিছা বীৰেন দা।"

"মইহে মাতিছোঁ—লতিকা দেৱী। আমি এতিয়া যাওঁ। পাছত আন কথা হ'ব"—প্ৰেমানন্দই ক'লে।

লতিকাই "ভাল বাৰু"—বুলি বিদায় দিলে। কিৰণে লতিকাক এবাৰবীয়াকৈ মাতি নি ক'লে—কাপোৰখিনি পিন্ধত ঘূৰাই দিম। আমাৰ কাপোৰযোৰ শুকোৱা নাই। লতিকাই কিৰণক ক'লে—শুকালেও সেইযোৰ কাপোৰ পিন্ধি কেনেকৈ যাবা? মৰলা হৈ গৈছে আৰু ভাঁজ-ভাঁজ নোহোৱা হৈছে।

আমাৰ কাপোৰৰ বাবে কোনো চিন্তা নাই। ঘূৰাই নিদিলেহে ভাল পাম। তোমালোকৰ ঘৰত আমাৰ এটি স্মৃতি থাকিব”—বুলি হাঁহি পাতলাই দিলে। লতিকাই মনে মনে ভাবিছে যে কিৰণে ব্যবহাৰ কৰা কাপোৰ লতিকাই কেতিয়াও নিপিন্ধে। সেই কাপোৰ অপবিত্ৰ হৈ গৈছে। প্ৰেমানন্দই নিজৰ পিন্ধা কাপোৰৰ কথা একোকে নক'কে। প্ৰেমানন্দ আৰু কিৰণ গুচি গ'ল। সুধীৰে আগবঢ়াই থ'লে।

গধূলিৰ গাড়ীত ৰেৱতী ছাত্ৰসকলক লৈ ঘৰলৈ গ'ল। কামিনীকো লৈ গ'ল। বীৰেন থাকিল।

সন্ধ্যাৰ সময়ত সুধীৰ নিজৰ কামত ক'ৰবালৈ গাড়ী লৈ গ'ল। ঘৰত মাকে বীৰেনৰ লগত কিছুসময় কথা পাতিলে আৰু পাচত লতিকাক মাতি লতিকাৰ লগত বীৰেনক কথা পাতিবলৈ কৈ উঠি গ'ল। লতিকা আহি ড্ৰয়িং ৰুমত বীৰেনৰ লগত বহিল। বাহিৰত ফৰিংফুটা জোনাক। বসন্ত কালৰ সমাগম। প্ৰকৃতিয়ে নতুন সাজ পিন্ধিছে। ব্ৰহ্মপুত্ৰৰ পানীত চন্দ্ৰৰ কিৰণ উজলি উঠিছে। অশ্বক্লান্ত পাহাৰে নদীৰ পাৰত এটি বিচিত্ৰ শোভাৰ সৃষ্টি কৰিছে। ড্ৰয়িং ৰুমত বহি এই দৃশ্য সম্পূৰ্ণ দেখা যায়। লতিকাই তালৈ আঙুলিয়াই ক'লে—চোৱা বীৰেন দা, সিপাৰে গুৱাহাটী চহৰত বিজুলি চাকিবিলাকৰ এক শোভা, নদীৰ বুকুত আন এটি শোভা আৰু ইপাৰে প্ৰকৃতিৰ আন এটি শোভা। কোনোৱে যেন কাৰো লগত মিলি যাব খোজা নাই। নিজৰ নিজৰ অস্তিত্ব সগৌৰৱে ঘোষণা কৰিব খুজিছে।” —“সঁচা লতিকা! মানুহবো যেন তেনে প্ৰকৃতি। কাৰো লগত কাৰো মিল নাই। নিজ নিজ খেয়ালৰ বশবৰ্ত্তী হৈ চলিছে। কাৰ লক্ষ্য কি কোনেও বুজি নাপায়।”

“দাদা! তুমি দেখোন এটা প্ৰকাণ্ড দাৰ্শনিক তত্ত্বৰ কথা কৈছা। মই সিমান গম্ভীৰ তত্ত্ব বুজি পোৱাই টান”—বুলি কথাটো পাতলাব খুজি লতিকাই হাঁহি দিলে। লতিকাই বীৰেনৰ মনত কিবা দুশ্চিন্তাই ঠাই পোৱা বুলি কেতিয়াবাই অনুমান কৰিছিল। আজি গোটেইখিনি ঘটনাৰ মাজত বীৰেনেই কম কথা কৈছে। মন খুলি কোনো এটি কথাতে যোগ দিয়া নাই আৰু কাৰো কোনো কথাত অসন্মতিসূচক ভাৱো প্ৰকাশ কৰা নাই।

লতিকাৰ কথাত বীৰেনৰ অলপ সঙ্কোচে দেখা দিলে। বীৰেনে মন খুলি কিছু কথা কবৰ ইচ্ছাৰে পাতনিহে মেলিছিল। লতিকাই বুজি নাপালে। বীৰেনে ভাবিলে লতিকাই বীৰেনৰ মনৰ ভাব বুজি পোৱা নাই কাৰণে পাতল মনেৰে তেনে মন্তব্য কৰিছে। দুয়োজনৰ প্ৰাণতেই এটি অভাৱ বোধ আছে। লতিকা যেনে গম্ভীৰ প্ৰকৃতিৰ, বীৰেনো তেনে গম্ভীৰ প্ৰকৃতিৰ। লতিকাৰ ব্যৱহাৰ আজি অলপ পাতল ধৰণৰ হোৱা দেখি বীৰেনেও মনৰ গধুৰ ভাব পাতলাব খুজি কথাৰ

পাতনি মেলিছিল। লতিকাৰ কথাত সেই মনোভাৱ ধাক্কা খালে। সেই কাৰণে চিধাচিধিকৈ ক'লে—"লতিকা! কিৰণৰ লগত তুমি ঘনিষ্ঠতা পাতিছা দেখি মই ভাল পোৱা নাই। তাৰ বাবে মোৰ মনটো বৰ গধুৰ হৈছে।

লতিকা চক্ খাই উঠিল। এই কথাৰ ভিতৰত বহু অৰ্থ লুকাই আছে। কিছু সময় বীৰেনৰ ফালে চাই থাকি ক'লে—"দাদা! তুমি অনৰ্থক নিজৰ মনটোক কষ্ট দিছা। মই কিৰণৰ লগত কোনো ঘনিষ্ঠ সম্পৰ্ক ৰখা নাই। কিৰণে উপযাচি কেইবাদিনো মোৰ ঘৰলৈ আহিছিল; মই হলে এদিনো যোৱা নাই। কিৰণক মই ভালদৰে চিনি পাওঁ; কিৰণৰ লগত মোৰ কোনো প্ৰকাৰৰ মিল নাই। আজিৰ ঘটনা সম্পূৰ্ণ আকস্মিক আৰু আমাৰ ফালৰ ব্যৱহাৰ সম্পূৰ্ণ সৌজন্যমূলক। ইয়াত কোনো আন্তৰিক সম্বন্ধ নাই।"

বীৰেন আশ্বস্ত হ'ল। মনটো ভালেখিনি মুকলি হ'ল। কিৰণ আৰু লতিকাৰ কথা-বতৰাৰ ধৰণত বীৰেনৰ মনত সন্দেহ উপজিছিল যে লতিকাৰ লগত কিৰণৰ এটা বন্ধুত্বমূলক সম্বন্ধ আছে। লতিকাৰ স্বভাৱ আৰু কিৰণৰ স্বভাৱ সম্পূৰ্ণ বিপৰীত। এনে ক্ষেত্ৰত এনে ধৰণৰ বন্ধুত্ব কেনেকৈ হ'বলৈ পালে এয়ে আছিল বীৰেনৰ সন্দেহৰ বিষয়। আশঙ্কাও বৰ কম হোৱা নাছিল।

বীৰেনে ক'লে—"তোমাৰ লগত প্ৰেম দাদাৰ বিয়াৰ বন্দবস্ত হৈছিল—তোমাৰ মনত আছে নিশ্চয়।

—আছে দাদা। তাৰপৰা কি হ'ল? মই সেই কথাটোৰে মোৰ মনত কোনো প্ৰকাৰৰ সাঁচ বহুৱাব দিয়া নাই। বিয়া ভাঙি যোৱাত মই আনন্দ পাইছিলোঁ আৰু সেইবাবে মই পঢ়া-শুনা কৰিবৰ সুবিধা পালোঁ। সেইবাবে পেহীদেউক তোমাৰ মা'ৰাক মই অন্তৰৰ শ্ৰদ্ধা নিবেদন কৰিছোঁ। পেহীদেৱে মোৰ অশেষ কল্যাণ সাধিছে—সেই বিয়া ভাঙি দি।

—মা'ই বিয়া ভঙা নাছিল আচলতে। বিয়া ভাঙিছে প্ৰেম দাদাই নিজে। মা'ই কেলেঙ্কাৰী এখনৰ সৃষ্টি হ'ব বুলি ভাবি সেই উপায়েৰে বিয়া স্থগিত ৰাখিলে।

—বিয়েই নহওক, পেহীদেৱে মোক ৰক্ষা কৰিছে—এই কথা অতি সত্য।

—পিছে এতিয়া তুমি বিয়াৰ কথা ভবা নাই নে? তোমাৰ দেউতাৰে সিদিনা আহি মোক এটা দ'ৰা বিচাৰিবলৈ কৈছিল। মই তোমাক সুধি চাম বুলি কৈছিলোঁ। সেই বাবেহে তোমাক সুধিলোঁ। তুমি আকৌ নাভাবিবা যে মই অযথা তোমাৰ ব্যক্তিগত কথাত হস্তক্ষেপ কৰিব খুজিছোঁ।

লতিকাই মিচিকি হাঁহি মাৰি ক'লে—দ'ৰা পাইছা নেকি?

—পোৱা নাই, বিচাৰিলে নিশ্চয় পাম। তোমাৰ নিচিনা ছোৱালীৰ কাৰণে দ'ৰাৰ অভাৱ নহ'ব।

—ভাল, বিচাৰিবা, বাৰু। বিয়াত মোৰ আপত্তি নাই— বুলি হাঁহিবলৈ ধৰিলে। ইমানকৈ হাঁহিলে যে বীৰেন অলপ অপ্ৰস্তুত হোৱাৰ নিচিনা হ'ল।

—তোমাৰ হাঁহিয়েই ইয়াকেই কয় নেকি যে মোৰ প্ৰস্তাৱ হাঁহি উৰাই দিবলগীয়া।

—নহয়, নহয়, দাদা! তুমি খং কৰিলা নেকি? মই হাঁহিছোঁ—আন এটা কথাত।

—কি কথা?

—মই আজি ভাবিছিলোঁ, তোমাৰ ওচৰত তোমাৰ বিয়াৰহে প্ৰস্তাৱ দিম। পিছে তুমি তাৰ আগতে মোৰ বিয়াৰ প্ৰস্তাৱ দিছা।

—হয়, নেকি? মোৰ বিয়াৰ প্ৰস্তাৱ? কাৰ লগত?

—সেইটো কথা কবৰ সময় হোৱা নাই। তোমাৰ বিয়াত সন্মতি আছে নে নাই নাইবা তোমাৰ মনোনীত কোনো ছোৱালীয়ে ইতিমধ্যে তোমাৰ মন অধিকাৰ কৰি আছে নে নাই সেই কথা আগেয়ে জনা আৱশ্যক।

—লতিকা! তুমি মোক আধুনিক ডেকাসকলৰ লগত স্থান দিছা নেকি?

—তাৰ মানে?

—তাৰ মানে মই প্ৰেমিকৰ ভাৱ লৈ কোনো ছোৱালীৰ মন হৰণ কৰিবৰ যত্নত আছোঁ বুলি ভাবিছা নেকি?

লতিকাই লাজ পালে। কলে—নহয়, দাদা! বিয়াৰ ক্ষেত্ৰত তোমাৰ মন নজনাকৈ এটি নতুন কথাৰ অৱতাৰণা কৰোঁ কেনেকৈ? তোমাক মই কেতিয়াও হীন কৰিবৰ উদ্দেশ্যে এই কথা সোধা নাই। দোষ হ'লে—মাফ্ কৰিবা দাদা।

সুৰবালা আহি দুয়োৰো লগত কথা পাতিবৰ ইচ্ছা কৰিছিল; কিন্তু যেতিয়া বিয়াৰ কথা ওলোৱা যেন শুনিলে সুৰবালা নাহিল আৰু আঁৰত থাকি উভয়ৰে কথা পতা শুনি থাকিল।

বীৰেনৰ মন গোটেইটো দিন মেঘাচ্ছন্ন হৈ আছিল—কিৰণক আৰু প্ৰেমানন্দক লগ পোৱাৰ পিছৰপৰা। এতিয়া অনুকূল পৰিবেশত মন অলপ মুকলি হোৱা যেন পাই কথা কবলৈ ভাল পাইছে। সেই বাবে লতিকাক আপোন জন যেন পাই মুকলি মনে কথা পাতিছে।

বীৰেনে কলে—"মোৰ বিয়া হব সোনকালেই। মাৰ মনত অশান্তি হৈছে। দেউতাৰো বিয়া পলম কৰা বাবে মনত দুখ পাইছে। প্ৰেম দাদাৰ বিয়াখন হঠাতে ভাঙি যোৱা বাবে দেউতাই নিজে ছোৱালী চাব খোজা নাই। মোৰ মতেই বিয়া হব। তোমাক কৈছোঁ, লতিকা! মোৰ মনৰ জোখাৰে ছোৱালী পোৱা নাই। যাৰ বিষয়েই মনে মনে ভাবোঁ, তাৰেই কিবা এটা কেৰোণ পাওঁ। মনটো স্থিৰ হৈ নুঠে। মোৰ এয়ে সমস্যা।"

—তোমাৰ কথাৰপৰা এইখিনি বুজিলোঁ, যে তোমাৰ বিয়া উপযুক্ত ছোৱালী পালেই হব; কিন্তু সেই উপযুক্ততাৰ আদৰ্শ কি তাক বুজি উঠিব পৰা নাই।

—মোৰ মনত দুটি এটি ছোৱালীৰ কথা উঠি আছে; কিন্তু প্ৰকাশ কৰি কবৰ উপযুক্ত লোক পোৱা নাই। তোমাৰ আগত কোৱাত মোৰ আপত্তি নাই; কিন্তু আজি মই তোমাক এই বিষয়ে কব নোখোজোঁ। তোমাৰ মনত তোমাৰ নিজৰ বিয়া কঁৰবাত ঠিক হৈছে নে নাই সেই কথা জানিবৰ বাবেহে এই প্ৰশ্ন উত্থাপন কৰিছিলোঁ। তাৰ লগত যে মোৰ নিজৰ বিয়াৰ কথা আহি পৰিব মই তৰ্কিবই নোৱাৰিছিলোঁ।

এনেতে সুধীৰ ঘূৰি আহিল। এই কথা ইমানতে থাকিল।

## (সাত)

ৰাতি খোৱাৰ সময়ত সুৰবালাই ভাত-আঞ্জা পৰিবেশন কৰিছে। সুধীৰহঁতৰ ঘৰত সকলো নীতি-নিয়ম কথা-বতৰা অসমীয়া হৈ গৈছে। সাজ-পাৰ বা কথাত কোনেও বঙালী মানুহ বুলি কব নোৱাৰে; কিন্তু খাবৰ সময়ত বুজা যায়, বঙালী মানুহৰ ৰীতি-নীতি চলি আছে। আধুনিক নিয়মে টেবিলত খাবলৈ দিয়া দস্তুৰ এতিয়াও আৰম্ভ হোৱা নাই। পীৰা পাৰি বহিবলৈ দিছে আৰু বিছনি এখন হাতত লৈ সুধীৰৰ মাক আহি বীৰেনৰ ওচৰত বহি বিচিবলৈ ধৰিলে। কোনটো বস্তুৰ সোৱাদ কেনে হৈছে, কোনোটো বস্তু আৰু অলপ দিবনে, মাংসৰ ঝোল খনত জলা বেছি হৈছে নেকি? পায়স আৰু অলপ লব লাগে, ৰসগোল্লা আৰু এটা লবলৈ অনুৰোধ কৰিছে। খোৱাৰ পাচত মিঠা বস্তু খাব লাগে ইত্যাদি ধৰণৰ কথা সুধীৰৰ মাকে কৈ আছে।

সুধীৰক লতিকাই হাঁহি-তামোচা কৰি খাবলৈ অনুৰোধ কৰিছে আৰু মাজে মাজে সুৰবালাই ৰন্ধা আঞ্জা বেয়া হৈছে বুলি লতিকাই কৈছে আৰু লতিকাই ৰন্ধা আঞ্জাহে বেছি সোৱাদ হৈছে। সুধীৰে সুৰবালাক হে প্ৰশংসাৰ ভাগ দিছে আৰু লতিকাৰ ৰন্ধা আঞ্জা বেয়া হৈছে বুলি কৈছে।

বীৰেনে লক্ষ্য কৰিছে যে এই নিৰ্দোষ হাঁহি-তামোচাৰ মাজত এটা বিমল আনন্দৰ পৰিবেশ সৃষ্টি হৈছে। সুৰবালাই হাঁহি হাঁহি নিজে ৰন্ধা আঞ্জাখন লতিকাই ৰন্ধা বুলি কৈছে আৰু লতিকাই ৰন্ধা আঞ্জাখন নিজে ৰন্ধা বুলি কৈছে। ইয়াৰ ভিতৰত লতিকা আৰু সুৰবালাৰ মাজত কৃত্ৰিম কলহৰ সৃষ্টি হৈছে।

“আপুনি দেখোন একোকে নাখালে মিঃ চৌধুৰী” বুলি সুৰবালাই অভিযোগ তুলি ৰৌমাছৰ বহল টুকুৰা দুখন পাতত পেলাই দিলে। বীৰেনে

আপত্তি কৰিবৰ সময়কে নাপালে। কাজে কাজেই বীৰেনে অতিৰিক্ত মাছৰ টুকুৰা খাবলৈ বাধ্য হ'ল। এইদৰে সুৰবালাই পায়স, ৰসগোল্লা আৰু দৈও বীৰেনৰ পাতত যথেষ্ট পৰিমাণে দিলে। বীৰেনে পৰিমাণতকৈ বেছিকৈ খালে আৰু ক'লে যে কাইলৈ বশিষ্ঠত একো নাখালেও হ'ব। আজিয়েই অহা কালিৰ খোৰা হৈ গ'ল।

—সেইটো কেনেকৈ হ'ব, মিঃ চৌধুৰী? কাইলৈ আমি ডাঙৰ ৰৌ-মাছ এটা লগত লৈ যাম নহয়। আপুনি শুবৰ সময়ত ভাস্কৰ লৱণ এক ডোজ খাব—যদি খোৰা বেছি হোৱা যেন ভাবিছে।

"কাইলৈ কিন্তু তই ৰান্ধিবও নোৱাৰ আৰু বিলাবও নোৱাৰ"—সুৰবালাক লতিকাই কলে।

—ভালেই হ'ল মই বশিষ্ঠত ঘূৰি ফুৰিব পাৰিম নদী-পৰ্ব্বতৰ শোভা চাই আৰু তুমি জুই ফুৰাই ফুৰাই ৰান্ধি মৰিব লাগিব।

—নদী-পৰ্ব্বতৰ শোভা চোৱাত তহঁতৰ সুবিধা হ'ব—তই আৰু মিঃ চৌধুৰীয়ে খৰি লুৰি আনিব লাগিব।

—তাত মোৰ কোনো আপত্তি নাই,—লতিকা বাইদেউ! মিঃ চৌধুৰীৰ যদি আপত্তি নাথাকে।

বীৰেনে হাঁহি মাৰি ক'লে—"মই খৰিৰ বোজা লৈ আহিব পাৰিম; লুৰি ফুৰিবলৈ টান পাম।"

এইদৰে এটা আনন্দৰ পৰিৱেশৰ মাজত ৰাতিৰ ভোজন শেষ হ'ল। পাচত লতিকা আৰু সুৰবালাই একেলগে বহি একেখন পাততে দুয়ো খোৱা শেষ কৰি বীৰেনৰ শোৱা কমলৈ আহিল। আহোঁতে বাটত লতিকাই সুৰবালাৰ গালত ঠোকৰ এটা মাৰি থুঁতৰীটো হাতেৰে তুলি ধৰি ক'লে—এই দৰে যদি আজি তোৰ ফুল-শয্যাৰ যোগাৰ কৰি দিব পাৰিলোঁহেতেন।

—"যোৱা বাইদেউ! তুমি যে কি কোৱা!" বুলি সুৰবালাই ৰঙাপৰা মুখখনেৰে কৃত্ৰিম খঙেৰে লতিকাৰ ফালে চালে।

—বুজিছোঁ—বুজিছোঁ—সুৰ' তোৰ মনৰ কথা বুজিবলৈ মোৰ বাকী নাই। মই আজি প্ৰস্তাৱ কৰিব খুজিও নোৱাৰিলোঁ। তহঁতৰ এই মিলন মই ঘটামেই।

—যোৱা—মই নাযাওঁ জেন্তে।

—আহ্ আহ্ ভনীটি আজিতো ফুল-শয্যা নহয়। ফুল—শয্যাৰ দিন আগলৈহে আছে—এই বুলি টানি-আজুৰি সুৰবালাক লৈ বীৰেনৰ কমত সোমাল।

বীৰেনে লতিকাৰ শিহৰ কথাবিনি শুনিছিল। শুনি লতিকাৰ প্ৰস্তাৱৰ পাত্ৰী যে কোন বুজি পালে।

বীৰেনৰ কমলৈ আহি প্ৰথমতে সুৰবালাই মাত লগালে—ৰাতি বেছি

হোৱা নাই, মিঃ চৌধুৰী। এতিয়া দহোটা বাজিছে মাথোন। দিনটোত আপোনাৰ লগত কথা পাতিবলৈ সময়কে নাপালোঁ কাৰণে এবাৰ মাত লগাবলৈ আহিছোঁ, বেয়া নাপায় যেন। আপোনাৰ কথা বাইদেউৰ মুখত বহুতো শুনিছোঁ। আপুনি এজন আদৰ্শবাদী পুৰুষ বাইদেৱে কয়। আপোনাক দেখি বাইদেউৰ কথা সঁচা বুলি বিশ্বাস হৈছে।

—মোৰ কোনো আদৰ্শ নাই—মিছ্ সুৰবালা। মই এজন অতি সাধাৰণ লোক—স্কুল মাষ্টাৰ।

—তাতেইতো আপোনাৰ আদৰ্শ ফুটি ওলাইছে। নহলেনো আপুনি অন্ততঃ কলেজৰ প্ৰফেচাৰো হব নোৱাৰিলেহেঁতেন নে? অসমত কেইজন ফ্ৰাৰ্ষ্টক্লাচ এম্ এ, বহি আছে?

—মোৰ যি সম্পত্তি আছে, তাৰেই জীৱনটো চলি যাব। টকাৰ বেছি আৱশ্যক নাই মোৰ। কিবা এটা কৰি থাকিবলৈ এই কামটোকে ভাল বুলি ভাবি ললোঁ। কোনো আদৰ্শৰ প্ৰেৰণাত নহয়।

—ভালেই কৰিছে। সেই বাবেতো আমি আপোনাক আদৰ্শবাদী বুলি কৈছোঁ। নিজৰ মনৰ আদৰ্শ ফুটাই তুলিবলৈ নিজৰ ক্ষেত্ৰ সৃষ্টি কৰিছে। ই জানোঁ কম আদৰ্শৰ কথা?

—হওঁতে হয়; পিচে কামটো উজু নহয়। কালৰ সোঁত ওলোটামুখে হৈছে।

—আপুনি এটি তৰ্কৰ বিষয় উলিয়ালে। এই বিষয়ে আমাৰ তৰ্ক আজি মুলতুবি ৰাখিলোঁ। আন এদিন তৰ্ক কৰিম। এতিয়া আমি যাও, আপুনি শোৱক। এয়া বাথৰুম; ইয়াত সকলো যোগাৰ আছে, যদি কিবা আৱশ্যক হয় বুলি ভাবে, সুধীৰ দাদাক মাতিব, মাজৰ দুৱাৰখন খোলা থাকিল। সিটো ৰুমত দাদা থাকিব। এনেতে সুধীৰ হৈ-চৈ কৰি আহি ওলাল। কি কৈছ, সুৰ'।

—বাতিৰ চাৰ্জ তোমাৰ গাত থাকিল, দাদা! মিঃ চৌধুৰীৰ যদি কিবা আৱশ্যক হয়, তুমি চাবা। তোমালোকৰ দুয়োৰো ৰুমৰ মাজৰ দুৱাৰখনত হুক্ নিদিবা।

—অ, বাক, বাক! মিঃ চৌধুৰী, আপুনি বাতিটোৰ কাৰণে মোৰ চাৰ্জত থাকিল। পিছে মই 'নিৰ্ভৰং প্ৰসুপ্তঃ' হৈ থাকিম। আপুনি আৱশ্যক বুজি যেন মোক মাতে। এতিয়া প্ৰায় এঘাৰ বাজিবৰ হ'ল। আপুনি শোৱক—বুলি কৈ সুধীৰ ওলাই গ'ল। ললিতা আৰু সুৰবালাও "আমি এতিয়া যাওঁ" বুলি কলে।

বীৰেনে "ভাল" বুলি বিদায় দিলে। ললিতা আৰু সুৰবালা ভিতৰফালৰ বাৰান্দাত গৈ বহিল আৰু দুয়ো কথা পাতিব ধৰিলে।

ললিতাই সুৰবালাক সুধিলে—কি সুৰ। মই যেনে কৈছিলোঁ তেনে, হয় নে নহয়?

সুৰবালাই বুজি পাইছে—তথাপি নুবুজাৰ ভাব ধৰি সুধিলে—কি বাইদেউ।

—তোৰ বৰ। তোৰ বৰ, ভনীটী। বুলি গালত এটা চুমা খালে।

—যোৱা। তুমি একো লাগ্ বান্ধ নোহোৱাকৈ যিহকে পোৱা, তাকে কোৱা।

—নহয়, ভনীটী তহঁতৰ এই মিলন মই ঘটামেই—যদি ঈশ্বৰে কোনো প্ৰতিবন্ধক নঘটায়, মানুহে কোনো প্ৰতিবন্ধক ঘটাব নোৱাৰে—জানিবি।

—তুমি যে কি কোৱা বাইদেউ! এই বৰ তোমাৰ। তোমাৰ লগত হে জোৰ হ'ব আৰু প্ৰকৃততে পূৰ্ব্বৰ পৰাই তোমাৰ বৰ হৈ আছে।

—সৰু কালত ল'ৰা-ছোৱালীয়ে বৰ কইনা খেলে। কোনো এজন বৰ, আৰু কোনো এজনী ছোৱালী কইনা হয়, সেই বুলি প্ৰকৃততে হিহঁতৰ বিয়া হয় নেকি?

—নহয়, কিন্তু তোমালোকৰ ভিতৰ পূৰ্ব্বৰ সম্বন্ধ লৰা-ছোৱালীৰ বৰ-কইনা খেলা সম্বন্ধ নহয়।

—তেন্তে কি?

—মিঃ চৌধুৰীৰ দেউতাকে পছন্দ কৰা—কইনা তুমি। মিঃ চৌধুৰীৰ দাদাকে বিয়া নকৰালে, মিঃ চৌধুৰীৰ বাবে ৰায়বাহাদুৰ ভাওৰীয়াই মনস্থ কৰা কইনা, তুমি।

—এঃ সেইটো একো কথা নহয়। বহুদিন আগৰ কথা; এতিয়া অৱস্থাৰ পৰিবৰ্ত্তন ঘটিছে। তই জনা নাই—মই এতিয়া গ্ৰেজুৱেট্ মহিলা। মোৰ স্বাধীন মত আছে।

—সেইটো কেতিয়াও হ'ব নোৱাৰে, বাইদেউ। মিঃ চৌধুৰীৰ লগত তোমাৰ বিয়া হ'বই লাগিব। সেয়েহে বিধিৰ নিৰ্ব্বন্ধ।

বীৰেনৰ টোপনি অহাত পলম হ'ল। আজিৰ এই ঘটনা-সমন্বয় উদ্দেশ্যমূলক বুলি বীৰেনে বুজি পাইছে। লতিকাৰ ষড়যন্ত্ৰ। এতিয়ালৈকে বীৰেনৰ হৃদয়ত প্ৰেমৰ সঞ্চাৰ হোৱা নাছিল। বিয়া যদি হয়, হ'ব পিতৃ-মাতৃৰ ইচ্ছাত। নিজৰ ভাত বিশেষ কৰিবলগা একো নাই; আদেশৰ প্ৰতীক্ষা মাথোন। বিয়াত বীৰেনৰ আপত্তিও নাই। মাজতে প্ৰেমানন্দৰ বিয়াখনৰ গোলমালতে সমস্ত বিপৰ্য্যয় ঘটাই দুৰ্ব্বোধ অশান্তি আনি দিছে পৰিয়ালটোৰ ভিতৰত। প্ৰেমানন্দয়ো শান্তি পোৱা নাই। মাজতে পৰিয়ালটোৰ দুৰ্নাম, মাক-দেউতাকৰ মনত অশান্তি আৰু বীৰেনৰ প্ৰতিও তেওঁলোকৰ এটি নিৰ্দ্দায় ভাব—বীৰেনৰ মনত এনে অশান্তি। সেইবাবে বীৰেনে ভাল ছোৱালী পালে নিজেই পছন্দ কৰি মাক-দেউতাকক কব—এনে এটি মনোভাব গঢ়ি উঠিছিল মাথোন কিন্তু মান বিলৰ পৰা। কোনো ছোৱালীয়ে বীৰেনৰ মনত প্ৰেম সঞ্চাৰ কৰা নাই। পিছত

বীৰেনৰ নিজৰ ছোৱালী চোৱাৰ কোনো সুবিধা নাই। মনত লাজ লাজ ভাব। এনেবোৰ কাৰণত বীৰেণৰ বিয়াত পলম হৈ গৈছে।

সুৰবালাক দেখি বীৰেনৰ মনত এটি স্নিগ্ধ শীতল ক্ৰিয়াই প্ৰভাৱ বিস্তাৰ কৰিছে। সুৰবালাৰ ৰূপে আৰু স্নিগ্ধ ব্যৱহাৰে বীৰেনক মুগ্ধ কৰিছে। ই প্ৰেমৰ সঞ্চাৰ হয় নে নহয়, বীৰেনে বুজিব পৰা নাই। লতিকাৰ উদ্দেশ্য বীৰেনে বুজি পাইছে। *সুৰবালাৰ লগত বীৰেনৰ বিয়া হোৱাটো লতিকাই বাঞ্ছা কৰে।* সুৰবালাৰো নিশ্চয় মত আছে আৰু এই পৰিয়ালটোৰ সকলোৱে নিশ্চয় এই কথা জানে। তেওলোকে পূৰ্ব্বৰ পৰাই এই কথা নিজৰ ভিতৰত পৰস্পৰে আলোচনা কৰিছে।

কিন্তু লতিকাই কিয় এই কাৰ্য্যত আগ বাঢ়িছে—বিশেষকৈ মোৰ বিয়াৰ কাৰণে—বীৰেনৰ চিন্তাৰ সোঁত এইদৰে বৰবলৈ ধৰিলে। বীৰেনৰ মনে মনে আশা আছিল যে লতিকাকেই কইনা হিচাবে পছন্দ কৰিব; কাৰণ পূৰ্ব্বতে দেউতাকে পছন্দ কৰিছিল আৰু মাকৰো তাত আপত্তি নাই। লতিকাৰ দেউতাকৰো অমত নাই, কিন্তু শিক্ষিতা ছোৱালী—তাতে আকৌ আগতে এটি বিশ্ৰী ঘটনা ঘটি গৈছে; সেইবাবে প্ৰস্তাৱ উত্থাপন কৰিবলৈ বীৰেন শঙ্কিত হৈ আছিল। সুৰবালা ভাল ছোৱালী। বীৰেনৰ আপত্তিৰ কোনো কাৰণ নাই; বঙালী পৰিয়াল যদিও অসমীয়া হৈ গৈছে। মাক-দেউতাকে পছন্দ নকৰিব পাৰে। বীৰেনৰ মনত সন্দেহ। লতিকাৰ প্ৰতি প্ৰীতিৰ ভাব, সহানুভূতিৰ ভাব আৰু আত্মীয়তাৰ ভাব কেতিয়াবাৰ পৰাই আছে। লতিকাৰ এই প্ৰচেষ্টাত বীৰেনৰ মন যেন অলপ ক্ষুণ্ণ হৈছে। লতিকাই যদি নিজৰ বিয়াৰ প্ৰস্তাৱ আনিলেহেঁতেন, সকলো সমস্যাই সমাধান হৈ গ'লহেঁতেন। বীৰেন তৎক্ষণাৎ মান্তি হ'লহেঁতেন। বীৰেনৰ মনত সন্দেহ হ'ল যে লতিকাই বীৰেনৰ লগত তাইৰ নিজৰ বিয়া হোৱাটো পছন্দ নকৰে। এই সন্দেহ হোৱা মাত্ৰকে বীৰেনৰ মনত এটা জ্বালা উপস্থিত হ'ল। অলপ অপমানবোধ কৰিলে। অভিমানো হ'ল। যিটো সহজ-সৰল তাকে এৰি লতিকাই দুৰ্গম পথে দি যাবলৈ বিচাৰিছে— ই সৰল মনোগতিৰ পৰিচয় নহয়। বীৰেনৰ এই অভিমানত লতিকাৰ প্ৰতি এটি অশ্ৰদ্ধাৰ বিৰিঙনিয়ে হৃদয়ত দেখা দিলে।

টোপনি লতিকাৰো. বহ ৰাতিলৈকে অহা নাই। বীৰেনক লতিকাই ভাল পায়, শ্ৰদ্ধা কৰে। বীৰেনৰ আদৰ্শৰ লগত লতিকাৰ আদৰ্শৰ মিল আছে। বীৰেনৰ লগত আত্মীয়তাৰ ভাব আছে। বীৰেনৰ লগত লতিকাৰ বিয়া সহজসাধ্য আৰু সামাজিক নীতিসিদ্ধ। কতো অমিল নাই। মানুহে বিয়াৰ কথাত যিবোৰ কথা বিচাৰ কৰে, সকলো কথাতে মিল আছে। প্ৰেমানলৰ উজ্জ্বলতাৰ পৰা লতিকাৰ ক্ষতি একো হোৱা নাই, বৰঞ্চ মঙ্গল হৈছে। তথাপি লতিকাৰ বীৰেনৰ প্ৰতি এই

বিৰুদ্ধ মনোভাৱে কিয়? লতিকাই কেতিয়াও বীৰেনৰ লগত বিয়া হোৱা কথা মনত ভাবিব নোৱাৰে। এটা বিচিত্ৰ মনোগতি।

সুৰবালা আৰু লতিকা একেখন বিছনাতে দুয়ো শুইছে। দুয়ো দুয়োৰো বাহুৰ মাজত আবদ্ধ হৈ আছে। বৰ প্ৰীতি দুয়োৰো মাজত। বিছনালৈ অহাৰ আগতে দুয়ো বহুকথা পাতিছে, কিন্তু বিছনালৈ আহি শুবৰ ভাব জুৰি দুয়ো বহুকথা চিন্তা কৰিছে। কোনেও কাকো মতা নাই। ক্ৰমে বাহুবন্ধ শিথিল কৰি সুৰবালা লতিকাৰ ফালে পাছ দি শুবলৈ যত্ন কৰিলে; কিন্তু কতা টোপনি কত? বীৰেনক দেখি সুৰবালাৰ মনত এটি অনুৰাগৰ সৃষ্টি হৈছে। প্ৰথম অনুৰাগ। সুৰবালাৰ হৃদয়তন্ত্ৰীত যেন এটি নতুন সুৰ বাজি উঠিছে। সেই সুৰৰ মধুৰতাই সুৰবালাক মুগ্ধ কৰিছে। লতিকাৰ প্ৰস্তাৱত সুৰবালাৰ অন্তৰত অমিয় সৃষ্টি কৰিছে। সুৰবালাই বীৰেনৰ ওচৰত আত্মনিবেদন কৰাত যেন কোনো দ্বিধা নাই। পৱিত্ৰ আৰু সৰল মনোভাব। কি মাধুৰ্য্য আছে—এই পবিত্ৰতাৰ মাজত। সুশৃঙ্খল আৰু সংযমী মনৰ সকলো বান্ধ অতিক্ৰম কৰি বীৰেনৰ পদত লুণ্ঠিত হ'বলৈ এটি তীব্ৰ আকাঙ্ক্ষা। সুৰবালাই নতুন অনুভূতিত অভিভূতা হৈ গৈছে। সুৰবালাৰ প্ৰাণত প্ৰেমৰ উদয় হৈছে। সুৰবালা এই প্ৰেমানুভূতিৰ লগে লগে ভীতা হৈছে যে এই প্ৰেমৰ আকাঙ্ক্ষা পূৰণ নহলে জীৱনত দুখ পাব লাগিব। বীৰেনৰ গম্ভীৰ প্ৰতিমূৰ্ত্তি, কমনীয় মুখকান্তি, দেহৰ বলিষ্ঠ গঠন, মধুৰ কথা সকলোখিনি একত্ৰিত হৈ যেন এটা সুখৰ সপোনৰ ছবি সুৰবালাৰ হৃদয়-দাপোনত প্ৰতিবিম্বিত হৈছে। লতিকাই ইয়াৰ বাবে দায়ী। বীৰেনৰ গুণ-কীৰ্ত্তন লতিকাই সুৰবালাৰ ওচৰত আগৰ পৰাই কৰিছে। আজিৰ সমস্ত ঘটনা লতিকাৰ ৰচনা। সুধীৰ আৰু সুধীৰৰ মাকৰ মনত লতিকাই এই বিয়াৰ সম্ভাৱনাৰ সৃষ্টি কৰিছে। বীৰেনক চকুৰে নেদেখিলেও বীৰেনৰ প্ৰতি শ্ৰদ্ধাৰ মনোভাব লতিকাই সুৰবালাৰ প্ৰাণত বহুদিন আগৰেপৰাই জগাই তুলিছে।

শেষৰাতি দুয়োৰো টোপনি আহিছিল। ৰাতিপুৱা উঠোতে পলম হৈ গ'ল। ইতিমধ্যে ৰেৱতী ঘূৰি আহিছে—শেষ নিশাৰ গাড়ীত। বীৰেন পূৰ্ব্বৰ অভ্যাসমতে ৰাতিপুৱাই উঠিছে আৰু হাত-মুখ ধুই ড্ৰয়িং ৰুমত এখন কিতাপ পঢ়ি আছে। ৰেৱতী আহি বীৰেনৰ লগত বহিল। সুধীৰৰ বিছনাৰপৰা উঠাত সদায় পলম হয়। আজিও তাৰ ব্যতিক্ৰম হোৱা নাই। সুধীৰৰ মাকে ৰাতিপুৱাই উঠি স্নান শেষ কৰি গোসাঁইঘৰত আহ্নিক কৰিব ধৰিছে।

—তুমি আহিলা ৰেৱতী।

—হয় চাৰ। এওঁলোক দেখোন কোনো উঠাই নাই।

—হয়, এওঁলোক দেখোন কোনো উঠাই নাই। যোৱা ৰাতি শোওঁতে কিছু পলম হৈছে—সেইবাবে বোধকৰোঁ। তোমাৰ যথেষ্ট কষ্ট হ'ল—ৰেৱতী।

—নাই, একো কষ্ট হোৱা নাই, পিছে ঘৰতহে অলপ দিগ্‌দাৰি হৈছে। কামিনী অলপ অসুস্থ বোধ কৰিছে। ইয়াত কাৰো আগত একো কোৱা নাছিল। তাত গৈ মোৰ আগত কৈছে।

—তেন্তে তুমি কিয় আহিলা?

—নহাটো জানোঁ ভাল হ'লহেঁতেন?

এনেতে লতিকা আহি ওলাল। "এঃ বৰ দেৰি হৈ গ'ল বিছনাৰপৰা উঠাত দাদা! বৰ লাজ লাগিছে। তুমি কেতিয়াবাই উঠিলা নেকি?

—হৈছে—এঘণ্টামান।" এনেতে সুৰবালাই একাপ চাহ লৈ আহিল আৰু ৰেৱতীক দেখি লাজ পালে।

—ৰেৱতী বাবু! মই আপুনি অহা কব নোৱাৰোঁ। ৰ'ব। মই আৰু একাপ চাহ লৈ আহোঁ"—বুলি লৰালৰিকৈ হাতৰ চাহ কাপ বীৰেনৰ আগত থৈ গুচি গ'ল।

সুধীৰ শুবৰ সময়ত মনে মনে প্ৰতিজ্ঞা কৰিছিল যে ৰাতিপুৱা সোনকালে উঠিব; কিন্তু উঠাত চাৰে সাত বাজিল। উঠিয়েই বীৰেনৰ কমত বীৰেনক নেদেখি ড্ৰয়িং কমলৈ আহিছে।

—সুপ্ৰভাত! মিঃ চৌধুৰী! মোৰ উঠাত পলম হ'ল। ক্ষমা কৰিব। এই সুৰ'৷ ৰেৱতী বাবুক দেখোন চাহ দিয়া নাই। মোক চাহ নিদিয় নেকি?

সুৰবালাই দাদাকৰ মাত শুনিছিল, সেই বাবে এখন ট্ৰেত দুকাপ চাহ লৈ আহিছিল।

—আপোনালোকে চাহ খাই গা ধোৱক। জলপান গা ধোৱাৰ পাছত খোৱাই ভাল হব। দাদা! তুমি গা-ধুই খাবা নে নোখোৱা? সোনকালে গাড়ীৰ তেল যোগাৰ কৰা। আমি দহ বজাতেই ইয়াৰপৰা ওলাব লাগিব। ফেৰী চাৰে দহ বজাত সিপাৰলৈ যাব।

বীৰেনে ক'লে—ৰেৱতীৰ স্ত্ৰীৰ হেনো অলপ অসুখ হৈছে। ৰেৱতীক ঘূৰাই পঠোৱা ভাল। ৰেৱতী নগ'লে মই অকলে বশিষ্ঠলৈ কি যাম?

বীৰেনৰ কথাত আটাই কিলাকৰে মুখ মলিন হ'ল। বশিষ্ঠলৈ যাবলৈ কাৰো উৎসাহ নোহোৱা হ'ল।

ৰেৱতীয়ে এই কথাটো বুজি পালে। ৰেৱতীয়ে ক'লে—নহয় চাৰ! আপুনি যাওক। মই ঘূৰি যাওঁ। আপুনি নগ'লে বেয়া হ'ব। কামিনীৰ তেনে কোনো অসুখ নহয়। কেৱল মূৰ কামুৰিছে। পানীলগাৰ ভাব আছে। হয়তো জ্বৰো হব পাৰে—নহও পাৰে। তথাপি সাৱধান হোৱা ভাল বুলি মই ঘূৰি যাম খুজিছোঁ।

কামিনী অসুস্থ হোৱা সঁচা, কিন্তু বশিষ্ঠলৈ বীৰেন যোৱাত বাধা পৰে সেইটো ৰেৱতীয়ে পছন্দ কৰা নাই। কামিনীৰ অসুখৰ পৰা, ৰেৱতীয়ে ভিতৰৰ

কথাৰ কিছু সন্তেদো পাইছে। কামিনীও বশিষ্ঠলৈ যোৱাৰ কথা আছিল; কিন্তু বীৰেনৰ প্ৰতি এটা সম্ভ্ৰম আৰু সমীহৰ ভাব থকা বাবে সহজ মিলা-মিশা কৰাত বাধা জন্মিব কাৰণে কামিনী আগতে গুচি গৈছে। আগৰ কথা আছিল যে কামিনী বা ৰেৱতী কোনো পাৰ্টিৰ পৰা বাদ নপৰে। কামিনীৰ বুদ্ধিতহে এনে হ'বলৈ পালে। ৰেৱতীয়েও এই পাৰ্টিত থকাত অলপ সঙ্কোচবোধ কৰিছে, কাৰণ এই অভিযানৰ উদ্দেশ্য লতিকাহঁতৰ অকল বশিষ্ঠ ভ্ৰমণৰ উপভোগেই নহয়— ভিতৰত বেলেগ উদ্দেশ্যও আছে।

কামিনীৰ অসুখত বীৰেনৰ যোৱা বন্ধ হোৱাৰ কোনো বিশেষ কাৰণ নাই; কিন্তু ৰেৱতী লগত থাকিব বুলিহে বশিষ্ঠলৈ যোৱাৰ প্ৰস্তাৱত বীৰেন পূৰ্ব্বতে মান্তি হৈছিল। এতিয়া অৱস্থাৰ মেৰপাকত বীৰেনৰ অসম্মতি প্ৰকাশ কৰাও টান হৈছে। গতিকে বীৰেনে একোকে নোকোৱাকৈ মনে মনে থাকিল।

লতিকাই ক'লে—এইটোৱেই ভাল প্ৰস্তাৱ। কামিনীৰ অসুখত ৰেৱতী বাবুক আমি লৈ যাব নোখোজোঁ; কাৰণ ইতিমধ্যে যদি কামিনীৰ অসুখ বাঢ়ি যায়—বৰ বেয়া কথা হ'ব।

সেয়ে হ'ল।

সুধীৰে গাড়ী তৈয়াৰ কৰি আনিলে। ড্ৰাইভাৰ লগত নল'লে—মাত্ৰ এটি চাকৰৰ ল'ৰা লগত থাকিল।

বশিষ্ঠত ধুমধামকৈ ৰন্ধা-বঢ়াৰ আয়োজন হ'ল। আটাইবিলাকে স্নানত নামিল। ইয়াত স্নান কৰাত কাৰো প্ৰতি কোনেও সঙ্কোচবোধ কৰা নাই। সুধীৰ আৰু লতিকাৰ মাজত নানা প্ৰকাৰৰ বাক্‌বিতণ্ডা আৰু হাঁহি-খিকিন্দালি চলিল। যেন দুই ভাই-ভনী। নিৰ্দ্দোষ জলক্ৰীড়া। বীৰেন গম্ভীৰ মানুহ। মাজে মাজে সিহঁতৰ বাক্‌বিতণ্ডাত দুটি এটি মন্তব্য প্ৰকাশ কৰিছে মাথোন। সুৰবালাই আঁতৰি গৈ অকলে অকলে স্নানত নামিছে। জলসিক্তা সুৰবালাৰ সৌন্দৰ্য্যই অঙ্গৰ শোভাত আৰু কুচযুগশোভিত বুকুৰ লয়লাসত বীৰেনে প্ৰাণত এটি নতুন অনুভূতি পালে। পবিত্ৰ আৰু নিৰ্ম্মল ব্যৱহাৰৰ যোগেদি এটি পবিত্ৰ পৰিবেশৰ সৃষ্টি হ'ল।

সুৰবালাই বীৰেনৰ প্ৰাণত আনন্দ সঞ্চাৰ কৰিলে। এনে নিৰ্ম্মল আনন্দৰ অনুভূতি বীৰেনে কেতিয়াও পোৱা নাই। নাৰীৰ সৌন্দৰ্য্য উপলব্ধি কৰিবৰ অৱকাশ বীৰেনৰ হোৱা নাছিল। নাৰীৰ অঙ্গৰ সৌন্দৰ্য্যই নহয়, নাৰীৰ প্ৰাণৰ উচ্ছ্বাস, ৰঙিণ পোৱালিটিৰ নিচিনা এনে নিৰ্দ্দোষ স্বভাৱ, মধুৰ ব্যৱহাৰ আৰু আত্মীয়তাৰ বিকাশ নাৰীৰ ভিতৰত কিমান মহিমাময় হৈ উঠে, বীৰেনে এই প্ৰথম উপলব্ধি কৰিলে।

লতিকাই বীৰেনৰ প্ৰতি লক্ষ্য কৰিছে। বীৰেনৰ মুখ মণ্ডলত এটি আনন্দৰ

আভা ফুটি উঠিছে। সুগোল গণ্ডস্থল হাহিৰ আনন্দতেই উদ্ভাসিত হোৱা নাই, অন্তৰৰ স্বাভাৱিক স্ফূৰ্ত্তিৰ বিকাশৰো তাত মিলন আছে। লতিকাৰ প্ৰাণতো এটা মধুৰ ভাৱৰ জাগৰণে দেখা দিছে। বীৰেনৰ সুগঠিত দেহ স্নানৰত অবস্থাত পৰিস্ফূট হৈ উঠিছে। গৌৰ শুভ্ৰদেহ, উন্নত নাসিকা আৰু উজ্জ্বল মুখমণ্ডলত বিমল আনন্দৰ জ্যোতি লতিকাই দেখা পালে। নাৰীয়ে পুৰুষৰ সৌন্দৰ্য্য কি ভাৱে উপলব্ধি কৰে তাক নাৰীয়েহে বুজে। কোনো কবিয়ে তাক ভাষাৰে সম্যক্ প্ৰকাশ কৰিব পাৰে নে নোৱাৰে সন্দেহ। লতিকাৰ প্ৰাণত প্ৰেমৰ সঞ্চাৰ হ'ল। লতিকা বিচলিত হোৱা যেন হ'ল। বীৰেনৰ প্ৰতি লতিকাৰ ভালপোৱা আজি নতুন নহয়। বীৰেনক লতিকাই ভাল পায়, কিন্তু তাত প্ৰেমোন্মাদনা নাই। লতিকাৰ কাৰণে বীৰেনক পোৱা কঠিন সমস্যা নহয়। লতিকাই বীৰেনক পালে সুখী হ'লহেতেন, কিন্তু লতিকাই বীৰেনক পাবৰ আকাঙ্ক্ষা কৰা নাই। সহজলভ্য কাৰণেই বোধকৰোঁ প্ৰেমৰ উন্মাদনা লতিকাই অনুভৱ কৰা নাই। বীৰেনৰ ওচৰত নিজৰ দুৰ্ব্বলতা কেতিয়াও প্ৰকাশ কৰা নাই লতিকাই। লতিকা যেতিয়া কিশোৰী বালিকা, তেতিয়া বীৰেনৰ কথা চিন্তা কৰিছিল— যেতিয়া বীৰেনৰ লগত বিয়াৰ সম্ভাৱনাই দেখা দিছিল। বীৰেনৰ লগত বিয়াৰ প্ৰস্তাৱ নাছিল, কিন্তু সেই অৱস্থাত এই বিয়া হ'ব পাৰিলেহেঁতেন—এনে এটি সম্ভাৱনা কাৰো অবিদিত নাছিল। দুই চাৰিয়ে কোৱামেলাও কৰিছিল। সেই দিন পাৰ হৈ গৈছে। আজি পুনঃ পূৰ্ব্বৰ স্মৃতিয়ে লতিকাৰ প্ৰাণত আলোড়ন আনি দিছে।

মন্দিৰ দৰ্শন আৰু মন্দিৰত সেৱা কৰা হৈ গ'ল। অৰুন্ধতী চোৱা হ'ল।

স্নানকাৰ্য্য শেষ হৈ গ'ল। ৰন্ধা-বঢ়াৰ হেৰাহেৰি লাগি গ'ল। ৰান্ধিব সুৰবালাই। খৰি সুধীৰে আগেয়ে লুৰি থৈছে। বীৰেন খৰি লুৰিবলৈ যোৱা নাছিল। ৰন্ধাৰ আয়োজন বিশেষকৈয়ে হৈছে। বৌ মাছৰ মূৰীঘণ্ট, মাছ ভজা, মাছৰ ঝোল, বেঙেনা ভজা আৰু আলুগুটিৰ ৰৰভাজা। সন্দেশ, ৰসগোল্লা আৰু দৈ লগত লৈ আহিছে।

বীৰেনে সুৰবালাৰ ৰন্ধন নিৰীক্ষণ কৰি আছে। সুধীৰে চঞ্চলভাৱে ঘূৰি ফুৰিছে—এবাৰ লতিকাক আৰু এবাৰ সুৰবালাক আঁকৰী বুলি জোকাইছে আৰু একোবাৰ নিজে ৰান্ধিবলৈ যাবলৈ ওলাইছে। সুৰবালাই খেদি দিছে। লতিকাই জোকাইছে—তোমাৰ পৰিয়াল আহিলে তুমি ৰান্ধিবা সুধীৰ দা। তেওঁ নভেল পঢ়িব আৰু তেম্‌পাতি শুই থাকিব।

যা যা, মই বিয়া নকৰাওঁ—তহঁতে জাননে? তহঁতৰ বিয়াৰ বাবে বিমান চিন্তা—মোৰ বিয়াৰ বাবে কোনো চিন্তা নাই। দুয়ো বুঢ়ি হৈছি হ'লি— এতিয়ালৈকে তহঁতক কোনেও নিনিলে। তহঁতৰো বিয়াৰ কোনো আশা নাই দেখিছোঁ।

সেইটোৱে ভাল প্ৰস্তাৱ, সুধীৰ দা। বিয়া নকৰালে জগতত এটা নতুন আদৰ্শ হয়। ঈশ্বৰৰ লগত প্ৰকাশ্য এটা বিদ্ৰোহ হয়। লতিকাই ক'লে।

একো বিদ্ৰোহ নহয়—একো নতুন কথা নহয়। তইঁতৰ নিচিনা কিমান ছোৱালীৰ বিয়া হোৱা নাই। তইঁতৰ শাস্তিহে হয়। এনে মুখৰা এনে দুষ্ট ছোৱালীৰ বিয়া নোহোৱাই ভাল। কি কয়, মিঃ চৌধুৰী।

—বীৰেনে হাঁহিলে। এইদৰে নিৰ্দ্দোষ কলহ চলি থাকিল।

বীৰেনৰ অন্তৰে এটি প্ৰশ্নৰ মীমাংসা বিচাৰিছে। যোৱা ৰাতি বীৰেনে বুজি পাইছে যে লতিকাই প্ল্যান কৰিছে—বীৰেনৰ লগত সুৰবালাৰ মিলন ঘটাবলৈ। সুৰবালাক পাবলৈ বীৰেনৰ মনত ইচ্ছাও জাগিছে, কিন্তু লতিকাই কিয় বীৰেনক প্ৰত্যাখ্যান কৰে। লতিকাই সুধীৰক বিচাৰে নেকি? হঠাতে বীৰেনৰ প্ৰাণত এটি হুলে বিন্ধা যেন পালে। বীৰেনৰ এইবোৰ অনুভূতি নতুন। কাজেকাজেই বেদনা কিছু বেছি হয়। লতিকাক পাবলৈ প্ৰেমিকৰ আগ্ৰহ বীৰেনৰ জগা নাছিল; কিন্তু লতিকাক পাবলৈ যে হেঁপাহ নাছিল তেনেও নহয়। সুৰবালাৰ আৰ্বিভাৱ আজি নতুন। এই আৰ্বিভাৱত বীৰেনৰ প্ৰাণত নতুন অনুভূতি আনি দিছে। কিন্তু লতিকাৰ অংশ গ্ৰহণত বেদনাও আনি দিছে; বীৰেন সুস্থিৰ মনৰ মানুহ। বিচলিত মনৰ ভাব বাহিৰত প্ৰকাশ নাপায়।

ৰন্ধা হৈ গ'ল। লতিকাই ক'লে—এতিয়া মোৰ পাল। মই বাঢ়ি দিম।

সুৰবালাই নিদিয়ে। তোমালোকৰ কাৰো সহায় মোক নালাগে। মই যেতিয়া জুই ফুঁৱাই মৰিছিলো—চকুৰ পানী ওলাইছিল, তেতিয়া সহায় কৰিবলৈ আহিছিলা নেকি?

—অ' তোৰ লগত আমি কান্দিব লাগিছিল বুলি সুধীৰে চিঞৰ মাৰি দিলে।

বীৰেনে পুনৰায় হো হো কৈ হাঁহি দিলে, লতিকা আৰু সুধীৰেও হাঁহিলে। সুৰবালাৰ গাল দুখন লাজতে ৰঙা হ'ল। এনেয়ে জুইৰ তাপত ৰঙা হৈ আছিল। এতিয়া সিন্দুৰ যেন হ'ল। বীৰেনে অপূৰ্ব্ব শোভা দেখিলে সুৰবালাৰ মুখত, সঁচাকৈয়ে অপূৰ্ব্ব সৌন্দৰ্য্য। বিধাতাৰ নিখুঁত সৃষ্টি। এটি যেন ৰঙা গোলাপ ফুল।

সঁচাকৈয়ে লতিকাক বাঢ়িব নিদিলে সুৰবালাই। সুৰবালাই বাঢ়িলে আৰু বীৰেনৰ পাতত অতিৰিক্তকৈ দিলে। দৈ, সন্দেশ, ৰসগোল্লা সকলোখিনি ভগাই দি সুৰবালাও খাবলৈ বহিল। সুধীৰৰ ভোক লাগি আছিল—কিছু বেছি পৰিমাণে খাই শেষ কৰি পেলালে। বীৰেন আৰু লতিকাৰ পাতত বেছি আছিল। সুধীৰে লতিকাৰ পাতৰ পৰা কিছু থাপ মাৰি লৈ গ'ল। তেতিয়া সুৰবালাই নিজৰ পাতৰ পৰা কিছু লতিকাক দিলে।

—তই এতিয়া কি কৰ' তই দেখোন লঘোনে মৰিবি—বুলি লতিকাই ক'লে।

—মোৰ কম হোৱা নাই নহয়,—সুৰবালাই ক'লে।

—নিশ্চয় কম হৈছে সুধীৰে ক'লে। মিঃ চৌধুৰী চাওক, তাইৰ কাণ্ড। বৰ ফুটনি মাৰি খিলাবলৈ লৈছিল, এতিয়া বাহ্নিবাঢ়ি লযোনে থাকক—বুলি হো হো কৈ হাঁহিবলৈ ধৰিলে।

—মোক মিছাকৈয়ে ইমানবোৰ দিছে। মিছ সুৰবালাৰ নিশ্চয় সামঞ্জস্যবোধ কম— বীৰেনে ক'লে।

—বাঃ ভীষণ মন্তব্য—বুলি সুধীৰে পুনৰায় হাঁহিবলৈ ধৰিলে।

লতিকাই ক'লে—তোমাৰ বীৰেনদা, যদি সামঞ্জস্যবোধ আছে—তোমাৰ পাতৰ পৰা সুৰবালাক দিয়া উচিত। বীৰেনে লাজ পালে। সুৰবালায়ো বিশেষকৈ বীৰেনৰ মন্তব্যত লাজ পাইছে। গতিকে সেই লাজৰ হাত সাৰিবৰ কাৰণে—"দিয়ক, মিঃ চৌধুৰী বুলি পাতখন আগবঢ়াই দিলে। বীৰেনে অগত্যা কিছু দিলে। প্ৰায় গোটেইখিনি দিলে। সুধীৰে পুনৰ হাঁহিলে। বীৰেনে যিমানখিনি দিছে সিমানখিনি খাবৰ শক্তি সুৰবালাৰ নাই। "তই কিন্তু গোটেইখিনি খাব লাগিব"—বুলি সুধীৰে পুনঃ ক'লে।

সুৰবালাৰ লাজ বাঢ়িল—মুখ আকৌ ৰঙা হৈ উঠিল। লতিকাই—"বেছ মজা হৈছে, মোক বাঢ়িবলৈ নিদিয়াৰ মজা গুলাইছে এতিয়া"—বুলি হাঁহিব ধৰিলে।

খোৱা পৰ্ব্ব শেষ হৈ গ'ল। সমালোচনা হ'ল যে যি পৰিমাণে ৰান্ধিছিলি, সুৰবালাৰ আন্দাজ প্ৰকৃততে ঠিক আছিল। পেলনি যোৱাকৈ লোৱা নাছিল। ইয়াত কৃতিত্ব নিশ্চয় আছে; যৎসামান্য বেছিতো হবই।

আবেলি পাঁচবজাৰ ফেৰীত পাৰ হৈ আটাইবিলাকে উত্তৰ গুৱাহাটী পালে। বীৰেন ঘৰলৈ উভতিব খুজিছিল; কোনেও যাবলৈ নিদিলে।

ৰাতি খোৱা হোৱাৰ পাছত ড্ৰয়িংৰুমত লতিকা, সুৰবালা আৰু বীৰেনৰ মাজত দেশৰ কথা, ৰাজনীতিৰ কথা, শিক্ষাৰ কথা সকলো বিষয়ৰে আলোচনা হ'ল। বীৰেন আচৰিত হ'ল সুৰবালাৰ যুক্তি আৰু বিষয়ৰ জ্ঞান দেখি।

দেশৰ স্ত্ৰী-শিক্ষাৰ ধাৰা ঠিক পথে যোৱা নাই। ল'ৰা আৰু ছোৱালীৰ শিক্ষা একে ধৰণৰ হ'ব নালাগে। ল'ৰাৰ শিক্ষা আৰু ছোৱালীৰ শিক্ষা একে ধৰণে হোৱা বাবে ছোৱালীবিলাকৰ সুকোমল বৃত্তিবোৰ ধ্বংস হ'ব লাগিছে। পুৰুষ ভাবাপন্ন মনোবৃত্তি গঢ়ি উঠিব লাগিছে। ছোৱালীয়ে চাকৰি কৰি দেশৰ নিবনুৱা বঢ়াব যোগান ধৰিছে। অৰ্থনৈতিক সমস্যাৰ সমাধান হোৱা নাই, বৃদ্ধিহে পাইছে। এইবিলাক সুৰবালাৰ মত। লতিকাৰ সমৰ্থন আছে।

লতিকাই কলে—ছোৱালীৰ স্থান অতীত যুগত যি আসনত আছিল, তাৰপৰা সিহঁতক নমাই অনা হৈছে প্ৰগতিৰ যুগত। মাতৃজাতিৰ অৱমাননা কৰা

হৈছে। সংস্কৃত সাহিত্যৰ প্ৰতি বিৰূপ মনোভাৱেই ইয়াৰ কাৰণ বুলি লতিকাই কয়। বৈদিক যুগত, পৌৰাণিক যুগত বা তান্ত্ৰিক যুগত কোনো যুগতে স্ত্ৰীজাতিক অৱহেলা কৰা হোৱা নাই। "নাৰ্য্যঃ যত্ৰ পূজ্যন্তে ৰমন্তে তত্ৰ দেৱতাঃ" এয়ে আছিল ভাৰতীয় সভ্যতাৰ আদৰ্শ।

প্ৰেমৰ লীলা বা ব্যভিচাৰিতাৰ উদাহৰণ আগেয়ে যে নাছিল তেনে নহয়, আছিল—কিন্তু আদৰ্শচ্যুত কোনো হোৱা নাছিল। আজি আমাৰ আদৰ্শ কি? আজিৰ সাহিত্যই, আজিৰ সমাজে বা ধৰ্ম্মই কি আদৰ্শ দাঙি ধৰিছে? দেশৰ ধৰণী কি? প্ৰগতিৰ নামত কি হৈছে? কোন পথে দেশ আগবাঢ়িছে? কোনে উত্তৰ দিব এইবোৰ প্ৰশ্নৰ? লতিকাই প্ৰশ্ন কৰিছে।

গড্ডলিকা প্ৰবাহত মানুহ চলা নাইনে? ইউৰোপ, আমেৰিকাত যিবোৰ আদৰ্শই দেশৰ সমস্যা বঢ়াই তুলিছে, আমি সেইবোৰ সমস্যা আমদানি কৰা নাইনে? আমাৰ দেশলৈ ঘৰ-দুৱাৰ, আলি-পদুলি যান-বাহনেই দেশৰ কৃষ্টিৰ পৰিচয় দিয়েনে? লতিকাৰ নানা প্ৰশ্ন।

সুৰবালাই যোগ দিছে—দেশৰ কৃষ্টি মানে বংশ পৰম্পৰা অনুসাৰে চলি অহা সাধাৰণ লোকৰ জীৱন ধাৰণৰ পদ্ধতি নহয় নে? যুগ-যুগান্তৰৰপৰা চলি অহা ধৰ্ম্মোপাসনা, সাহিত্য চৰ্চ্চা, সমাজ সেৱা, দৰিদ্ৰ সেৱা, অতিথিশালা স্থাপন, পুখুৰী খনোৱা, আৰ্ত্তৰ আশ্ৰয় দান, দুষ্টৰ দমন, শিষ্টৰ পালন, কুটিৰশিল্পৰ ব্যৱস্থা আৰু আত্মনিৰ্ভৰতা জ্ঞান পুৰণিকালৰ কৃষ্টি নহয়, নে? সেই আহিঁ আজি ক'ত? তাৰ ঠাইত নতুন ব্যৱস্থা কি হৈছে? "বিনায়কং প্ৰকুৰ্ব্বাণো বানৰং নিৰ্ম্মিয়ামাস" হোৱা নাই নে? প্ৰগতিৰ নামত অধোগতি হোৱা নাই নে?

আনফালে পশ্চিমৰ ফালে চাওক—আমেৰিকাৰ ফালে চাওক। তেওঁলোকে ভাৰতীয় সাহিত্যৰ আদৰ্শত সমাজ গঠন ব্যৱস্থা কল্পনা কৰিব লাগিছে। যৌথ পৰিবাৰৰ কল্পনা গৱেষণা আমেৰিকাই চলাব লাগিছে—যি যৌথ পৰিবাৰ ব্যৱস্থা ভাৰতবৰ্ষৰ চিৰন্তন প্ৰথা। মহাভাৰত ৰামায়ণৰ আদৰ্শত ৰামৰাজ্য গঠনৰ আদৰ্শ কছিয়াই গ্ৰহণ কৰিবলৈ উদ্যোগ কৰিছে। আমি ৰামৰাজ্যৰ নামত কি কৰিছোঁ? দেশৰ সমস্যা আজি কি? লতিকাৰ পুনঃ উত্তেজনামূলক বক্তৃতা।

বীৰেন আচৰিত হৈছে। এই ছোৱালী দুজনীয়ে কয় কি? বীৰেনৰ মনে ভবা সকলোবোৰ কথা প্ৰকাশ কৰি দিলে দুয়ো।

বৰ মধুৰ ভাৱে কাটিলে সময়খিনি। পিচদিনা ৰাতিপুৱা বীৰেনে বিদায় ল'লে।

## (আঠ)

প্ৰেমানন্দৰ অন্তৰত বিদ্বেষৰ জুই জ্বলি উঠিছে, কিৰণৰ লগত প্ৰেমানন্দৰ সুখ হোৱা নাই। লতিকাক বিয়া নকৰাই প্ৰেমানন্দই ভুল কৰিছে সি তাক বুজি পাইছে। লতিকাক পাবলৈ তাৰ এতিয়া আগ্ৰহৰ সীমা নাই; কিন্তু লতিকা বীৰেনৰ প্ৰণয়-প্ৰাৰ্থিনী হোৱা বুলি সি অনুমান কৰিছে। সিদিনাৰ ঘটনাত প্ৰেমানন্দ আৰু কিৰণ উভয়ে লজ্জিত হৈছে।

প্ৰেমানন্দই কিৰণৰ সঙ্গ এৰিব বিচাৰে। বিহাৰীলালৰ লগত যদিও কিৰণৰ অবৈধ সংযোগ আছে—তথাপি বিহাৰীলালে কিৰণক স্ত্ৰী হিচাবে গ্ৰহণ কৰিব নোখোজে। প্ৰেমানন্দই সেই কথাও বুজি পাইছে। কিৰণে নিজে এৰি গলে প্ৰেমানন্দই ভাল পায়, কিন্তু কিৰণে সহজে এৰি নাযায়।

কিৰণে বিহাৰীলালক বিয়াৰ প্ৰস্তাৱ দিছিল। উদ্দেশ্য আছিল যদি বিহাৰীলাল মান্তি হয়, তেন্তে কিৰণ আৰু প্ৰেমানন্দই উভয়ে বিবাহ-বিচ্ছেদৰ দৰখাস্ত দি স্বেচ্ছায় পৰস্পৰৰ পৰা আঁতৰি যাব। বিহাৰীলাল সন্মত হোৱা নাই। স্পষ্ট উত্তৰ দিছে—তোমাৰ লগত মোৰ টকাৰ সম্বন্ধ; তোমাক টকা দিছোঁ আৰু দিম, কিন্তু বিবাহ মই নকৰোঁ জানিবা। তুমি প্ৰেমানন্দৰ হাতৰপৰা আঁতৰি আহা, মই তোমাক সম্পূৰ্ণ ভৰণ-পোষণ দিম; কিন্তু সংসাৰ নকৰোঁ। সংসাৰৰ লগত সামাজিক সম্বন্ধ আছে। আমাৰ সংসাৰ, সমাজৰ লগত খাপ নাখাব। কিৰণে বিহাৰীলালৰ সম্পৰ্ক ত্যাগ কৰিছে। বিহাৰীলালেও বেয়া পোৱা নাই।

মানুহৰ মনৰ বিচিত্ৰ গতি। কোন অৱস্থাত মনৰ গতি কোন ফালে যায়, কোনেও আগৰ পৰা বুজিব নোৱাৰে। সমাজ বন্ধনৰ লগত মানসিক সংযম আৰু ন্যায় অন্যায়ৰ বিচাৰ সমতুল্য ভাৱে নচলিলে মানুহৰ জীৱনধাৰা স্থিৰ নাথাকে। কোনো উদ্দেশ্য লৈ জীৱন যাত্ৰা নচলে।

প্ৰেমানন্দই কিৰণক প্ৰস্তাৱ দিছে—"কিৰণ! তুমি এৰি যোৱা, তোমাক আজীৱন মই দুশকৈ টকা দিম। তোমাৰ জীৱন তুমি স্বাধীন ভাৱে উপভোগ কৰা, মোৰ সংশ্ৰৱ ত্যাগ কৰা। কিৰণ মান্তি হোৱা নাই। কিৰণৰ বাপেক-মাকে কৈছে যে তাৰপৰা সমাজত হেয় হ'ব লাগিব।

এনে এটি সামাজিক অৱস্থা। মানুহে সমাজৰ ভিতৰত নিজৰ প্ৰতিষ্ঠা আৰু স্থান বিচাৰে; কিন্তু সমাজ ৰক্ষাৰ আদৰ্শমূলক আচৰণ পালন নকৰে। সমাজৰ গতি কোনফালে ঢাল লৈছে?

এনে এটি পৰিস্থিতিৰ সময়ৰ মাজত হঠাতে এদিন প্ৰেমানন্দই লগ পালে লতিকাক অকলে—গুৱাহাটীৰ পাণবজাৰত। লতিকাই ভদ্ৰতাৰ খাতিৰত নমস্কাৰ জনাইছিল। প্ৰেমানন্দই সুবিধা পাই একাষৰীয়াকৈ মাতি নিলে।

—লতিকা! তোমাক মই তুমি বুলিয়েই কৈছোঁ* বেয়া নাপাবা।

—নাই পোৱা বেয়া—আপুনি তুমিয়েই বুলিব।

—তোমাক মই এটা কথা সুধিব খোজোঁ।

—সোধক।

—কিৰণৰ লগত মোৰ বিচ্ছেদ অনিবাৰ্য্য। লতিকাই মিচিকি হাঁহিলে।

—এই বিষয় লৈ মই বৰ দুৰ্গতি ভুগিব লাগিছোঁ। তোমাৰ উপদেশ বিচাৰিছোঁ। তুমি সময় দিলে মই তোমাৰ ওচৰলৈ গৈ এই বিষয়ে কথা পাতিব খোজোঁ।

—ভাল, কাইলৈ ৰাতিপুৱা আঠ মান বজাত আহিব, বুলি কৈ লতিকাই উত্তৰৰ বাট নাচাই খোজ ল'লে।

লতিকাই মনে মনে ভাবিছে—সংসাৰৰ কি বিচিত্ৰ গতি। কামনাই মানুহক কিদৰে অন্ধ কৰে! প্ৰেমানন্দই এতিয়া মোৰ ওচৰত বিয়াৰ প্ৰস্তাৱ দিব। কি দুৰাশা! কি অধঃপতন!

প্ৰেমানন্দই পাচদিনা দেখা কৰিলে। প্ৰেমানন্দই লতিকাৰ সিদিনাৰ ব্যৱহাৰত আসে পাইছে। বীৰেনে লতিকাক তুমি বুলি সম্বোধন কৰে—এই কথা প্ৰেমানন্দই শুনিছে। লতিকাৰ পৰা সহানুভূতিসূচক ব্যৱহাৰ পাই মনৰ দুৰ্ব্বলতা কিছু পৰিমাণে আয়ত্তলৈ আনিছে। সেইবাবে সাহ কৰি আহিছে। লতিকাই প্ৰেমানন্দক বহিবলৈ ক'লে—আৰু ভিতৰলৈ গৈ ষ্টোভত দুকাপ চাহ কৰি আনিলে।

প্ৰেমানন্দই ক'লে—কিৰণৰ ব্যৱহাৰত মই অতিষ্ঠ হৈছোঁ। মোৰ যে এতিয়া কি কৰা উচিত, একো বুজিব পৰা নাই।

লতিকা কিছু সময় নিমাত থাকি ক'লে—আপোনালোকৰ স্বামী-স্ত্ৰীৰ বেপাৰত মোৰ কি কৰলগীয়া আছে? মোক বা আপুনি সুধিছে কিয়, মই তাকো বুজা নাই।

লতিকাৰ উত্তৰ সহানুভূতিসূচক নহয়—প্ৰেমানন্দই সেই কথা নুবুজিলে। মনত যেতিয়া গধুৰ বোজা থাকে, তেতিয়া কিছুমান মানুহৰ অভিমান বাঢ়ি উঠে। সেইবিলাক মানুহে এনে উত্তৰ সহিব নোৱাৰে; কিন্তু প্ৰেমানন্দৰ মনত যদিও গধুৰ বোজা আছিল—তেনে অভিমানী প্ৰকৃতিৰ মানুহ প্ৰেমানন্দ নহয়। তদুপৰি এই প্ৰশ্নৰ অন্তৰালত প্ৰেমানন্দৰ আন কথা লুকাই আছে। সেই বাবে লতিকাৰ কথাত প্ৰেমানন্দই ভিতৰৰ ইঙ্গিত—লতিকাৰ পৰামৰ্শ দিবলৈ যে অনিচ্ছা, সেই কথা বুজি নাপালে। বিহাৰীলালৰ লগত কিৰণৰ গোপন মিলন, প্ৰকাশ্য ভ্ৰমণ আৰু অভিযান সৰ্ব্বজনবিদিত কথা। প্ৰেমানন্দ লজ্জিত, নিৰুপায় আৰু ম্ৰিয়মান

হৈ পৰামৰ্শ বিচাৰি আহিছে। ক'লে "লতিকা! মই তোমাৰ পৰামৰ্শ বিচাৰি আহিছোঁ। তুমি মোক সহায় কৰিব লাগে।

লতিকাই বিবাহ-বিচ্ছেদৰ পৰামৰ্শ দিয়ে কেনেকৈ? পৰামৰ্শ বিচৰাও যে অন্যায় হৈছে। লতিকা আৰু প্ৰেমানন্দৰ সম্বন্ধ কোনো অন্তৰঙ্গ সমবয়স্ক বন্ধুৰ সম্বন্ধ নহয় আৰু আনৰ সাংসাৰিক জীৱনত হস্তক্ষেপ কৰাটোও লতিকাৰ স্বভাৱ-বিৰুদ্ধ কথা। তথাপি কিৰণৰ লগত পৰিচয় থকা বাবে প্ৰেমানন্দই পৰামৰ্শ বিচাৰি আহিছে বুলি এই ব্যৱহাৰ সহিছে।

—শেহত লতিকাই প্ৰেমানন্দক ক'লে—বাৰু! এই কিৰণৰ লগত কথা হৈ চাওঁ।

—প্ৰেমানন্দ তাতেই সন্তুষ্ট হৈ সিদিনা গুচি গ'ল। প্ৰেমানন্দই আচল অন্তৰৰ কথা প্ৰকাশ কৰিব নোৱাৰিলে।

—লতিকাই কিৰণক লগ ধৰিলে। কিৰণে প্ৰেমানন্দৰ বহুতো নিন্দা কৰিলে—লতিকাই একো নোসোধাকৈয়ে।

—লতিকাই বুজিলে যে প্ৰেমানন্দৰ আৰু কিৰণৰ মনোমালিন্য গভীৰ। কিৰণে আন কোনো নিৰ্ভৰযোগ্য আশ্ৰয় পোৱা নাই কাৰণে প্ৰেমানন্দৰ লগত আছে।

লতিকাই ক'লে—প্ৰেমানন্দদাই তোমাৰ ভৰণ-পোষণৰ দায়িত্ব লবলৈ ৰাজী আছে বুলি মোক কৈছে। তোমাৰ ওপৰত হেনো তেওঁ এনে প্ৰস্তাৱো দিছে।

কিৰণে একো নামাতিলে। লতিকাই পুনৰায় সেই কথা নুলিয়ালে। বিদায় ল'লে।

লতিকাই এই কথা কিৰণৰ আগত কৈ এটি প্ৰকাণ্ড ভুল কৰিলে। কিৰণে যাৰ তাৰ আগত প্ৰকাশ কৰিলে যে প্ৰেমানন্দই লতিকাক বিয়া কৰাবলৈ ইচ্ছা কৰিছে আৰু লতিকাৰো সম্মতি আছে। ক্ৰমে এই বাতৰি সমাজত এনেদৰে প্ৰকাশ হ'ল যে লতিকাৰ মান-সন্মানত যথেষ্ট আঘাত কৰিলে।

কিৰণে প্ৰেমানন্দক শ্লেষেৰে সুধিলে—"লতিকাৰ লগত তোমাৰ প্ৰেমাভিনয় কিমান দিন চলিছে?"

প্ৰেমানন্দ এই প্ৰশ্নত বিৰক্ত হ'ল। প্ৰেমানন্দ যিমানে অধঃপতিত নহওক বংশৰ তেজ ধমনীত বৈ আছে। এনে কুৎসিৎ শ্লেষ সহিব নোৱাৰিলে। ক'লে— "তোমাৰ চৰিত্ৰৰ লগত লতিকাৰ চৰিত্ৰ বিজাই নাচাবা।"

"হয়! মোৰ চৰিত্ৰ যদি বেয়া তোমাক মোৰ ওচৰলৈ আহিবলৈ কোনে কৈছিল? সচ্চৰিত্ৰ লোকৰ এনে ব্যৱহাৰ কিয়? সমাজে কি বিচাৰ কৰিছিল— মনত আছে?"

"কিৰণ! তোমাৰ ব্যৱহাৰ অসহনীয় হৈ উঠিছে। মই জানোঁ, মোৰ জীৱনত

তুমি এটা দুৰ্ঘটনা। যৌৱনৰ তাড়নাত মোৰ স্খলন হৈছে। সেই দোষৰ প্ৰায়শ্চিত্ত কৰিবলৈ তোমাক মই গ্ৰহণ কৰিছিলোঁ। তোমালোকক যথেষ্ট অৰ্থদণ্ড দি মই মোৰ সামাজিক দোষ স্খলন কৰিব পাৰিলোহেঁতেন; কিন্তু সেইটো মই নকৰি তোমাক গ্ৰহণ কৰিছিলোঁ। তাৰদ্বাৰা যে মই জীৱনত আন এটা অভিশাপ বুটলি লৈছিলোঁ—সেই কথাটো তেতিয়া বুজা নাছিলোঁ।"

"এতিয়া হবলা বুজিছা?"

"তুমি তাৰ খবৰ লবৰ আৱশ্যক নকৰে। তোমাৰ চৰিত্ৰত যতবোৰ দোষ আছে তাক তুমি বুজি পালে আমি হয়তো সুখী হৈ থাকিব পাৰিলোহেঁতেন।"

"এতিয়া অসুখী হৈ লতিকাৰ অঙ্কশয়ন বিচাৰিছা—নহয়নে?"

"কিৰণ! মই তোমাৰ লৌহ শৃঙ্খলত বান্ধ খাই আছোঁ বুলি তুমি মোক অপমান কৰিছা—মই সহিছোঁ; কিন্তু নিৰ্দোষী মহিলা এগৰাকীৰ বিষয়ে তুমি সম্ভ্ৰমেৰে কথা কোৱা উচিত।"

"লতিকা নিৰ্দোষ? কোন্ ভদ্ৰমহিলাই স্বামী-স্ত্ৰীৰ বিবাহ বিচ্ছেদৰ প্ৰস্তাৱ দিবলৈ আহে? লতিকাৰ কি আৱশ্যক মোক বিবাহ-বিচ্ছেদৰ পৰামৰ্শ দিয়াৰ?"

প্ৰেমানন্দই বুজিলে যে প্ৰেমানন্দৰ আৰু লতিকাৰ ভুল হৈছে যে এই কাল সাপিনীক এইদৰে জোকোৱাত।

এনে এটি কথাৰ যে এনে এটি ফাল আছে কোনোজনে নুবুজিলে। প্ৰেমানন্দ মৰ্ম্মাহত হ'ল। তাৰ নিজৰ দোষত লতিকা সমাজত হেয় হ'ল। কিৰণে এই কথা নিশ্চয় প্ৰচাৰ কৰিব।

সঁচাকৈয়ে সেয়ে হ'ল। প্ৰেমানন্দৰ বন্ধুসকলে প্ৰেমানন্দক সুধিব ধৰিলে— বিবাহ-বিচ্ছেদৰ দৰখাস্ত প্ৰেমানন্দই সঁচাকৈয়ে আদালতত দাখিল কৰিছে নে কি? কিৰণ বিহাৰীলালৰ লগলৈ যাব নে কি? কিমান ক্ষতিপূৰণ দিব লাগিব? প্ৰেমানন্দ অতিষ্ঠ হ'ল।

কিৰণৰ অপপ্ৰচাৰ লতিকাৰ কাণত পৰিল। লতিকাই অন্তৰত বৰ আঘাত পালে। প্ৰেমানন্দ আৰু কিৰণৰ এনে এটি কুৎসিৎ কথাত লতিকা লিপ্ত হোৱা উচিত নাছিল। বুদ্ধিৰ ভুলত লতিকাই সমাজত এই হেয়তা সহিব লগা হৈছে। লতিকাক অৱশ্যে প্ৰকাশ্যে কোনো কথা কোনোৱে কোৱা নাই; কিন্তু সুৰবালাৰ ওচৰত বহুতে বহুত ৰকমে কৈছে। সুৰবালাৰ পৰা লতিকাই সমাজৰ প্ৰতিক্ৰিয়া বুজি পাইছে। সুৰবালাও মৰ্ম্মাহত হৈছিল। সুধিছিল—"লতিকা দিদি! মই বিশ্বাস নকৰো এইবোৰ কথা। প্ৰেমানন্দৰ লগত তুমি বিয়াৰ সম্মতি দিবা মই বিশ্বাস নকৰোঁ—এইবোৰ কথা।"

সুৰবালাক সাৱটি ধৰি লতিকাই কলে—যেয়ে যি কয় কওক, সেইবোৰ

কথাত কাণ নিদিবি সুৰ'। মানুহৰ জীৱনত এনেবোৰ দুৰ্ঘটনা হয়। মোৰ জীৱনত বহুতো দুখ পাব লাগিব—মই জানোঁ। মই সাজু আছোঁ।"

সুৰবালাই বুজিলে যে এইবোৰ কথা মিছা। মনত শান্তি পালে।

কিৰণে বুজিছে যে প্ৰেমানন্দৰ লগত আৰু বেছি দিন থকা নচলিব। প্ৰেমানন্দই এতিয়া কোনো টকা-পইচা কিৰণৰ হাতত নিদিয়ে। মাহেকৰ মূৰত দুই শ টকা দিয়ে মাথোন। প্ৰেমানন্দ এতিয়া ৰাতিকৈ ঘৰলৈও নাহে। কিৰণক অবাধ গতিবিধিৰ সুবিধা দিছে। নিজে ঘৰত ভাত নাখায়। হোটেলতে বন্দবস্ত কৰিছে। বাহিৰত বিবাহ-বিচ্ছেদৰ জনৰৱ বৃদ্ধি পালে।

কিৰণ অকলে ঘৰত থাকিব নালাগে। দুশ্চৰিত্ৰ লোকৰ অভাৱ সমাজত নাই। পুৰুষৰ সঙ্গ লিপ্সা কিৰণৰ অত্যন্ত প্ৰবল। সময় বিশেষে পাত্ৰাপাত্ৰৰ বিচাৰৰ প্ৰশ্নও কিৰণৰ মনত নুঠে। প্ৰেমানন্দ আৰু বিহাৰীলালৰ লগত যৌন সম্বন্ধ থকাত কিৰণে এই লিপ্সা চৰিতাৰ্থ কৰিবলৈ বাধা পাইছিল। এতিয়া অবাধ গতি। কি নাৰী চৰিত্ৰ! দেৱতাৰো অবোধ্য। কিৰণৰ চৰিত্ৰৰ কথা ভাবিলে মানুহে পাহৰিব লাগে যে নাৰী সমাজৰ সৌন্দৰ্য্য; ৰসবোধৰ প্ৰধান উৎস—ৰস চৰ্চ্চাৰ ক্ষেত্ৰত নাৰী পুৰুষ প্ৰতিভাৰ সহযাত্ৰী। পদ্মাৱতী জয়দেৱৰ প্ৰেমলীলা, ৰাধা-কৃষ্ণৰ প্ৰেমলীলা, দুষ্মন্তৰ ওচৰত শকুন্তলাৰ আত্মদান, তুলসী-বেদৱতীৰ প্ৰেম সাধনা—এইবোৰ যেন আকাশ কুসুমহে।

কিৰণৰ এই ধৰণৰ আচৰণত বহুতো ডেকা ল'ৰাৰ চৰিত্ৰ নষ্ট হ'ল। সমাজত এটা আৰ্ত্তনাদৰ সৃষ্টি হ'ল। প্ৰেমানন্দৰ জীৱন দুৰূহ হৈ উঠিল। প্ৰেমানন্দৰ লগত কিৰণৰ পুনৰ্মিলন নহয়—এই কথা প্ৰেমানন্দই স্থিৰ কৰিছে, কিৰণে বুজি পাইছে আৰু সমাজৰো বুজিবলৈ বাকী নাই। প্ৰেমানন্দৰ প্ৰধান সমস্যা হৈছে এতিয়া যে সি তাৰ ঘৰটো কিৰণৰ কবলৰপৰা কেনেকৈ ৰক্ষা কৰে। বন্ধু-বান্ধৱৰ পৰামৰ্শত সি আন এঠাইত এটি সৰু ধুনীয়া ঘৰ সজালে আৰু আদালতত বিবাহ-বিচ্ছেদৰ দৰখাস্ত যাতে দিব নালাগে তাৰ বাবে কিৰণক ক'লে—"কিৰণ! কেলেঙ্কাৰীতো যথেষ্ট হৈ গৈছে। সমাজত মুখ উলিয়াবৰ স্থান নাই। স্বাধীনভাৱে চলিবলৈ তোমাৰ কোনো অসুবিধা নাই। তুমি মোৰ নতুন ঘৰটোলৈ যোৱা। তোমাক সেই ঘৰটো দিলোঁ। ইয়াৰ উপৰি মাহে ২০০ কৈ টকা পাবা। আদালতত যাবৰ আৱশ্যক নাই। দুই এজন বন্ধু মানুহ মাতি আনি আমাৰ বিবাহ-বিচ্ছেদ পত্ৰ উভয়ে উভয়ক লিখি দিওঁ। ইমানতে আমাৰ সম্বন্ধটো ছিঙি যাওক।"

কিৰণ জ্বলি উঠিল। তোমাক মই এই ঘৰ এৰি নিদিওঁ। এই ঘৰ নাপালে মই বিবাহ-বিচ্ছেদত মান্তি নহওঁ। তুমি ইয়ালৈ আৰু নাহিবা।"

প্ৰেমানন্দৰ অপমান চৰম সীমাত এতিয়াও উঠা নাই। কিৰণৰ চটী জুতাৰ

প্ৰহাৰ এতিয়াও প্ৰেমানন্দৰ গাত পৰা নাই। ই প্ৰেমানন্দৰ সৌভাগ্য নে কিৰণৰ সৌজন্য বিধাতাইহে জানে।

প্ৰেমানন্দ গুচি আহিল। উকিলৰ পৰামৰ্শ ল'লে আৰু আদালতত বিবাহ-বিচ্ছেদৰ দৰখাস্ত দিলে। মোকৰ্দ্দমা চলিল। কিৰণে সেই ঘৰ এৰি দিব নোখোজে। সেইদৰে জবানবন্দী দিলে। বিবাহ-বিচ্ছেদত আপত্তি নকৰিলে। আদালতৰপৰা ৰায় হ'ল—এককালীন নগদ পাঁচ হাজাৰ টকা আৰু নতুন ঘৰটো কিৰণে পাব। ভৱিষ্যত বিবাদৰ মূৰ মাৰি আদালতে মাহে মাহে বৃত্তি বন্ধ কৰিলে। বিবাহ-বিচ্ছেদ সম্পূৰ্ণ হ'ল আৰু প্ৰেমানন্দই স্বস্তিৰ নিশ্বাস পেলালে।

প্ৰেমানন্দৰ জীৱনে নতুন ধাৰা ল'লে। উচ্ছৃংখলতা নাই। প্ৰেমানন্দই নিজৰ সম্পত্তি চলোৱাত আৰু খেতি-পথাৰত মন দিলে। কিৰণৰ জীৱনতো নতুন অধ্যায় আৰম্ভ হ'ল।

বিহাৰীলাল এতিয়া কিৰণৰ তালৈ নাযায়। নিজৰ ব্যৱসায়ত মন দিছে ভালকৈয়ে। মোকৰ্দ্দমাৰ ভিতৰত বিহাৰীলালৰ নাম সংশ্লিষ্ট হবৰ আশঙ্কা কৰিছিল; কিন্তু উভয়ৰে ইচ্ছাত যেতিয়া এই বিবাহ-বিচ্ছে সহজ হৈ উঠিল, বিহাৰীলালৰ নাম মোকৰ্দ্দমাৰ মাজলৈ নাহিল। বিহাৰীলাল ৰক্ষা পৰিল; কিন্তু প্ৰেমানন্দ আৰু বিহাৰীলালৰ মাজত আগৰ সৌহাৰ্দ্দ্য গঢ়ি নুঠিল। সমাজেও উচ্ছৃংখলতাৰ এটি পৰিণতি দেখি সন্তোষ পালে। যেনে কৰ্ম্ম তেনে ফল। কালৰ গতিত কাৰ কেতিয়া কি হয় কোনে জানে?

প্ৰেমানন্দই ধৰ্ম্মপুথি পঢ়িবলৈ ধৰিলে শান্তি বিচাৰি। বহুতো কিতাপ পঢ়িলে। অধ্যয়নত শান্তি আছে। প্ৰশ্নৰ মীমাংসা আছে? কিন্তু শান্তি চিৰস্থায়ী কিয় নহয়? প্ৰেমানন্দই এই প্ৰশ্নৰ মীমাংসা বিচাৰে অধ্যয়নৰ মাজেদি। শান্তি মনৰ অৱস্থা। অতৃপ্ত কামনা-বাসনা লৈ শান্তি পোৱা নাযায়। কামনাৰ ক্ষয় নহলে শান্তিৰ দৰ্শন পোৱা নাযায়; কিন্তু এই কামনা-বাসনা ত্যাগ কৰাৰ উপায় কি? গীতাৰ উপদেশলৈ মনত পৰে প্ৰেমানন্দৰ। সৰ্ব্বদায় ভগৱানৰ লগত যোগসূত্ৰত আবদ্ধ থাকিব লাগিব। যোগ যুক্তাত্মা হৈ থাকিব লাগিব। সকলো ক্ষেত্ৰতে ভগৱানেই কৰ্ত্তা। মানুহ কেৱল নিমিত্ত মাত্ৰ। কুৰুক্ষেত্ৰৰ বীৰ অৰ্জ্জুন নিমিত্তহে আছিল। কৰ্ত্তা আছিল ভগৱান শ্ৰীকৃষ্ণ নিজে। হৃদয়ত অৱস্থিত থকা ভগৱানৰ সৎ প্ৰেৰণাবোৰ লক্ষ্য কৰি সংসাৰৰ বাটত চলিব লাগিব। অসৎ কৰ্ম্মৰ বাবে তেওঁৰ চৰণ চিন্তা আৰু তেওঁৰ নাম জপ কৰিব লাগিব। সৎ কৰ্ম্মৰ ফল আকাংক্ষা নকৰি তেওঁৰ চৰণত তাক সমৰ্পণ কৰিব লাগিব।

এনে ধৰণৰ মানসিক অৱস্থাৰ গঢ় দিয়াতো সহজ কথা নহয়—প্ৰেমানন্দই ভাবে। মনৰ চাঞ্চল্য দমন কৰা যে অসম্ভৱ।

প্ৰেমানন্দই পুনঃ পুনঃ গীতা পাঠ কৰে। অৰ্জ্জুনে শ্ৰীকৃষ্ণৰ উপদেশত

পায়—অভ্যাসৰ বলতহে মনত চঞ্চলতা গুচাব পাৰি। পুনঃ পুনঃ চেষ্টা কৰিব লাগিব। পুনঃ পুনঃ চেষ্টাৰ দ্বাৰাইহে চিত্তবৃত্তি নিৰোধ হ'ব। প্ৰেমানন্দই সমস্যাৰ সমাধান হোৱা যেন পালে; কিন্তু প্ৰশ্নৰ মীমাংসাৰ দ্বাৰা শান্তি পোৱা নাযায়—অভ্যাসৰ বাটেদি যাব নোৱাৰিলে। প্ৰেমানন্দৰ মনৰ অৱস্থা এতিয়া এনে হ'ল। পাপী-তাপীৰ প্ৰাণত আধ্যাত্মিকতাৰ অঙ্কুৰ এইদৰে গজে বোধহয়।

## (ন)

লতিকাৰ জীৱনতো এটি নতুন অধ্যায়ৰ সূচনা হৈছে। লতিকাই এই ঘটনাত এটি বিষম আঘাত পাইছে অন্তৰত। প্ৰেমানন্দৰ লগত নিজৰ নাম অনাৱশ্যকভাৱে দুবাৰো জড়িত হৈ গ'ল। নিৰ্দ্দোষ হ'লেও বেদনাদায়ক। আঙঠি পিন্ধোৱাৰ পাচত বিয়া নহ'ল। এতিয়া পুনঃ সমাজে কিৰণৰ নিচিনা দুশ্চৰিত্ৰা তিৰোতা এজনীৰ অপপ্ৰচাৰত লতিকাক প্ৰেমানন্দৰ ভাবী গৃহিণী বুলি কোৱা-কুৱি কৰিছে। ই বৰ লাজৰ কথা। লতিকাই নিজে এই বিষয়ে কাৰো আগত একো কোৱা নাই বা লতিকাকো কোনেও এই বিষয়ে কোনো প্ৰশ্ন কৰা নাই। প্ৰেমানন্দই পূৰ্ব্বৰ আঙঠি পিন্ধোৱা দাবীত লতিকাক বিয়া কৰাবলৈ ইচ্ছুক বুলি প্ৰস্তাৱ দিবলৈ এবাৰ মন মেলিছিল—কিৰণৰ লগত বিবাহ-বিচ্ছেদৰ আগতে; কিন্তু এতিয়া প্ৰেমানন্দ লজ্জিত হৈছে আৰু নিজক লতিকাৰ অনুপযুক্ত বুলি ভাবিছে। সেইবাবে লতিকাৰ ওচৰলৈ এতিয়া প্ৰেমানন্দ নাযায়।

ইয়াৰ ভিতৰত এটি বিষম ঘটনা ঘটিল। কোনোবা এজন অজ্ঞাত নাট্যকাৰ সাহিত্যিকে কিৰণ, প্ৰেমানন্দ আৰু লতিকাৰ চৰিত্ৰ অনুকৰণ কৰি এখনি সৰু নাটিকা লিখি ছপাই দিলে। ৰেডিওত সুখ্যাতিৰে অভিনীত হ'ল। সমাজৰ মানুহৰ বুজিবলৈ বাকী নাথাকিল—চৰিত্ৰ কেইটা কোন্ কোন্।

মানুহে কেনেকৈ লোকৰ দুখত আনন্দ প্ৰকাশ কৰিব পাৰে আৰু সুখত ঈৰ্ষা কৰিব পাৰে এই কথা লতিকাৰ অগোচৰ আছিল। হিংসাবৃত্তি নথকা মানুহে সহজে এই কথা বুজিব নোৱাৰে। লতিকা মৰ্ম্মাহত হ'ল। বেদনাত অস্থিৰ হ'ল। ধীৰা-স্থিৰা লতিকা আজি বিচলিতা হৈ নিৰুপায় অৱস্থাত পৰা যেন অনুভৱ কৰিলে। সমাজৰ লাঞ্ছিতা বুলি নিজকে ধিক্কাৰ দিবলৈ ধৰিলে মনে মনে।

অন্তৰৰ জ্বালা যেতিয়া তীব্ৰ হৈ উঠিছে লতিকা এদিন প্ৰেমানন্দৰ ওচৰলৈ গ'ল আৰু প্ৰেমানন্দক ক'লে—"প্ৰেমানন্দ দাদা! তুমি এতিয়া বিয়া কৰোৱা উচিত—নিজ সমাজৰ ছোৱালী চাই।" লতিকাৰ এই প্ৰস্তাৱত প্ৰেমানন্দ কিছু আচৰিত হ'ল। প্ৰস্তাৱৰ মূলত কিবা উদ্দেশ্য আছে নেকি গমি চাবলৈ যত্ন কৰিলে। লতিকাই উপযাচি আহি প্ৰেমানন্দৰ মনৰ্ভ বিয়াৰ প্ৰস্তাৱ দিছে নেকি?

প্ৰেমানন্দই ভাবি লৈছিল যে লতিকাই বীৰেনৰ প্ৰেমহে বিচাৰে। সেইবাবে এই প্ৰস্তাৱত প্ৰেমানন্দৰ প্ৰতি লতিকাৰ করুণা আছে নে সহানুভূতি আছে—নে লতিকাৰ নিজৰ স্বাৰ্থ জড়িত আছে, প্ৰেমানন্দই বুজি উঠিবলৈ টান পাইছে। প্ৰেমানন্দৰ ভবিষ্যৎ জীৱনৰ বাবে লতিকাৰ উৎকণ্ঠা হবৰ কাৰণ কি হ'ব পাৰে? ইয়াত যে লতিকাৰ গভীৰ মৰ্ম্ম-বেদনাৰ বাতৰি আছে—ইমান সহজে প্ৰেমানন্দই তাক তৰ্কিব নোৱাৰিলে।

প্ৰেমানন্দই চিধা-চিধি কথাৰ চিধা-চিধি উত্তৰ কৈ দিলে। "লতিকা! সুখে-দুখে, মানে-অপমানে জীৱনৰ এক ছোৱাত সাংসাৰিক জীৱন ভোগ কৰিলোঁ। পুনঃ সেই বাটেদি নাযাবৰ যত্নত আছোঁ। মই এতিয়া মুক্ত আৰু স্বাধীন। শিক্ষা-দীক্ষাত পিচপৰি থাকিলোঁ আৰু সমাজত বংশৰ মৰ্য্যাদাতো কলঙ্ক সানিছোঁ। এতিয়া কোন্ মুখে মই নিজৰ সমাজত ছোৱালী বিচাৰি যাম। সংসাৰৰ প্ৰতি মায়া মমতাও মোৰ কমি আহিছে।"

"তোমাৰ জীৱনত যি ঘটিছে—এনে ঘটনা বহুতৰে হয়। তোমাৰ এই বয়সত অবিবাহিত থকা উচিত নহয়। কালৰ সোঁতত এনেবোৰ কথাৰ কোনো চিন্-চাবেই নাথাকিব। তুমি মান্তি হ'লে ছোৱালীৰ অভাৱ নহব।"

প্ৰেমানন্দৰ প্ৰাণত যেন নতুন আশাৰ সঞ্চাৰ হ'ল। লতিকাৰ উদ্দেশ্য তেন্তে পূৰ্ব্বৰ হবলগীয়া সম্বন্ধ গঢ়ি তোলাই নেকি? প্ৰকৃততে কিন্তু বিশ্বাস কৰিব পৰা নাই; কাৰণ লতিকাৰ লগত প্ৰেমানন্দৰ এতিয়া কোনো সমতা নাই। বংশ মৰ্য্যাদাৰ দাবীও এতিয়া নাথাটে। প্ৰেমানন্দই এনে এটি সম্বন্ধৰ কল্পনা কেতিয়াবাই এৰি পেলাইছে—কিৰণৰ দৌৰাত্ম্যত তিষ্ঠিব নোৱাৰি। কিৰণৰ ওপৰত প্ৰতিশোধ লবৰ মনেৰে এদিন প্ৰেমানন্দই তেনে কল্পনা কৰিছিল সঁচা; কিন্তু এতিয়া প্ৰেমানন্দৰ মনত বহুতো কথা পৰিষ্কাৰ হৈছে। এতিয়া তেনে কল্পনা নকৰে। তথাপি লতিকাই যেন তেনে প্ৰস্তাৱ লৈহে আহিছে, তেনে এটি অনুভৱ বোধ কৰিলে। প্ৰেমানন্দৰ বিবেকে কৈছে, যে ৰায়বাহাদুৰক সি যথেষ্ট অপমান কৰিছে— পূৰ্ব্বৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰি। তাৰ পাছত কিৰণৰ লগত যি সম্বন্ধ গঢ়ি উঠিল তাৰ দ্বাৰা লতিকাৰ লগত এতিয়া বিয়া হ'লেও সেই অপমানৰ ক্ষতিপূৰণ নহয় নাইবা বংশ মৰ্য্যাদাৰ যি ক্ষতি হৈছে সিও পূৰণ নহয়।

প্ৰেমানন্দই যিমানেই এইদৰে ভাবে সিমানেই মনত ধাৰণা হয়, যে লতিকা আজি নিজৰ বিয়াৰ প্ৰস্তাৱ লৈহে আহিছে। সেইবাবে অতৰ্কিতে প্ৰেমানন্দই কৈ পেলালে—"তোমাৰ বিয়া বীৰেনৰ লগতহে হোৱা উচিত। খুৰাদেউৰ ইচ্ছাও তেনে আছিল। তোমালোকৰ মিলন দেখিবলৈকো ভাল হব। মোৰ লগত তোমাৰ বিয়া শোভন নহব।"

প্ৰেমানন্দৰ পৰা এনে এটি কথা শুনিব বুলি লতিকাই ভবা নাছিল।

লতিকাৰ মনৰ ভাব আছিল বেলেগ। লতিকাই সেইবাবে ক'লে—"তোমাৰ এতিয়া উপযুক্ত ঠাইত বিয়া হ'লে সমাজৰ মুখত ছাই সনা যায়। সমাজে যি কয় প্ৰকৃততে যে সি নহয় তাৰ প্ৰমাণ হয়।

প্ৰেমানন্দই এতিয়াহে কথাটো তৰ্কিব পাৰিলে। প্ৰেমানন্দৰ লগত লতিকাৰ নাম জড়িত হৈ পৰাত সমাজত লতিকাৰ মানৰ লাঘৱ ঘটিছে। প্ৰেমানন্দই বুজি পাই ক'লে—"সেই বাবেইতো তোমাৰ বিয়া বীৰেনৰ লগত হ'লে বেচি ভাল হ'ব। এই সমস্যাৰ এয়েহে সমাধান! মোৰ বিয়াৰ দ্বাৰা তোমাৰ সমস্যাৰ সমাধান নহ'ব। তুমি ভালদৰে ভাবি চোৱা লতিকা।"

লতিকাৰ কবলৈ একো নাথাকিল। লাহে লাহে বিদায় লৈ আহিল।

প্ৰেমানন্দই যিটো কথা ক'লে, সেইটো অতি সত্যকথা। বীৰেন লতিকাৰ মাজত যদি বিয়াৰ সম্বন্ধ হয়, তাতকৈ ভাল কথা একো নহয়। এনে এটি সুযোগৰ অপেক্ষা যে সকলোৱে কৰিছে তাকো বুজিবলৈ তাইৰ বাকী নাই; কিন্তু কি দুৰ্বোধ্য তাইৰ মন। বীৰেনক লতিকাই ভাল পায়, শ্ৰদ্ধা কৰে আৰু লতিকাই ইচ্ছা কৰিলে বীৰেনক পতিৰূপে পোৱাত কোনো বাধা নাই। কি নাৰী চৰিত্ৰ! মানুহেও নাজানে, দেৱতায়ো নাজানে, নিজেও নাজানে। লতিকাই কিয় বাৰু বীৰেনৰ লগত বিয়াৰ প্ৰস্তাৱত মান্তি নহয়?

## (দহ)

বীৰেন বৰ সৰল প্ৰকৃতিৰ লোক। লতিকাক বিয়া কৰাবলৈ বীৰেনৰ আগ্ৰহ যথেষ্ট। মাজে মাজে লতিকাৰ কথা ভাবে। অন্তৰৰ গোপনীয় ভাব কি? এই ভাৱনাই বীৰেনক আনন্দ দিয়ে। উদ্দাম প্ৰকৃতিৰ মানুহে এইবোৰ কথাৰ কোনো বিচাৰ নকৰে। মোহৰ তাড়নাত প্ৰেম নিবেদন কৰে, নাটকীয় দৃশ্য ৰচনা কৰে। পৰিণাম কাৰো বা ভাল হয়, কাৰো বা বেয়া হয়। বীৰেন ধীৰ প্ৰকৃতিৰ; উদ্দাম প্ৰেমো নাই, নাটকীয় দৃশ্য ৰচনাৰ উত্তেজনাও নাই; সুৰবালা আৰু লতিকাৰ সম্পৰ্কত ঘনিষ্ঠভাৱে আহি বীৰেনে প্ৰাণত এটি নতুন অভিজ্ঞতা অনুভৱ কৰিছে। বীৰেনৰ প্ৰাণত যেন প্ৰেমৰ দুৱাৰ মুকলি হৈছে। কেনেকৈ প্ৰেম নিবেদন কৰিব লাগে তাক বীৰেনে নাজানে। আনফালে লতিকাই সুৰবালাৰ লগত বীৰেনৰ প্ৰস্তাৱ দাঙি ধৰিছে প্ৰকাৰান্তৰে। বীৰেনে বেদনা পায়। লতিকা কিয় আঁতৰি যাব খোজে। এই বেদনাই বীৰেনৰ প্ৰাণত অভিমানৰ সৃষ্টি কৰিলে। এই অভিমানৰ জ্বালা কম নহয়। বীৰেনে মনে মনে সহিছে।

সুৰবালাৰ লগত বিয়াৰ প্ৰস্তাৱ লতিকাই প্ৰকাৰান্তৰে দিছে। সুৰবালা অতি ধুনীয়া, ৰূপৱতী, গুণৱতী আৰু শিক্ষিতা ছোৱালী। সুৰবালাক দেখিলে মনত

আনন্দ জন্মে, আপোন কৰি লবৰ মন যায়। সেই সুৰবালাৰ লগত বীৰেনৰ বিয়াৰ প্ৰস্তাৱ দিছে লতিকাই। বীৰেনে এই প্ৰস্তাৱ সাদৰে গ্ৰহণ কৰিব পৰা নাই। বীৰেনৰ অন্তৰত লতিকাৰ প্ৰতি প্ৰেম আছে। লতিকাৰ কথা ভাবি বীৰেনৰ প্ৰাণত যি অনুভূতি হয়, সুৰবালাৰ কথা ভাবিলে সেই অনুভূতি নহয়। লতিকাৰ ভাবনাই এতিয়া পদে পদে দুখ আৰু অভিমানৰ বেদনা দিয়ে। সুৰবালাৰ ভাবনাই আনন্দৰ সঞ্চাৰ কৰে, কিন্তু প্ৰেমৰ যি ৰসবোধ সেই ৰসবোধৰ সঞ্চাৰ নকৰে। বেদনা আৰু অভিমানৰ মাজেদিও প্ৰেমৰ আস্বাদ পোৱা যায়।

লতিকাই বীৰেনক পছন্দ কৰা নাই এনে এটি সন্দেহৰ ভাব যি মুহূৰ্ত্ততে বীৰেনৰ মনত উদয় হ'ল—এটা তীব্ৰ জ্বালা অনুভৱ কৰিলে। অভিমান আহিল মনলৈ। লতিকাৰ কাৰণে বীৰেন আগ্ৰহান্বিত কিয় হব লাগে? লতিকাই বা কিয় বীৰেনৰ বিয়াৰ বাবে আগ্ৰহান্বিত হৈ ছোৱালী চাব লাগে? বীৰেনৰ অভিমানৰ মৌন আলোচনা। যুক্তি যিমানেই সুযুক্তি নহওক, লতিকাৰ প্ৰতি অন্তৰত এটি স্থায়ী আকৰ্ষণে ঠাই লৈছে। বীৰেনে তাক অৱহেলা কৰি পিতৃ-মাতৃৰ সিদ্ধান্তৰ ওপৰতে নিৰ্ভৰ কৰিবলৈ মন কৰে—যিটো তাৰ প্ৰকৃত স্বভাৱ; কিন্তু পিতৃ-মাতৃৰ ওপৰত নিৰ্ভৰ কৰিবলৈকো আজি নতুন পৰিস্থিতিৰ উদ্ভৱ হৈছে। লতিকাৰ প্ৰতি থকা আকৰ্ষণৰ মানসিক প্ৰতিঘাতৰ পৰা অভিমান আহিছে। অভিমানৰ প্ৰতিক্ৰিয়া হিচাবে সুৰবালা মনলৈ আহিছে। সুৰবালাক বিয়া কৰালে একো দোষৰ কথা নহয়। সুৰবালাই বীৰেনক ভাল পায়নে? বীৰেনে কল্পনা কৰে। বীৰেনে আৱিষ্কাৰ কৰে, যেন সুৰবালাই বীৰেনক ভাল পায়। বীৰেনৰ মনত ক্ৰমশঃ জটিলতাৰ সৃষ্টি হয়। উদ্বেগ আহে মনলৈ। সমস্যাৰ সৃষ্টি হয়। সমস্যাৰ সমাধান নহয়। বীৰেনে ভাৱে—ই কি সমস্যা? সুৰবালাক বিয়া কৰালে সকলো সমস্যাৰ সমাধান হয়। ভাবি থাকিবৰ কি আৱশ্যক? অতি সৰল কথা; কিন্তু মনত খুঁৎ খুঁৎ ভাব থাকে।

বীৰেনৰ মনৰ গতি যেতিয়া এনেদৰে দোদুল্যমান অৱস্থাত আছে সেই সময়ত লতিকা, সুধীৰ আৰু সুৰবালা আহি ওলাল বীৰেনৰ ঘৰত। বীৰেন বিব্ৰত হ'ল। বীৰেনে চাকৰৰ ব্যৱস্থাৰ ওপৰতে নিৰ্ভৰ কৰে। চাকৰে ৰান্ধে, চাকৰে চাহ কৰে। ঘৰৰ পৰিপাটী অৱস্থা একো নাই। শৃঙ্খলাৰ কোনো সৌন্দৰ্য্য—শোৱা বিছনাৰ, পঢ়া টেবিলৰ নাইবা বহা কোঠালীৰ নাই। কলেজত পঢ়া ল'ৰাৰ দৰে থাকে; কিন্তু সুশৃঙ্খল স্বভাৱৰ কলেজীয়া ল'ৰাৰ যি শৃঙ্খলা, সিও বীৰেনৰ ঘৰত নাই। সকলো আচবাব আছে, আদৰ যত্নত কথা হোৱা নাই। বিশিষ্ট অতিথিৰ অভ্যৰ্থনা বীৰেনে কৰে কেনেকৈ? এনেতে কেইমিনিটমানৰ পাছত অন্নদা দেৱীও আহি পালে। বীৰেনে শান্তিৰ নিশ্বাস পেলালে। বীৰেনে মাকক সেৱা কৰি কলে—"মা! তুমি ৰক্ষা কৰিলা। তুমি যে এই সময়ত আহি পালা—মোক যেন ৰক্ষা কৰিবলৈকেহে আহিছা।"

"কিয়? তোৰ এনে কি বিপদ হৈছে যে মাতৃ শৰণৰ আৱশ্যক হৈছে?"

"দেখিছাই নহয় মা। এওঁবিলাক আহিছে। চাকৰৰ হাতেদি এওঁলোকৰ অভ্যাৰ্থনা হয়নে?"

সকলোৱে সমস্বৰে হি-হি, হো-হো-কৈ হাঁহি পেলালে। বীৰেনে যেন লজ্জাবোধ কৰিলে। "ইঁহাৰ কথা নহয় মা। সুধীৰ বাবু আৰু সুৰবালা আমাৰ ঘৰত নতুন অতিথি। লতিকাৰ কথা নকওঁ বাৰু। এওঁলোকে মোক যিদৰে অভ্যৰ্থনা কৰিছে সিদিনা, আজি মই এওঁলোকক কিহেৰে খুৱাওঁ—কি দিওঁ।" সুধীৰে পুনৰায় হো-হো কৈ হাঁহি দিলে আৰু অন্নদা দেৱীক বীৰেনৰ মাক বুলি চিনি পাই চৰণত ধৰি সেৱা কৰিলে। সুৰবালাও সেৱা কৰিলে।

লতিকাই চাহ-জলপান আনি টেবিলত থৈ দিলে। অন্নদা দেৱী চাহৰ মেলত নবহি গা ধুবলৈ গ'ল। ৰান্ধিবৰ বাবে যোগাৰ কৰিব লাগিব—সোনকালে। সুধীৰ উঠি গ'ল—স্কুলঘৰ, হোষ্টেল, ফুলৰ বাগিচা ইত্যাদি চাবলৈ।

—মিঃ চৌধুৰী! আপোনাৰ কল্পনাৰ বাস্তৱ ৰূপ দিছে আপোনাৰ স্কুলখনত—সুৰবালাই ক'লে।

—এতিয়াও বহুতো বাকী, মিছ্ সুৰবালা। কল্পনা কৰা সহজ; কিন্তু বাস্তৱ ৰূপ দিয়া সহজ নহয়।

—যুগৰ পৰিবৰ্ত্তন আহিছে দাদা। তোমাৰ কল্পনা যি ভিত্তিত গঢ়ি উঠিছে—সামাজিক পৰিবেশ তাৰ উপযোগী নহয়—লতিকাই ক'লে।

—সামাজিক পৰিবেশৰ ওপৰত বাস্তৱ সংগঠন নিৰ্ভৰ কৰে সেইটো সঁচা কথা লতিকা! কিন্তু। যি শিক্ষা আৰু সংস্কাৰত আমি উঠিলোঁ—তাক বাদ দি কল্পনাৰ ৰূপ দিয়া যে সহজ কথা নহয়।

—পৰিবৰ্ত্তনৰ ধাৰা কোন ফালে গতি কৰিছে, তালৈ দৃষ্টি কৰি কল্পনাৰ ৰূপ দিব লাগিব। তোমালোকৰ নিচিনা যিসকল শিক্ষাবিদ্ তেওঁলোকৰ কৰ্ত্তব্য সেয়ে।

—সেইটো বুজিছোঁ লতিকা; কিন্তু এটি আদৰ্শতো লাগে। শিক্ষাৰ ধাৰা কোনবাটে গতি কৰিছে—লক্ষ্য কি তাক যেন বুজি নাপাওঁ।

—সেই কথাকেই মই সিদিনা তোমাক কৈছিলোঁ। দেশৰ যি পৰিবৰ্ত্তন আহিব ধৰিছে—তাৰ দ্বাৰা অতীত কৃষ্টি ৰক্ষা নহয়। আমাৰ দৃষ্টি হৈছে—পশ্চিমৰ ফালে। দেশৰ ফালে আমি অন্তদৃষ্টি দিয়া নাই।

—অকল সেয়ে নহয় লতিকা? পশ্চিমৰ ফালে দৃষ্টি কৰিও পাশ্চাত্য জগতৰ ভাৱধাৰা আমি গ্ৰহণ কৰিব পৰা নাই। ভাৰত যেতিয়া অধীন হৈ আছিল, সেই সময়ত ভাৰতীয় লোকক দোষ দি যিবিলাক সামাজিক আচাৰৰ বিৰুদ্ধে সাম্ৰাজ্যবাদী নায়কসকলে ভাৰতীয় জাতীৰ বিৰুদ্ধে অপপ্ৰচাৰ কৰিছিল, সেইবোৰ

আচাৰৰ বিৰুদ্ধে পন্থা গ্ৰহণ কৰিবলৈ যাওঁতে ভাৰতীয় জাতিৰ সমাজ, সাহিত্য, ধৰ্ম্ম আৰু কৃষ্টিৰ বিৰুদ্ধে যে পন্থা গ্ৰহণ কৰা হৈছে—তাৰ ফালে কোনো দৃষ্টি পৰা নাই।

—আৰু এটি কথা চোৱা, দাদা। ভাৰতীয় কৃষ্টিৰ অৰ্থ এওঁলোকে কি কৰিছে? ধন, সম্পত্তি, জমি বা ৰাজ্যক লক্ষ্য কৰি ভাৰতীয় কৃষ্টি গঢ়ি উঠা নাছিল। ভাৰতত নানা প্ৰকাৰ বিদ্যা নাছিল। বিদ্যা আছিল—এটাই। ব্ৰহ্মবিদ্যা শিক্ষা কৰাই আছিল—ভাৰতীয় কৃষ্টি। এটা বিদ্যাৰ অনুসৰণ কৰাটোৱেই আছিল ভাৰতীয় লোকৰ মূল লক্ষ্য।

—সেইটোৱেই এই কথা। ব্ৰহ্মান্বেষণৰ লক্ষ্যক কেন্দ্ৰ কৰিয়েই সমাজ গঢ়ি উঠিছিল, শিল্পকলাৰ বিস্তাৰ হৈছিল, ৰাজনীতি, সমাজনীতি অৰ্থনীতি সকলো গঢ়ি উঠিছিল।

—তোমাৰ লগত মোৰ এই বিষয়ে মুঠেও মতভেদ নাই। ধৰ্ম্মহীন ৰাজ্যত কোনো কৃষ্টি গঢ়ি উঠিব নোৱাৰে। আইন কৰি ধৰ্ম্ম শিক্ষা দিব নোৱাৰি। অন্তৰৰ প্ৰেৰণা—চৰ্চ্চাৰ দ্বাৰা, অনুশীলনৰ দ্বাৰা, অভ্যাসৰ দ্বাৰাহে ফুটাই তুলিব পাৰি।

—ধৰ্ম্মৰ ধাৰাও আধ্যাত্মিক বিজ্ঞানৰ ওপৰত প্ৰতিষ্ঠিত—এই কথা বুজিবলৈ আমাৰ মানুহে পাহৰিলে। সাম্প্ৰদায়িকতাৰ অৰ্থ বেলেগ হৈ গ'ল। জাতিগত বিদ্বেষত পৰিণত হ'ল—সাম্প্ৰদায়িকতাৰ পৱিত্ৰতা—সাম্প্ৰদায়িকতাৰ লক্ষ্য। কি দুৰ্ঘোৰ অধঃপতন!

—ইতিমধ্যে সুধীৰ ঘূৰি আহিল আৰু ক'লে—হায়! হায়! মই যদি হুইলটো লৈ আহিলোহেঁতেন—মাছ চিকাৰ কৰিব পাৰিলোহেঁতেন। জালেৰে মাছ মৰাতনো কি আনন্দ? বৰশীৰে হে ভাল।

—পুনৰ্ব্বাৰ আহিলে—তাকে কৰিব, সুধীৰ বাবু—বীৰেনে ক'লে।

—সুৰ'....এই নিমন্ত্ৰণ ৰক্ষা কৰিব লাগিব, এইবাৰ বাৰিষা। এতিয়া বৰশী বোৱাৰ সময়ো নহয়।

—ভাল কথা দাদা। দুই একদিন সময় হাতত লৈ আহিবা"—বুলি সুৰই ক'লে। তোমাৰ আকৌ যিহে লৰালৰি কোনো এঠাইত গলে যাওঁ যাওঁ লগাই দিয়া।

—বুজিছে, মিঃ চৌধুৰী, ইহঁতৰ উৎপাতত মোৰ কোনো শান্তি নাই। সকলোৱে মোৰহে দোষ দেখে। সেইহঁতেই মোক ঘূৰাই লৈ ফুৰে। যি খুচি তাকেই কৰে। মই কেতিয়াও বাধা নিদিওঁ, অথচ মোৰ হে দোষ দেখা পায়—বুলি সুধীৰে কৃত্ৰিম ৰোষ প্ৰকাশ কৰিলে।

—সুধীৰৰ কথাত সুৰবালাৰ মুখখন ৰক্তিম হৈ উঠিল। লাজ পালে। সুধীৰৰ মুখ পাতল।

"দেখিছে মিঃ চৌধুৰী। তাই মোক খং কৰিছে।"

"যোৱা দাদা। তুমি যিহকে তিহকে নক'বা" বুলি সুৰবালায়ো কৃত্ৰিম খং প্ৰকাশ কৰিলে।

—সুধীৰৰ কথাত সুৰবালাৰ মুখখন ৰক্তিম হৈ উঠিল। লাজ পালে। সুধিৰে বুজি পালে।

"দেখিছে মিঃ চৌধুৰী। তাই মোক খং কৰিছে।"

"যোৱা দাদা। তুমি যিহকে তিহকে নক'বা" বুলি সুৰবালায়ো কৃত্ৰিম খং প্ৰকাশ কৰিলে।

লতিকাই হাঁহি দিলে। সুধীৰে চুপ মাৰিলে—"নকওঁ বাৰু একো কথা।" এইদৰে চাহৰ মেল শেষ হ'ল। এনেতে ৰেৱতীয়ে তিনিটা বৌ মাছ আনি চোতালত পেলাই দিলে। মাছ কেইটা প্ৰত্যেকটো চাৰি সেৰ পাঁচ সেৰ মান ওজনৰহে হৈছে।

"ইয়াতকৈ ডাঙৰ মাছ নাই নেকি" বুলি সুধীৰে সুধিলে। "ইয়াতকৈ ডাঙৰ মাছ নাই। নতুন পুখুৰী। মাছ দিবৰ বেচি দিন হোৱা নাই। মাছকেইটা দেখি অন্নদা দেবীৰ বৰ ৰং হ'ল আৰু লতিকাক ক'লে—"মাছকেইটা তয়েই কাট্ লতিকা। টুকুৰাবোৰ সৰু নকৰিবি।"

"পেহীদেউ। তোমালোকৰ নিচিনা আমি মাছ বাঁছিব নাজানিলেও, মাছ বঁছাত মোৰ সুখ্যাতি আছে। এইটোও সঁচা কথা যে আজি-কালিৰ বহুত ছোৱালীয়ে মাছ বাঁছিব নাজানে।" লতিকাই মাছ বাঁছিবলৈ বঠি লৈ আহিল আৰু সুৰবালাও লগতে বহি গ'ল। সুধীৰে বন্দুকটো হাতত লৈ ওলাই গ'ল।

স্কুল কম্পাউণ্ডৰ বাহিৰত আধা মাইলমান আঁতৰত এডোখৰ হাবিয়নিৰ নিচিনা আছিল। প্ৰকৃত হাবি নহয়। মাজে মাজে মানুহৰ অহা-যোৱা কৰা ৰাস্তা আছে। কাষেদি সৰু নৈ এখন বৈ গৈছে। মানুহে নাও চলায়, বেহা-বেপাৰ কৰে—ইয়াৰ পাৰে পাৰে। দুয়োফালে আধা মাইলমান জুৰি খেতিৰ পথাৰ। খেতিৰ পথাৰৰ সীমা য'তে শেষ হৈছে, ত'তে একোটা ডাঙৰ আলিবাট আৰু নৈখনৰ ফালে মুখ কৰি মানুহৰ ঘৰ আৰু বস্তি। এই হাবিয়নিখন এখন ডাঙৰ বিলৰ পাৰত। এই বিলত মানুহে মাছ মাৰে, গৰুৰ ঘাঁহ কাটে, আবেলি নাৱেৰে ফুৰে, নাও খেলে। এই বিলৰ পাৰত আঁহত গছ এজোপাৰ ওপৰত পৰি থকা দেখিলে কিছুমান হাইতোলা পক্ষী। গুলি দিলে। দুটা পক্ষী গুলি খাই মাটিত পৰিল। বাকীবোৰ পক্ষী উৰি গৈ ভিন্ ভিন্ গছত পৰিল। গছত পৰাত আকৌ এটা গুলিৰে আন এটা পক্ষী চিকাৰ কৰিলে। তিনিওটা পক্ষী লৈ সুধীৰ ঘূৰি আহিল। চিকাৰ পাই সুধীৰৰ মনত কি আনন্দ!

খোৱা-বোৱা শেষ হোৱাৰ পাছত সুধীৰ আৰু সুৰবালা যাবলৈ ওলাল;

কিন্তু ৰেৱতী আৰু কামিনীয়ে যাবলৈ নিদিলে। ৰাতি আটাইবিলাকক ভাত খাবলৈ মাতিলে। অন্নদা দেৱীক ৰান্ধিবলৈ নিমন্ত্ৰণ জনালে। অন্নদা দেৱী আৰু লতিকাই ৰান্ধিলে। আনন্দ আৰু প্ৰীতিৰ মাজত খোৱা-বোৱা শেষ কৰিলে। পাচদিনা ৰাতিপুৱা সুধীৰ আৰু সুৰবালা গুচি গ'ল। লতিকা থাকিল—অন্নদা দেৱীৰ লগত একেলগে যাবলৈ। দুই-তিনি দিন থকাৰ কথা।

অন্নদা দেৱী সুৰবালাক দেখিবলৈ পাই বৰ ভাল পালে। লতিকাৰ মুখত সুৰবালাৰ ৰূপ গুণৰ কথা শুনি আছিল। লতিকাই বীৰেনৰ লগত সুৰবালাৰ বিয়া হ'লে যে ভাল হয়, তাকো নোকোৱাকৈ থকা নাছিল। অন্নদা দেৱী সুৰবালাৰ ব্যৱহাৰত বৰ খুচি হৈছে।

লতিকাই বীৰেনৰ সমুখতে অন্নদা দেৱীৰ ওচৰত সুৰবালাক যথেষ্ট প্ৰশংসা কৰিলে বৰ ভাল ছোৱালী বুলি। বীৰেনৰ বুজিবলৈ বাকী নাথাকিল লতিকাৰ উদ্দেশ্য কি? অন্নদা দেৱীও স্বীকাৰ কৰিলে যে ছোৱালীজনীক দেখিলে বৰ মৰম লাগে। কথা-বতৰাতো বৰ অমায়িক বুলি ক'লে। অন্নদা দেৱীয়ে সিহঁতৰ ঘৰখনৰ তন্নতন্নকৈ পৰিচয় ল'লে।

ক্ৰমে ক্ৰমে বীৰনৰ মতামতো প্ৰকাশ পালে। সুৰবালাৰ সম্পৰ্কে আৰু বীৰেনে যে এদিন সিহঁতৰ ঘৰত আছিল, তাকো অন্নদা দেৱীয়ে জানিলে। অন্নদা দেৱীৰ বুজিবলৈ বাকী নাথাকিল যে সুৰবালাৰ লগত বীৰেনৰ বিয়াৰ আলোচনা এটি সিহঁতৰ ভিতৰত উঠিছে। লতিকাই অতি সাৱধানে অন্নদা দেৱীক সমস্ত ইঙ্গিত দিলে। অন্নদা দেৱীয়ে বুজিলে যে লতিকাই এই কথাটোত বৰকৈ যোগ দিছে।

বীৰেনেও বুজিলে লতিকাৰ ইচ্ছা। বীৰেনৰ মনত অভিমানে দেখা দিলে। একোকে প্ৰকাশ কৰি নক'লে। অন্নদা দেৱী আৰু লতিকা দুই তিনি দিনমান থকাৰ কথা আছিল। বীৰেনৰ মন বুজিবলৈ অন্নদা দেৱী এসপ্তাহকাল থাকিল। লতিকাও থাকিল।

লতিকাৰ লগত বীৰেনৰ বিয়াৰ প্ৰস্তাব হ'লে কোনো ফালৰপৰা কোনো আপত্তিৰ হেতু নাছিল। বীৰেনৰ মনৰ চুকত লতিকালৈ যে বিশেষ আকৰ্ষণ আছিল তাৰ গভীৰ অনুভূতিৰ পৰা বীৰেনৰ মনত যি অভিমানে পূৰ্ব্বৰপৰাই দেখা দিছিল, তাৰ তীব্ৰতা ক্ৰমে বাঢ়ি গ'ল। বীৰেনৰ বিচলিত মনোভাৱ মনতে গোপনে ৰাখিব লগা হোৱাত আন্তৰিক দুখ আৰু বেচি অসহনীয় হৈ উঠিল। বীৰেনে সুৰবালাৰ প্ৰতি তেনে আকৰ্ষণৰ কোনো লক্ষণ অন্তৰত অনুভৱ নকৰে। সুৰবালাৰ প্ৰতি গভীৰ প্ৰশংসা, আন্তৰিক প্ৰীতি আৰু স্নেহৰ অভাৱবোধ নকৰে; কিন্তু পত্নীৰ স্থানত বহুৱাবলৈ আগ্ৰহবোধ নকৰে। মাক আৰু লতিকা গুচি যোৱাৰ পাছতে বীৰেন বিমৰ্ষ আৰু উদ্বিগ্ন চিত্ত হৈ পৰিল।

## (এঘাৰ)

লতিকাও কম বিচলিত হোৱা নাই। লতিকাই সমস্ত ঘটনাৰ সৃষ্টি কৰিছে। লতিকাই বিয়াৰ প্ৰস্তাব দাঙি ধৰিছে দুয়োফালে। কিয় লতিকাৰ ইমান আগ্ৰহ? সুৰবালাক ভাল পায় সেইবাবে? সুৰবালাৰ বিয়াৰ বৰ লতিকাই কিয় স্থিৰ কৰিব লাগে? লতিকাই এনে কথা ভাবি মনে মনে অলপ লাজ পোৱা যেন পালে; কিন্তু এতিয়া লাজ পালেও উপায় নাই। লতিকা বহুত দূৰ আগবাঢ়ি গৈছে। সমাজৰ প্ৰতি লতিকাৰ ঘৃণা আহিছে। প্ৰেমানন্দৰ লগত নিজৰ নাম জড়িত হৈ পৰাত লাজ পাইছে। প্ৰেমানন্দক লতিকাই অকল বেয়াই নাপায়, ঘৃণাও কৰে। সামাজিক ভদ্ৰতা ৰক্ষা কৰিহে প্ৰেমানন্দৰ লগত কথা কয়; নহলে কথা পাতিবলৈকো ভাল নাপায়।

ৰামেশ্বৰ দত্তই ছোৱালীৰ বিয়াৰ বিষয়ে ভাবি একো ওৰ নাপায়। বীৰেনৰ লগত বিয়া দিয়া বেচি টান কথা নহ'ব বুলি ভাবি থৈছিল; কিন্তু লতিকাই কোনোমতে স্বীকাৰ নকৰে। দেউতাকে লতিকাক তাৰ বাবে বৰকৈ বকিছে এদিন। লতিকাই লুকাই কান্দিছে মাথোন। সিদিনাৰ পৰাই লতিকাই সুৰবালাৰ লগত বীৰেনৰ বিয়াৰ এই ভূমিকা গ্ৰহণ কৰিছে।

সুঁৰবালা বেচেৰীয়ে এইবোৰ কথাৰ কোনো উম্‌ঘাম্ নাপায়। সুৰবালাৰ প্ৰাণত বীৰেনৰ প্ৰতি প্ৰেম উপজিছে। পূৰ্ব্বৰ শ্ৰদ্ধা প্ৰেমত পৰিণত হৈছে। সুৰবালাই বীৰেনক পাব বুলি আশাও কৰিছে।

এই অৱস্থাত অন্নদা দেৱীয়ে লতিকাইতৰ ঘৰলৈ গৈ লতিকাক দাবী কৰিলে—ৰামেশ্বৰ দত্তৰ ওচৰত পূৰ্ব্বৰ কথা সোঁৱৰাই দি। দত্ত ডাঙৰীয়া খুচি হ'ল আৰু ৰায় বাহাদুৰৰ লগত কথা-বতৰা হ'ম বুলি অন্নদা দেৱীক কৈছিল, কিন্তু ছোৱালীৰ মনোগতি লক্ষ্য কৰি আগবাঢ়িব পৰা নাই। লতিকা অন্নদা দেৱীৰ প্ৰস্তাৱৰ কথা জানি অত্যন্ত সঙ্কুচিত হৈ গ'ল। এই কথাটো লৈ এনে এটি মানসিক অৱস্থাৰ সৃষ্টি হ'ল যে লতিকাৰ কাৰো ওচৰলৈ যাবৰ মন নোযোৱা হ'ল।

এনেতে এদিন বীৰেন আহিল। বীৰেন অতি ধীৰ, স্থিৰ প্ৰকৃতিৰ হ'লেও এই বিষয়ত বৰ অস্থিৰ হৈছে। বীৰেনৰ মনত সন্দেহ হৈছে, যে লতিকাই বীৰেনক এৰাব খুজিছে। সেইবাবে তাৰ বিয়াৰ এই ভূমিকা লৈছে। বীৰেনৰ মনৰ অশান্তি এটা জাগ্ৰত দুঃস্বপ্নৰ নিচিনা হৈছে। এটা বিষম সমস্যা যেন অনুভৱ কৰিছে। প্ৰেমৰ আহ্বান, অভিমানৰ গৰ্ব্ব, আত্ম-সন্মানৰ মৰ্য্যাদা প্ৰত্যেকটো অনুভূতি যেন পৰস্পৰ বিৰোধী। কি কৰা যায়—এনে অৱস্থাত। সমস্যাৰ বিশেষ কোনো সমাধান মনত উদয় হোৱাৰ আগতে প্ৰবৃত্তিৰ বশত লতিকাৰ ওচৰ পালেহি।

লতিকাৰ সেই সময়ত যি মানসিক অৱস্থা, তাৰফালে লক্ষ্য কৰি লতিকাই মনে মনে ভয় পালে। কোনেও কাৰো ওচৰত খোলামনে কথা কব নোৱাৰিলে। বীৰেন অহা বাবে লতিকাই স্বাভাৱিক আনন্দও প্ৰকাশ কৰিব নোৱাৰিলে। লতিকাক লগ পাই বীৰেনেও স্বাভাৱিক ভাৱে কথা আৰম্ভ কৰিব নোৱাৰিলে। এটা গম্ভীৰ পৰিস্থিতিৰ উদ্ভৱ হ'ল। দত্ত ডাঙৰীয়া ঘৰত নাছিল। লতিকাৰ মাকে যথাৰীতি অভ্যৰ্থনা কৰি বীৰেনক বিদায় দিলে। বীৰেন আৰু লতিকাৰ মাজত যি কথা হব লাগিছিল—সেই কথা নহ'ল। বীৰেন লজ্জিত মনে গুচি গ'ল। অপমানবোধ যে নহ'ল তেনে নহয়।

অন্নদা দেৱীয়ে লতিকাহঁতৰ ঘৰলৈ বীৰেন যোৱা বুলি জানিব পাৰি ভাল পাইছিল; কিন্তু বীৰেনক কোনো কথা নুসুধিলে। বীৰেনে একো কথা মাকক নোকোৱাত অন্নদা দেৱী অলপ চিন্তিত হ'ল। লতিকাৰ বিষয়ে কিবা কথা কোৱা স্বাভাৱিক আছিল। লতিকাৰ লগত বীৰেনৰ বিয়াৰ প্ৰস্তাৱ যে অন্নদা দেৱীয়ে চলাব ধৰিছে, সেই কথা বীৰেনক এতিয়াও জানিব দিয়া নাই। সেইবাবে কোনো ফালৰ পৰাই লতিকাৰ কথা নুঠিল।

অন্নদা দেৱীৰ প্ৰস্তাৱৰ পাছত লতিকাহঁতৰ ঘৰত অশান্তিৰ সৃষ্টি হ'ল। বাপেকে-মাকৰ কথা লতিকাই শুনিব খোজা নাই। বীৰেনৰ লগত বিয়াত লতিকা মান্তি হোৱা নাই। ৰামেশ্বৰ দত্তই খঙতে যিহকে পাইছে তাকে কৈছে লতিকাক। লতিকাই সহিছে, কিন্তু অকলে অকলে বৰকৈ কান্দিছে। লতিকাই নিজেই সুৰবালাৰ লগত বীৰেনৰ বিয়া প্ৰস্তাৱ দিছে। নিজে এতিয়া কইনা হব নোৱাৰে। লতিকাৰ মনত যে কি আদৰ্শই দেখা দিছে, তাক লতিকাই নিজেই বিশ্লেষণ কৰি উলিয়াব নোৱাৰে।

কিছুদিন পাচত বীৰেনে মাকক জনাই দিলে যে তেওঁলোকে য'তে বিয়াৰ বন্দৱস্ত কৰে, তাতেই বীৰেন ৰাজী হব। অন্নদা দেৱীয়ে সকলো কথা বুজি পাইছে। সুৰবালাৰ কথাও অন্নদা দেৱীয়ে ভাবিছে, কিন্তু ৰায়বাহাদুৰৰ আগত প্ৰস্তাৱ দিবলৈ সাহ কৰা নাই। বঙালী সম্প্ৰদায়ৰ ছোৱালী আনিব নে নানে, সেই বিষয়ে অন্নদা দেৱীৰ সন্দেহ আছে। লতিকাই যে সুৰবালাৰ লগত বীৰেনৰ বিয়াৰ প্ৰস্তাৱ দিছে তাৰপৰা অন্নদা দেৱীৰ সন্দেহ হৈছে যে বীৰেনৰ হয়তো তাত মন আছে। এই সমস্যা অন্নদা দেৱীৰ মনত নতুনকৈ উদয় হৈছে। সেইবাবে বীৰেনক কোনো কথা নুসুধি তেওঁ এদিন উত্তৰ গুৱাহাটীলৈ এজন নিজৰ মানুহক লগত লৈ গ'ল আৰু সুৰবালাহঁতৰ ঘৰত অতিথি হ'ল।

অন্নদা দেৱী যোৱা দেখি তেওঁলোক বৰ খুচি হ'ল। সুৰবালাই "আই" বুলি মাতি ভক্তি পৰি সেৱা কৰিলে। অন্নদা দেৱী দুই দিন তেওঁলোকৰ ঘৰত থাকিল। তেওঁলোকৰ ব্যৱহাৰ আৰু দৈনন্দিন জীৱনৰ পদ্ধতি দেখি সন্তুষ্ট হ'ল। সুৰবালাৰ

সকলো কাজ-কৰ্ম্ম আৰু আচৰণ লক্ষ্য কৰিলে। বীৰেনৰ লগত সুৰবালাৰ পৰিচয় কেনেকৈ হ'ল—সুৰবালাক সুধিলে। সুৰবালাই সকলো কথা বিবৰি ক'লে। লতিকাৰ বাহিৰে সুৰবালাৰ পক্ষৰ সকলো লোকৰ যে ইয়াত কোনো তলহতীয়া উদ্দেশ্য নাই, অন্নদা দেৱীয়ে বুজি পালে। বীৰেনৰ নিজৰো কোনো আপোন চেষ্টা বা ইচ্ছা প্ৰকাশ পোৱা নাই। ৰায়বাহাদুৰৰ যদি বিশেষ আপত্তি নহয়, এই বিয়া হব বুলি অন্নদা দেৱীয়ে ভাবি থ'লে।

ৰায়বাহাদুৰ যদিও পুৰণি লোক—অত্যন্ত তীক্ষ্ণ বুদ্ধিৰ। অৱস্থা বুজি তেওঁ মান্তি হ'ল। অন্নদা দেৱীয়ে ৰামেশ্বৰ দত্তক সকলো কথা বুজাই ক'লে, কাৰণ তেওঁ পূৰ্ব্বতে এই বিয়া স্থগিত ৰাখিছিল। লতিকা যদি মান্তি হয়, এতিয়াও তেওঁলোক ৰাজী আছে বুলি ক'লে।

ৰামেশ্বৰ দত্তৰ প্ৰাণত বৰ আঘাত লাগিল। লতিকাই নিজেই এনে এটি সুযোগ হেৰুৱাব খুজিছে। লতিকাহঁতৰ ঘৰত অশান্তিৰ মাত্ৰা বাঢ়ি উঠিল। লতিকা মহা বিমোৰত পৰিছে।

## (বাৰ)

জীৱনৰ বাট সকলোৰে পক্ষে সৰল নহয়। প্ৰকৃতি সৰল হ'লেও ঘটনা চক্ৰত পৰি মানুহৰ জীৱনধাৰা বক্ৰ গতিত বয়। লতিকাৰ মন সৰলতাপূৰ্ণ; কিন্তু জীৱন ক্ষেত্ৰত সদায় বৈষম্যপূৰ্ণ অৱস্থাত পৰে। জীৱনৰ অতীত কালছোৱাত সেয়েহে ঘটিছে। লতিকাৰ প্ৰফুল্ল মন, সজীৱ প্ৰাণ, বিনোদ স্বভাৱ আৰু মাৰ্জ্জিত ৰুচিয়ে লতিকাৰ দেহৰ জেউতি দুগুণে বঢ়াইছে। ঘটনাৰ বৈষম্যই ইমান দিনে প্ৰাণত কোনো আঘাত দিব পৰা নাই। স্থিৰ মনৰ বিচলিত ভাৱ কেতিয়াও কোনেও দেখা নাই। আজিও লতিকাৰ মনত যে কিবা বিচলিত ভাৱ আহিছে, তাক কোনেও বুজিব নোৱাৰে। শৰীৰ কিন্তু ক্ষীণ হৈছে, মুখ শুকান হৈছে। লতিকা আজি সঁচাকৈয়ে বিচলিত হৈছে। যি কাৰণত লতিকাৰ আজি এই বিচলিত ভাৱ, তাক লতিকাই কাৰো আগত প্ৰকাশ কৰিব নোৱাৰে। সুৰবালাৰ লগত বীৰেনৰ বিয়াৰ প্ৰস্তাৱ লতিকাই দিছে। লতিকাই যথেষ্ট অংশ গ্ৰহণ কৰিছে, যথেষ্ট চেষ্টা কৰিছে—বীৰেন আৰু সুৰবালাৰ এই মিলন ঘটাবলৈ।

কিন্তু—? আজি প্ৰাণত বেদনা অনুভৱ কৰিছে কিয়? বীৰেন আৰু সুৰবালাৰ বিয়া স্থিৰ হৈছে। বিয়াৰ দিনহে হোৱা নাই। এতিয়া লতিকাই প্ৰাণত বেদনা পায় কিয়?

লতিকাই নিজে বুজা নাছিল যে লতিকাই বীৰেনক ভাল পায়—ইমান গভীৰ ভাৱে। বুজা নাছিল যে বীৰেনেও লতিকাক ভাল পায় অন্তৰকৰণে।

আজি লতিকাৰ চকুৰ আগত দুটা বৈষম্যমূলক চিত্ৰ ভাহি উঠিছে। কিৰণ আৰু প্ৰেমানন্দৰ জীৱন যাত্ৰাৰ লগত অনিচ্ছাকৃত ভাৱে, অস্বাভাৱিক ধৰণে নিজৰ নাম জড়িত হৈছে। লতিকাৰ মানৰ ক্ষতি হৈছে, সুনামৰ ক্ষতি হৈছে। সমাজৰ মানুহৰ মনত স্থান নামি গৈছে। ই কম খেদৰ কথা নহয়!

এই খেদৰ বিষৰ জ্বালাই লতিকাৰ নিৰ্দোষ প্ৰাণত ক্ৰিয়া কৰি বীৰেন আৰু সুৰবালাৰ মিলন সম্ভাৱনাত যি আনন্দ পাব লাগিছিল—তাৰ হ্ৰাস ঘটাইছে। নহলে ই জানো ঈৰ্ষা? বীৰেন সুৰবালাৰ প্ৰাণৰ ধন, জীৱনৰ মাণিক, প্ৰেমৰ দুলাল আৰু সংসাৰ যাত্ৰাৰ পথিক হ'ব, তাকে দেখি লতিকাৰ ঈৰ্ষা হৈছে নেকি? নিজৰ হাতৰ মুঠিত যি ধন আছিল, সেই ধন সুৰবালাৰ হাতত তুলি দিবলৈ নিজে যি চেষ্টা কৰিছে, তাৰ বাবেতো অনুতাপ অহা নাই! তেন্তে প্ৰাণত কিহৰ জ্বালা, কিহৰ বেদনা অনুভৱ কৰে লতিকাই? সুৰবালাৰ জীৱনত সাৰ্থকতা আহিব, সুৰবালা সুখী হ'ব—এইটোৱেইতো বিচাৰিছিল লতিকাই। লতিকাই বুজিব নোৱাৰে ঈৰ্ষা নে সামাজিক অপমানৰ জ্বালা!!

কিন্তু—? প্ৰাণত যে এটি শূন্যতা আছে। সেই শূন্যতাৰ জ্বালা লতিকাই ইমান দিনে অনুভৱ কৰা নাছিল। আজি সুৰবালাৰ লগত সম্ভাব্য বিচ্ছেদেই সেই শূন্যতাৰ প্ৰকৃত অনুভূতি আনিছে অন্তৰলৈ। যিমানেই সবল মন নহওক নাৰীৰ—নাৰীক লাগে অৱলম্বন, পুৰুষৰ সাহচৰ্য্য।

নিজৰ মন পুনঃ পুনঃ বিশ্লেষণ কৰি লতিকাই আৱিষ্কাৰ কৰিলে যে অন্তৰত এটা শূন্যতা বিৰাজ কৰিছে। শান্ত্বনা আহিল যে সুৰবালাৰ প্ৰতি ঈৰ্ষা নহয়, সমাজৰ অপপ্ৰচাৰো ইয়াৰ কাৰণ নহয়। সুৰবালাৰ প্ৰতি ঈৰ্ষা যে নহয়, এই ভাৱত লতিকাৰ প্ৰাণৰ মলিনতা আঁতৰিল। মনৰ সুস্থিৰতা কিছু পৰিমাণে ঘুৰাই পালে।

কিন্তু তথাপিতো—অশান্তিৰ ভাব আছে। বীৰেনৰ প্ৰতি আন্তৰিক প্ৰেম! বীৰেনৰ কথা মনলৈ আহিলেইতো শূন্যতাৰ জ্বালা বাঢ়ে। বীৰেনক আজিও লতিকাই পাব পাৰে; কিন্তু—কিন্তু—সেইটোতো এতিয়া উচিত নহয়। লতিকাই আৱিষ্কাৰ কৰিলে—লতিকাই নিজক প্ৰৱঞ্চনা কৰিছে। ই জানো উচিত হৈছে? লতিকাই ভাৱে। ভাৱনাৰ শেষ নহয়।

কি নিৰ্ব্বিকাৰ পুৰুষ বীৰেন। সুৰবালাৰ লগত বিয়া হ'লেও আপত্তি নাই, লতিকাৰ লগত বিয়া হ'লেও আপত্তি নাই। লতিকাই জানে—বীৰেনে লতিকাক ভাল পায়, বীৰেনে লতিকাক আকাংক্ষা কৰে; যদি লতিকাৰ ঈৰ্ষাই হ'লহেঁতেন সুৰবালাৰ প্ৰতি—তেতিয়া হ'লে বীৰেনৰ এই নিৰ্ব্বিকাৰ মনোভাৱত লতিকাৰ প্ৰাণত বীৰেনৰ প্ৰতি শ্ৰদ্ধাৰ মাত্ৰা বঢ়ায় কিয়? শ্ৰদ্ধা বাঢ়ে নে প্ৰেম নিবিড়তৰ হয়? লতিকাৰ মন এইদৰে পুনঃ পুনঃ অস্থিৰ হয়। চিন্তাৰ ওৰ নাই। ভাৱৰ

স্থিৰতা নাই। লতিকাই শূন্যময় দেখিছে—গোটেই জগতখনকে। এনে এটি অস্থিৰ অৱস্থাৰ মাজত পৰি লতিকাৰ বিছনাত টোপনি আহিছে। সপোন দেখিছে। সপোনত বীৰেনৰ লগত কথা পাতিছে। "নহয়, বীৰেন দা! সেইটো হব নোৱাৰে।" সপোনতে কৈছে।

বীৰেন লতিকাৰ ঘৰৰ দুৱাৰ মুখলৈ আহি শুনিলে—"নহয় বীৰেন দা। সেইটো হব নোৱাৰে।" বীৰেন আচৰিত হ'ল। বীৰেনে পৰ্দ্দা গুচাই দেখিলে—লতিকা টোপনি গৈছে। লতিকাৰ মুখত এটা উদ্বেগ, এটা দুশ্চিন্তাৰ ছাপ বীৰেনে স্পষ্ট দেখিলে। বীৰেনে লতিকাৰ মুখখন ভালকৈ চালে। মনত এটা দুখৰ অনুভূতি আহিল।

বীৰেনৰ বিয়াৰ স্থিৰ হৈছে। বীৰেনে এতিয়াহে বুজিছে যে জীৱনৰ এটা বিশেষ সন্ধিক্ষণ উপস্থিত হৈছে। ইমান দিনে বীৰেনে নিজৰ বিয়াৰ কথা ইমান গধুৰভাৱে ভবা নাছিল। আজি ভাবিছে।

বীৰেনে সুৰবালাক ভাল পায়। বীৰেনে সুৰবালাক গ্ৰহণ কৰাত আপত্তি নাই; কিন্তু তথাপিও আজি বীৰেনৰ প্ৰাণত এটা বেদনাৰ অনুভূতি উঠিছে কিয়? বীৰেনে নিজৰ মনৰ গভীৰতম প্ৰদেশ অন্বেষণ কৰিব ধৰিলে। দেখিলে তাত সুৰবালাৰ প্ৰতিমূৰ্ত্তি নাই, আছে লতিকাৰ। অকল সেয়ে নহয়, বীৰেনে নতুন তথ্য আবিষ্কাৰ কৰিছে। লতিকাৰ সমস্ত কাৰ্য্যকলাপ বিশ্লেষণ কৰি চাইছে। প্ৰতিটো কথা, প্ৰতিটো মন্তব্য, তৰ্ক যুক্তিৰ সমস্ত ধাৰা, ঘটনাৱলীৰ কাৰণ আৰু পৰিণতি একোৱেই বীৰেনৰ মনৰ বিশ্লেষণ ক্ষেত্ৰৰপৰা বাদ নপৰিল। আবিষ্কৃত হ'ল—বীৰেনৰ প্ৰতি লতিকাৰ প্ৰেম, লতিকাৰ প্ৰতি বীৰেনৰ প্ৰেম। বীৰেন বিচলিত হ'ল। বীৰেনৰ কৰ্তব্যজ্ঞান সচকিত হৈ উঠিল। বীৰেন অন্ধৰ নিচিনা চলিছে বুলি নিজকে ধিক্কাৰ দিছে। বীৰেনে ভাবিলে—লতিকাই অভিনৱ উপায়ে প্ৰেম নিবেদন কৰিছে। বীৰেনে ধৰিব পৰা নাই। পিতৃ-মাতৃৰ প্ৰতি কৰ্ত্তব্য কৰিবলৈ বীৰেনে বিয়া কৰাব খুজিছে। লতিকাই বিয়াত অস্বীকাৰ কৰাত সুৰবালা স্থিৰ হৈছে; কিন্তু লতিকাই যে বীৰেনক ইমান ভাল পায়—এই কথা বীৰেনে ইমান দিনে বুজা নাই। বুজা হ'লেতো এনে এটি সমস্যাৰ সন্মুখীন হব নালাগিলহেঁতেন। বীৰেনে এতিয়া কৰে কি? বীৰেন আজি সেইবাবেই লতিকাৰ ওচৰলৈ আহিছে। লতিকাৰ কমৰ ভিতৰলৈ যোৱাৰ আগতে শুনিলে—"নহয় বীৰেনদা, সেইটো হব নোৱাৰে।" ই যেন আকাশবাণীহে—জীৱনৰ প্ৰশ্নৰহে উত্তৰ। বীৰেন আচৰিত হোৱাই নহয়—মৰ্মাহতো হ'ল। ক্ৰমে যেতিয়া বুজিলে যে লতিকাই সপোনতে এই কথা কৈছে, তেতিয়া যেন অলপ আশ্বস্ত হ'ল। লতিকাৰ এই কথা বীৰেনৰ প্ৰশ্নৰ উত্তৰ নহ'বও পাৰে, এই ভাবি।

বীৰেনে লতিকাক মাতিলে। লতিকা উঠিল। সপোনত বীৰেনৰ লগত কথা

পাতিছে; দিঠকক বীৰেনক দেখি লতিকাই লাজ পালে। "কি বীৰেনদা! কিয় আহিছা?" বুলি সুধিলে।

"তুমি এই সময়ত আবেলি পৰত কিয় শুইছা? কিবা অসুখ হৈছে নেকি?"

"নাই হোৱা, একো অসুখ হোৱা নাই। এনেয়ে বিছনাত বাগৰ দিছিলোঁ— টোপনি আহিল, কৰবই নোৱাৰিলো। বহা বীৰেনদা! মই চাহ কৰি আনোঁ।"

বীৰেন বহিল। লতিকাই চাহ আনিলে। দুয়ো কথা পাতি চাহ খালে, কিন্তু আচল কথা কোনেও নুলিয়ালে। বীৰেন লাহে লাহে উঠি গ'ল। লতিকাই হাক নিদিলে।

বীৰেন যোৱাৰ পাচত লতিকাই অনুভৱ কৰিলে যে বীৰেনৰ কিবা কথা কবলগীয়া আছিল। লতিকা ওৰে দিনটো বীৰেনৰ কথাকেই ভাবিছে। বীৰেন উঠি যোৱাৰ পাচত পুনৰায় বীৰেনৰ ওচৰলৈ যাবৰ মন গ'ল। লতিকাৰ গোটেই প্ৰাণ-মন, আকাশ-বতাহ বীৰেনময় হৈ গৈছে। গতিকে বীৰেনৰ ওচৰলৈ যাবলৈ প্ৰবল হেপাহ এটিয়ে আহি মনত বৰকৈ খুন্দিযাব ধৰিলে। লতিকা বীৰেনৰ ওচৰলৈ গ'ল।

তেতিয়া সন্ধ্যা সময়। বীৰেন আন্ধাৰ ঘৰত অকলে বিছনাত শুই আছে। কিংকৰ্ত্তব্যবিমূঢ়তাই বীৰেনক বিচলিত কৰি তুলিছে। বহু কথাই মনলৈ আহিছে। কিৰণ প্ৰেমানন্দৰ কথাও বাদ পৰা নাই। সুৰবালাক বিয়া কৰিলে যে দেউতাক খুচি নহব সেই কথাও মনলৈ নহাকৈ থকা নাই। দেউতাক বৃদ্ধ হৈ আহিছে। আগৰদৰে মনৰ উৎসাহো নাই, শৰীৰৰ সবলতাও নাই। দেউতাকে বীৰেনৰ বিয়াৰ কথা কোনো দিনেই নুলিয়ায়। দেউতাকৰ মনত যে ক্ষুণ্ণ ভাব আছে, সেইটো বুজা যায়।

লতিকাই "বীৰেনদা" বুলি মাতিলে। বীৰেনে ততালিকে উঠি চাকৰজনক মাতিলে আৰু লেম্পটো জ্বলাই দিবলৈ কৈ লতিকাক বহিবলৈ ক'লে।

বীৰেনে হাঁহি হাঁহি লতিকাক সুধিলে—"তুমি কি সপোন দেখিছিলা লতিকা?"

লতিকা উচপ্ খাই উঠিল। "মোৰ সপোনৰ কথা তুমি কেনেকৈ জানিলা, বীৰেনদা?"

বীৰেনে লতিকাৰ ওচৰলৈ গৈয়ো নিজৰ কবলগীয়া কথা নোকোৱাকৈ ঘূৰি আহিছে—সেইবাবে বীৰেনৰ মনটো খুঁতখুঁত কৈ আছিল। লতিকা অহা দেখি সেই প্ৰশ্নৰ অৱতাৰণা কৰিছে এতিয়া।

"মই গে শুনিলোঁ—'নহয় বীৰেনদা! সেইটো হব নোৱাৰে।' তুমি আপোনিতে এইদৰে কৈছিলা।"

লতিকাৰ মুখখন লাজতে ৰঙা পৰিল। বীৰেনে লক্ষ্য কৰিলে—লতিকাৰ

মুখত এটি নতুন আভা আহিছে। বিষাদৰ ছাঁও তাত আছে, লাজৰ অভিব্যক্তিও তাত আছে। লতিকাই কোনো উত্তৰ নিদিলে।

বীৰেনে পুনঃ সুধিলে—"তোমাৰ সপোনৰ কথা কোৱাত কিবা আপত্তি থাকিলে কব নালাগে। ই সপোনহে। তাতে আকৌ অসময়ৰ টোপনিৰ সপোন। সপোনত মোৰ মুঠেও বিশ্বাস নাই।" লতিকা অপ্ৰস্তুত হোৱা যেন দেখি বীৰেনে এইদৰে ক'লে। সপোনত যি কথা লতিকাই কৈছিল— সেই কথাই যে লতিকাৰ মনৰ ভাৱ সম্পূৰ্ণ প্ৰকাশ কৰিছে, তাত বীৰেনৰ অকণো সন্দেহ নাছিল—সম্পূৰ্ণ বিশ্বাস কৰিছিল যে লতিকাৰ বীৰেনৰ লগত বিয়াত সন্মতি নাই।

লতিকাই ইতিমধ্যে আত্মসম্বৰণ কৰিছে। মনৰ বিচলিত ভাৱ প্ৰকাশ নকৰিবলৈ স্থিৰতা লাভ কৰিছে। বীৰেনক সুধিলে—"তোমালোকৰ বিয়াৰ দিন স্থিৰ কৰা সম্পৰ্কে কিবা ভাবিছানে দাদা?"

"নাই ভবা লতিকা। বিয়াৰ দিন স্থিৰ কৰিবৰ সময় অহা নাই। এই বিয়া হয় নে নহয় সেইটোহে ভাবিবলগীয়া হৈছে।"

"ইটো আকৌ কি কথা কৈছা দাদা? এতিয়াও এই বিয়া হয় নে নহয় ভাবিবৰ সময় আছেনে? প্ৰস্তাৱ যেতিয়া উভয় পক্ষত গৃহীত হৈছে—এতিয়াতো সেই প্ৰশ্ন নুঠে।"

"তোমালোকে প্ৰস্তাৱ তুলিছা, স্থিৰ কৰিছা, কিন্তু মই জানো তোমালোকক মোৰ সন্মতি দিছোঁ?"

কি দিয়া নাই? তুমি জানো দেউতাৰ ওচৰত তোমাৰ মতামতৰ সকলো দায়িত্ব দিয়া নাই?"

"দিছোঁ, কিন্তু সেইটো কিহৰ উপৰত নিৰ্ভৰ কৰি দিছিলোঁ— তেওঁলোকৰ সুখ-শান্তি য'তে হয়, তাতে স্থিৰ কৰিবলৈ মত দিছিলোঁ। তুমি কব পাৰানে তেওঁলোক এই বিয়াত সুখী হব?

"এতিয়া আকৌ কি হ'ল? কিয় সুখী নহব?"

"সেই কথা তোমাক কিয় লাগে লতিকা? তুমি যদি চিৰদিন তোমাৰ মনৰ কথা লুকাই ৰাখিব খোজা, আনৰ মনৰ কথাৰ সন্ধেদ লবৰ যত্ন কৰা কিয়?

লতিকাই বিষম আঘাত পালে। চকুত পানী আহিল। "মইতো কোনো কথা লুকাই ৰখা নাই, দাদা। মোৰ জীৱনৰ কোনটো কথা তোমালোকৰ অবিদিত আছে?" লতিকাই কান্দি পেলালে।

"আছে—লতিকা, তোমাৰ প্ৰাণৰ কথা মনৰ গোপনগৃহত লুকাই আছে। এতিয়া তুমি ধৰা পৰিছা।"

লতিকাই উচুপি উচুপি কান্দিবলৈ ধৰিলে।

বীৰেনে ক'লে—বিনা কাৰণত নিৰ্দোষ প্ৰাণ এটি মৰহি যাবলৈ দিব

নোৱাৰি। যদি এটি প্ৰাণ মৰহি যায়, যাক উদ্দেশ্য কৰি এই প্ৰাণ মৰহিবলৈ ইচ্ছা কৰিছে, সেইজনৰ প্ৰাণো মৰহি যাব। ই যদি ত্যাগ হয়, সেই ত্যাগৰ মূল্য বুজা লোক আছে জগতত। লতিকা, ই তোমাৰ ত্যাগ নহয়, বান্ধৱীৰ প্ৰতি প্ৰীতিও নহয়, ই আত্মপ্ৰবঞ্চনা। তোমাৰ অগ্ৰসৰত বাধা দিয়া উচিত আছিল, কিন্তু মোৰ উদাসীন প্ৰকৃতিয়ে ইমান দ'কৈ এইবোৰ কথা ভবাত বাধা দিছিল। মই বুজা নাছিলোঁ তোমাৰ উদ্দেশ্য। তুমি যে ইমান চতুৰালি কৰিবা, নিজক বঞ্চিত কৰিবলৈ—মই বুজা নাছিলোঁ। তুমি যে স্বাভাৱিক ৰীতিৰ বহিৰ্ভূত হৈ চলিবা এই কথা নুবুজাত মই ভুল কৰিছিলোঁ। তোমাৰ চতুৰালি মই এতিয়া ধৰিব পাৰিছোঁ। মই সাৱধান হব লাগিব—তোমাৰ দেখুৱাই দিয়া এই পথত চলিবলৈ। অন্তৰৰ এনে এটি সুকোমল বৃত্তিৰ লগত তুমি কিয় যে চতুৰালি কৰিছা—মই নুবুজোঁ। অদ্ভুত নাৰী চৰিত্ৰ! কোন নাৰীয়ে ইমান আত্মপ্ৰবঞ্চনা কৰে? উপন্যাস সাহিত্যতো এনে চৰিত্ৰ পোৱা নাই। নাৰীয়ে ত্যাগ কৰে, প্ৰিয়জনৰ সুখ কামনা কৰে—নিজৰ দুখ বৰণ কৰিও; কিন্তু অনাহকত খেয়ালৰ বশবৰ্ত্তিনী হৈ কোনো নাৰীয়ে নিজক বঞ্চিত নকৰে। ই প্ৰিয়জনৰ সুখৰ হকে কৰা ত্যাগ নহয়। তোমাৰ ভুল হৈছে। এই ভুলৰ বাবে হয়তো তোমাৰ বান্ধৱীৰ প্ৰাণতো আঘাত আহিব পাৰে। তোমাৰ নিচিনা শিক্ষিতা বুদ্ধিমতী নাৰীয়ে এনে ভুল কৰিব বুলি কোনে ভাবিব পাৰে?"

ই তিৰস্কাৰ। (প্ৰাণ মন্তোৱা) তিৰস্কাৰ। লতিকাই সহিব নোৱাৰি ৰীৰেনৰ কোলাত মূৰ থৈ কান্দিব ধৰিলে। উচুপি উচুপি বহুপৰলৈকে কান্দিলে।

## (তেৰ)

প্ৰেমানন্দৰ দুৰ্ঘোৰ পৰিবৰ্ত্তন ঘটিছে। প্ৰেমানন্দই বাহিৰৰ সমস্ত লেঠা চুকাই দিছে। কিছু মাটি বিক্ৰী কৰি দি ধাৰধুৰ মাৰি লৈছে। এতিয়া নিজৰ কৰ্ত্তব্য—খেতি-বাতি কৰাত মন দিছে। চৰকাৰৰ পৰা কৃষিঋণ লৈ সকলো প্ৰকাৰ খেতিৰ ব্যৱস্থা কৰিছে। অতি সংযত জীৱন-যাপন কৰিছে। নিজৰ ঘৰতে এটি দেৱ-মন্দিৰ স্থাপন কৰিছে। পুৱা-গধূলি মন্দিৰত সোমাই প্ৰাৰ্থনা কৰে। আগৰ সঙ্গীবিলাকৰ সঙ্গ ত্যাগ কৰিছে। দেৱ-মন্দিৰত ৰাধা-কৃষ্ণৰ বিগ্ৰহ স্থাপন কৰিছে। দৈনিক পূজাৰ ব্যৱস্থা কৰিছে। পূজাৰীজন বৰ সাত্ত্বিক আৰু সংস্কৃতজ্ঞ পণ্ডিত মানুহ। এওঁৰ লগতে নিতৌ গধূলি ধৰ্ম্ম-চৰ্চ্চা কৰে। গীতা-ভাগৱত পাঠ হয়। আগৰ সঙ্গীবিলাকে ভণ্ডতপস্বী বুলি নিন্দা কৰে। প্ৰেমানন্দৰ গাত সেইবোৰ কথাৰ সাঁচ নবহে।

কিমানৰ ঘৰত বহুতদিন অন্যায়ী মানুহৰ সভা বহিছিল নিতৌ গধূলি।

বিহাৰীলাল তালৈ নাযায়। বিহাৰীলালৰ লগত কিৰণৰ এতিয়া কোনো সম্বন্ধ নাই। অৰ্থৰ অনাটন অনভৱ কৰাত এতিয়া সান্ধ্য সম্মিলন বন্ধ হৈছে। কিৰণে নিজেই বন্ধ কৰি দিছে।

কিৰণৰ স্থান ভাল সমাজত নোহোৱা হ'ল। প্ৰেমানন্দৰ স্ত্ৰী হিচাবে যি সমাজত স্থান আছিল—সেই সমাজৰ পৰাও ক্ৰমে ক্ৰমে সেই স্থান আঁতৰি গ'ল। কিৰণৰ যে এনে এটি সামাজিক অৱস্থা হব, তাক তাই ভাবিবই নোৱাৰিছিল।

লাস-বিলাসৰ মাজত থাকি এতিয়া দীন বা হীনভাৱে থাকিবলৈকো টান পাইছে আৰু লাস-বিলাসৰ মাজত থাকি নিজৰ স্থান আৰু মান বঢ়াবলৈ সামাজিক পৰিবেশো এতিয়া নাই। পুৰুষৰ অৱলম্বনত নাৰীৰ প্ৰতিষ্ঠা বাঢ়ে। পুৰুষহীনা নাৰীৰ স্বকীয় স্থান হয়—চৰিত্ৰৰ মহিমাত, নিজৰ সামাজিক উপযোগিতাৰ গৌৰৱত। কিৰণৰ কোনো ফালেই কোনো সুকৰ্ম্ম বা সুখ্যাতিৰ প্ৰতিষ্ঠা নাই। কিৰণৰ ওচৰলৈ যে কোনো মানুহ একেবাৰেই নাহে তেনে নহয়; কিন্তু যিবিলাক মানুহৰ সমাগম হয়, সেইবিলাক মানুহৰ সঙ্গ কিৰণে ভাল নাপায়। এনে কোনো মানুহ কিৰণে পোৱা নাই, যাৰ আশ্ৰয়ত কিৰণে পুনঃ সামাজিক প্ৰতিষ্ঠা লাভ কৰিব পাৰে।

## (চৈধ্য)

ৰায় বাহাদুৰ নৰিয়া পাটিত পৰিল। অন্নদা দেৱী বৰ চিন্তান্বিতা হ'ল। সেৱা-শুশ্ৰূষাৰ বাবে লতিকা আহি যোগ দিছে। কোমৰৰ বেদনাক আশ্ৰয় কৰি বাত বেমাৰত উঠিব নোৱাৰা হৈ পৰি আছে ৰায় বাহাদুৰ যোৱা এমাহ ধৰি। ডাঃ পৰিমল ৰায়ে চিকিৎসা কৰিছে। ডাঃ পৰিমল ৰায় পাকিস্তানৰ পৰা আহি বৰমাত স্থায়ী ভাৱে বসতি কৰিছে। অসমীয়াৰ লগত অসমীয়া হৈ গৈছে। পাকিস্তানত থাকোঁতেই নিজৰ স্ত্ৰীৰ লগত বিচ্ছেদ হৈছে—হিন্দু-মুছলমানৰ সংঘৰ্ষৰ ভিতৰত। বলাৎকাৰ কৰি মুছলমানে তেওঁৰ স্ত্ৰীক কাঢ়ি লৈ গৈছে। কেৱল মাকক লগত লৈ তেওঁ অসমলৈ আহে। স্ত্ৰীৰ কোনো খবৰ নাপায়। যথেষ্ট অনুসন্ধান কৰিছিল, কিন্তু কোনো খবৰ নাপালে। চৰকাৰী সাহায্যত বৰমাত ঘৰ-দুৱাৰ মাটি-বাৰী কৰি লৈছে। মাকৰ নানা প্ৰকাৰ অনুৰোধ-উপৰোধ স্বত্বেও পুনঃ বিবাহ কৰা নাই। পাকিস্তানৰ দুখৰ কাহিনীয়ে মনত গভীৰ দাগ বহুৱাই দিছে। স্ত্ৰী যে ঘূৰি আহিব তেনে আশা কৰা নাই; তথাপিও পত্নী-প্ৰেম পাহৰিব নোৱাৰি এতিয়াও বিয়া কৰোৱা নাই। চিকিৎসাত যথেষ্ট নাম কৰিছে। ৰায় বাহাদুৰৰ পক্ষাঘাত বেমাৰ হব পাৰে বুলি সন্দেহ কৰিছে। ৰায় বাহাদুৰক চিকিৎসা কৰিবলৈ আহোঁতে লতিকাৰ লগত পৰিচয় হয়। ওচৰা-ওচৰি গাঁৱত থকা বাবে উভয়ে উভয়ৰ নাম

শুনিছিল, কিন্তু পৰিচয় হোৱা নাছিল। বীৰেনে এতিয়া ঘৰৰ পৰাই স্কুললৈ অহা-যোৱা কৰে। পিতাকৰ বেমাৰৰ সময়ত স্কুলৰ ঘৰত থকা নাই। বীৰেনো বৰ চিন্তাগ্ৰস্ত আৰু উদ্বিগ্ন হৈছে। বীৰেনৰ বিয়াৰ প্ৰশ্ন তল পৰি গৈছে। এই সময়ত কোনেও সেই প্ৰশ্ন উত্থাপন কৰিবলৈ সাহ পোৱা নাই বা আৱশ্যকবোধ কৰা নাই।

## (পোন্ধৰ)

প্ৰেমানন্দই ক্ৰমে ক্ৰমে যুৱকদলৰ মাজত প্ৰিয় হৈ উঠিল। গাঁৱলীয়া অনুষ্ঠানবোৰত যথেষ্ট দান দিয়ে। কেইবাটিও অনুষ্ঠানৰ সভাপতি হ'ল। গাঁৱত ডাক্তৰখানা পতা, স্কুল পতা, লাইব্ৰেৰী স্থাপন কৰা, পুখুৰী খনা ইত্যাদি কামবোৰত প্ৰেমানন্দই যুৱকদলক উৎসাহ দিবলৈ ধৰিলে আৰু যথাসাধ্য আৰ্থিক সাহায্য দিবলৈকো আৰম্ভ কৰিলে। এই কামবোৰত যোগ দিয়াত প্ৰেমানন্দৰ মাটিৰ উৎপন্নও বাঢ়ি যাব ধৰিলে। ৰায়তবিলাকে এতিয়া প্ৰেমানন্দৰ প্ৰাপ্য নিয়মমতে আদায় কৰে। প্ৰেমানন্দৰ নিজৰ বেছি একো অভাৱ নাই। ঘৰত পৰিয়াল নাই। দুই এজন দুখীয়া স্কুলৰ ছাত্ৰ ঘৰতে ৰাখি পঢ়া খৰচ দিয়ে। সিহঁতেই ঘৰখন চলায়। সাধু-সন্ন্যাসীৰ সমাগমো মাজে মাজে হয়। প্ৰেমানন্দৰ চৰিত্ৰ সম্পূৰ্ণ সংশোধিত হৈ গৈছে। সমাজত এতিয়া প্ৰেমানন্দৰ প্ৰতিষ্ঠা অপ্ৰতিহত। বীৰেনে যি আদৰ্শ লৈ হাইস্কুলৰ হেড্‌মাষ্টৰ হৈছিল—সেই আদৰ্শ প্ৰেমানন্দই কাৰ্য্যত ফলিয়াই তুলিলে।

বীৰেন বৰ খুচি হৈ এদিন প্ৰেমানন্দৰ ওচৰলৈ আহি উৎসাহিত কৰিলে আৰু পিতাকৰ বেমাৰৰ বাবে যে নিজে আহি বীৰেনৰ কামবোৰত যোগ দিব পৰা নাই তাৰ বাবে দুখ প্ৰকাশ কৰিলে। খুৰাকৰ বেমাৰৰ খবৰ পাই প্ৰেমানন্দ বিচলিত হ'ল আৰু বীৰেনৰ লগতে বীৰেনহঁতৰ ঘৰলৈ আহিল।

ইতিমধ্যে লতিকাই ৰায় বাহাদুৰৰ ওচৰত প্ৰেমানন্দৰ সকলো কাহিনী বিবৰি কৈছিল। কিৰণৰ হাতৰপৰা প্ৰেমানন্দ উদ্ধাৰ পোৱাত ৰায় বাহাদুৰ বৰ খুচি হৈছিল। প্ৰেমানন্দৰ সমাজ-সেৱাৰ কথা শুনিও ৰায় বাহাদুৰ বৰ খুচি হৈছিল। বুনিয়াদী বংশৰ মানুহ ৰায় বাহাদুৰ। সমাজৰ উপকাৰ কৰা বংশগত স্বভাৱ তেওঁলোকৰ। বুনিয়াদী বংশৰ বংশধৰসকলৰ হাড়ে-মগজুৱে সমাজ-সেৱাৰ বৃত্তি লাগি আছে। গাঁৱত যিবিলাক উচ্চ ঘৰ আছিল, সেইবিলাক উচ্চ ঘৰক আশ্ৰয় কৰি বহু পৰিয়াল লালিত-পালিত হয়। এইদৰে সমাজ চলাত কেতিয়াও কাকো দমন কৰা ভাৱ বা আন্তৰিক অশ্ৰদ্ধাৰ ভাৱ কাৰো প্ৰতি কাৰো নাছিল। উচ্চ ঘৰৰ আশ্ৰয়ত অভাৱ-অভিযোগ পূৰণ হয়—এই কথা যেন নীহ

ঘৰৰ জন্মগত স্বত্ব আছিল। কোনো কোনো ক্ষেত্ৰত দাবী ৰূপেও পৰিগণিত হৈছিল। নতুন সমাজ ব্যৱস্থাত ই যে নতুন ৰূপ লৈছে—ৰায় বাহাদুৰে বুজি পাইছিল আৰু নিজৰ বংশৰে ল'ৰা এজনৰ হাতত পুৰুষানুক্ৰমিক মনোবৃত্তিয়ে সফলতা আনি দিছে—এই ভাবত ৰায় বাহাদুৰে স্বৰ্গগত পিতৃ-পিতামহৰ ওচৰত মুৰ দোঁৱালে, ভগৱানৰ আশীৰ্ব্বাদ বুলি ভাবিলে।

এনে সময়ত প্ৰেমানন্দই আহি খুৰাদেউ বুলি মাত লগাই দুয়োখন ভৰিত ধৰি কান্দিব ধৰিলে। ক'লে—"খুৰাদেউ! আপুনি আমাক এৰি যাবলৈ ওলাইছে?

আৰু কিমান দিন থাকিম বোপা? যাবৰ সময় হৈছে। তোৰ যে মতি-গতি ফিৰিছে—সেয়ে মোৰ অশেষ সান্ত্বনা। তোক যে সমাজত এজন মানুহ হিচাবে দেখা পাম এনে আশা মোৰ নাছিল। আজি তোৰ স্বভাব-চৰিত্ৰ আৰু কাৰ্য্য-কলাপৰ বাতৰি পাই বৰ আনন্দ পাইছোঁ। পিতৃ-পিতামহৰ ধৰ্ম্মৰ বলত তোৰ মতি-গতি ফিৰিছে—ই যে কিমান সুখৰ কথা তাক মই কেনেকৈ প্ৰকাশ কৰিম! বীৰেন মোৰ উপযুক্ত হৈছে। তয়োঁ যে উপযুক্ত হৈ উঠিছ, পিতৃহৃদয়ত ই যে কি আনন্দৰ ঢৌ তুলিছে—তাক প্ৰকাশ কৰিব নোৱাৰোঁ"—এই বুলি ৰায় বাহাদুৰে আনন্দৰ অশ্ৰু পেলাব ধৰিলে।

ৰায় বাহাদুৰৰ কথাত প্ৰেমানন্দও বিচলিত হ'ল। পিতৃ-হৃদয়ৰ আনন্দৰ উচ্ছ্বাস অবাধ্য সন্তানে প্ৰত্যাবৰ্ত্তনৰ সময়ত কি গভীৰ কৃতজ্ঞতাৰে গ্ৰহণ কৰে আৰু অনুভূতি যে কিমান মৰ্ম্মস্পৰ্শী হয় তাক কল্পনা কৰা বৰ সহজ নহয়।

আভিজাত্যাভিমানী ৰায় বাহাদুৰৰ প্ৰাণত ই কম উচ্ছ্বাস নহয়। এই আনন্দই ৰায় বাহাদুৰৰ হৃদ্‌যন্ত্ৰত উত্তেজনা আনি দিলে। ৰোগৰ গতিয়ে মোৰ সলালে। ই ক্ৰমে বেয়াৰ ফাললৈ আহিল। ডাঃ পৰিমল ৰায়ে আহি ক'লে যে—আকস্মিক উত্তেজনাৰ পৰা ৰোগৰ বৃদ্ধি পালে। প্ৰেমানন্দই বৰ আঘাত পালে মনত যে তাৰ কাৰণেহে ৰায় বাহাদুৰৰ ৰোগ বৃদ্ধি পালে।

ডাঃ ৰায়ে ক'লে—"সেইটো একো দোষৰ কথা হোৱা নাই। আপোনজনৰ আগমনত ৰোগীয়ে এনেদৰে উত্তেজিত হোৱা নতুন কথা নহয়। ৰায় বাহাদুৰৰ অন্তৰত কোনো কথা হয়তো অৱদমিত হৈ আছিল। আপোনাৰ সংস্পৰ্শত সেই কথাই মুৰ দাঙি উঠিল। এই বিষয়ে সাৱধান হোৱা সম্ভৱ নহয়। আপোনাৰ বিষয়ে ইয়াৰ আগতে বহু কথা ৰায় বাহাদুৰৰ কাণত পৰিছে। লতিকা দেৱীয়ে মোক কৈছে। আপুনি ৰায় বাহাদুৰৰ আতুৰ অৱস্থাত দেখা কৰা নাই। কোনো অস্বাভাৱিক উপায়ৰ দ্বাৰা হে এই উত্তেজনা আহিছে। মোৰ মনে কয়—ৰায় বাহাদুৰৰ এই উত্তেজনা কমিলে ৰোগৰ বৃদ্ধি কমি যাব। এই বাবে ভয় কৰিবৰ একো কাৰণ হোৱা নাই। সঁচাকৈয়ে সেয়ে হ'ল। উত্তেজনাৰ ফলত যি গভীৰ

টোপনি আহিল ৰায় বাহাদুৰৰ, সাৰ পোৱাৰ লগে লগে ৰোগৰ উপশম হৈ আহিল বহুখিনি। সকলোৰে মনত আশাৰ সঞ্চাৰ হ'ল। ৰায় বাহাদুৰ ক্ৰমে ক্ৰমে সুস্থ হৈ আহিল। আনন্দৰ উত্তেজনাই দৰবৰ কাম কৰিলে। মনৰ শান্তিয়ে ৰোগৰ উপশম আনিলে। ৰায় বাহাদুৰ উঠি বহিল।

ৰায় বাহাদুৰৰ বেমাৰৰ আলম লৈ, লতিকা আৰু প্ৰেমানন্দৰ ভিতৰত পুনৰায় ঘনিষ্ঠতা আহিল। ডাঃ ৰায়ৰ লগতো সকলোৰে ঘনিষ্ঠ সম্বন্ধ গঢ়ি উঠিল। বীৰেন কিন্তু কিছু আঁতৰি গ'ল। বীৰেনে খোলা মনে কাৰো লগত কথা-বতৰা পতা নাই। পিতাকৰ মৃত্যু আশঙ্কাত বীৰেনৰ মনত এটা গভীৰ ছাঁ পৰিছে। বীৰেনৰ সম্পত্তি বৰ কম নহয়। জমি-জমা চলোৱা সম্পৰ্কে বীৰেনৰ অভিজ্ঞতা নিচেই নাই। এইবোৰ কাৰণতে বীৰেন ইমান গম্ভীৰ হৈ যোৱা বুলি সকলোৱে ভাবিছে।

আচল কাৰণ কিন্তু সেইটো নহয়। বীৰেন এটা মহা সমস্যাত পৰিছে। সেই সমস্যাৰ সমাধান কেনেকৈ হয়—তাকেহে বীৰেনে অনবৰত ভাবি আছে। নিজৰ মন স্থিৰ কৰিব নোৱাৰিলে কাৰো লগত পৰামৰ্শও কৰিব নোৱাৰি। পিতাকৰ যদি মৃত্যু হয়, তেতিয়া সমস্যা জটিলতাৰ হব বুলিও আশঙ্কা কৰিছে। আদৰ্শবাদী বীৰেনৰ প্ৰাণত ক্ষুদ্ৰ ক্ষুদ্ৰ সমস্যাই দুৰ্ঘোৰ অশান্তি আনে। প্ৰেমৰ ক্ষেত্ৰত যি সমস্যাই দেখা দিছে—সি অত্যন্ত গুৰুতৰ হৈ বীৰেনৰ মনত ভীষণ অশান্তি আনিছে।

লতিকাৰ প্ৰাণত বীৰেনৰ প্ৰতি গভীৰ প্ৰেম আছে। সুৰবালাৰ প্ৰাণতো প্ৰেমৰ বীজ অঙ্কুৰিত হৈছে। সুৰবালাৰ লগত বিবাহ প্ৰস্তাৱ চলিছে। সুৰবালাৰ মনত আশাৰ সঞ্চাৰ কৰিছে লতিকাই। এনে এটি কোমল প্ৰাণত আঘাত দিয়া—বিয়া প্ৰত্যাখ্যান কৰি—সহজ কথা হোৱা নাই। বীৰেনৰ পক্ষে। লতিকাৰ প্ৰতি নিজৰো আকৰ্ষণ আছে। পিতাকৰ জীৱিত কালত যদি বিয়া নহয়, সুৰবালাক বিয়া কৰোৱাৰ কি আৱশ্যক? পিতাক জীয়াই থাকোঁতে বিয়া কৰালেও লতিকাক বিয়া নকৰাই সুৰবালাক বিয়া কৰালে পিতাক সুখী হয় নে নহয় তাকো বুজিব নোৱাৰি। বিয়াৰ প্ৰসঙ্গত পিতাকে একোকে নকয়। সম্পূৰ্ণ স্বাধীনতা দিছে—বীৰেনক। এই স্বাধীনতাৰ বান্ধোনত বীৰেনৰ উশাহ বন্ধ হৈ আহিছে।

## (ষোল্ল)

ৰায় বাহাদুৰে প্ৰেমানন্দক মাতি নি কলে—"বোপা! তোৰ জীৱনৰ কলঙ্ক তোৰ গাত লাগি আছে। এই কলঙ্ক তই গুচাব লাগিব।"

প্ৰেমানন্দৰ প্ৰকৃতি ধীৰ স্থিৰ হৈছে। পূৰ্ব্বৰ উচ্ছৃঙ্খলতা নাই। ৰায় বাহাদুৰে

লক্ষ্য কৰি বিবেচনা কৰিলে যে প্ৰেমানন্দৰ যদি স্বজাতিৰ ঘৰত বিয়া হয়, তেতিয়া হলে—কালক্ৰমত বংশৰ কলঙ্ক মচা যাব, সেই কাৰণে প্ৰেমানন্দক এইদৰে ক'লে।

"মই কি কৰিব লাগিব—খুৰাদেউ! আপোনাৰ কথা বুজা নাই। আপুনি নিশ্চয় অসম্ভৱ আদেশ মোক নকৰে। আপোনাৰ আদেশ মই পালিম।"

ৰায়বাহাদুৰ বৰ খুচি হ'ল। প্ৰেমানন্দক ক'লে—"বোপা! যৌবনৰ উচ্ছৃঙ্খলতা মচিবলৈ তই পুনঃ বিয়া কৰাব লাগিব—আমাৰ স্বজাতিৰ ভিতৰত এটি ভাল ছোৱালী চাই।"

প্ৰেমানন্দই খুৰাদেৱেকৰ শেষ ইচ্ছা পূৰণ কৰিবলৈ মান্তি হ'ল; খুৰাদেৱেকে আৰু খুৰীদেৱেকে যেনে ইচ্ছা কৰে, য'তে বিয়া কৰাবলৈ কয় বা যি কোনো ছোৱালীকে বিয়া কৰাবলৈ কয়, তাতেই মান্তি হব। ৰায় বাহাদুৰ বৰ আনন্দিত হ'ল আৰু মূৰত ধৰি আশীৰ্ব্বাদ কৰিলে—"তোৰ মঙ্গল হওক।"

এমাহৰ ভিতৰত অন্নদা দেৱীৰ যত্নত নিৰ্ম্মলা নামেৰে গাঁৱৰ ছোৱালী এজনীৰ লগত প্ৰেমানন্দৰ বিয়া হৈ গ'ল। নিৰ্ম্মলা আই-এ, বা বি-এ, পাছ ছোৱালী নহয়। মেট্ৰিকক্লাচলৈ উঠিছিল। পৰীক্ষা দিয়া নহ'ল। ঘৰত একমাত্ৰ বিধৱা মাক। ৰূপে-গুণে ছোৱালীজনী যেন লক্ষ্মী প্ৰতিমাহে। অন্নদা দেৱীৰ বৰ অনুগতা। প্ৰেমানন্দৰ লগত বিয়াত সকলো খুচি হ'ল। ৰায় বাহাদুৰে শান্তিৰ নিশ্বাস পেলালে। নিৰ্ম্মলা অন্নদা দেৱীৰ লগতে থাকে। প্ৰেমানন্দৰ গুৱাহাটীৰ ঘৰ অনুষ্ঠানবিলাকৰ অফিচ হিচাবে ব্যৱহৃত হয়। কংগ্ৰেছৰ প্ৰস্তাৱৰ আৰ্হিত জনমঙ্গল সমিতি গঢ়ি উঠিল। ৰায় বাহাদুৰৰ সম্পত্তি পৰিচালনাৰ দায়িত্ব কান্ধৰ পৰা নামিল। তেওঁৰ কাৰণে ই কম সন্তোষৰ কথা নহয়। এতিয়া ৰায় বাহাদুৰে কিছু বেছি কথা কয়। প্ৰেমানন্দৰ প্ৰশংসাত মুখৰ হৈ উঠিছে। বীৰেন উদাস প্ৰকৃতিৰ লোক। স্কুলৰ কামত আছে—থাওক। নিজৰ আদৰ্শৰ যদি ৰূপ দিব পাৰে দিয়ক। বংশ মৰ্য্যাদাৰ হানি নহয়—বৰং বৃদ্ধিহে হব। ল'ৰাই ডাঙৰ চাকৰি কৰক, এই লালসা ৰায় বাহাদুৰৰ কাহানিও নাছিল। বংশৰ গৌৰৱ বৃদ্ধি কৰা তেওঁৰ জীৱনৰ প্ৰধান উদ্দেশ্য। সমাজ-সেৱা, দেশৰ হিতকৰ কাৰ্য্য কৰা, দৰিদ্ৰক প্ৰতিপালন কৰা ইত্যাদি ৰকমৰ কাৰ্য্যৰ আদৰ্শই ৰায় বাহাদুৰৰ চিৰদিনৰ কথা। প্ৰেমানন্দৰ জৰিয়তে এনেবোৰ কাৰ্য্যৰ নমুনা দেখি ৰায় বাহাদুৰ সন্তুষ্ট। বহু কথাকেই কয় কিন্তু বীৰেনৰ বিয়াৰ কথা কেতিয়াও ৰায় বাহাদুৰে নকয়।

অন্নদা দেৱীয়ে বুজে। কোনো কাৰ্য্যত যদি কেতিয়াবা ৰায় বাহাদুৰ বিফল মনোৰথ হয়, সেই ধৰণৰ কাৰ্য্যত পুনৰায় মন নেমেলে। কাৰ্য্যৰ ব্যৰ্থতা সকলো মানুহৰ জীৱনতে আছে। পুনৰ্ব্বাৰ চেষ্টা কৰিলেহে সফলতা আছে। অন্নদা দেৱীয়ে সেইদৰে ৰায় বাহাদুৰৰ ব্যৰ্থ কাৰ্য্যৰ সফলতা আনে। ৰায় বাহাদুৰে

সমৰ্থন দিয়ে কিন্তু আগবাঢ়ি গৈ কোনো কাৰ্য্য নিজে নকৰে; ই এটা বিচিত্ৰ চৰিত্ৰ। মধুৰ আৰু গাম্ভীৰ্য্যপূৰ্ণ চৰিত্ৰ। মানুহে বুজে যে ৰায় বাহাদুৰৰ কাৰ্য্যৰ ব্যৰ্থতা নাই। অন্নদা দেৱীৰ কাৰ্য্যকুশলতাত এনে হয়। অন্নদা দেৱী ৰায় বাহাদুৰৰ গৃহলক্ষ্মী—অন্নপূৰ্ণা শক্তি।

বীৰেনৰ বিয়া নোহোৱাত অন্নদা দেৱীৰ দায়িত্ব আৰু উদ্বিগ্নতা বাঢ়ি গৈছে। লতিকাৰ প্ৰতি মৰম আৰু উদ্বিগ্নতাও কম নহয়। লতিকাক অন্নদা দেৱীয়ে বোৱাৰী কৰি লবলৈ আগ্ৰহন্বিতা, কিন্তু লতিকাৰো মন নাপায়, বীৰেনৰো মন নাপায়। অন্নদা দেৱী চিন্তাযুক্তা হৈ পৰিছে।

## (সোতৰ)

কিৰণৰ প্ৰাণ উদ্বেলিত হৈ উঠিছে—প্ৰেমানন্দৰ বিয়াৰ কথা শুনি। অন্তৰত প্ৰতিহিংসাৰ জুই জ্বলি উঠিছে। পুৰুষৰ প্ৰতি সমাজ ইমান পক্ষপাতিত্বপূৰ্ণ আৰু নাৰীৰ প্ৰতি ইমান বিচাৰহীন। নিজৰ চৰিত্ৰ দোষৰ বাবে যে কিৰণে কষ্ট পাব লাগিছে—সেই কথা বুজিব নোখোজে। সমাজ প্ৰগতিশীল হৈছে। কিৰণৰ যদি চৰিত্ৰ ভাল হয়, আচৰণ মাৰ্জ্জিত হয়—দেশৰ আৰু দহৰ মঙ্গল সাধন কৰিব পাৰে—কিৰণে জীৱনত এতিয়াও শান্তি পাব পাৰে। প্ৰেমানন্দৰ যেনেকৈ স্বভাৱৰ পৰিবৰ্ত্তন হ'ল—কিৰণৰো হব পাৰে। কিৰণৰো পুনৰ্ব্বাৰ বিবাহ হব পাৰে। প্ৰতিহিংসাৰ জুইত জ্বলি কিৰণে চিকাৰ বিচাৰে। পতঙ্গ উৰি আছে। মৌ-মাখি আছে মৌ পিবলৈ; কিন্তু কিৰণে যেনে লোক বিচাৰে তেনে লোক নাহে। ধনী মানুহ আছে, শিক্ষিত মানুহ আছে, প্ৰতিষ্ঠাপন্ন লোকো আছে—কিন্তু আহে গোপনে। স্ত্ৰী-ৰূপে গ্ৰহণ কৰিবলৈ কোনো নাহে। কিৰণ দেই-পুৰি মৰে। বিয়াৰ প্ৰস্তাব গ্ৰহণ নকৰিলে কাকো দেহ দান নকৰে। কিৰণে এইদৰে শত্ৰুৰ দল সৃষ্টি কৰিলে। বেশ্যা-বৃত্তিৰ ভিতৰত দেহ-দান ব্যৱসায়। কিৰণে বেশ্যাবৃত্তি কৰিবলৈকো ঘিণ কৰে। ক্ষুধাৰ তাড়না নাই। ক্ষুধা নিবৃত্তিৰ বাবে বেশ্যাবৃত্তি কৰিব নালাগে কিৰণে। প্ৰেমানন্দৰ পৰা পোৱা টকা এতিয়াও শেষ হবলৈ বাকী আছে। তদুপৰি এতিয়া গুৱাহাটী চহৰত চিটি বাছ এখনৰ মালিক হৈছে—কিৰণ। আয় যথেষ্ট হয়। কিৰণৰ বয়স বেছি নহয়। তাই এতিয়া পূৰ্ণ যুৱতী। কামনা লালসাৰ তাড়না অত্যন্ত প্ৰবল। সমাজত মান বিচাৰে, প্ৰতিষ্ঠা বিচাৰে—কিন্তু সমাজত স্থান নাপায়। অৰ্থৰ অহঙ্কাৰত মতলীয়া হৈছে। মহিলা সমিতিত স্থান বিচাৰিছিল—কোনো স্থান তাই লব নোৱাৰিলে। মহিলা সমিতিয়ে তাইৰ বৰঙণি পৰ্য্যন্ত কোনো অনুষ্ঠানৰ বাবে গ্ৰহণ নকৰে। এইদৰে কিছুদিন চলিল। ইতিমধ্যে প্ৰেমানন্দৰ প্ৰতি প্ৰতিহিংসাৰ জুই দুগুণে চৰিল। জিঘাংসা বৃত্তিয়ে মনত ঠাই

লগে। প্ৰেমানন্দক এই জগতৰ পৰা আঁতৰ কৰিব পাৰিলেহে প্ৰতিহিংসাৰ জুই নুমাব পাৰে—এইদৰে ভাবে কিৰণে। কিৰণৰ মনত দৃঢ় সঙ্কল্পতা আহিল। উপায় অনুসন্ধান কৰিলে।

## (ওঠৰ)

লতিকাই সুৰবালাৰ বাবে বীৰেনক বিচাৰিছিল। লতিকাৰ প্ৰাণত যেতিয়া বীৰেনৰ প্ৰতি প্ৰেমৰ সঞ্চাৰ হোৱা যেন অনুভৱ কৰিলে, তেতিয়া বীৰেনক দুষ্প্ৰাপ্য কৰিবৰ উদ্দেশ্য লৈ বীৰেনৰ বিয়াৰ বন্দবস্ত কৰিবলৈ উদ্যোগ কৰিছিল। প্ৰেমানন্দই যেতিয়া বিয়া প্ৰত্যাখ্যান কৰে, তেতিয়াই কিশোৰী বালিকাৰ প্ৰাণত আঘাত লাগিছিল। বিয়া ভাঙি যোৱাত যদিও লতিকাই ভাল পাইছিল, তথাপি এটা অপমানৰ বোধ লতিকাৰ প্ৰাণত থাকি গ'ল। লিখা-পঢ়া কৰি লতিকা মহীয়সী মহিলা হৈ উঠিল; কিন্তু এই অপমান এতিয়াও পাহৰিব পৰা নাই। অদ্ভুত নাৰী চৰিত্ৰ! কৈশোৰৰ অপমানৰ অঙ্কুৰ মহীৰুহত পৰিণত হৈ লতিকাৰ হৃদয় ধ্বস্ত-বিধ্বস্ত কৰি তুলিছে। প্ৰেমাস্পদৰ প্ৰেমে পৰাজয় মানিছে। নিজৰ প্ৰেমকো এই অপমানতকৈ নিম্ন স্থান দিছে। জীৱনৰ প্ৰধান সমস্যাৰ সমাধানত কুহেলিকাৰ সৃষ্টি কৰিছে।

বীৰেনে বুজি নাপায়। জগতৰ কত সাহিত্য পঢ়িছে বীৰেনে। অন্তৰৰ নিবিড় প্ৰেম এইদৰে ঢাকি ৰাখিব পাৰে, প্ৰেমৰ আধাৰক এইদৰে অৱহেলা কৰিব পাৰে, এনে চৰিত্ৰৰ নিদৰ্শন সাহিত্যত নাই। কোনো এটি কাৰণ থাকিব লাগিব—এনে ব্যৱহাৰৰ অন্তৰালত। কোনো কাৰণ বীৰেনে বিচাৰি নাপায়। কৈশোৰত বিয়া ভাঙিছিল, তাৰে প্ৰতিক্ৰিয়া এইদৰে বিদুষী মহিলা এগৰাকীৰ মনত আহিব পাৰে, তেনে সন্দেহ কোনোমতে বীৰেনৰ মনত অহা নাই—আহিব নোৱাৰেও। গতিকে বীৰেনৰ কাৰণে ই প্ৰহেলিকা মাথোন।

সুৰবালা বেচেৰীয়ে ইতিমধ্যে গম পাইছে—যে বীৰেনে সুৰবালাক বিয়া কৰাবলৈ ইচ্ছা কৰা নাই। সুৰবালাৰ সৰল প্ৰাণত আঘাত লাগিছে। বীৰেনৰ প্ৰতি অভিমান হৱৰ কোনো কাৰণ নাই। বীৰেনে কেতিয়াও প্ৰেম নিবেদন কৰা নাই নাইবা বিবাহৰ প্ৰস্তাৱ দিয়াও নাই। সুৰবালা লাজ আৰু অপমানত মৰ্ম্মাহতা হৈছে যে লতিকাৰ এটা নিৰ্দোষ প্ৰস্তাৱৰ আঁৰালত নিজৰ প্ৰেম ঢালি দিছে বীৰেনৰ চৰণত। কিয় এনে হ'ল? সুৰবালাই নিজৰ মনত তাৰ কাৰণ বিচাৰি নাপায়। বীৰেনৰ প্ৰতি শ্ৰদ্ধা ওপজে। সেই শ্ৰদ্ধা ইমান সহজে প্ৰেমত কিয় পৰিণত হয়? বিয়াৰ প্ৰস্তাৱ হয়, ছোৱালী চায় মানুহে, দৰাও চায়। তাৰ বাবে কোনো পক্ষ দায়ী নহয়। বিয়া হবও পাৰে, নহবও পাৰে। সুৰবালাই ইয়াৰ বাবে

কাক দায়ী কৰিব? নিজৰ মনটোকে দায়ী কৰিছে সুৰবালাই। লতিকাই যে বীৰেনক ভাল পায় আৰু বীৰেনেও যে লতিকাক ভাল পায়—এই কথা সুৰবালাই বুজিব পৰা নাই। সেইবাবে সুৰবালাই সৰল অন্তঃকৰণেৰে ভাবি লৈছিল—যে লতিকা দিদিয়ে সুৰবালাৰ বিয়াৰ প্ৰস্তাৱ দিছিল—নিতান্ত স্নেহৰ বশত। ভাবিছিল লতিকাৰ উদ্দেশ্য সুৰবালাৰ সুখৰ কাৰণেই বুলি। লতিকাৰ এই প্ৰস্তাৱত যে আত্ম-ত্যাগৰ মহৎ উদ্দেশ্য লুকাই আছিল, তাক সুৰবালা বেচেৰীয়ে কেনেকৈ বুজি পাব পাৰে, বাৰু?

লতিকা এদিন সুৰবালাহঁতৰ ঘৰলৈ আহিল—ইয়াৰ ভিতৰত। সুৰবালাৰ প্ৰাণত তেতিয়া প্ৰেমৰ জ্বালা উপস্থিত হৈছে—প্ৰেমাস্পদক পোৱাৰ আশা নেদেখি। সুৰবালাৰ অন্তৰত যে জ্বালা আছে, মনত বিষাদ উপস্থিত হৈছে, ব্যৱহাৰত যে আনন্দৰ স্ফূৰ্ত্তি প্ৰকাশ পোৱা নাই, আশাৰ উজ্জ্বল প্ৰতিবিম্ব যে মুখমণ্ডলত ফুটি উঠা নাই—এই কথা বুজিবলৈ লতিকাৰ সৰহ কাল নালাগিল।

লতিকাই সুধিলে—তোৰ কি হৈছে—সুৰ'। সুৰবালাই সংক্ষেপে উত্তৰ দিলে—একো হোৱা নাই।

লতিকাই বিশ্বাস নকৰিলে। লতিকাৰ প্ৰাণতো একে জ্বালা উপস্থিত হৈছে। লতিকাৰ আত্ম-প্ৰৱঞ্চনাৰ চেষ্টা যি মুহূৰ্ত্ততে বীৰেনৰ ওচৰত ধৰা পৰিছে—সেই মুহূৰ্ত্তৰ পৰাই লতিকাৰ জ্বালা আৰম্ভ হৈছে। লতিকাই বুজা নাছিল প্ৰেমৰ দাহিকা শক্তি কিমান প্ৰখৰ। লতিকাৰ মনৰ চাঞ্চল্য ভাৱ লুকাই ৰখা টান হৈ পৰিছে। সুৰবালাৰ ওচৰলৈ লতিকা আহিছিল—সান্ত্বনা বিচাৰি; কিন্তু সুৰবালাৰ প্ৰাণত গভীৰ নৈৰাশ্যই দেখা দিছে—আৰু তাৰ কালিমা যে শুভ্ৰ বদন-মণ্ডলত পৰিস্ফুট হৈ উঠিছে—তাক লতিকাৰ বুজিবলৈ বাকী নাথাকিল। সান্ত্বনা বিচাৰি আহি সান্ত্বনা দিবৰহে আৱশ্যক হৈ পৰিছে। লতিকাই আত্ম-সংবৰণ কৰিলে।

সুধীৰ আজি-কালি শিলঙত থাকে। চাকৰি কৰিছে। নহলে ঘৰৰ খৰচ নচলে বা নিজৰ খৰচৰ বাবে যথেষ্ট ৰকমে টকা নাপায়। মাকে বৰকৈ কোৱাত চাকৰি কৰিবলৈ ৰাজী হৈ সুধীৰ শিলঙলৈ গৈছে। সুধীৰ নথকাত আৰু সুৰবালাৰ মনত অশান্তি অহাত ঘৰখনৰ জীৱন্ত বাতাৱৰণৰ অভাৱ হৈছে।

লতিকাই সুৰবালাক বুকৰ মাজলৈ টানি আনি সুধিলে—তোৰ কি অশান্তি হৈছে—মোক কঁচোন ভনীটী। সুৰবালাই একোকে নকৈ লতিকাৰ বুকৰ মাজত মুখ লুকাই কান্দিব ধৰিলে। সুৰবালাৰ প্ৰাণত যি জ্বালা উপস্থিত হৈছে—তাক ভাষাৰে প্ৰকাশ কৰা নাযায়। লতিকাই মূৰত, পিঠিত হাত বুলাই দিলে—লতিকাৰ চকুটো পানী আহিছে। এনে এটি অশান্তিময় পৰিস্থিতি হব পাৰে বুলি লতিকাই কল্পনা কৰা নাছিল। লতিকাৰ বুজিবলৈ বাকী নাথাকিল যে সুৰবালাই

বীৰেনৰ মন বুজি পাইছে। লতিকাৰ প্ৰাণত নতুন আঘাত আহিল আৰু অন্তৰে অন্তৰে সঙ্কুচিত হৈ উঠিল। এটা গম্ভীৰ আৰু গধুৰ পৰিস্থিতিয়ে দেখা দিলে লতিকা আৰু সুৰবালাৰ মনত।

## (উনৈশ)

বীৰেনে মনৰ বল আহৰণ কৰিছে। সুৰবালাক বিয়া নকৰায়—স্থিৰ কৰিছে। দোদুল্যমান মনৰ অৱস্থা এতিয়া বীৰেনৰ নাই। লতিকাৰ মনৰ কথা সম্পূৰ্ণ বুজি পাইছে। সুৰবালাক জনাই দিবৰ আৱশ্যকবোধ কৰিছে। বীৰেনৰ মনৰ দ্বিধা ভাব নাই—কাৰণ বীৰেনে কেতিয়াও সম্মতিসূচক কথা সুৰবালাক দিয়া নাই। লতিকাৰ মাধ্যমত, লতিকাৰ সূচনাত বীৰেনৰ লগত সুৰবালাৰ বিয়াৰ প্ৰস্তাৱ হয় আৰু লতিকাৰ অবিবেচনাৰ ফলত সুৰবালাৰ প্ৰাণত আশাৰ সঞ্চাৰ হয়। বীৰেনে নিজৰ মন চালি-জাৰি চাইছে। বীৰেনে কেতিয়াও সুৰবালাৰ ওচৰত নিজৰ কোনো প্ৰতিশ্ৰুতিমূলক ব্যৱহাৰ কৰা নাই নাইবা যৌৱনসুলভ দুৰ্ব্বলতা দেখুৱা নাই। ধৰ্ম্ম বা নৈতিকতাৰ ফালৰপৰা বীৰেন কোনো প্ৰকাৰে দায়ী নহয়। আনফালে লতিকাৰ এই নিৰ্দ্দোষ প্ৰৰোচনাৰ বাবেও বীৰেন দোষী হ'ব নোৱাৰে। সুৰবালাৰ প্ৰাণত গভীৰ আঘাত পৰিব—কিন্তু তাৰ বাবে বীৰেনে কৰিব কি? সুৰবালাক উদ্ধাৰ কৰিবৰ বাবে লতিকাক বা নিজক বঞ্চিত কৰা কোনো প্ৰকাৰে সু-যুক্তি হ'ব নোৱাৰে। গতিকে বীৰেনে এতিয়া আৰু নিজে নিষ্ক্ৰিয় হৈ বহি থাকিব নোৱাৰে। নিজে আগবাঢ়ি গৈ লতিকাৰ লগত বিয়াৰ ব্যৱস্থা কৰিবই লাগিব। এইদৰে মন স্থিৰ কৰি লৈ বীৰেন মাকৰ ওচৰলৈ গ'ল আৰু মাকক জনাই দিলে যে—বীৰেনে লতিকাক বিয়া কৰাব, সুৰবালাক বিয়া নকৰায়।

অন্নদা দেৱী খুচি হ'ল আৰু ৰায় বাহাদুৰক এই সংবাদ দিলে। ৰায় বাহাদুৰো খুচি হ'ল; কিন্তু ইয়াৰ ভিতৰত আটাইতকৈ টান প্ৰশ্ন হৈছে লতিকাক লৈ। লতিকাই সুৰবালাক বঞ্চিত কৰি সুৰবালাৰ আশা-আকাঙ্ক্ষাৰ বাটত হেঙ্গাৰ দিব খোজা নাই। লতিকাৰ কাৰণেই সুৰবালাৰ আজি এনে এটি অৱস্থাৰ সৃষ্টি হৈছে। লতিকাই প্ৰাণত মৰ্ম্মান্তিক বেদনা অনুভৱ কৰিছে। লতিকাই নিজৰ প্ৰেম সুৰবালাৰ বিয়াৰ বেদীত ঢালি দিবলৈ সাজু হৈছিল—মনে মনে। বিধাতাই সেই বাটত বাধা দি লতিকাৰ এনে এটি বিপন্ন অৱস্থাৰ সৃষ্টি কৰিছে।

সুৰবালাই প্ৰথম ধাক্কা চম্ভালি লৈছে। এতিয়া আৰু সুৰবালাৰ প্ৰাণত বীৰেনৰ প্ৰতি পূৰ্ব্বৰ আকৰ্ষণ নাই। ই ত্যাগ নহয়, ই নৈৰাশ্য নহয়, ই বন্ধুত্বৰ কৃতজ্ঞতা প্ৰকাশ নহয়—সুৰবালাই প্ৰকৃত অৱস্থাৰ সম্মুখীন হৈ বাস্তৱ ঘটনাৰ গুৰুত্ব উপলব্ধি কৰিছে। বীৰেনৰ প্ৰতি সুৰবালাৰ কোনো আক্ৰোশ নাই, ঘৃণা

নাই নাইবা প্ৰেমোন্মাদনাও নাই। সুৰবালাই সম্পূৰ্ণ ভাৱে নিজৰ গা এৰি দিছে— ঘটনা স্ৰোতৰ মাজত। কোনো দুখ নাই, কোনো অনুতাপ নাই; কোনো আক্ষেপ নাই। ভৱিষ্যৎ কোনো চিন্তা নাই, বিষণ্ণ মনোভাৱ নাই—নৈৰাশ্যৰ কোনো ছাঁয়া নাই—নিজৰ মুখ মণ্ডলত। তথাপি—তথাপি—পূৰ্ব্বৰ চঞ্চলতাময় প্ৰফুল্লতাৰ কিছু যে হ্ৰাস ঘটিছে, সেইটো সকলোৱে বুজি পায়। তাৰ বাবে সুৰবালা দায়ী নহয়—দায়ী ঘটনাস্ৰোত।

লতিকাই সুৰবালাৰ অন্তৰ বুজি নোপোৱাকৈ থকা নাই। লতিকাৰ প্ৰাণত শান্তি নাই। বীৰেন আৰু সুৰবালাৰ ধৈৰ্য্য আৰু শান্তমূৰ্ত্তিয়ে লতিকাৰ প্ৰাণত আঘাত দিয়ে। অনুশোচনাৰ যন্ত্ৰণা লতিকাৰ প্ৰাণত অসহনীয় হৈ উঠিছে। ঘটনা স্ৰোতত লতিকাৰ লগত বীৰেনৰ বিয়া অনিবাৰ্য্য, তাক এৰাবৰ কোনো উপায় নাই লতিকাৰ। এনে বিয়াত কোনো অসঙ্গতি নাই—কোনো ফালৰপৰা কোনো প্ৰতিবন্ধক নাই—। প্ৰতিবন্ধক মাথোন নিজে—নিজৰ মনৰ দুৰ্ব্বলতা।

এনে এটি অৱস্থাৰ যেতিয়া সৃষ্টি হৈছে—সুৰবালাৰ প্ৰাণত অকস্মাৎ এটি আঘাত আহে— নিজৰ কৰ্ত্তব্যৰ ত্ৰুটি হোৱা বুলি ভাবি। সুৰবালাই এই ত্ৰুটি শুধৰাবৰ বাবে অস্থিৰ হয়। কি উপায়ে শুধৰাব? তাই ভাবে, লাজ সঙ্কোচ অভিমান, ব্যৰ্থতা, নৈৰাশ্যৰ ভাৱ লুকাই ৰাখি এই কৰ্ত্তব্য সাধন কৰে কেনেকৈ? ই যে এক বিষম সমস্যা। সুৰবালাৰ প্ৰাণত শান্তি নাই। ঈশ্বৰৰ কি বিধান? ত্যাগৰ মাজেদিও শান্তি নাহে। কৰ্ত্তব্যৰ ত্ৰুটি ইমান বিষম! কি সেই ত্ৰুটি? লতিকাৰ প্ৰতি কৰ্ত্তব্য! লতিকাৰ লগত বীৰেনৰ বিয়া হব লাগে—তাত সুৰবালাৰ কোনো আক্ৰোশ নাই, কোনো ঈৰ্ষা নাই, কোনো অসূয়া নাই। এই কথা লতিকাক বুজাব লাগে। বুজায় কেনেকৈ? কোন্ ভাষাৰে? কোন্ ব্যৱহাৰেৰে? সুৰবালা সাধাৰণ ৰমণীৰ দৰে নহয়। সেই কথা বুজাব লাগে। সুৰবালাৰ মন নীচ নহয়—সেই কথা বুজাব লাগে। লতিকাক সুৰবালাই কম ভাল নাপায়, সেই কথা বুজাব লাগে। সুৰবালাৰ বন্ধুত্ব নিম্নস্তৰৰ নহয় সেই কথা কেনেকৈ বুজায়? নীৰৱ ভাষাৰে যি ভাৱ বুজালে মানুহে বেছিকৈ বুজে, সেই ভাৱ ভাষাৰে কেনেকৈ প্ৰকাশ কৰে? নীৰৱ ভাষাত অন্তৰৰ বেদনা পৰিপুষ্ট হয়। লতিকাই নিশ্চয় বুজিব। এই সান্ত্বনা সুৰবালাই লোৱা উচিত হব নে নহব? চঞ্চল মনৰ অস্থিৰ ভাবনাত মগ্ন হয় সুৰবালা। স্থিৰ কৰে অৱশেষত একোকে নকবলৈ—কাকো। ঘটনা স্ৰোতত গা এৰি দিয়াই ভাল বুলি ভাবে। মানুহে কিবা-কিবি কব—কওক। নীৰৱে সহিব সুৰবালাই। বীৰেনক বন্ধুভাৱে গ্ৰহণ কৰিব। লতিকাৰ স্বামী— সুৰবালাৰ বন্ধু হব পাৰে। কোনেও তাত একো কবৰ এক্তিয়াৰ নাই।

লতিকাৰ লগত সুৰবালাৰ সাক্ষাৎ হয়। লতিকা আছে সুৰবালাৰ ওচৰত। কতা পাতে। কথাত কাৰো ৰস নজমে। উভয়ে যেন উভয়ৰ ওচৰত দোষী।

কেৰম খেলে—কাৰো মন নবহে। চিলাই কৰে—কাৰো মন নবহে। কিতাপ পঢ়ে—সমালোচনা কৰে—। জমি নুঠে। দুয়ো চাহ কৰে—চাহ খায়। তাতো ভাল নালাগে। লতিকা গুচি যায়। সুৰবালাই বিদায় দিয়ে। কাৰো প্ৰাণত আনন্দ নাই। কোনে কি ভাবি কি কৰিব খোজে—মনৰ জোখাৰে একো কৰিব নোৱাৰে। উভয়ে সমস্যাৰ মাজত।

চলে এইদৰেই কিছুদিন। বীৰেনে বিয়াৰ তাগিদা দিব লাগিছে। লতিকাৰ মতৰ কোনো আৱশ্যক নকৰে। দিন স্থিৰ নহয়। লতিকাৰ বুধিত পিছুৱাই যায়। সুৰবালাই বুজি পালে। বীৰেন, লতিকা, অন্নদা দেৱী আৰু ৰামেশ্বৰ দত্তৰ আগতে সুৰবালাই এদিন বিয়াৰ দিন স্থিৰ কৰে। সকলো নিমাত। লতিকা আৰু বীৰেনৰ বিয়াৰ শেষ সিদ্ধান্ত হৈ গ'ল।

স্থিৰ কৰা দিন মতে বিয়াও হৈ গ'ল। সুৰবালাই সেই বিয়াত সৰহভাগ অংশ গ্ৰহণ কৰে—যেন দ'ৰা আৰু কইনাৰ উভয় পক্ষৰ ভনী।

***

# প্ৰেমৰ মহিমা

## (১)

সুন্দৰ সিঙৰ ঘৰ কʼত কোনেও নেজানে। সি নিজেও কব নোৱাৰে। সুন্দৰ সিং থাকে ভৰলুমুখৰ এক পাঞ্জাবী মটৰ মেকানিকৰ কাৰখানাত। কাৰখানাৰ মালিকৰ নাম হৰিদেও সিং। হৰিদেওৰ ঘৰত থাকে কেৱল তেওঁৰ স্ত্ৰী-হৰিমতি। তেওঁলোকৰ কোনো সতি-সন্ততি নাই। সুন্দৰ সিঙে কাৰখানাৰ মালিকৰ ফায়-ফৰমাছ খাটে; কিন্তু চাকৰ নহয়—দৰ্মহা পাতিও নলয়। সন্তানহীন দম্পতিৰ পৰা পুত্ৰস্নেহ পায়—সুন্দৰ সিঙেও তেওঁলোকক পিতৃ-মাতৃ জ্ঞান কৰে। মানুহে পিতৃ-মাতৃৰ কথা সুধিলে হৰিদেও আৰু হৰিমতিৰ কথাকেই কয়। তাৰ আপোনজন বুলিলে তেওঁলোক দুজনকেই আঙুলিয়াই দিয়ে। হৰিদেও আৰু হৰিমতিক সুধিলে তেওঁলোকেও সুন্দৰ সিং তেওঁলোকৰ ঔৰসজাত আৰু গৰ্ভজাত সন্তান বুলি নকয়। হেৰা পোৱা বুলি কয়। সুন্দৰ সিঙৰ জীৱন-ৰহস্য ৰহস্য হৈয়ে থাকি যায়।

দেশ বিভাজনৰ সময়ত এজোৰা বঙালী দম্পতি খেদা খাই আহি পাঞ্জাবী দম্পতিৰ এঘৰত আশ্ৰয় লয়হি, লগত আছিল তেওঁলোকৰ তিনিবছৰীয়া পুত্ৰ সুন্দৰ চাঁদ। পিতৃ-মাতৃ উভয় আততায়ীৰ গুলিবিদ্ধ হৈ আহিছিল আৰু তেওঁলোকে লগত আনিছিল এটোপালা টকাৰ নোট আৰু বঙালী ভাষাত লিখা এখন পুথি। পুথিখনত আছিল তেওঁলোকৰ বংশৰ পূৰ্ব্ব পুৰুষসকলৰ কৃতিত্ব আৰু পাণ্ডিত্যৰ চমু পৰিচয়। ভঙনীয়া হৈ অহা তিনি দিনৰ ভিতৰতে উভয়ৰ মৃত্যু হয়। বঙালী দম্পতিৰ তিৰোতাজনীৰ গাত যিখিনি অলঙ্কাৰ আছিল—সেই অলঙ্কাৰখিনিৰ মূল্যও কম নাছিল—অন্ততঃ দহ হেজাৰ টকা মূল্যৰ হব। পাঞ্জাবী দম্পতিৰ মহিলাগৰাকীৰ হাতত সেইখিনিও তুলি দি কৈছিল—আমাৰ এই পোনাকণক পুত্ৰৰ দৰে ৰক্ষা কৰিবা। এই কথা কোনেও নেজানে—সেই পঞ্জাবী দম্পতিৰ বাজে। হৰিদেও সিঙে—স্ত্ৰী হৰিমতীক আৰু বঙালী লʼৰা সুন্দৰ চাঁদক লগত লৈ আহি গুৱাহাটী পায়হি আৰু মটৰ মেকানিকৰ দোকান খোলে। কাৰখানাৰ পৰা যিখিনি লাভ হয় তাৰে দুই-তৃতীয়াংশ সুন্দৰ চাঁদৰ (এতিয়া সুন্দৰ সিং) নামত বেংকত জমা থয় আৰু এক-তৃতীয়াংশেৰে তিনিওজনৰ খোৰাক পোছাক বাদ দি যি বাকী থাকে সেইখিনি হৰিদেও সিঙৰ নামত বেংকত

জমা থয়। সুন্দৰ সিঙে এই কথা নাজানে। মোটামুটী এইদৰে তেওঁলোকৰ জীৱন যাত্ৰা নিৰ্ব্বাহ হয়। সৰু দোকান—হৰিদেও সিঙে অকলে চলাব পাৰে—সুন্দৰ সিঙ ডাঙৰ হোৱাত দোকানৰ কামত সহায় কৰে—কিন্তু স্কুল-কলেজতো পঢ়ি থাকে আৰু যথা সময়ত এম. এছ. ছি পাছ কৰি ওলায়; কিন্তু তথাপিও সি আগৰ দৰে কাৰখানাৰ কামত ব্যস্ত থাকে। চাকৰি নিবিচাৰিলে আৰু পালন কৰা পিতৃমাতৃয়েও চাকৰি কৰিবলৈ নিষেধ কৰিলে। তাৰ ফলত কাৰখানা ক্ৰমে বহল হবলৈ ধৰিলে। মটৰ কিনা মানুহবিলাকে সুন্দৰ সিঙৰ উপদেশ নোলোৱাকৈ নতুন মটৰ নিকিনে। সুন্দৰ সিং ব্যৱসায়ত সুপ্ৰতিষ্ঠিত হ'ল।

## (২)

কলিকতাৰ চাৰিজন ভদ্ৰলোক তীৰ্থ দৰ্শনত আহিছিল কামাখ্যা দেবীৰ মন্দিৰ দৰ্শন কৰিবলৈ—নিজৰে মটৰত। তাৰ উপৰি এজনী গাভৰু ছোৱালীও আহিছিল। পুৰুষ মানুহ কেইগৰাকী আছিল ছোৱালীজনীৰ ককায়েক। সহোদৰ সহোদৰা। কামাখ্যা মন্দিৰ দৰ্শন কৰি পূজা-পাতল দি তেওঁলোকে এসপ্তাহমান কামাখ্যাতে পাণ্ডাৰ ঘৰত অতিথি হৈ আছিল। ইয়াৰ ভিতৰত এদিন তেওঁলোকৰ মটৰখন অচল হৈ পৰিল—ঠিক সুন্দৰ সিঙৰ কাৰখানাৰ আগতে। তেওঁলোকে নিজে নিজ মটৰখনৰ যন্ত্ৰপাতি খুলি চাই একো দোষ ধৰিব নোৱাৰিলে। সুন্দৰ সিঙে দোকানৰ পৰা লক্ষ্য কৰি আছিল। এনেতে সেই মহিলা গৰাকী তেওঁৰ ওচৰ চাপি ক'লে—

গুড মৰ্ণিং মিঃ—; সুন্দৰ সিংও নামটো লগাই দিলে "—সুন্দৰ সিং"। ছোৱালীজনীয়ে ক'লে—মোৰ নাম লতিকা—সৌ চাৰিওজন মোৰ ককাই। মটৰখন নিজৰে। মটৰখন কিয় নচলে তেওঁলোকে ধৰিব পৰা নাই; আপুনি অনুগ্ৰহ কৰি চাই দিব নোৱাৰেনে?

সুন্দৰ সিঙে উত্তৰ দিলে—ভালকৈ মই চাই দিম এই বুলি তেওঁ লগে লগে মটৰখনৰ ওচৰ চাপিলে। লতিকাই পৰিচয় কৰাই দিলে—বড়দা। এই যে ইনি একজন মেকানিক। আমি মটৰ খানার কল-কজা যন্ত্ৰপাতি দেখে দিবার জন্য ডেকে এনেছি।

সুন্দৰ সিঙৰ পোছাক পৰিচ্ছদ অসমীয়া মানুহৰ দৰে—কথা কওঁতাও অসমীয়াতে কয়; কিন্তু এওঁলোকৰ লগত বঙালিৰে কথা পাতিলে। "আপনাদের অনুমতি হইলে আমি দেখে দিতে পারিব" বলে মনে হয়।"

বড়দা হবেন নিশ্চই ক'লে—"দেখুন দেখি। এইখানা আমার নিজের মটর—আমি সর্ব্বদাই নিজে মেরামত করি; কিন্তু আজকে বিকল হয়েছি।

আপনার দেখ্‌ছি মটৰ মেৰামতিৰ কাৰখানা আছে, ভালই হয়েছে ঠিক জায়গায় এসে আমার মটর বিগড়ে গিয়েছে।"

সুন্দৰ সিঙে মিচিকাই হাঁহি মাৰি মটৰৰ ইঞ্জিনটো পৰীক্ষা কৰিবলৈ ধৰিলে। কিছুসময় পৰীক্ষা কৰি চাই থাকি দুটা নাট (Nut) কছি দিলে আৰু ক'লে—বড়দা! আপনার মটৰ ভাল হয়েছে।"

হৰেন মিত্ৰ আচৰিত হ'ল আৰু মনে মনে অলপ লাজো পালে। মেৰামতিৰ চাৰ্জ হিচাবে টকা ২০টা আগবঢ়াই দিলে। সিঙে ক'লে—আমি বিশেষ কিছু করি নাই, আপনার মটর ভালই ছিল, কেবল আমি দুটো নাট্‌ ক'ছে দিয়েছি।

মিত্ৰই ক'লে তা হ'লেও আপনার পরিশ্রমের মূল্য আমাকে দিতে হয়।

না, না, এ কিছুই নয়, এই রকম সাহায্য দেওয়া আমার ৰীতি এবং ব্যারসায়িক নীতি। আপনি কিছু মনে করিবেন না।

সেয়ে হ'ল—সুন্দৰ সিঙে কোনো পাৰিশ্ৰমিক মূল্য গ্ৰহণ নকৰিলে।

(৩)

পাছদিনা লতিকাই নিজে মটৰখন লৈ সুন্দৰ সিঙৰ দোকানে পালেহি। সুন্দৰ সিঙে ভবা নাছিল যে লতিকা এনেদৰে অকলে আহিব। সি যি নহওক সুন্দৰ সিঙে তেওঁক নিজৰ ঘৰলৈ লৈ গ'ল আৰু হৰিমতিক মাতিলে —মা। চাওক আহি—আমাৰ ঘৰলৈ এগৰাকী নতুন অতিথি আহিছে। হৰিমতি ওলাই আহি লতিকাক দেখি আচৰিত হ'ল আৰু সাদৰে মাতি নি ঘৰৰ ড্ৰয়িং ৰুমত বহুৱালে। সুন্দৰ সিঙক ক'লে তইঁত দুয়ো কথা পাতি থাক্‌—মই দুকাপ চাহ কৰি আনোঁ—এই বুলি তেওঁ গুচি গ'ল। সুন্দৰ সিঙে সুধিলে আপোনাৰ মটৰ আকৌ বেয়া হৈছে নে কি? আজি আপুনি অকলে আহিছে— বিদেশী ঠাই; এইদৰে অকলে ফুৰা উচিত হোৱা নাই।

মইতো বেছি দুৰ অহা নাই, মাথোন আপোনাৰ কাৰখানা পৰ্য্যন্ত আহিছোঁ—আপোনাৰ ওচৰলৈ আহি আপোনাক চাবৰ মন গ'ল। লতিকাই উত্তৰ দিলে। সুন্দৰ সিঙে এই কথাৰ কোনো জবাব নিদি তলমুৰ হৈ বহি থাকিল। লতিকাই সুন্দৰ সিঙৰ মুখৰ ফালে চাই থাকি নিজে নিজে লাজ পাই ৰঙা পৰি গৈছে।

লতিকাই এতিয়াহে উপলব্ধি কৰিছে যে তেওঁ অকলে এইদৰে অহাটো উচিত হোৱা নাই। ইতিমধ্যে হৰিমতীয়ে চাহ তিনি কাপ আৰু বিস্কুট কেইখনমান লৈ আহি লতিকাৰ সমুখত থকা টিপয় এখনত থৈ নিজে ওচৰ চাপি বহিল।

চাহ বিস্কুট খোৱা শেষ হ'ল। ইতিমধ্যে হৰিমতীয়ে নানা কথাৰে লতিকাক

আপ্যায়িত কৰিলে আৰু অনুৰোধ কৰিলে যিমান দিন লতিকাহঁত কামাখ্যাত থাকে নিতৌ যেন এবাৰকৈ আহে। এই আদৰসনা উক্তিত লতিকাৰ চকু ছলছলীয়া হৈ উঠিল আৰু কঁপা কঁপা মাতেৰে ক'লে যে তেওঁলোক আজিয়েই কোচবিহাৰলৈ যাব— তাত মাহীয়েক আছে। তাত এৰাতি থাকি জলপাইগুৰিলৈ যাব। জলপাইগুড়িৰ পৰা কলিকতালৈ ৰাওনা হ'ব। পুনঃ তেওঁলোকৰ লগত সাক্ষাৎ হয় নে নহয় ঠিক নাই; সেই কাৰণেহে লতিকাই মাত লগাবলৈ আহিছে। এইবুলি কৈ লতিকা বহাৰপৰা উঠিল আৰু 'যাওঁ বুলি কৈ সুন্দৰ সিঙৰ ফালে দৃষ্টি দিলে। সেই দৃষ্টিয়ে যেন সুন্দৰ সিঙৰ অন্তৰ ভেদ কৰি হৃদয়ৰ কোমল স্থানত আঘাত কৰিলে। সুন্দৰ সিঙে তলমূৰ কৰিলে আৰু লাজতে ৰঙা পৰি গ'ল। লতিকা লাহে লাহে দুৱাৰ মুখৰ ফালে গতি কৰিলে। তেতিয়া সুন্দৰ সিঙে ক'লে—আপোনালোকৰ কলিকতাৰ ঠিকনাটো মোক দি যাওক— মই কলিকতালৈ গ'লে লগ ধৰিবৰ চেষ্টা কৰিম। লতিকাই হাতত থকা ভ্যানিটি বেগৰপৰা ছপা কৰি ৰখা ভিজিটিং কাৰ্ড এখন সুন্দৰ সিঙৰ হাতত দিলে আৰু হৰিমতীক প্ৰণাম কৰি ওলাই গৈ গাড়ীখনৰ ড্ৰাইভিং ছিটত বহিলগৈ। এনেতে হৰিদেও সিং আহি লতিকাক ক'লে—মাজনী! তুমি কিয় কাকো নজনাই গাড়ীখন লৈ আহিছা? তোমাৰ দাদাসকলে তুমি ক'লৈ গৈছা স্থিৰ কৰিব নোৱাৰি উদ্বিগ্ন হৈ পৰিছে। মই তেওঁলোকক সাক্ষাৎ কৰি আহিছোঁ—তেওঁলোকে হেনো এঘণ্টামানৰ ভিতৰতে কোচবিহাৰলৈ ৰাওনা হ'ব।

লতিকাই ছলছলীয়া চকুৰে পুনৰ সুন্দৰ সিঙলৈ দৃষ্টি কৰি মটৰখন ষ্টাৰ্ট দিলে। লতিকা গুচি গ'ল।

হৰিদেও সিঙে সুন্দৰ সিঙক সুধিলে—সুন্দৰ! লতিকাৰ লগত তোমাৰ পূৰ্ব্ব পৰিচয় আছে নে কি?

সুন্দৰ সিঙে লাজ লাজকৈ উত্তৰ দিলে— নাই।

## (৪)

সুন্দৰ সিঙৰ লগত লতিকাৰ পূৰ্ব্ব পৰিচয় নাই—ই সঁচা কথা; কিন্তু লতিকাৰ খন্তেক কালৰ ব্যৱহাৰত বুজা যায় যে লতিকা যেন সুন্দৰ সিঙৰ আপোনজন—পূৰ্ব্ব পৰিচিত। হৰিদেও সিং আৰু হৰিমতী জীৱনত নিৰ্ম্মম আঘাত প্ৰতিঘাত পাই গুৱাহাটীত ঘিতাপি লৈছেহি। যৌবন কালৰ প্ৰেম অভিনয় তেওঁলোকৰ নাছিল। তেওঁলোকৰ বিয়াহ বাল্যকালতে হৈছিল—দ'ৰাৰ বয়স বাৰ আৰু কইনাৰ বয়স আছিল সাত বছৰ। আধুনিক কালৰ প্ৰেমাভিনয়ৰ বিষয়ে অজ্ঞ থকাটো একো আচৰিত কথা নহয়। দুখৰ বিষয় এওঁলোকৰ একমাত্ৰ পুত্ৰ দেশ বিভাজনৰ সময়ত পাকিস্তানীৰ হাতত নিহত হয় নে নিজে নিৰুদ্দেশ হয়

বাপেক মাকে একো নেজানে। তেওঁলোকে পুত্ৰ ৰাম সিঙৰ মৃত্যু হোৱা বুলিয়েই ধৰি লৈছে। পিতৃ-মাতৃৰ মনত এই শোক চিৰ জাগৰিত থাকে। সুন্দৰ সিঙক পাই কিছু সান্ত্বনা পালেও পুত্ৰ শোকত উভয়ে ম্ৰিয়মান হৈ থাকে। কথাবতৰাৰ মাজত পুত্ৰৰ কথা কেতিয়াও উক্তি নকৰে। লতিকাৰ ছলছলীয়া চকু আৰু সুন্দৰৰ লাজ লাজভাৱে হৰিদেও সিঙৰ মনত এক আশঙ্কাৰ সৃষ্টি কৰিলে—সুন্দৰ সিঙেও তেওঁলোকৰ পৰা আঁতৰি যায় নেকি? সেই কাৰণে মনে মনে সিদ্ধান্ত কৰিলে যে যিমান সোনকালে পাৰি সুন্দৰ সিঙৰ বিয়া পাতিব লাগে।

## (৫)

মটৰ কাৰখানা সুন্দৰ সিঙৰ হাতত যথেষ্ট সম্প্ৰসাৰিত হৈছে আৰু কাৰখানাৰ আশাতিৰিক্ত আয় বাঢ়িছে। হৰিমতীয়ে সুন্দৰ সিঙৰ বিয়াৰ বাবে স্বামীক সদায় তাগিদ দি আছে; হৰিদেও সিঙে এই কথাৰ গুৰুত্ব সম্প্ৰতি বাৰুকৈয়ে উপলব্ধি কৰিছে; কিন্তু সুন্দৰ সিঙৰ মনৰ অভিপ্ৰায় কি নজনাকৈ কামত আগবাঢ়িব পৰা নাই। হৰিদেও সিঙে ইতিমধ্যে সুন্দৰ সিংহৰ পিতৃ-মাতৃয়ে দি যোৱা ধন আৰু অলঙ্কাৰ বেঙ্কত জমা হৈছে আৰু বেঙ্কৰ পাছবুক সুন্দৰ সিঙক গতাই দিছে।

সুন্দৰ সিং উচ্চ শিক্ষিত ডেকা ল'ৰা—তেওঁৰ বুজিবলৈ বাকী নাই যে হৰিদেও সিং অতি সৎ লোক আৰু টকা পয়চা ধন সোণৰ দায়িত্বও সম্পূৰ্ণভাৱে তেওঁক গতাই দিয়াত সুন্দৰ সিঙে নিজকে তেওঁলোকৰ পৰা পৰ পৰ ভাৱ মনলৈ অনা নাই। বিয়াৰ ক্ষেত্ৰতো তেওঁ ভাবি আছে পালক পিতৃ-মাতৃয়ে যি ব্যৱস্থা কৰে তাতে মান্তি থাকিব; কিন্তু ইতিমধ্যে সুন্দৰ সিংঙৰ প্ৰাণত লতিকা দেৱীয়ে এক মধুৰ আলোড়ন সৃষ্টি কৰিছে। সেই কথা মুখ ফুটাই কোৱাও টান আৰু তেওঁৰ বিবাহ অন্যত্ৰ স্থিৰ হবলৈ দিয়াটোও টান। এনে দোদুল্যমান মনৰ অৱস্থাত হৰিদেও সিঙে এদিনাখন সুন্দৰ সিঙৰ বিয়াৰ কথা তুলিলে—বোপা! আমি এতিয়া তোমাৰ বিয়াখন পাতিব খুজিছোঁ। তোমাকেই আমাৰ পুত্ৰ বুলি ভাবিছোঁ আৰু আমাৰ যি লা-ধুনা আছে সকলোখিনি তোমাৰ নামত লিখি ৰাখিছোঁ; তথাপি তোমাৰ বিয়াখন তোমাৰ অনুমতি সাপেক্ষে হে পাতিব খুজিছোঁ। তোমাৰ মতামত কি আমাক জানিবলৈ দিলে ভাল হয়।

লতিকাক লগ পোৱাৰ পূৰ্ব্বে এনে প্ৰস্তাৱ আহিলে সুন্দৰ সিঙে তৎক্ষণাৎ সম্পূৰ্ণ দায়িত্ব পালক পিতৃ-মাতৃৰ ওপৰতে দি দিলেহেঁতেন; কিন্তু এতিয়া মানসিক অৱস্থা কিঞ্চিৎ পৰিবৰ্ত্তিত হৈছে কাৰণে সুন্দৰ সিঙ নিৰব থাকিল আৰু একো উত্তৰ নিদি লাহে লাহে উঠি গ'ল। হৰিদেও সিঙে সুন্দৰ সিঙৰ এনে ব্যৱহাৰত ৰবকৈ মানসিক আঘাত পালে।

কিছুদিন পাছত সুন্দৰ সিঙে হৰিদেও সিঙক অতি নম্ৰভাৱে ক'লে—পিতা! মই সিদিনা আপোনাৰ মোৰ বিবাহ সম্পৰ্কীয় প্ৰস্তাৱত একো উত্তৰ নিদি আপোনাৰ মনত আঘাত দিছোঁ। সেই প্ৰশ্নৰ উত্তৰ এতিয়া দিব খুজিছোঁ—তাৰবাবে মোক ক্ষমা কৰক আৰু মোৰ কথা শুনক। মই অনুভৱ কৰিছোঁ যে শ্ৰীমতী লতিকা দেৱী যেন মোৰ প্ৰতি আকৃষ্ট হৈছে। মই যে আকৃষ্ট হৈছোঁ—তেনে নহয়। এনে ক্ষেত্ৰত যে মোৰ এটা দায়িত্ব আছে তাকেহে অনুভৱ কৰিছোঁ। মই এতিয়া আপোনাৰ পৰামৰ্শ সুধিছোঁ যদি মোৰ অনুমান সত্য হয় মই তেওঁৰ লগত বিয়াৰ সম্মতি তেওঁলোকক দিম নেকি? ইয়াত কিবা বাধা আছে নেকি? আপোনালোক দুজনৰ আশীৰ্ব্বাদ নাথাকিলে মই এনে বিবাহত সম্মত হ'ব নোৱাৰোঁ। তেওঁলোকক অৰ্থাৎ লতিকাৰ অভিভাৱকসকলক স্পষ্টকৈ কথাখিনি কৈ তেওঁলোকৰ মতামত জানিব খুজিছোঁ। লতিকাকো সুধিব খুজিছোঁ মোৰ অনুভৱ বা অনুমান সঁচা নে মিছা। এই কথাত হৰিদেও সিঙে উত্তৰ দিলে—বোপা। তুমি মোক এই কথা সুধি বৰ ভাল কৰিলা। মই সিদিনা মোৰ কথাৰ উত্তৰ নেপাই বৰ মৰ্ম্মাহত হৈছিলোঁ—ই সঁচা। এতিয়া তুমি কলিকতালৈ গৈ তোমাৰ প্ৰশ্নৰ সমাধান বিচাৰিবা তাত মই বেয়া পাবৰ কোনো কাৰণ নাই। এটা কথা তুমি জনা উচিত যে তুমি বঙালী ব্ৰাহ্মণৰ ল'ৰা। এই কথা তোমাৰ লগতে অন্য পুথিখনত সংক্ষেপে লিখা আছে। তেওঁলোক ব্ৰাহ্মণ হয় নে নহয় আৰু ব্ৰাহ্মণ নহলে তোমাৰ সেই বিয়াত সম্মতি আছে নে নাই সেই কথা সম্পূৰ্ণ তোমাৰ নিজৰ কথা। আমি নিজে ব্ৰাহ্মণ নহয় তোমাৰ বিয়া ব্ৰাহ্মণ ছোৱালীৰ লগত দিয়াটোহে আমাৰ ইচ্ছা। তোমাৰ বৈদিক সংস্কাৰবোৰ যথা সময়ত নিষ্পন্ন কৰা হৈছে—তুমি সেইটো জানা। অন্নপ্ৰাশন সংস্কাৰ তোমাৰ জন্মদাতা পিতৃয়ে কৰিছিল। চূড়াকৰণ আৰু উপনয়ন কাশীৰ উপযুক্ত ব্ৰাহ্মণৰ দ্বাৰা কাশীতে কৰাইছোঁ। তুমি আমাৰ পুত্ৰ স্বৰূপ থাকিলেও আমি তোমাৰ বৰ্ণভেদ মানিবলৈ ৰাজী আছোঁ। তুমি বৰ্ণভেদ নামানিলেও আমি তাৰবাবে কোনো আপত্তি নকৰোঁ। তুমি যোৱাৰ আগে দিন স্থিৰ কৰি তেওঁলোকলৈ এখন চিঠি বা টেলিগ্ৰাম দিয়া উচিত।

সুন্দৰ সিঙে পালক পিতৃৰ কথাখিনি শুনি বৰ ভাল পালে আৰু নিজকে বৰ কৃতজ্ঞবোধ কৰিলে।

(৬)

সুন্দৰে পূৰ্ব্বে চিঠি লিখি কলিকতালৈ যোৱাৰ দিন স্থিৰ কৰি লতিকা দেৱীক জনাই দিলে আৰু সেই অনুসাৰে নিৰ্দ্দিষ্ট দিনত তেওঁলোকৰ ঘৰত

উপস্থিত হ'ল গৈ। লতিকাহঁতৰ ঘৰত পিতৃ-মাতৃ আৰু লতিকাৰ উপৰিও ককায়েক চাৰিজন সিদিনা উপস্থিত আছিল। সুন্দৰ সিঙ্ গৈ উপস্থিত হ'লত সকলোৱে আনন্দ প্ৰকাশ কৰিলে।

সন্ধিয়া সময়ত ড্ৰয়িং ৰুমত সকলোটি উপস্থিত থকাত সুন্দৰে তেওঁৰ মনৰ কথা সকলোখিনি বিবৰি ক'লে। লতিকাই য়ে তেওঁক ভাল পাই তেওঁৰ প্ৰতি আকৃষ্ট হৈছে, সেই অনুভূতিৰ কথাও স্পষ্টকৈ ক'লে। লতিকাই সেই কথাত কোনো আপত্তি নকৰিলে, অস্বীকাৰো নকৰিলে।

লতিকাৰ পিতৃয়ে প্ৰশ্ন কৰিলে—এতিয়া তোমাৰ মূল প্ৰশ্ন কি সেইটো আমাক জনোৱাচোন।

সুন্দৰ সিঙে উত্তৰ দিলে—মই লতিকাক বিয়া কৰাবলৈ ৰাজী আছোঁ যদি লতিকাৰ সম্মতি আছে। আপোনালোক কায়স্থ, মই সেইটো জানোঁ। মই ব্ৰাহ্মণ সন্তান—বঙালী। মোৰ বৈদিক সংস্কাৰবোৰ কৰা হৈছে। তথাপি আপোনালোকৰ আশীৰ্ব্বাদ ব্যতিৰেকে মই এই বিয়াত সন্মত হব নোৱাৰোঁ। আপোনালোকৰ মতমত কি তাকেহে জানিবলৈ আহিছোঁ। ঈশ্বৰৰ ইচ্ছাত মই অৰ্থহীন দৰিদ্ৰ ব্যক্তি নহয়। মোৰ পৈতৃক ধন মোক কুলোৱা জোখেৰে আছে। মই এম, এছ, ছি পাছ কৰি স্বাধীন ব্যৱসায়ত লাগি আছোঁ। মোৰ কাৰখানাৰ আয় মোৰ জোখাৰে যথেষ্ট হয়। আপোনালোকৰ ছোৱালী কি পাছ সেইটো মই বিচাৰ নকৰোঁ। বিয়াত যৌতুক স্বৰূপে ধন, সোণ মোক একো দিব নালাগে। এইদৰে লতিকাৰ পাণিপ্ৰাৰ্থী হ'ল—সুন্দৰ সিং।

এই প্ৰস্তাৱৰ উত্তৰত লতিকাৰ পিতৃ ধনঞ্জয় মিত্ৰই ক'লে বোপা। তুমি কোৱা সকলোখিনি কথা সত্য; কিন্তু আমাৰ পূৰ্ব্বপুৰুষসকলে কেতিয়াও অসবৰ্ণ বিবাহত সম্মতি দিয়াও নাই আৰু অসবৰ্ণ বিবাহ কৰাও নাই। বৰ্ত্তমান যুগত এনে বিবাহ প্ৰচলিত হব ধৰিছে সিও সঁচা; কিন্তু পিতৃ হিচাবে মই এই প্ৰস্তাৱত সম্মতি দিব নোৱাৰোঁ। পুৰুষাণুক্ৰমিক চলি অহা প্ৰথা মোৰ সংসাৰত প্ৰথমতে মই ভঙ্গ কৰিবলৈ ইচ্ছা নকৰোঁ।

তেতিয়া সুন্দৰ সিঙে ক'লে—ভাল কথা। আপোনাৰ নিৰ্ভেজাল উত্তৰত মই সন্তুষ্ট; কিন্তু আপোনাৰ কন্যাই যদি স্ব ইচ্ছাই মোৰ লগত বিবাহত সোমাব খোজে তেতিয়া মই আইনমতে আপোনাক জাননী দিয়াম বিয়াৰ পঞ্জীকৰণ বিষয়াৰ দ্বাৰা। তেতিয়া সেই বিষয়াৰ কাৰ্য্যালয়ত আপোনাৰ মত ব্যক্ত কৰাৰ পাছত সেই বিষয়াৰ ৰায় অনুসৰি কাৰ্য্য হ'ব। আপোনাৰ ছোৱালীয়ে যদি বিয়াত অসম্মতি প্ৰকাশ কৰে, প্ৰস্তাৱৰ পৰিণতি তাতেই শেষ হ'ব।

ঠিকেই কৈছা বোপা। মোৰ ছোৱালী যদি মোৰ অবাধ্য হৈ কাৰ্য্য কৰে—মোৰ কোনো উপায় নাই, কাৰণ দেশৰ আইন ছোৱালীৰ সপক্ষে; কিন্তু আমাৰ

ধৰ্ম-বৰ্ণাশ্ৰম ধৰ্মৰ ভিত্তিত প্ৰতিষ্ঠিত। পূৰ্ব্বপুৰুষৰ নামত এতিয়াও শ্ৰাদ্ধ তৰ্পণ আদি কৰ্মবোৰ বেদৰ বিধান অনুসাৰে আমি কৰি আছোঁ। বেদ নেমানিলে হিন্দুত্ব নেথাকে। বৈদিক ধৰ্মই ভাৰতৰ হিন্দুৰ ধৰ্ম। যুগ যুগান্তৰ কল্প কল্পান্তৰ ধৰি এই ধৰ্ম এইদৰে চলি আছে। ভাৰতৰ তীৰ্থস্থানবোৰৰ কৃত্যসমূহও বেদৰ অন্তৰ্ভুক্ত। বেদ বিৰুদ্ধ কৰ্মত মই সন্মতি দিব নোৱাৰোঁ।

সুন্দৰ সিঙে ইয়াৰ পাছত কোনো প্ৰশ্ন নুতুলিলে আৰু পাছদিনা নিজৰ ঘৰলৈ বুলি যাত্ৰা কৰিলে।

সুন্দৰ সিং গুৱাহাটী পালেহি আৰু কাৰখানাৰ কাজ-কৰ্ম নিয়মিতভাৱে কৰি থাকিবলৈ ধৰিলে; কিন্তু কলিকতাৰ কোনো খা-খবৰ সম্পৰ্কে পিতৃ হৰিদেৱ সিঙক বা মাতৃ হৰিমতি দেৱীক একোকে নকলে। পিতৃ-মাতৃ উভয়ে ভাবিছিল যে সুন্দৰে নিজৰ পৰাই সকলো কথা তেওঁলোকক কব; কিন্তু একোকে নোকোৱাত তেওঁলোকে ভাবি ল'লে যে লতিকা-দেৱীৰ লগত সুন্দৰৰ বিয়া হোৱাৰ সম্ভাৱনা নাই; কিন্তু কোনেও কাকো একো প্ৰশ্ন নকৰিলে।

কিছুদিন এইদৰে গ'ল। তিনি মাহমান পাছত সুন্দৰ সিঙে লতিকাৰপৰা এখন চিঠি পালে। সেই চিঠিত লতিকাই তেওঁলোকৰ ঘৰৰ সমস্ত খবৰ বিৱৰি লিখিছে। তাত লিখিছে যে ককায়েক হৰেন মিত্ৰই দেউতাকৰ লগত কাজিয়া কৰিছে—সুন্দৰ সিঙৰ আবেদন মঞ্জুৰ নকৰাত। তেওঁৰ যুক্তি এই যে দেশৰ আইন যেতিয়া পৰিবৰ্ত্তন হৈছে, অসবৰ্ণ বিৱাহ যেতিয়া সামাজিক বিধি সিদ্ধ হৈছে তেনে ক্ষেত্ৰত পুৰণিকলীয়া বিধি আঁকৰি ধৰি থাকিলে কি হ'ব? দেশৰ প্ৰগতিত বাধাহে হব। তেওঁ এই যুক্তিৰ পৰা ইঁহকি নাহে। বাকী তিনিজন ককায়েকে পিতৃৰ মতকে সমৰ্থন কৰিছে। তেওঁলোকে কয় যে নিত্য নতুন আইন বিধান সভাত বা সংসদত গ্ৰহণ কৰি থাকিলে সমাজৰ প্ৰগতিত বাধাহে পৰে—পুৰণি সমাজ ভাঙি যাব ধৰে আৰু নতুন সমাজ সুস্থৰূপে গঢ়ি নুঠে। লতিকাই বৰজন ককায়েকৰ কথাত উৎসাহিত হৈ সুন্দৰৰ লগত বিয়া সোমাবলৈ ৰাজী আছে।

চিঠিখন দীঘলীয়া এখন প্ৰেম পত্ৰ। সেই চিঠি পঢ়ি সুন্দৰ সিঙ মহা বিমোৰত পৰিল। লতিকাৰ সঙ্কট অৱস্থা বুজি মন স্থিৰ কৰিব নোৱৰা হৈ পৰিল। পালক পিতৃৰ ইচ্ছা পূৰণ কৰাত এই চিঠিয়ে বাধা দিছে; আনকালে লতিকাৰ কোমল অন্তৰত আঘাত দিবলৈকো ভয় কৰিছোঁ। পিতৃক সুধিবলৈকো পথ নাই; তেওঁ পূৰ্ব্বেই কৈছে যে সুন্দৰৰ বিয়া ব্ৰাহ্মণী হোৱালীৰ লগত হ'লেহে তেওঁ ভাল পায়। এনে ক্ষেত্ৰত সুন্দৰৰ ইচ্ছা মতে বিয়া হোৱাত বাধা নাই সঁচা, কিন্তু সুন্দৰৰ মনলৈ পূৰ্ণ শান্তি নাহে—সিও সঁচা। বিবাহৰ ক্ষেত্ৰত এনেবোৰ শঙ্কা আশঙ্কা বৰ যন্ত্ৰণাদায়ক। সেই যন্ত্ৰণাত সুন্দৰ ভুগিছে। সেইকাৰণে এই বিষয়ে কোনো কথাৰ

অৱতাৰণা পিতৃ-মাতৃৰ ওচৰত কৰা নাই। ফলত ঘৰখনত এটা গম্ভীৰ পৰিৱেশৰ সৃষ্টি হৈছে।

(৮)

এনেতে এটি নতুন পৰিবেশৰ সৃষ্টি হ'ল। লতিকাৰ দাদা হৰেন মিত্ৰৰ লগত লতিকা আহি সুন্দৰ সিংহঁতৰ ঘৰত উপস্থিত হ'লহি। হৰিদেও সিঙে সস্ত্ৰীক এওঁলোকক অভ্যৰ্থনা জনালে আৰু অভ্যৰ্থিত হিচাবে কিছুদিন তেওঁলোকৰ ঘৰতে থাকিবলৈ অনুৰোধ জনালে। মিত্ৰ মহাশয় আৰু লতিকা তেওঁলোকৰ ব্যৱহাৰত অতিশয় সন্তুষ্ট হ'ল।

সুন্দৰ সিং নতুন এক সমস্যাৰ সন্মুখীন হব লাগিব বুলি মনে মনে আশঙ্কাগ্ৰস্ত হৈ উঠিল। ইতিমধ্যে সুন্দৰ সিঙৰো প্ৰীতিভাৱ উদয় হৈছে লতিকাৰ প্ৰতি। লতিকাক পালে সুন্দৰ সিঙো যেন সুখী হয় —এনে ভাব উদয় হৈছে। লতিকাক আইন মতে বিয়া কৰালে যে সুন্দৰ সিং ক্ষুণ্ণ নহব এনে কথা নহয়। সুন্দৰ সিঙেও ভাবিছে যে লতিকাৰ প্ৰেম ভাৱৰ অৱমাননা কৰা উচিত নহয়; কিন্তু দেশৰ পূৰ্ব্বৰ সংস্কৃতি আৰু বিবাহ প্ৰথাৰ বিৰুদ্ধে নিজৰ জীৱনটোক জড়িত কৰিবলৈ শঙ্কান্বিত হৈছে।

আলোচনাৰ সময়ত লতিকাই কৈছিল—তুমি তোমাৰ সংস্কৃতিক যি মূল্য দিছা, সেই মূল্য আজিৰ সমাজত সিমান মূল্যবান্ নহয়; বিশেষতঃ বৰ্ত্তমান কালত আইন সিদ্ধ প্ৰথাহে বেছি মূল্যবান। সুন্দৰ সিঙে তাৰ উত্তৰত কৈছিল ভোটৰ সংখ্যাধিক্যত কৰা আইন আৰু স্বভাৱজভাৱে উদ্ভৱ হোৱা আইন একে প্ৰকাৰৰ হব নোৱাৰে। বৈদিক যুগৰ পৰা চলি অহা শ্ৰেণী বিভাগ আৰু স্বধৰ্মৰ ব্যৱস্থা স্বাভাৱিক ভাৱে সৃষ্ট হৈছে। পুৰুষাণুক্ৰমিক আমি তাকে মানি আহিছোঁ। জীৱনৰ সিপাৰত কি আছে, তাক তুমিও নেজানা আৰু ময়ো নেজানোঁ কিন্তু বেদবাক্য লঙ্ঘন কৰিবলৈ সাহস নাই কাৰণেহে ইমান গুণা গথা কৰা হৈছে।

(৯)

পাশ্চাত্য দেশৰ আদৰ্শত ভাৰতীয় জাতিয়ে জীৱন যাত্ৰা নিৰ্ব্বাহ কৰিব ধৰিছে আৰু বৈদিক অনুষ্ঠানবোৰৰ প্ৰতি আমাৰ আস্থা বা আগ্ৰহ নোহোৱা হৈ আহিছে। বিহা-মেখেলা বা ভাৰতীয় শাৰী পোছাক ত্যাগ কৰি ফ্ৰক্ পায়জামা পিন্ধিবলৈ ধৰিছে আজিৰ ভাৰতীয় মহিলাসকলৰ ভিতৰত বহুতে। পৃথিৱীৰ বিভিন্ন জাতিৰ ভিতৰত বিবাহ প্ৰথা এটা চুক্তিৰ বাবেহে মাথোন কিন্তু ভাৰতীয়

জাতিৰ বিবাহ প্ৰথা এটি ধৰ্মীয় অনুষ্ঠান। ভাৰতীয় কৃষ্টি-সংস্কৃতিৰ ই এটা প্ৰধান নিদৰ্শন। বিয়াৰ সময়ত বৰে কন্যাৰ হৃদয়ত সৌহৃত স্থাপন কৰি ক'ব, তোমাৰ হৃদয় মোৰ হৃদয়ত স্থাপন কৰিলোঁ (হে কন্যা! তে হৃদয়ং মম ব্ৰতে দধামি,) তোমাৰ চিত্ত মোৰ চিত্তৰ অনুকূল হওক, মোৰ বাক্য তুমি পৰিপালন কৰিবা, তোমাৰ লগত মোৰ বিবাহ প্ৰজাপতিয়ে সম্বন্ধযুক্ত কৰক আৰু এই সম্বন্ধ তুমি কেতিয়াও ছিন্ন কৰিব নোৱাৰিবা। ইত্যাদি ৰকমে হিন্দুৰ বিবাহে চিৰ জীৱন উভয়ৰ সম্বন্ধ অচ্ছেদ্য কৰি ৰাখে। বৰ কন্যাৰ হৃদয়, চিত্ত আৰু সকলো প্ৰকাৰ সম্বন্ধ উভয়ৰ এক হোৱাৰ প্ৰতিশ্ৰুতি উভয়ে হোমাগ্নিক সাক্ষী কৰি গ্ৰহণ কৰে। জন্ম, মৃত্যু, বিবাহ এই তিনিওটা বিষয়ৰে উৎসাহ, আনন্দ আৰু সেই সেই বিষয়ৰ কৰণীয় কৰ্ত্তব্য ধৰ্মীয় অনুষ্ঠান হিচাবে পালন কৰা হয়। ভাৰতীয় শাস্ত্ৰই এই ধৰ্মীয় অনুষ্ঠানবোৰ নিয়ন্ত্ৰণ কৰে। একমাত্ৰ এই কাৰণতে সুন্দৰ সিঙে লতিকাক বিয়া কৰোৱাত ইতস্ততঃ মনোভাব গ্ৰহণ কৰিছে। নিজৰ মন সুস্থিৰ কৰি লব পাৰা নাই। পিতৃৰ সম্পত্তি ভোগ কৰিবলৈ হ'লে পিতৃৰ ইচ্ছা পূৰণ কৰাটো একপ্ৰকাৰ বাধ্যতামূলক। শাস্ত্ৰীয় বিধিও আছে। ইও ভাৰতীয় কৃষ্টি-সংস্কৃতিৰ এটি মহৎ বিধান।

(১০)

সুন্দৰ সিঙৰ মন স্থিৰ নোহোৱা কাৰণে বিয়া অতি সোনকালে হোৱাৰ সম্ভাৱনা দেখা নেযায়। হৰেন মিত্ৰ লতিকাক লৈ নিজ ঘৰ কলিকতালৈ গ'ল। সুন্দৰ সিঙক লতিকাৰ অসাক্ষাতত কৈ গ'ল যে তেওঁলোকে আৰু দুবছৰ অপেক্ষা কৰিব। ইয়াৰ ভিতৰতো যদি সুন্দৰ সিঙে লতিকাৰ পাণি গ্ৰহণ কৰিবলৈ সম্মত নহয় তেতিয়া তেওঁলোকে লতিকাক অন্য ঠাইত বিয়া দিবৰ যত্ন কৰিব।

সুন্দৰ সিঙে মনে মনে সঙ্কল্প কৰিছে যে হয় লতিকাক বিয়া কৰিব, নহয় অবিবাহিত হৈয়ে থাকিব। যি যুগৰ যি সমাজ সেই সমাজৰ নিয়ম প্ৰথা মানিলে একো দোষ নহয় বুলি সুন্দৰ সিঙে সিদ্ধান্ত লৈছে।

ইফালে হৰিমতিয়ে তেওঁৰ গিৰীয়েকক কৈছে—আপুনি সুন্দৰ সিঙৰ বিয়াখন লতিকাৰ লগত পাতি নিদিয়ে কিয়? সিহঁত দুয়োজনাৰ ভিতৰত যদি বিয়া নহয়, তেন্তে সিহঁতৰ কাৰো লগত বিয়া নহ'ব। দুটা জীৱন চিৰদিন হা-হুতাশ কৰি কটাই দিব; তথাপি সিহঁতৰ বিয়া আন ঠাইত নহয়, ই নিশ্চয়। সমাজৰ নীতি-নিয়মৰ পৰিবৰ্ত্তন হৈ আহিব ধৰিছে, পুৰণিকলীয়া নীতি-নিয়মত ধৰি থাকিলে, ভৱিষ্যতত দুখ-কষ্টহে সিহঁতে পাব। আমাৰ উভয়ৰে কৰ্ত্তব্য সিহঁতৰ বিয়াখন দুয়োৰো মাজত পাতি দিয়াটো। তাত একো দোষ নহ'ব।

হৰিদেৱে হৰিমতিৰ কথাৰ কোনো উত্তৰ নিদিলে কিন্তু মনে মনে চিন্তা কৰিলে আৰু ইয়াৰ ভিতৰত তেওঁৰ কৰ্ত্তব্যৰ ক্ৰুটী হোৱা যেন অনুভৱ কৰিলে। ক্ৰমে ক্ৰমে সেই অনুভৱে হৰিদেৱক চিন্তান্বিত কৰিলে।

হৰিদেৱে নিজৰ স্ত্ৰীৰ কথাত যথেষ্ট গুৰুত্ব দি চিন্তা কৰিবলৈ ধৰিলে। চিন্তাই মানুহক বিকল কৰি তোলে কিন্তু চিন্তাৰ পৰিণতি যেতিয়া সিদ্ধান্ত গ্ৰহণত ৰূপান্তৰিত হয়, তেতিয়া তদনুৰূপ কৰ্ম্মৰ বাবে মানুহ ব্যস্ত হয়। হৰিদেৱে চিন্তা কৰিলে যে মইতো তাক স্পষ্টকৈ কৈ দিছোঁ যে সি ব্ৰাহ্মণৰ ল'ৰা আৰু তাৰ মাক বাপেকৰ ইচ্ছা আছিল ব্ৰাহ্মণৰ ছোৱালীৰ লগতে তাৰ বিয়া দিয়াৰ; সেই কথা যেতিয়াই মই কৈছোঁ, তেতিয়াই মোৰ কৰ্ত্তব্য শেষ হৈছে। এতিয়া যদি সুন্দৰ সিঙে স্ব ইচ্ছাত লতিকাক বিয়া কৰায়, তাত হৰিদেও বা হৰিমতিৰ কোনো দোষ বা ক্ৰুটী নহয়। এই কথাকে হৰিদেৱে সুন্দৰ সিঙক বুজাই কবলৈ মনস্থ কৰিলে।

হৰিদেৱে সিদিনাই সুন্দৰ সিঙক তেওঁৰ চিন্তাৰ কথা স্পষ্টকৈ বুজাই দিলে। সুন্দৰ সিঙে যদি লতিকাক বিবাহ কৰিব খোজে সুন্দৰ সিঙৰ সেই ইচ্ছাত হৰিদেও বা হৰিমতিয়ে কোনো বাধা আৰোপ নকৰে আৰু সিহঁত দুয়ো সুখী হ'লেই তেওঁলোক সুখী হ'ব। সুন্দৰ সিঙে ইয়াৰ উত্তৰত ইয়াকে ক'লে —পিতা। মই এই বিষয়ে চিন্তা কৰি পিছত আপোনাক জনাম। সুন্দৰ সিঙে এইটো তাৰ পালক পিতৃ-মাতৃৰ অনুমতি বুলি গ্ৰহণ কৰিলে।

কাৰণ—এনে বিবাহ আইনসঙ্গত। হিন্দুৰ বিবাহকাৰ্য্য বৰ্ণাশ্ৰম ধৰ্ম্মৰ গণ্ডীত এতিয়া আবদ্ধ হৈ থকা নাই। পশ্চিমীয়া দেশবোৰৰ নিচিনা ভাৰতবৰ্ষয়ো ল'ৰা-ছোৱালীৰ ইচ্ছা অনুসাৰে বিবাহ কাৰ্য্যত অনুমতি দিছে—আইনৰ নতুন বিধানমতে। অৱশ্যে ইয়াৰ ভিতৰত এটা কথা আছে এই যে এতিয়াও বাইজৰ সৰহ সংখ্যক লোকে বৰ্ণাশ্ৰম ধৰ্ম মানিয়ে আছে। বৈদিক ক্ৰিয়া কাৰ্য্য, শ্ৰাদ্ধাদি কৰ্ম আৰু যাগ-যজ্ঞ এতিয়াও চলি আছে। এই কৰ্মবোৰ অতি সোনকালে লোপ পোৱাৰ কথা নহয়। হিন্দুৰ এইবোৰেই চিৰন্তন ধৰ্ম।

সুন্দৰ সিঙে এইবোৰ কথা চিন্তা কৰা নাই। তেওঁৰ চিন্তনীয় কথা মাত্ৰ এটা—সেইটো হৈছে জনক পিতৃ-মাতৃৰ ইচ্ছা আছিল সুন্দৰ চাঁদৰ বিয়া যেন ব্ৰাহ্মণৰ ছোৱালীৰ লগত হে হয়। এই ইচ্ছাৰ কথা সুন্দৰ সিঙৰ পিতৃয়ে হৰিদেওৰ আগত কৈছিল। জন্মদাতা পিতৃৰ এই কথা পালন কৰাটো সুন্দৰ সিঙৰ কৰ্ত্তব্য কৰ্ম— সেয়েহে আধুনিক সমাজৰ গতিধাৰা আৰু আইনৰ সম্মতি থকা ব্যৱহাৰ বিষয়ে সুন্দৰে চিন্তা কৰা নাই। সুন্দৰৰ সমস্যা হৈছে পিতৃৰ আদেশ পালন কেনেকৈ কৰে? ব্ৰাহ্মণৰ ছোৱালী বিয়া নকৰাই যদি লতিকাক বিয়া কৰায়, তেতিয়া পিতৃৰ আদেশ পালন কৰাটোতো নহয়েই, বৰঞ্চ পিতৃৰ অবাধ্য হোৱাটোহে বুজায়। এই সমস্যা সমাধানৰ কোনো পথেই সুন্দৰে বিচাৰি নাপায়।

আন ফালে লতিকাৰ সমস্যা হৈছে যে সুন্দৰৰ লগত বিয়া নহ'লে, লতিকাই চিৰ জীৱন অবিবাহিতা হৈ থাকিব—তথাপি অন্য কাকো পতি হিচাবে গ্ৰহণ নপৰে। এই কথাটোৱেহে সুন্দৰৰ মনত বেচিকৈ আঘাত দিয়ে। সুন্দৰৰ প্ৰতি লতিকাৰ প্ৰেমৰ পৰিণতি এয়েহে হব লাগে নেকি? এনে পৰিণত্তি লতিকাৰ প্ৰতি যেনেকৈ কাম্য নহয়, সুন্দৰৰো কাম্য নহয়। লতিকাৰ প্ৰেম সুন্দৰৰ লগত মিলনাকাংক্ষী; কিন্তু সুন্দৰৰ প্ৰেম সেইদৰে মিলনাকাংক্ষী হোৱাত প্ৰতিবন্ধক হৈছে জন্মদাতা পিতৃৰ ইচ্ছা বা আদেশ বা শাস্ত্ৰীয় অনুশাসন।

## (১১)

পিতৃৰ ইচ্ছাক নেওচি, সুন্দৰে লতিকাক বিয়া কৰাব খোজা নাই আৰু লতিকায়ো সুন্দৰক তাৰ বাবে উচটনি দিয়া নাই। লতিকাৰ পৰিয়ালৰ অভিভাৱক আৰু অভিভাবিকাসকলেও লতিকাক তেনে বুদ্ধি পৰামৰ্শ দিয়া নাই; কিন্তু নিজৰ কুল আৰু বংশ-মৰ্য্যাদা অক্ষুণ্ণ ৰাখি স্বজাতীয় দৰা এটা বিচাৰি লৈ লতিকাক বিয়া দিবলৈ ইচ্ছা প্ৰকাশ কৰিছে। লতিকা তাতো ক্ষুণ্ণ হৈছে। সুন্দৰৰ লগত বিয়াৰ বাবে লতিকাৰ যিমান ইচ্ছা আছিল তাতোকৈ বেছি অনিচ্ছা হৈছে আন কোনো ল'ৰাৰ লগত বিয়াৰ সম্বন্ধ পাতিবলৈ। লতিকাৰ এই মনোভাৱত পৰিয়ালবৰ্গ বৰ ক্ষুণ্ণ হৈছে—নিৰুপায় আৰু অসহায়বোধ কৰিছে। তেওঁলোকৰ ইচ্ছা সুন্দৰ আগবাঢ়ি আহি লতিকাক বিয়া কৰাওক; নহলে লতিকাক সম্মত কৰাওক আনৰ লগত বিয়াৰ সম্বন্ধ পাতিবলৈ।

সুন্দৰে তেওঁলোকক জবাব দিছে যে লতিকাই অন্য দ'ৰাৰ লগত বিয়া পতাটো নিতান্ত উচিত হব আৰু তাৰবাবে সুন্দৰ তিল মাত্ৰও ক্ষুণ্ণ নহয়। এই কথাৰ প্ৰত্যুত্তৰ লতিকাই সুন্দৰক দিছে—কিন্তু সেই কথা আন কোনেও নেজানে। লতিকাই সুন্দৰক কৈছে—তুমি অতি নিষ্ঠুৰ প্ৰকৃতিৰ লোক। তুমি মোক বিয়া কৰাবলৈ মই কোনো দিন কোৱা নাই আৰু এতিয়াও নকওঁ। মোৰ বিয়া এই জীৱনত কাৰো লগত নহয়—তোমাৰ লগতো নহয়; কাৰণ মই তোমাক তোমাৰ পিতৃ ইচ্ছা পালন কৰাৰ কথাহে কম। তুমি ব্ৰাহ্মণসন্তান, বৈদিক নিয়মে তুমি ব্ৰাহ্মণ হোৱাৰী এজনী বিয়া কৰোৱা উচিত। সমাজত এই ব্যৱস্থাই এতিয়ালৈকে চলি আছে।

লতিকাৰ সুন্দৰৰ প্ৰতি ওপজা প্ৰেম নিখুঁত আৰু পবিত্ৰ; কিন্তু জাতি বিভিন্ন হোৱাত সবৰ্ণ বিবাহ হব নোৱাৰে। অসবৰ্ণ বিবাহ আইনমতে সিদ্ধ সঁচা কিন্তু শাস্ত্ৰ আৰু পৰম্পৰা মতে সিদ্ধ নহয়। সেই কাৰণে সুন্দৰৰ লতিকালৈ প্ৰেম ভাব থাকিলেও শাস্ত্ৰীয় ব্যৱস্থা ভঙ্গ কৰি সুন্দৰে লতিকাক বিয়া কৰাবলৈ ইচ্ছুক

হোৱা নাই। লতিকাই তাৰবাবে সুন্দৰক বেয়াও পোৱা নাই আৰু বিয়াৰ বাবে পীড়াপীড়িও কৰা নাই। লতিকাৰ তাৰবাবে অস্থিৰ চিন্তাও হোৱা নাই; বৰঞ্চ সুন্দৰক শাস্ত্ৰীয় মতে উপযুক্ত কন্যাৰ লগত পৰিণীত হ'বলৈহে পুনঃ পুনঃ কৈ আছে। সুন্দৰে লতিকাৰ কথাত কাণ দিয়া নাই।

ইতিমধ্যে সমাজত হিন্দুৰ নতুন আইনমতে দুই এটি বিবাহ সম্পন্ন হৈ আছে। তেনে বিবাহৰ বিৰুদ্ধে কোনেও উচ্চ বাচ্যও একো কৰা নাই। সুন্দৰে মনে মনে চিন্তা কৰে—হিন্দুৰ বিবাহ প্ৰথা পৰিবৰ্ত্তিত হ'লে যে বৰ্ত্তমান সমাজ ছিন্ন-বিচ্ছিন্ন হৈ যাব তাত কোনো সন্দেহ নাই। নতুন সমাজ গঢ়ি উঠিবলৈ যে কিমান দিন লাগিব তাৰো কোনো ইয়ত্তা নাই। এনেদৰে নিজৰ জীৱন সমস্যা তথা বিবাহৰ সমস্যাক লৈ সুন্দৰে নানা ভাৱে নানা কথা চিন্তা কৰে—কিন্তু কোনো এটা কথাৰে সমাধান বিচাৰি নাপায়। ব্যক্তিৰ সমস্যাই সমাজৰ সমস্যাৰূপে দেখা দিয়ে। চিন্তাৰ ওৰ নপৰে।

## (১২)

পিতৃয়ে অৰ্জ্জন কৰা ধন-সম্পত্তি সুন্দৰে পাইছে। পিতৃৰ ইচ্ছা কি তাকো সুন্দৰে জানিছে। কৃতজ্ঞতা স্বৰূপে হ'লেও পিতৃৰ ইচ্ছা পূৰণ কৰাটো নিতান্ত উচিত—সুন্দৰে অন্তৰত এই বেদনা ভুগিছে। আনফালে লতিকাৰ অকৃত্ৰিম প্ৰেম ভালপোৱাৰ প্ৰতিদান স্বৰূপে একো দিব পৰা নাই—ইও এক অসহনীয় বেদনা।

লতিকাই কৈছে সুন্দৰ। তুমি পিতৃ আদেশ পালন কৰি নিজ কৰ্ত্তব্য সাধন কৰা—তোমাৰ মনোবেদনা লাহে লাহে অন্তৰ্হিত হ'বলৈ ধৰিব। এয়েহে তোমাৰ উচিত কৰ্ত্তব্য। তুমি মন স্থিৰ কৰা—তোমাৰ আন্তৰিক মৰ্ম্মবেদনাৰ হাতৰ পৰা তুমি সাৰিবা।

এই কথা সুন্দৰে বুজে; কিন্তু লতিকাৰ নিজৰ স্বাৰ্থ ত্যাগৰ মহিমাত মুগ্ধ হৈছে সুন্দৰ। লতিকাৰ প্ৰতি কৰ্ত্তব্য সাধন কৰিব নোৱাৰিলে সেই দুখ চিৰকাল থাকি যাব সেই কথাটোও সুন্দৰে বুজে। সেয়েহে সুন্দৰৰ দুখ আৰু বেদনা। সেই কাৰণে সুন্দৰে এটা পথ স্থিৰভাৱে নিশ্চয় কৰা উচিত।

সুন্দৰে পিতৃৰ আদেশ মানি স্বজাতীয় ছোৱালী এজনীক বিয়া কৰাবলৈ মনস্থ কৰিলে। এই সিদ্ধান্তৰ কথা সুন্দৰে পিতৃ-মাতৃ আৰু প্ৰেমিকা লতিকাক জানিবলৈ দিলে। পিতৃ-মাতৃ দুয়োজনে আৰু হিতৈষীসকলে এই কথাত বিমান সন্তুষ্ট হ'ল, শ্ৰীমতী লতিকাও সিমানেই সন্তুষ্ট হৈছিল। ব্ৰাহ্মণৰ ছোৱালী পোৱাটোও বৰ সহজ কথা নাছিল; কিয়নো তেতিয়াও ব্ৰাহ্মণৰ ছোৱালীবিলাকক শাস্তি ঋতুৰ পূৰ্ব্বে বিবাহ দিয়া প্ৰথা চলি আছিল। সাত-আঠ বছৰীয়া ছোৱালীৰ উৰ্দ্ধত পোৱাৰ

ষোল বছৰীয়া ছোৱালী পোৱাটোৱেই সম্ভৱ নাছিল। ছোৱালীবিলাকৰ তাৰ পূৰ্বেই বিয়া হৈ গৈছিল। অসমত বাজে ভাৰতৰ আন আন প্ৰদেশবোৰত ন-দহ বছৰীয়া ছোৱালীবিলাকেই শহৰ-শহুৰেকৰ ঘৰলৈ যাব লগা হৈছিল। ছোৱালীবিলাকৰ গৃহস্থালি ধৰ্মৰ শিক্ষা শহৰ শাহুয়েকৰ মতেই হৈছিল আৰু নাৰীৰ সতীত্ব ৰক্ষাৰ প্ৰাক্ সাৱধানতা স্বৰূপে এই প্ৰথা চলিছিল। এতিয়া স্ত্ৰী-স্বাধীনতাৰ যুগত এই প্ৰথা শিথিল হৈছে আৰু নাৰীৰ শিক্ষা পুৰুষৰ আৰ্হিতে গঢ়ি উঠিছে। সি যি নহওক সুন্দৰে অসমীয়া ব্ৰাহ্মণৰ বয়সিয়াল ছোৱালী বিচাৰি নেপাই অসমত থকা বঙালী ব্ৰাহ্মণৰ ছোৱালী এজনীকে স্থিৰ কৰিলে। ছোৱালীজনী ধুনীয়া আৰু বি, এ, পাছ। অসমীয়া ব্ৰাহ্মণসমাজে ইয়াত কোনো অসন্তোষ প্ৰকাশ নকৰি সমৰ্থনহে আগ বঢ়াইছিল। কোৱা বাহুল্য যে হৰিদেৱ, হৰিমতী আৰু সুন্দৰসিং ইতিমধ্যে অসমীয়া ভাৱাপন্ন হৈ অসমীয়া সমাজৰ লগত মিলি গৈছিল।

এই ছোৱালীজনীও অসমীয়া ভাবাপন্না আছিল। নাম আছিল—তৰুলতা, তৰুলতাৰ দেউতাকে ৰেলৱেত চাকৰি কৰি এতিয়া অৱসৰ পাইছে আৰু কামাখ্যা পাহাৰৰ দাঁতি কাষৰীয়া জমি এবিঘা লৈ অসমতে স্থায়ী নিবাস স্থিৰ কৰিছে। তৰুলতাৰ আৰু সুন্দৰৰ মিলনে লতিকা, হৰিদেৱ আৰু হৰিমতীৰ মনত বৰ সন্তোষ দান কৰিছিল। সেই সন্তোষ কিন্তু সুন্দৰৰ মনলৈ অহা নাছিল। দো-মনা মানুহৰ মনলৈ সন্তোষ সহজে নাহে। সুন্দৰে লতিকাক বিয়া কৰালেও অসন্তোষ মনোভাব আঁতৰ কৰিব নোৱাৰিলেহেঁতেন।

এই বিবাহ সম্পাদনত লতিকাই যি ভূমিকা লৈছিল—সি অতীৱ প্ৰশংসনীয়। প্ৰেমাস্পদ সুন্দৰৰ প্ৰতি যি ব্যৱহাৰ আৰু তাৰ বিবাহ—অনুষ্ঠানত লোৱা যি ভূমিকা লতিকাই লৈছিল তাৰ নমুনা পোৱা যায় সোদৰা বাই-ভনীৰ পৰাহে মাথোন। লতিকাৰ আনন্দ-মুখৰিত কথা-বতৰা, আলোচনা আৰু পৰামৰ্শৰ অংশ-গ্ৰহণ অতি মধুৰ আৰু স্নেহময় আছিল। সুন্দৰৰ ধনৰ অভাৱ নাছিল। বিবাহৰ সৌষ্ঠৱ আৰু সুৰুচিৰ অভাৱ কতো ঘটা নাছিল। নিমন্ত্ৰিত লোকসকলৰ অভ্যৰ্থনা আৰু বাৰুনীয়ৰৰ বাৰুনীসকলৰ ওপৰত দৃষ্টি দিয়া কাম লতিকাই বিশেষভাৱে নিজৰ দায়িত্বতে গ্ৰহণ কৰিছিল। সুন্দৰৰ প্ৰতি থকা লতিকাৰ প্ৰেমৰ বিষয়ে উক্ত মহলৰ কোনো কোনোৱে জানিব পাৰিছিল; কিন্তু সুন্দৰৰ বিয়া আন ছোৱালীৰ লগত হোৱাত তেওঁলোক আচৰিত হৈছিল। লতিকাৰ এনে ভূমিকাত তেওঁলোকে বৰ আশ্চৰ্য্যজনক যেন দেখিছিল। ক্ৰমে ক্ৰমে এই বিষয়ে আলোচনা হোৱাত সকলোৱে গূঢ় বিষয়ে অৱগত হ'ল আৰু লতিকাৰ স্বাৰ্থ ত্যাগৰ মহিমাত মুগ্ধ হৈ গৈছিল। লতিকাৰ অন্তৰৰ দুই-এক গৰাকী বান্ধৱীৰ আগত লতিকাই আচল কথাটো দিয়া কথাৰ প্ৰমাণত ঢাকি থবলৈ ইচ্ছা নকৰিছিল। সেয়েহে কথাটো বৰ বেছিকৈ প্ৰকাশ পালে।

বিবাহ কাৰ্য্য সুসম্পন্ন হৈ গ'ল; ফুলশয্যাৰ ব্যৱস্থাও লতিকাই নিপুণ ভাৱে সম্পন্ন কৰিছিল। লতিকাৰ কাৰ্য্যত সুন্দৰ অতি আচৰিত হৈছিল আৰু কোনো ব্যৰ্থ প্ৰেমিকাৰ পৰা এনে ব্যৱহাৰ আশা কৰা কাৰো পক্ষে সম্ভৱ নহয় বুলি ভালদৰে বুজি পাইছিল। ফুলশয্যাৰ দিনা ৰাতি কোনোৱেই লতিকাক সুন্দৰহঁতৰ ঘৰত দেখা নাপালে। পাছদিনা যথা সম্ভৱ অন্বেষণ কৰি লতিকাক কোনেও বিচাৰি উলিয়াব নোৱাৰিলে;—তাৰ কাৰণ লতিকাই ফুলশয্যাৰ সম্পূৰ্ণ যোগাৰ কৰি দি কলিকতালৈ বুলি ৰাওনা হৈছে, এই কথা কোনেও নেজানে। সকলোৱে বুজিলে যে লতিকা কলিকতালৈ গৈছে। কলিকতালৈ টেলিগ্ৰাম দিলে। দুদিন পাছত খবৰ আহিল যে লতিকা কলিকতালৈ আহিছে আৰু দুই এদিনতে কাশীলৈ যাব। কাশীত তেওঁলোকৰ আত্মীয় লোক আছে। কিছুদিন তাতে থাকিব বুলি কৈছে। এই খবৰ দিছে—লতিকাৰ ককায়েক শ্ৰীহৰেন মিত্ৰই।

(১৩)

সুন্দৰে বিয়া কৰালে অসমীয়া ভাবাপন্ন বঙালী ব্ৰাহ্মণৰ এজনী বি, এ পাছ ছোৱালীক। ছোৱালীজনীয়ে স্থানীয় হাইস্কুলত শিক্ষকতা কামো কৰে। বাপেক-মাক, ভায়েক, ভনীয়েক আছে। নাম—তৰুলতা। লতিকাৰ খবৰ বিছৰাত তৰুলতাই লতিকাৰ বিষয়ে একো নেজানিছিল। সেইবাবে তৰুলতাই সুন্দৰক সুধিলে—লতিকা কোন? আৰু লতিকাৰ লগত সুন্দৰৰ সম্পৰ্ক কি? সুন্দৰে লতিকাৰ বিষয়ে সকলো কথা বিবৰি ক'লে—কোনো কথা নুলুকালে। তৰুলতাই সমস্ত কথা বুজিলে আৰু লতিকাৰ প্ৰতি এটা শ্ৰদ্ধাৰ আৰু সহানুভূতিৰ ভাব উপজিল—তৰুলতাৰ হৃদয়ত। তৰুলতাৰ মনত লতিকাক লগ পাবলৈ এটি আগ্ৰহো উপজিল। ই অতি স্বাভাৱিক কথা।

সুন্দৰে তৰুলতাক বুজাই ক'লে—আমি দুয়ো এইবাৰ লতিকাৰ ওচৰলৈ যাম; তেওঁ এতিয়া ক'ত আছে সেই বিষয় সন্ধান কৰি আছোঁ। দুই-এদিনতে সন্ধান পাম। সম্প্ৰতি জানিব পাৰিছোঁ যে তেওঁ এতিয়া কাশীত আছে; কিন্তু কাশীৰ ঠিকনাটো নেজানিলে, বিচাৰি উলিবা টান হব। মই তেওঁৰ ককায়েক হৰেন্দ্ৰ মিত্ৰলৈ চিঠি দিছোঁ। তেওঁৰ উত্তৰলৈ বাট চাই আছোঁ।

এসপ্তাহৰ ভিতৰতে চিঠিৰ উত্তৰ আহিল। লতিকা দশাশ্বমেধ ঘাটৰ ওচৰতে বাঙালীটোলাত এগৰাকী বিধবা মহিলাৰ সৈতে আছে। মহিলাগৰাকী লতিকাৰ মাহীয়েক হয়।

হৰেন্দ্ৰ মিত্ৰৰ চিঠি পাই পিতৃ হৰদেও আৰু মাতৃ ছবিমতিৰ অনুমতি লৈ উভয়ে কাশীলৈ যাত্ৰা কৰিলে।

গুৱাহাটীৰ পৰা তৃতীয় দিনত উভয়ে কাশীপালে গৈ। দশাশ্বমেধ ঘাটৰ এটি মাৰোৱাৰী ধৰ্মশালাত তেওঁলোকে থকাৰ বন্দবস্ত কৰিলে আৰু নিজে ৰান্ধি-বাঢ়ি খোৱাৰ ব্যৱস্থা কৰিলে।

পাছ দিনা ৰাতিপুৱাতে উভয়ে দশাশ্বমেধ ঘাটলৈ গৈ স্নান ক্ৰিয়া সমাপ্ত কৰি ঘাটৰ চিৰিত উভয়ে কিছুসময় বহি থাকিল; আশা কৰিছিল কিজানি লতিকা স্নানলৈ আহোঁতে দশাশ্বমেধ ঘাটত লগ পায়। ৰাতিপুৱা ১০ বজালৈ ঘাটত থাকি লতিকাক নেপাই দুয়ো বিশ্বনাথ মন্দিৰলৈ দেৱতা দৰ্শনৰ বাবে যাত্ৰা কৰিলে। বিশ্বনাথ আৰু দেৱী অন্নপূৰ্ণাক দৰ্শন কৰি দোকান পোহাৰ চাই চাই ধীৰে সুস্থে ধৰ্মশালালৈ উভতিব ধৰিছে—এনেতে দেখিবলৈ পালে যে লতিকাই দুয়োহাতেৰে ফুল চন্দন আৰু নৈবেদ্যৰ বস্তু সামগ্ৰী লৈ বিশ্বনাথ দৰ্শনৰ উদ্দেশ্যে যাবলৈ ধৰিছে। সুন্দৰে তৎক্ষণাৎ ওচৰ চাপি গৈ মাত দিলে—লতিকা। তুমি ইয়ালৈ কেতিয়া আহিছা?

লতিকা বিস্ময় আৰু আনন্দতে ক'লে—তুমি তোমাৰ খবৰ আগেয়ে কোৱাছোন? লগত অহা সেই মহিলাগৰাকী কোন? বিয়াৰ দিনা ৰাতি অকণমান দেখিছিল, ভুল হব পাৰে বুলি লতিকাই প্ৰসংগত সেই বিষয় কিঞ্চিৎ সাৱধানতা ৰক্ষা কৰিছিল।

সুন্দৰে ক'লে—তুমি চিনি নেপালা নেকি? তেৱেঁই তোমাক বিচাৰি কাশীৰাজ্য পাইছেহি।

হয় নেকি? বুলি তৰুলতাৰ ফালে চকু ঘূৰাই সুধিলে—"ভনীটি। মোক বিচাৰি কাশী তীৰ্থ পাইছাহি। তোমালোকৰ মঙ্গল হওক, প্ৰভু বিশ্বনাথে তোমালোকৰ জীৱনযাত্ৰা মধুময় আৰু মঙ্গলময় কৰি তোলক। আজি এয়ে মোৰ আশীৰ্বাদ, শুভ ইচ্ছা।" অকণমান বাটচোৱা, মই মন্দিৰত দেৱদৰ্শন কৰি আহোঁ। এইবুলি লতিকা অকলে মন্দিৰ মুখে যাবলৈ ধৰিলে। বিশ্বনাথ দৰ্শন কৰি ফুল নিৰ্মালি নৈবেদ্য প্ৰসাদ আনি তিনিভাগ কৰি দুভাগ দুয়োকো দিলে। লতিকাই লাহে লাহে দুয়োকো ইঙ্গিতেৰে মাতি নি ওচৰতে থকা চাহ-মিঠাইৰ দোকান এখনত প্ৰৱেশ কৰি এঠাইত বহিল; পাছত সুন্দৰ আৰু তৰুলতাকো কাষতে বহিবলৈ ইঙ্গিত কৰিলে। তিনিও বহিল আৰু লতিকাই বাৰবী একো প্লেটকে আৰু চাহ একো কাপকৈ দিবলৈ ক'লে— দোকানৰ পৰিচাৰক ল'ৰাজনক।

'তাৰ পাছত কোৱা, তৰুলতা। বুলি লতিকাই সুধিলে —ইমান তলাতলীয়াকৈ বিয়াৰ পাছতে মোক বিচাৰি কাশী পালাহি? ইয়াৰ পাছত কি প্ৰগ্ৰেম কৰিছা? তোমালোকৰ এয়ে মধুচন্দ্ৰিকা ভ্ৰমণ—মই বুজি পাইছোঁ।

তৰুলতাই লতিকাক ভক্তিত ধৰি প্ৰণাম কৰি ক'লে— নহয়, বাইদেউ? আপুনি বিয়াৰ ৰাতিতেই কাকো একো খবৰ নিদিয়াকৈ গুচি আহিলে। মই সেই

কথা শুনি মনত বৰ দুখ পাইছোঁ—সেয়েহে আমাৰ এই ভ্ৰমণ আপোনাৰ অন্বেষণত —আপুনি যিয়েই নকওক।

কেনেকৈ জানিলা যে মই কাশীলৈ আহিছোঁ? কলিকতাত খবৰ কৰি জানিব পাৰিছোঁ।

"এৰা! মই ঘৰৰ অনুমতি লৈয়ে ইয়ালৈ আহিছোঁ। এতিয়া ব'লাছোন মই থকা ঘৰটো তোমালোকক দেখুৱাই দিওঁ। স্নান আৰু ফলাহাৰ হৈ গ'ল—এতিয়া দুপৰীয়াৰ সাজ আমাৰ ঘৰতে হওকচোন।

মোৰ যোৱাত আপত্তি কি? আপোনাৰ বন্ধুবৰক কওক।

সুন্দৰে হাঁহি মাৰি লতিকাক ক'লে—আমাৰ যোৱাত কোনো আপত্তি নাই।

তেতিয়া আটাইকেউজন লতিকা থকা ঘৰলৈ আহিল। লতিকাই মাহীয়েকক মাতি ক'লে—মাহীদেৱ! সুন্দৰ আৰু সুন্দৰৰ কইনা আহিছে—তোমাক চাবলৈ। সিহঁতে আজি আমাৰ লগতে দুপৰীয়াৰ সাজ ভাত খাব।

ভাল কথা—এই বুলি মাহীয়েক ঘৰৰ ভিতৰৰ পৰা ওলাই আহিল আৰু লতিকাক সুধিলে—তই নো এওঁলোকক কত লগ পালি?

লতিকাই ক'লে—মই দশাশ্বমেধ ঘাটত স্নান কৰি বিশ্বনাথ মন্দিৰলৈ যাওঁতে এওঁলোকৰ লগ পালোঁ; এওঁলোকে বিশ্বনাথক দৰ্শন কৰি তেওঁলোকে থকা ধৰমশালালৈ যাবলৈ ধৰিছিল। তেওঁলোকে হেনো মোকেহে বিচাৰি কাশীধাম পাইছেহি।

হয়, মাহীদেউ! আমি শ্ৰীমতী লতিকা দেৱীক বিচাৰিয়েই ইমান দূৰ পাইছোঁহি। সুন্দৰে ক'লে।

ভাল হৈছে, বোপা! অলপপৰ বহা। মোৰ ভাত-আঞ্জা সোনকালে হৈ যাব। খাই-বৈ যাবাহক।

কাশীত থকা এই মাহীয়েক গৰাকী লতিকাৰ মাকৰ আপোন ভনী। তেওঁৰ একমাত্ৰ পুতেক-বোৱাৰীয়েকক সংসাৰখন বুজাই দি কাশীবাস কৰিছেহি। পুতেকে মাহে মাহে একশকৈ টকা মাকলৈ পঠায়। পুতেকে এখন হাইস্কুলত শিক্ষকতাৰ চাকৰি কৰে আৰু পৈতৃক সম্পত্তিৰ পৰা পোৱা ধান বিক্ৰি কৰিও বছৰি হাজাৰ বাৰশ টকা পায়। মাজে মাজে মাকেও ঘৰলৈ গৈ লাগতিয়াল খা-খবৰখিনি কৰি আহেগৈ। অতি মৰমিয়াল লতিকাৰ এই মাহীয়েকগৰাকী। সম্প্ৰতি লতিকায়ো এই জীৱন-যাত্ৰাৰ পথিক হৈছে। সুন্দৰৰ বিবাহ হৈ যোৱাৰ পাছত ইয়ত লতিকা আহি উপস্থিত হৈছেহি। সুন্দৰে লতিকাক বিয়া নকৰোৱাত অকণো অসন্তুষ্ট হোৱা নাই। বৰ্ণভেদ মানি সুন্দৰে বিয়াৰ কইনা ঠিক কৰিছে—তাত বেয়া পাবৰ কোনো কাৰণ নাই। এয়ে লতিকাৰ মনোভাব।

সুন্দৰে বৰ্ণভেদ মানি বিয়া কৰালেও, লতিকাৰ প্ৰেমে বৰ্ণভেদ মানানি

সুন্দৰক ভাল পাইছে—এতিয়া সুন্দৰৰ প্ৰতি উত্তৰ হোৱা প্ৰেম আন কোনো পাত্ৰলৈ আগবঢ়াব নোৱাৰে লতিকাই। সেয়েহে লতিকাই অন্তৰত সন্ন্যাস মনোভাৱ সৃষ্টি কৰিবলৈ যত্ন কৰিছে। সুন্দৰে অন্য ছোৱালী বিয়া কৰোৱাত লতিকাই বেয়া পোৱা নাই, নাইবা ঈৰ্ষাপৰো হোৱা নাই নিজেও আন কোনো উপযুক্ত ল'ৰাৰ লগতো বিয়া নোসোমায়। সেইবাবে জীৱন-ধাৰণৰ এটা সুনিশ্চিত পন্থাৰ আৱশ্যক। মন স্থিৰ কৰিব পাৰা নাই কাৰণে কলিকতাৰ গৃহপৰিবেশৰ পৰা আঁতৰি থাকিবৰ ইচ্ছা পোষণ কৰিছে। কাশীত থকা মাহীয়েকৰ ওচৰলৈ অহাৰ সেয়ে একমাত্ৰ কাৰণ।

মাহীয়েকৰ ঘৰত সুন্দৰ আৰু তৰুলতাৰ থকাৰ ঠাইৰ অভাৱ। প্ৰথমদিনা গৈয়েই সুন্দৰে সেইটো উপলব্ধি কৰিছে। সেইবাবে ধৰমশলালৈ আহি তাৰেই এটা কম এমাহৰ বাবে ভাৰা বন্দোবস্ত কৰি ল'লে।

পোন্ধৰ দিন মানৰ পাছত লতিকাই প্ৰস্তাৱ আগবঢ়ালে যে লতিকা ইয়াৰপৰা কিছুদিনৰ বাবে পুৰীলৈ যাব। সুন্দৰ আৰু তৰুলতা কিমানদিন কাশীত থাকিব সেই প্ৰশ্নও উত্থাপন কৰিলে। সুন্দৰে ক'লে যে তোমাৰ যদি আপত্তি নাথাকে তেন্তে আমিও তোমাৰ লগতে পুৰীলৈ যাব পাৰোঁ। আমি পুৰীৰপৰা কলিকতা হৈ গুৱাহাটীলৈ যাম।

লতিকাই ক'লে মোৰ কোনো আপত্তি নাই—তোমালোকৰ ইচ্ছা হ'লে মোৰ লগত যাব পাৰা মই তাৰ বাবে একো বেয়া নেপাওঁ। বৰঞ্চ তোমালোকৰ লগত কিছুদিন থাকিলে, মই ভালহে পাম।

সেয়ে স্থিৰ হ'ল। পুৰীত গৈ তেওঁলোকে ৰথ যাত্ৰাৰ উৎসৱ দেখিবলৈ পাব। সেই অনুসাৰে যোৱাৰ বন্দবস্ত কৰিলে। পুৰীত গৈ সমুদ্ৰৰ পাৰত ভাৰত সেৱাশ্ৰমৰ আশ্ৰয় গ্ৰহণ কৰিলে। তিনিও একেলগে যোৱাত সকলোটিৰে মন আনন্দিত হৈ উঠিছিল।

পুৰীত পোন্ধৰ দিনমান থাকি তিনিও কলিকতা বুলি ৰাওনা হ'ল। তাত লতিকাহঁতৰ ঘৰত তিনি চাৰিদিনমান থাকি সুন্দৰ আৰু তৰুলতা গুৱাহাটীলৈ ঘূৰি অহাৰ কথা।

সুন্দৰে লতিকাক বিয়া নকৰোৱাত লতিকা ক্ষুণ্ণ নোহোৱা সঁচা; কিন্তু লতিকাহঁতৰ ঘৰৰ পৰিয়াল বৰ্গৰ ভিতৰত বহুতে ক্ষুণ্ণ হৈছে। অসবৰ্ণ বিবাহত শাস্ত্ৰীয় বহুতো প্ৰতিবন্ধক আছে কাৰণে সুন্দৰে পিতৃ ইচ্ছা পূৰণ কৰিবলৈ বাধ্য হৈছে। এই কথাটো আজি কালিৰ বহুতো লোকে বুজিবলৈ টান পায়। সেই কাৰণে এইবাৰ যেতিয়া সুন্দৰ সস্ত্ৰীক লতিকাহঁতৰ ঘৰলৈ আহিছে, আগৰবাৰৰ নিচিনাকৈ সাদৰ-সম্ভাষণ পৰিয়ালবৰ্গৰ পৰা পোৱা নাই। লতিকাৰ ঘৰৰ পৰিয়ালবৰ্গৰ কেইজন পৰাণী স্ত্ৰী-পুৰুষে লতিকাক সুন্দৰৰ লগত কোনো সম্পৰ্ক

নাৰাখিবলৈ কৈছে। অনাহুকত লোক নিন্দা শুনিব লগা হ'ব পাৰে আৰু লতিকাক বিয়া দিয়াও সম্ভৱ হৈ নুঠিব পাৰে। অবিবাহিত ছোৱালীৰ বিৰুদ্ধে লোক-নিন্দা বৰ মাৰাত্মক অস্ত্ৰ। লতিকাই নিজেই যে আন কাৰো লগত বিবাহিতা নহয়, এই কথা বহুতে এতিয়াও অনুমান কৰিবই পৰা নাই। এই কথা একমাত্ৰ তৰুলতাই অনুমান কৰিছে—সুন্দৰে আগৰ পৰাই জানে।

স্বামী-স্ত্ৰীৰ পৰস্পৰৰ পৰস্পৰৰৰ প্ৰতি যি প্ৰেম বা ভালপোৱা সেই প্ৰেম-ভালপোৱাৰ লগত আন কোনো প্ৰকাৰ ভালপোৱাৰ তুলনা হ'ব নোৱাৰে। সেয়েহে লতিকাই এবাৰ সুন্দৰক মানসিকভাৱে হ'লেও স্বামীৰূপে যেতিয়া বৰণ কৰিছে, তাৰ পাছত আন কোনো দ্বিতীয় ব্যক্তিক স্বামীৰূপে বৰণ কৰিব নোৱাৰে। লতিকাৰ জীৱন যাত্ৰা আনতকৈ ভিন্ন ধৰণৰ হ'ব। সেই জীৱনযাত্ৰাৰ স্বৰূপ লতিকাৰ কল্পনাত স্পষ্ট হৈ আছে; কিন্তু বাস্তৱত পৰিণত কৰিবলৈ কিছুদিন সময় লাগিব এইমাত্ৰ কথা। ভাৰতীয় নাৰীৰ সতীত্বৰ জ্ঞান আৰু মৰ্য্যাদা ভাৰতীয় নাৰীৰ অন্তৰৰূপৰা পৰিস্ফুট হৈ উঠে। ভাৰতীয় পুৰুষে তাক বুজে—আন দেশৰ বা ধৰ্মৰ মানুহে তাক সহজে বুজিব নোৱাৰে। ভাৰতৰ গাৰ্হস্থ্য ধৰ্মৰ বিষয়ে অন্বেষণ আৰু অধ্যয়ন কৰি যিসকল পাশ্চাত্য পণ্ডিতে তাৰ মৰ্ম্ম বুজি পাইছে তেওঁলোকে সেই গাৰ্হস্থ্য ধৰ্মৰ আৰু ভাৰতীয় নাৰীৰ মৰ্য্যাদাৰ উচ্চ স্থান দি গৈছে। লতিকা ভাৰতৰ নাৰী; ভাৰতীয় নাৰীৰ মৰ্য্যাদা কিদৰে ৰক্ষা কৰিব পাৰে তাৰ ভবিষ্যৎ আঁচনি লতিকাৰ কল্পনা ৰাজ্যতহে এতিয়াও আছে। ক্ৰমে ক্ৰমে প্ৰস্ফুটিত হৈ উঠিব।

## (২৪)

সুন্দৰে লতিকাৰ ঘৰৰ পৰিয়ালবৰ্গৰ প্ৰত্যেককে যথাযোগ্য সাদৰ-সম্ভাষণ জনাই নিজঘৰ গুৱাহাটীলৈ উভতি আহিল। সুন্দৰে অন্তৰে অন্তৰে উপলব্ধি কৰিছিল যে লতিকাৰ লগত এতিয়া ঘনিষ্ঠ সম্পৰ্ক ৰখা উচিত নহয়। তৰুলতাই বুজিছিল যে তেওঁলোকে লতিকাৰ ঘৰৰ পৰিয়ালবৰ্গৰ ব্যৱহাৰ পূৰ্বৰ দৰে ভালমতে পোৱা নাই। সেই অনুমান-অনুভূতিৰ কথা সুন্দৰৰ আগত কেতিয়াও ভাঙি পোৱা নাই। সেই বিষয়ে উভয়ৰ মাজত আলোচনাও উঠা নাই। দুয়ো বাৰু উভয়ে অন্তৰত কিছু আঘাত পাইছে। সেই আঘাতৰ কথা প্ৰকাশ কৰি সৌজন্যৰ কেনেও কোনোজনে প্ৰকাশ কৰিব খোজা নাই। যি আনন্দ মনেৰে লতিকাক বিচাৰি উভয়ে কাশীধামত উপস্থিত হৈছিলগৈ, সেই আনন্দমনেৰে ঘূৰি আহিব পৰা নাই। দুয়ো মনেৰেহে ঘূৰি আহিছিল। সৰল মনত সংসাৰৰ কুটিলতা প্ৰৱেশ নকৰিলে, এনেকুৱা পৰিস্থিতিৰ সৃষ্টি হয়।

সুন্দৰে যে লতিকাক ভাল পোৱাইছিল—তেনে কথা নহয়। কিন্তু আত্মসম

কথা পিতৃৰ মৃত্যুৰ পাছত গোৱাত, তেনে আদেশ অৱশ্য পালনীয় বুলি সুন্দৰে বিবেচনা কৰিছিল। তেনে আদেশৰ গুৰুত্ব সুন্দৰৰ মনত যিমান বেছি প্ৰভাৱ বিস্তাৰ কৰিছিল, সিমান গুৰুত্ব লতিকাৰ পৰিয়ালবৰ্গই নিদিয়াটো অস্বাভাৱিক নহয়। সুন্দৰৰ সৰল মনত তাৰ আঘাত অসহনীয় ৰূপে ক্ৰিয়া কৰিছিল। মানুহে সংসাৰৰ কুটিল চক্ৰবোৰৰ ক্ৰিয়াৰ অভিজ্ঞতা এই দৰেই পায়। সুন্দৰে নিজৰ মানসিক বেদনাৰ কথা সেই বুলি কাৰো ওচৰত প্ৰকাশ কৰা নাছিল। এই ঘটনাৰ অলপদিন পাছতে লতিকা গুৱাহাটী পালেহি আৰু তৰুলতাৰে অতিথি বুলি নিজক পৰিচয় কৰাই সুন্দৰৰ ঘৰতে উঠিলহি।

পূৰ্ব্বে লতিকাই কোনো খবৰ নিদিয়াকৈ আহি সুন্দৰৰ ঘৰত উপস্থিত হোৱাত সুন্দৰৰ মনটোত আন্তৰিক বেদনাই স্থান ল'লেহি। সুন্দৰৰ মনত ই একপ্ৰকাৰ নতুন অভিজ্ঞতা। এই নতুন অভিজ্ঞতাৰ প্ৰতিক্ৰিয়াৰ বাহ্যিক প্ৰকাশ গুপ্ত হৈ নেথাকিল—লতিকাৰ দৃষ্টিত; লতিকাৰ অন্তৰত সুন্দৰৰ মনৰ প্ৰতিক্ৰিয়া ছবিত উঠা যেন হৈছিল আৰু লতিকাই তাৰ বাবে দুখিত হৈছিল। পূৰ্ব্বৰ দৰে সহজ-সৰলভাৱে সুন্দৰৰ লগত আলাপ-আলোচনা কৰাত বাধা উপস্থিত হ'ল। তথাপি লতিকাই প্ৰথমতে সুধিলে—কি হ'ল, তোমাৰ? মনটো মাৰি আছা কিয়?

সুন্দৰৰ এনে প্ৰশ্নৰ বাবে প্ৰস্তুত নাছিল; সেইবাবে উছপ খাই উঠা যেন হৈ উত্তৰ দিলে—নাই, নাই; মোৰ একো হোৱা নাই। তুমি হঠাতে কিয় আহিলা, সেই কথাটো চিন্তা কৰি থকা দেখি তুমি ভাবিছা যে মনটো মাৰি আছোঁ। তুমি অহাত আনন্দহে পাইছোঁ।

ভাল কথা। মোৰ আগমনে যে তোমালোকৰ মনত আনন্দ দিছে, সেই কথা জানি বৰ বং পালোঁ। মই কেতিয়াবাই আহিলোঁ; খুৰীদেউ আৰু তৰুৰ লগত কথা পাতি আছিলোঁ; তোমাক অহা যেন দেখি তোমাক লগ ধৰিবলৈ আহিলোঁ। ভাল বাৰু। মই গা-পা ধুই লওঁ। পাছত কথা পাতিম। এই বুলি কৈ—তৰু। তৰু। মই এতিয়া গা ধুম। তইঁতৰ গা-ধোৱা ঘৰটো কেনি দেখুৱাই দেচোন। নহয় বাইদেউ। আপুনি সুৰা চাহ একাপ খাব বুলি কৈছিলে নহয়। মোৰ চাহ কৰা হৈ গৈছে। আপুনি চাহ খাওক। মই বাথ্ৰুমটো এপাক মাৰি চাই আহোঁ।

তৰুলতাই বাথ্ৰুমত সোমাই, তেল-চাবোন আদি সকলোবিলাক ঠিক্ ঠাক্ কৰি থৈ কমটো এবাৰ ধুই পেলালে। কমটো ৰাক্ ৰাক্ কৰে সুন্দৰ হৈ উঠিল।

লতিকা বাথ্ৰুমত সোমাই আকৌ ওলাই আহিল আৰু তৰুলতাক কলে—তৰু। তই বৰ ভাল ছোৱালী অ। বাথ্ৰুমটো ইমান ধুনীয়াকৈ ৰাখিছ। মই বৰ ভাল পালোঁদে। এই বুলি কৈ পুনঃ বাথ্ৰুমত সোমাল আৰু প্ৰায় আধা ঘণ্টামান পাছত ঘৰত পিন্ধা সাধাৰণ কাপোৰ এজোৰ পিন্ধি হৰিমতিৰ পাক্ঘৰত সোমাল। কি ৰান্ধিছে—খুৰীদেউ? এই প্ৰশ্ন কৰি পাকঘৰটোৰ কাষে দৃষ্টি দিলে।

পাক্‌ঘৰটোৰ বস্তুবোৰ ইমান সুন্দৰকৈ সজাই থোৱা আছে যে চালে চকু ৰৈ যায়। কমটোও যথেষ্ট আহল-বহল আৰু তাত মিট্‌চেফ্, চাহ কৰা টেবিল, মছলা পাতি ৰখা ওৱাল আলমাৰী ইত্যাদি ধুনীয়াকৈ চকা কৰি ৰখা আছে। ইয়াতো যে তৰুৰ হাত আছে, সেইটো বুজিবলৈ লতিকাৰ সৰহ সময় নেলাগিল।

ইতিমধ্যে তৰুলতাই চাহ-জলপানৰ যোগাৰ কৰিছে আৰু টেবিলৰ ওপৰত বস্তুখিনি যোগাৰ কৰি থৈ সুন্দৰ ক'ত আছে চাবলৈ গ'ল।

সুন্দৰে নিজৰ পঢ়া ঘৰৰ চেয়াৰখনৰ পাছ ফালে মুৰটো থৈ কিবা ভাবি আছে। এনেতে তৰুলতাই গৈ মাত লগালে—হেৰা! তুমি কি কৰি আছা! বাইদেউৰ বাবে চাহ-জলপানৰ যোগাৰ কৰিছোঁ। আহা! তেওঁ তোমাৰ কাৰণে ৰখি আছে।

সুন্দৰে সুধিলে—তেওঁৰ গা-পা ধোৱা হ'লনে? তৰুলতাই উত্তৰ দিলে—হৈছে।

সুন্দৰে ক'লে—ব'লা তেন্তে। এইবুলি কৈ সুন্দৰ আগবাঢ়ি গ'ল আৰু তৰুলতা পাছে পাছে গৈ থাকিল।

চাহ খোৱা টেবিলৰ ওচৰ পাওঁতে লতিকাই —আহাৰ আহা! বহা বুলি ওচৰৰ চেয়াৰখন দেখুৱাই দিলে। সুন্দৰ বহিল।

সুন্দৰে সুধিলে—এতিয়া কি কৰিবা বুলিনো ভাবিছা?

লতিকাই উত্তৰ দিলে—কিবা এটা কৰিম। বহুতো কথাকে ভাবি আছোঁ। একো স্থিৰ কৰিব পৰা নাই। সম্প্ৰতি দুই-একমাহ নিজৰ কলিকতাতে থাকিম; তেতিয়া হ'লে যি কৰা উচিত হয় বুলি ভবা যায়, সেই সম্পৰ্কে খবৰ বাতৰিবোৰ সংগ্ৰহ কৰিব পাৰিম। বিদেশত শিক্ষা লাভ কৰা সম্পৰ্কেও চিন্তা কৰিছোঁ। টকাৰ অভাৱ নহয়। আমাৰ কাৰখানাৰ এক পঞ্চমাংশ লাভৰ মালিক মই। বিদেশলৈ যাবলৈ হ'লে ঘৰৰ সকলোবোৰৰে সন্মতি লাগিব। আটায়ে এক মত এতিয়া হোৱা নাই। অইনবিলাকে মত দিলেও 'মা'ই মত দিয়াৰ সম্ভাৱনা নাই। তেওঁ দৰা বিচাৰি উলিয়াবলৈ ঘটক নিযুক্ত কৰিছে। সুন্দৰ নিমাত থাকিল। তৰুলতাৰ সন্মুখত লতিকাৰ বিয়াৰ কথা আলোচনা কৰিবলৈ লতিকা আৰু সুন্দৰ উভয়ে নাৰাজ।

লতিকাই দৰ্শনৰ সন্মানসহ বি. এ পাছ কৰিছে। এম. এ পঢ়ি ডক্টৰেট ডিগ্ৰীৰ বাবে বিলাতলৈ যোৱা সংকল্প কৰিছিল। এম. এ পঢ়াই নহ'ল। এতিয়া এম. এ পাছ নকৰাকৈ বিলাতলৈ যোৱাৰ ইচ্ছা কৰিছে। কম্যুনিষ্টবাইতে এম. এ ডিগ্ৰিটোলৈহে বিলাতলৈ যোৱাৰ কথা কয়। কম্যুনিষ্টবাইতৰ ইচ্ছা এম. এ পাছ কৰাৰ লগে লগে হয়তো বা বিয়াৰ ব্যৱস্থা কৰিব পাৰে। লতিকাই তেনে কথা মানিব নোখোজে। লতিকাই সেই কথা স্পষ্টকৈ জনাই দিছে। মনে মনে আৰু

স্বামী হিচাবে বৰণ কৰি লৈছিল, তেনে লোকজনৰ লগত যেতিয়া বিয়া হোৱাৰ কোনো সম্ভাবনা নাই, তেনে ক্ষেত্ৰত আন কাৰো লগত বিয়া হ'ব নোৱাৰে বুলি কৈ দিছে। লতিকাৰ এনে কথা ঘৰৰ কোনো এজনেও আমোল দিয়া নাই। লতিকাই তেওঁলোকৰ কথাতো মান্তি হ'ব পৰা নাই। এতিয়া তেওঁ অধ্যয়নৰ বাবে বিলাতলৈ যাবলৈ পাছপোর্ট বিচাৰিছে। ইতিমধ্যে নিজ দেশৰে প্ৰসিদ্ধ ঠাইবোৰ পৰিদৰ্শন কৰি ফুৰিবৰ আঁচনি কৰিছে। সেই উদ্দেশ্যত প্ৰথমতে সুন্দৰৰ আৰু তৰুলতাৰ লগত সাক্ষাৎ হৈ লবলৈ গুৱাহাটীলৈ আহিছে। পৰিয়ালবৰ্গৰ সকলো কেইজন লোকে ই লতিকাৰ অবাধ্যতামূলক ব্যৱহাৰ বুলি গণ্য কৰিছে।

## (১৫)

লতিকাই অসমৰ বিভিন্ন ঠাই, শিলং, কহিমা, যোৰহাট, ডিব্ৰুগড়, শদিয়া, তেজপুৰ ইত্যাদি ঠাই ভ্ৰমণ কৰিলে—ইতিমধ্যে এমাহ পাৰ হৈ গ'ল আৰু বিলাতলৈ যোৱা পাছপোর্ট আহি পালে। তেতিয়া বিলাতলৈ বুলি যাত্ৰা কৰিলে কিন্তু বিলাততকৈ জাৰ্মেনীতহে সংস্কৃত শিক্ষা, প্ৰাচ্যদৰ্শন আৰু ভাৰতীয় সাহিত্য -সংস্কৃতিমূলক শিক্ষাৰ আদৰ বেছি আছে বুলি বুজিব পাৰি জাৰ্মেনীতহে শিক্ষাৰ সুচল হ'ব বুলি জাৰ্মেনীৰ এখন বিশ্ববিদ্যালয়ত ভৰ্ত্তি হৈ গ'ল।

দুই-তিনি দিন পাছতে এটি ভাৰতীয় ছাত্ৰই আহি লতিকাৰ লগত পৰিচিত হ'ল। ভাৰতীয় ছাত্ৰজনৰ ঘৰ ভাৰতৰ জয়পুৰত—কিন্তু পূৰ্ব্বৰ তেওঁলোক বঙ্গদেশৰ লোক,—ঢাকা চহৰতে তেওঁলোকৰ ঘৰ আছিল। পূৰ্ব্ববাংলা পাকিস্তানত পৰিণত হোৱাত তেওঁলোকে জয়পুৰলৈ স্থায়ীভাৱে স্থানান্তৰিত হ'ল। কিছু বছৰ আগৰ পৰা ছাত্ৰজনৰ দেউতাকে জয়পুৰত এখন কাপোৰৰ দোকান দিছিল আৰু মাজে মাজে নিজৰ ঘৰলৈ বছৰটোৰ ভিতৰত দুই তিনিবাৰকৈ গৈছিল। এই ছাত্ৰজনে জয়পুৰতে থাকি স্কুল কলেজত পঢ়িছিল আৰু আৱশ্যক বোধে দোকানৰ কিনা-বেচা কামত দেউতাকক সহায় কৰিছিল। এই ছাত্ৰজনে যোৱা এম. এ. পৰীক্ষাত প্ৰথম শ্ৰেণীৰ সম্মান লৈ পাছ কৰিছিল। বিষয় আছিল—সংস্কৃত সাহিত্য। এতিয়া তেওঁ বেদৰ বিষয়ে অধ্যয়ন কৰিব খোজে। সেই বিষয়ে পৰামৰ্শ কৰিবলৈ আহিছিল। লতিকাই তেওঁক ক'লে—এই বিষয়ে মই আপোনাক বিশেষ একো সহায় কৰিব পৰা টান—কাৰণ মোৰ এতিয়াও এম. এ. মহলাৰ শিক্ষাই হোৱা নাই। তথাপি উভয়ৰ মাজত পৰস্পৰৰ উপযোগী আলোচনাৰ বাবে মোৰ এম. এ মহলাৰ বিষয়—বেদৰ আলোচনা হ'বও পাৰে। লতিকাই এই পৰামৰ্শ দিছিল এই কাৰণে যে বেদৰ বিষয়ে নিজেও উপকৃত

হোৱাৰ সম্ভাৱনা থকাত পৰস্পৰৰ মাজত অধ্যয়নৰ এটি সমপৰ্য্যায়ৰ মিলন সূত্ৰ পোৱা যাব পাৰে বুলি ভাবিছিল। এই ছাত্ৰজনৰ নাম আছিল—নিৰঞ্জন চৌধুৰী আৰু তেওঁৰ পিতাকৰ নাম আছিল প্ৰিয়ৰঞ্জন চৌধুৰী। পাশ্চাত্য দেশবোৰত স্ত্ৰী-স্বাধীনতাৰ গণ্ডী ভাৰততকৈ বহু বহল। লতিকা আৰু নিৰঞ্জনৰ অবাধ সংসৰ্গ আৰু মুক্ত জীৱন যাত্ৰাত কোনো দোষ কোনেও নেদেখে; কিন্তু জাৰ্মেনীত থকা ভাৰতীয় ছাত্ৰ-ছাত্ৰীমহলত এই সংসৰ্গ আৰু পৰস্পৰৰ মাজত থকা সৌহাৰ্দ্দ দৃষ্টিকটু হৈ উঠিছিল। লতিকা আৰু নিৰঞ্জনে এই কথা বুজিব নোৱাৰিছিল। ছাত্ৰ-ছাত্ৰীসকলে ধৰি লৈছিল যে এই সংসৰ্গই অৰ্থাৎ লতিকা আৰু নিৰঞ্জনৰ এইদৰে বন্ধুত্বৰ মিলনে বৈবাহিক জীৱনৰ সূত্ৰপাত কৰিছে। সেইবাবে তেওঁলোকে এনে সৌহাৰ্দ্দ্য দোষণীয় বুলিও ভবা নাছিল।

এনেতে ভাৰতৰ পৰা আন এটি ছাত্ৰ এম. এ পাছ কৰি বেদৰ আঁতিগুৰি সম্পৰ্কে গৱেষণা কৰিবলৈ জাৰ্মেনীত উপস্থিত হ'লহি। ভাৰতীয় ছাত্ৰমহলত এই কথা সোনকালে জনাজাত হৈ উঠিল। ছাত্ৰসহলৰ সংস্পৰ্শত আহি এই ছাত্ৰজনে নিৰঞ্জন আৰু লতিকাৰ কথাও শুনিবলৈ পালে। এই ছাত্ৰজনো আছিল বঙ্গালী; কিন্তু তেওঁলোকৰ পূৰ্ব্ব পুৰুষ বহুদিন আগতে আহি অসমত বসবাস কৰি আছিল। তেওঁলোক অসমীয়াই হৈ গৈছে। ছাত্ৰজনৰ নাম আছিল—শ্ৰীসুবোধ সেনগুপ্ত। এওঁলোকৰ ঘৰত বৈদিক কৃষ্টিৰ বৰ প্ৰভাৱ আৰু বৈদিক যাগ-যজ্ঞ। পূজা-পাতল আদি হৈ থাকে। গতিকে জাৰ্মেনিত সমভাবাপন্ন তিনিজনা ভাৰতীয় ছাত্ৰ-ছাত্ৰী সমবেত হৈছিল। তিনিওজনা লগ লাগিলেই প্ৰধানতঃ বৈদিক প্ৰসঙ্গ উত্থাপিত হয়।

"আৰ্য্য জাতি পৃথিৱীৰ আদি সভ্যজাতি। ভাৰতবৰ্ষই আৰ্য্যজাতিৰ উদ্ভৱ ক্ষেত্ৰ" এই লৈ তিনিওৰো মাজত বহল আলোচনা আৰু তৰ্ক-বিতৰ্ক হয়। আৰ্য্যজাতি আইন কোনো দেশৰপৰা ভাৰতবৰ্ষলৈ অহা নাই। যদি ধৰি লোৱা হয় যে আৰ্য্য জাতি অন্যদেশৰ পৰা ভাৰতলৈ আহিছিল, তেন্তে সেইখন কোন দেশ? সেই দেশত থকা সকলোবিলাক আৰ্য্য জাতিৰ লোক গুচি আহিছিল নেকি? এই প্ৰশ্ন স্বাভাৱিকতে উদয় হয়। ভাৰতবৰ্ষলৈ অহা আৰ্য্য সকলেহে বেদ-বেদাঙ্গ উপনিষৎ আদি গ্ৰন্থ ৰচনা কৰিব পাৰিলে? মধ্য এচিয়াত থকা বাকীবিলাক আৰ্য্য জাতিৰ লোকে কিয় ৰচনা কৰিব নোৱাৰিলে? নাইবা কাস্পিয়ান সাগৰৰ উপকূলত থকা বাকী অংশ আৰ্য্য জাতিৰ লোকে বৈদিক সভ্যতা কিয় সৃষ্টি কৰিব নোৱাৰিলে? এনে ধৰণৰ সাধাৰণ সাধাৰণ প্ৰশ্নবাণৰ ক্ৰমাৎ তিনিওজনে ঋগ্বেদ সংহিতা ৰচনা লৈ তুমুল তৰ্কযুদ্ধ কৰে। সাম, যজু, ঋক্ আৰু অথৰ্ব্ব এই চাৰিখনৰ ভিতৰত ঋগ্ বেদ আদি গ্ৰন্থ বুলি সকলে স্বীকাৰ কৰে—কিন্তু ঋক্ বেদত বাকী তিনিওখন বেদৰে কথা আছে। এই বিষয়ে সেই বাবে স্থিৰ নিশ্চয়

হোৱা সম্ভৱ নহয়; কিন্তু বেদ-বিভাগ যে একে সময়তে হৈছিল সেই বিষয়ে সন্দেহ নাই। তিনিওজনৰ মাজত বেদ সম্পৰ্কে আলোচনা হোৱাত লতিকাই এই মন্তব্য কৰে।

এই বিষয়ে আৰু বেছি আলোচনা আগ নাবাঢ়িল; কাৰণ সেই বিষয়ে সম্যক্ জ্ঞান কাৰো নাই। সি যি কি নহওক, তিনিওজনে বেদ পঢ়াকে স্থিৰ কৰিলে।

## (১৬)

পাশ্চাত্য দেশত গৃহস্থ মানুহৰ ঘৰত মূল্য দি অতিথি হিচাবে থাকিব পৰা যায়। সেই নিয়মে ভাৰতবৰ্ষীয় এই তিনিওজনা ছাত্ৰ-ছাত্ৰী বেলেগ বেলেগ গৃহস্থৰ ঘৰত থাকিছিল। লতিকা আছিল এগৰাকী মহিলাৰ ঘৰত। মহিলা গৰাকীৰ ঘৰত আন কোনো মানুহ নাছিল—আছিল এক মাত্ৰ ৬/৭ বছৰীয়া এটি পুত্ৰ সন্তান। এই মহিলাৰ স্বামীৰ লগত বনিবনা নোহোৱাত বিবাহ বিচ্ছেদ হৈ গৈছে। তাৰ পাছত তেওঁ কাৰো লগত বিবাহ বন্ধনত সোমোৱা নাছিল। পূৰ্ব্বৰ পৰিত্যক্ত স্বামী মাজে মাজে মিছ্ মাৰগাৰেটৰ নামৰ এই গৰাকী মহিলাৰ ঘৰলৈ আহি বিবাহ-বিচ্ছেদ নাকচ কৰি পুনৰায় বৈবাহিক বন্ধনত সংসাৰ যাত্ৰা নিৰ্ব্বাহ কৰিবলৈ ইচ্ছুক হৈছে বুলি পুনঃ পুনঃ আবেদন জনায়; কিন্তু মিছ্ মাৰগাৰেটে সেই প্ৰস্তাৱত ৰাজী হোৱা নাই।

মিছ্ মাৰগাৰেটে কয়—স্মিথ্। তুমি কিয় পুনঃ পুনঃ আহি মোক আমনি কৰাহি। এই বিবাহ-বিচ্ছেদৰ বাবে স্মিথেই প্ৰথম প্ৰস্তাৱ তোলে। সেই কাৰণে স্মিথৰ ব্যক্তিগত মতৰ ওপৰত মিছ্ মাৰগাৰেটে কোনো মূল্য দিয়া নাই। মাজে সময়ে তীব্ৰ গালিগালাজ কৰি মাৰগাৰেটে স্মিথক খেদাই দিয়ে। তাৰ পাছত কিছু দিন স্মিথ্ নাহে; তাৰ পাছত পুনঃ আহি আহি মাৰগাৰেটক আমনি কৰিবলৈ ধৰে। স্মিথ্ আৰু মাৰগাৰেট উভয়েই ইংৰাজ আছিল। আদৰ্শ ব্ৰিটিছ দম্পতি হিচাবে জাৰ্মেনীত বাস কৰিছিল আৰু সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰিছিল; কিন্তু বিবাহ-বিচ্ছেদ হোৱা বাবে উভয়ৰে সামাজিক ভাৱে মান-সন্মান কমি গৈছে। মাৰগাৰেটে ব্যক্তিত্বৰ প্ৰভাৱত আৰু সকলোকে স্নিগ্ধ সম্ভাষণ কৰাৰ ফলত সামাজিকভাৱে বহুতৰে লগত মধুৰ সম্বন্ধ ৰক্ষা কৰিব পাৰিছিল; কিন্তু স্মিথে সেইটো পৰা নাই।

স্মিথ আছিল মদাহী; মদৰ নিছাত কি কয় আৰু কি কৰে একো বুজিব নোৱাৰিছিল। স্মিথ্ বিদ্বান্ ব্যক্তিও আছিল। যি বিশ্ববিদ্যালয়ত লতিকা, নিৰঞ্জন আৰু সুবোধ সেনে নাম লগাইছিল সেই বিদ্যালয়ৰে ছাত্ৰ আছিল মিঃ স্মিথ্। এতিয়া তেওঁ সেই বিশ্ববিদ্যালয়ৰে বুৰঞ্জী বিভাগৰ অধ্যাপক হৈছে।

বেদ আৰু বৈদিক সাহিত্য অধ্যয়নৰ ক্ষেত্ৰত বুৰঞ্জীৰ জ্ঞানবো আৱশ্যক। গতিকে নিৰঞ্জন আৰু সুবোধ বুৰঞ্জীৰ এই জন অধ্যাপকৰ লগত পৰিচিত হৈ লৈছিল। অধ্যপনাত এই অধ্যাপকজনে যথেষ্ট সুখ্যাতি লাভ কৰিছে।

এনে এজন ব্যক্তি মদৰ নিচাত কেতিয়া কি কৰে তাৰ কোনো স্থিৰতা নেথাকে। বিবাহ-বিচ্ছেদ হোৱাৰ পাছতো যে পুনঃ পুনঃ মাৰগাৰেটৰ ওচৰলৈ আহে, মাৰগাৰেটে সেইটো পছন্দ নকৰে; সেই বাবে কটু কথা কৈ নিজৰ প্ৰেমস্পদক খেদি দিব লাগে বাবেও মাৰগাৰেটৰ দুঃখৰ অন্ত নথকা হয়। মানুহৰ চকুৰ আঁৰালত মাৰগাৰেটে চকুলো টোকে।

মাৰগাৰেটে স্মিথক ভাল পাই বিয়া কৰাইছিল। স্মিথৰ দুৰ্ব্যৱহাৰত বিবাহ-বিচ্ছেদ মোকৰ্দ্দমা তৰিছিল। স্মিথে কোনো প্ৰতিবাদ কৰা নাই। মাৰগাৰেটে যিবোৰ কাৰণত বিবাহ-বিচ্ছেদ বিচাৰিছিল, সেই সকলোবোৰ কাৰণ সঁচা বুলি স্বীকাৰ কৰিছিল। উভয়ৰে পৰস্পৰৰ প্ৰতি যি প্ৰেম আছিল, সেই প্ৰেমৰ কোনো হ্ৰাস ঘটা নাছিল। স্মিথে্ সেই প্ৰেমৰ নিদৰ্শন সদায় দি থাকে। কিন্তু মাৰগাৰেটে নিজৰ প্ৰেম লুকাই ৰাখিছিল—কঠিন ব্যৱহাৰৰ আবৰণত বিবাহ-বিচ্ছেদৰ পাছত।

প্ৰেমৰ নৈৰাশ্যই বিবাহ-বিচ্ছেদ ঘটাব পাৰে; কিন্তু প্ৰিয়জনৰ অমঙ্গল চিন্তা প্ৰেমিকৰ মনে কৰিব নোৱাৰে। বিশুদ্ধ প্ৰেমে কাম প্ৰবৃত্তিক দমন কৰিব পাৰে; কিন্তু কামলিপ্সাই বিশুদ্ধ প্ৰেমৰ মৰ্য্যাদা ৰক্ষা কৰিব নোৱাৰে। যুৱক-যুৱতীৰ পৰস্পৰৰ প্ৰতি যি স্বাভাবিক আকৰ্ষণ তাকে কাম বোলে। এই কাম ইন্দ্ৰিয় সুখতে পৰ্য্যবসিত হয়। কাম প্ৰবৃত্তি দমন কৰাৰ পচেষ্টাই প্ৰেমিকৰ প্ৰেমানুভূতি বৰ্দ্ধিত কৰিব পাৰে—আৰু প্ৰিয়জনৰ লগত সঙ্গ লিপ্সাও হ্ৰাস কৰিব পাৰে। স্মিথৰ লগত মাৰগাৰেটৰে বিবাহ-বিচ্ছেদ হ'লেও মাৰগাৰেটে স্মিথক আগৰ দৰেই ভাল পায়, স্মিথৰ মঙ্গল কামনা কৰে কিন্তু স্মিথক সেই অনুভূতিৰ কথা জানিবলৈ নিদিয়ে। মানৱ আত্মাৰ ক্ৰমোন্নতিৰ ইও এক পদ্ধতি। বহু পুৰুষে পূৰ্ব্বৰ বিবাহিত স্ত্ৰীক ত্যাগ কৰে আৰু দ্বিতীয় স্ত্ৰীক লৈ দাম্পত্য জীৱন সুখে যাপন কৰে; কিন্তু বহু ত্যক্তা স্ত্ৰীয়ে পুনৰায় পতি গ্ৰহণ নকৰে। বাকী জীৱন অকলশৰীয়াকৈয়ে কটায়।

স্মিথে মাৰগাৰেটৰ ওচৰলৈ আহি পূৰ্ব্বৰ দৰে জীৱন যাপন কৰিবৰ বাবে খাটনি ধৰেহি; কিন্তু মাৰগাৰেটে সেই প্ৰশ্ৰয় নিদিয়ে। পুৰুষসকলৰ ভিতৰতো বহুতে পূৰ্ব্বৰ স্ত্ৰীৰ মৃত্যু হ'লে দ্বিতীয় স্ত্ৰী গ্ৰহণ নকৰে। প্ৰথমা স্ত্ৰীৰ লগতে কাম লিপ্সাকো পৰিত্যাগ কৰে। স্মিথে ইন্দ্ৰিয় সুখ ভোগৰ কাৰণে আন কোনো স্ত্ৰীলোকৰ লগত সম্পৰ্ক কৰা নাই। ই স্মিথৰ মাৰগাৰেটৰ প্ৰতি থকা ভাল পোৱা নেকি?

তুমি কিয় আন এগৰাকী মহিলাক তোমাৰ সঙ্গিনী কৰি নোলোৱা? মাৰগাৰেটে স্মিথক কৈছে। সেই গৰাকী মহিলাই তুমিওতো হব পাৰা—তেতিয়া সকলো কথাই সুন্দৰ হৈ উঠে—স্মিথে কৈছে।

খবৰদাৰ! মাৰগাৰেটে কৈছে—পুনঃ সেই কথা হব নোৱাৰে। মই পুনঃ স্বামী নলওঁ। মই অকলশৰীয়া জীৱন কটাম। তুমি বন্ধু হিচাবে মোৰ লগত সম্পৰ্ক ৰাখিব পাৰা; কিন্তু আমাৰ উভয়ৰে পুনৰ্ব্বাৰ বিয়াৰ কথা নুলিয়াবা।

মাৰগাৰেটৰ স্মিথৰ প্ৰতি যি ভাল পোৱা, সেই ভালপোৱা অতি নিৰ্ম্মল। স্মিথ্‌ৰ সেই কথা বুজিবলৈ বাকী নাই, নহলে ইমান শিক্ষিত মানুহ এজনে ডাইভোৰ্চ কৰা তিৰুতা এগৰাকীৰপৰা ইমান তিতা লগা কথা শুনিবলৈ নাহিলহেঁতেন। আকৌ মাৰগাৰেটে স্মিথক কটু কথাৰে বিদায় দিয়াৰ পাছত অন্তৰত দুখ পাই বিছনাত পৰি কান্দিবলৈ ধৰে। স্মিথৰ কথাবোৰ সুঁৱৰি সুঁৱৰি হৃদয়ত বৰ আঘাত পায়। একে চিন্তা ভাবনাতে থাকি নিজৰ ল'ৰাটিৰ প্ৰতিও বিশেষ একো যত্ন লব পৰা নাই। ল'ৰাটিয়েও মাকক মাজে মাজে কন্দা দেখি আৰু দেউতাক আগৰদৰে এই ঘৰত নথকা দেখি মনে মনে দুঃখ কৰে—কিন্তু কাকো কোনো কথা নোসোধে। মাকে কেতিয়াবা কেতিয়াবা মৰম কৰিলেও দেউতাকে কোনো দিন মিঠা মাতেৰে আগৰ দৰে আদৰ নকৰাত সি বৰ দুঃখ পাইছে। মাক আৰু বাপেকৰ মাজত কন্দল উপস্থিত হৈছে সেই কথাও বুজি পাইছে। কিন্তু সি সদায় নিয়মিতভাৱে স্কুললৈ যায় আৰু ঘৰতো পঢ়াশুনা কৰে। তাৰ বুদ্ধি আৰু স্মৃতিশক্তি অতি প্ৰখৰ আছিল।

স্মিথে হঠাতে আৱিষ্কাৰ কৰিলে যে ল'ৰাটিৰ পঢ়া-শুনা ভালকৈ হ'ব লাগে। বৰ্ত্তমানে তাৰ প্ৰতি বৰ অৱহেলা কৰা হৈছে। সেই কাৰণে স্মিথ অসময়ত অৰ্থাৎ ল'ৰাটি স্কুললৈ যোৱাত মাৰগাৰেটৰ ওচৰলৈ আহি ক'লে—ল'ৰাটিৰ পঢ়া-শুনাৰ ভাল ব্যৱস্থা কৰিব লাগে।

কি ভাল ব্যৱস্থা কৰিব লাগে বুলি মাৰগাৰেটে সুধিলে। সি নিয়মমতে স্কুললৈ যায় আৰু ঘৰতো পঢ়া-শুনা কৰে। তোমাৰ ল'ৰাৰ শিক্ষাৰ বাবে তুমি কোনো দিন চিন্তা কৰা নাই। বিবাহ-বিচ্ছেদৰ সময়তো তুমি তাৰ কথা একো কোৱা নাই। মোৰ ওপৰতে দায়িত্ব এৰি দি নিশ্চিন্ত হৈ আছা। কি কৰিব লাগে কোৱা। উত্তৰত স্মিথে ক'লে—

তাৰ এতিয়া বয়স ৮ বছৰ হৈছে। তাক কোনো এখন ভাল স্কুলৰ হোষ্টেলত থৈ দিব লাগে। অৰ্থাৎ সিতো পিতৃ-স্নেহৰপৰা বঞ্চিত হৈছে; এতিয়া তাক তুমি মাতৃস্নেহৰ পৰাও বঞ্চিত কৰিব খুজিছা, নহয়নে? মাৰগাৰেটে ক'লে।

নহয়, নহয়—মইতো সেইটো ভবা নাই। সি তোমাৰ তত্ত্বাৱধানতে থাকক। তাক হোষ্টেলত থকাৰ বাবে যি খৰচ পত্ৰ লাগে [illegible] খৰচ পত্ৰ মইয়ে দিম।

মাৰগাৰেটে উত্তৰ দিলে—তাক হোষ্টেলত থৈ মই ঘৰত কাক লৈ থাকিম? —এইখিনি কথা কওঁতে মাৰগাৰেটৰ মাত থৰক্-বৰক্ হৈ উঠিল আৰু তাইৰ চকুৰ পৰা পানী ওলাব ধৰিলে। মাৰগাৰেটে নিজক চম্ভালিব নোৱাৰিলে।

স্মিথ আজিলৈ বহাৰপৰা উঠি ঘৰলৈ গুচি গ'ল।

(১৭)

লতিকাৰ লগত নিৰঞ্জন চৌধুৰীৰ সংসৰ্গ ক্ৰমে গাঢ়তৰ হ'বলৈ ধৰিলে। ভাৰতীয় ছাত্ৰমহলে এই সংসৰ্গ ভাল চকুৰে দেখা নাছিল। নিৰঞ্জন চৌধুৰীৰ লতিকালৈ প্ৰীতিভাৱ বাঢ়ি যোৱাটো লতিকাৰ মনত কোনো প্ৰকাৰ দোষ বুলি ভাব হোৱা নাছিল; কিন্তু আনৰ চকুত বিশেষকৈ সুবোধ সেনৰ মনত বেছি দোষণীয় বুলি ধাৰণা হৈছিল। তেওঁ বিদেশলৈ অহাৰ বেছি দিন হোৱা নাছিল আৰু ইউৰোপীয় ব্যৱহাৰ আদিত তেতিয়াও পৰিপক্ক হৈ উঠা নাছিল। কলিকতীয়া সমাজত এনে অবাধ সংসৰ্গ মানুহৰ দৃষ্টিত শোভন বুলি প্ৰতীয়মান নহৈছিল। সুবোধ সেনৰ দৃষ্টিও তেনে ভাৱতহে অভ্যস্ত আছিল।

সুবোধৰ লগত কথা পাতোঁতে লতিকাই মন কৰিছে যে সুবোধে নিৰঞ্জনৰ লগত অকলে ফুৰাচকা বা লাইব্ৰেৰী ঘৰত গোপনে কথা পতাতো পছন্দ নকৰে; কিন্তু লতিকাই যে সুবোধৰ লগতো ফুৰাচকা কৰে সেই সম্পৰ্কে কোনো এজন সহপাঠীয়ে কিসদৃশযেন দেখা নাই। লতিকাই সুবোধৰ উপদেশমূলক কথাবোৰত বৰ গুৰুত্ব দিয়া নাছিল। সুবোধ তেনে আন্দাজ কৰি তেওঁৰ উপদেশমূলক কথাবোৰ বেছি স্পষ্ট কৰি কবলৈ আৰম্ভ কৰিছে।

বেছি স্পষ্টকৈ উপদেশ দিয়াৰ চেষ্টাত সুবোধৰ আন্তৰিক মনোভাৱ স্পষ্ট হৈ উঠিছিল। লতিকাই বুজি পালে যে সুবোধে লতিকাৰ লগত প্ৰেম আৰু প্ৰেমাস্পদৰ বিষয়েহে কথোপকথন কৰিবলৈ বেছি ভাল পায়। নিৰঞ্জনৰ লগত যিবোৰ কথা হয় সেই কথাত সম্পূৰ্ণ শালিনতা থাকে আৰু বেছিৰ ভাগ কথাই নিজৰ পাঠ্যপুস্তক আৰু গৱেষণামূলক বিষয়বোৰৰ বিষয়েহে হয়। সুবোধৰ উপস্থিতিত এনে ধৰণৰ বিষয়বোৰৰ আলোচনা লতিকাই বা নিৰঞ্জনে কোনোদিনেই কৰা নাছিল। সুবোধে নিজেও তেনে ধৰণৰ কোনো প্ৰশ্ন কেতিয়াও উত্থাপন কৰা নাছিল। নিৰঞ্জনে নিজৰ ব্যক্তিগত ভাব অনুভূতি সম্পূৰ্ণ সংগোপনে ৰক্ষা কৰিছিল।

লতিকাই যাৰ লগতেই কথা নেপাতক, নিজৰ বাপু, গুণ আৰু ভদ্ৰ ব্যৱহাৰেৰে আটাইৰে মন হৰণ কৰি লব পাৰিছিল। একে প্ৰকাৰ ব্যৱহাৰৰ বাবে নিৰঞ্জনকো মুগ্ধ কৰিছে আৰু সুবোধকো মুগ্ধ কৰিছে। নিৰঞ্জনে লতিকাৰ আন্তৰিক

জীৱনৰ কথাবোৰ জানে। লতিকাই নিজেই কৈছে। লতিকাৰ প্ৰেমাস্পদ হৈছে সুন্দৰ চাঁদ। সুন্দৰ চাঁদে ইতিমধ্যে বিবাহ কৰিছে—সেই বিবাহত লতিকা উপস্থিত আছিল।

সুবোধ এইবোৰ কথা নেজানে। লতিকা অবিবাহিতা, লতিকাৰ বিবাহ উচ্চ শিক্ষিত কোনো এক লোকৰ লগতে হব, সুবোধে চিধাচিধিভাৱে ইয়াকে ধৰি লৈছে।

লতিকাই এদিন সুবোধক মাতি নি এখন টেক্সি ভাৰা কৰি কিছু দূৰ ঠাইলৈ বুলি যাত্ৰা কৰিলে। সুবোধে ভাবিছিল যে লতিকাই সুবোধক কিবা গোপনীয় কথা কবলৈ দূৰ ঠাইলৈ আহিছে। সুবোধে যি ইমানদিনে লতিকাৰ ওচৰত প্ৰেম নিবেদন কৰি আছে, তাৰেই কিবা ফল ধৰিছে। পূৰ্ব্বৰ কথা সোঁৱৰাই দি সুবোধে আজিও স্পষ্ট ভাষাৰে কৈছে যে সুবোধে লতিকাক বিয়া কৰাব খোজে। লতিকাৰ প্ৰতি তেওঁ প্ৰেমমুগ্ধ হৈছে। সুবোধৰ লগত বিয়াত সোমালে লতিকাই কোনো কষ্ট নাপায় ইত্যাদিবোৰ কথা কৈছে। টেক্সিৰ ড্ৰাইভাৰজন বিদেশী হোৱাত গাড়ীৰ ভিতৰতে এইবোৰ কথা কোৱাত কোনো অসুবিধা নাই বুলি সুবোধে ভাবিছিল; কিন্তু লতিকাই জানে যে ড্ৰাইভাৰজনে বঙালী ভাষা বুজি পায়। তেওঁ বহুত দিন কলিকতাত আছিল। লতিকাৰ চিনাকী ড্ৰাইভাৰ। সেইবাবে লতিকাই সুবোধক হাতেৰে ঠেলা মাৰি দি ড্ৰাইভাৰৰ ফালে আঙুলি সঙ্কেত দি কথা কোৱা বন্ধ কৰিবলৈ ইঙ্গিত দিলে। সুবোধ লজ্জিত হ'ল।

লতিকাই কিন্তু বুজিলে যে মানুহজনৰ অৰ্থাৎ সুবোধৰ সাধাৰণ বুদ্ধি কিছু কম। সেইবাবে লতিকাই নিজৰ মতলব সলনি কৰিলে। তেওঁ আজি সুবোধক নিজৰ বিষয়ে কিছু কথা কব বুলি ভাবিছিল; কিন্তু এনে বুদ্ধিহীন লোকৰ আগত গোপনীয় কোনো কথা কোৱা উচিত নহয়। সেইবাবে লতিকাই সুবোধক কলে — চাওক, এইখন কি সুন্দৰ দেশ। ইয়াৰ মানুহ বিলাক কিমান কৰ্ম্মঠ আৰু কিমান ভদ্ৰ ব্যৱহাৰৰ। আমাৰ দেশখন অৱশ্যে বহুতো ভাল; কিন্তু মানুহ বিলাক কৰ্ম্মঠ নহয়। অন্য দেশৰ মানুহৰ লগত ইমান ভদ্ৰভাৱে কথা কব নেজানে। আমাৰ দেশৰ সাধাৰণ মানুহবিলাকে ইংৰাজী নাজানে; কিন্তু যি বিলাক বিদেশী লোক আমাৰ গাওঁ-ভুঁই চাবলৈ যায় আৰু ভাৰতীয় ভাষাৰেই কথা কয়, সেই বিলাকৰ আগতো আমাৰ মানুহবিলাকৰ সঙ্কুচিত ভাৱটো নুগুচে। অথচ আমাৰ দেশৰ মানুহবিলাক বেছি অতিথিপৰায়ণ আৰু বেছি সৰল।

টেক্সি ড্ৰাইভাৰে মাত লগালে— মাইজী! আৰু কিমান দূৰ যাব?

লতিকাই উত্তৰ দিলে সৌ যে নৈখন আছে। তাৰে পাইন গছ জোপাৰ তলত অলপ সময় বহিম। পাৰৰ মানুহে ঠাই ভোগৰ চাহ্-চিমুনাকৈ ৰাখে আৰু ভাত খাবলৈ দিয়া বেকি বেইখনো চাবা কৰি ৰাখে।

ড্ৰাইভাৰে দূৰতে গাড়ীখন ৰাখি দুয়োকো আগ বঢ়াই দি পুনঃ গাড়ীখনৰ ওচৰলৈ আহিল।

গাড়ীখন ইমান দূৰৈত কিয় ৰাখিলে ড্ৰাইভাৰে? সুবোধে —এই প্ৰশ্ন কৰিলে।

লতিকাই ক'লে— ইও এক ভদ্ৰতাৰ লক্ষণ। আমাৰ কথা বতৰা ঢুকি নোপোৱা ঠাইত গাড়ীখন ৰাখিছে— যাতে আমি নিশ্চিত মনে মন খুলি অলাপ-আলোচনা কৰিব পাৰোঁ। ড্ৰাইভাৰ সেই ঠাইৰপৰা আমাৰ অজ্ঞাতত আমাৰ ওচৰলৈ নাহে। আহিব লগা কোনো কাৰণ ঘটিলে আগেয়ে হৰ্ণ দিব।

তাৰ পাছত তেওঁলোকে কথা পাতিলে। লতিকাই সুবোধক সুধিলে মিঃ সেন। আপুনি ডক্টৰেট ডিগ্ৰিৰ বাবে জাৰ্মেনীলৈ আহিছে। আপুনি সেই বিষয়ে তৎপৰ নহৈ প্ৰেমৰ খেলা খেলিবলৈ ইচ্ছা কৰিছে। মই আপোনাক কওঁ যে মোৰ বিয়া যথেষ্ট পলমকৈ হ'ব। মই এই ইউনিভাৰ্চিটিৰ পৰা এম, এ পাছ কৰি ডক্টৰেটৰ থিচিছ লিখিব লাগে। ইয়াৰ বাবে অন্ততঃ চাৰিবছৰ সময় লাগিব। আপুনি ইচ্ছা কৰিলে দুই বছৰতে ডক্টৰেট্ ডিগ্ৰী লৈ স্বদেশলৈ ঘূৰি যাব পাৰিব। তাত গৈ উপযুক্ত ছোৱালী অনায়াসে পাব।

সুবোধে ক'লে— মিছ্ মিত্ৰ। আপুনি মোক এইবোৰ কথা কিয় কৈছে? আপুনি চাৰি বছৰ নেলাগে পাঁচ বছৰো যদি মোক অপেক্ষা কৰিবলৈ কয়— মই অপেক্ষা কৰিম।

লতিকাই তেতিয়া ক'লে— মই আপোনাক অপেক্ষা কৰিবলৈ কিয় কম? মই এতিয়া বিয়াৰ কথা ভাবিব নোৱাৰোঁ আৰু আপোনাক কোনো প্ৰতিশ্ৰুতিও দিব নোৱাৰোঁ। মোক দেখি আপুনি খুচি হৈছে, মোৰ ৰূপ নাথাকিলেও মোৰ ৰূপত আপুনি মুগ্ধ হৈছে আৰু মোত বাজে আপুনি অন্য ছোৱালী বিয়া নকৰায়— এইবোৰ আপোনাৰ সমস্যা। আপোনাৰ সমস্যাৰ সমাধান আপুনিয়েই কৰিব লাগিব। মোৰ ফালৰ পৰা সকলো কথা স্পষ্টকৈ আপোনাক জানিবলৈ দিছোঁ। সমস্ত কথা বিবেচনা কৰি আপুনি সিদ্ধান্ত গ্ৰহণ কৰিব।

ব'লক। এতিয়া আমি ঘৰলৈ যাওঁহক। এইবুলি কৈ লতিকা বহাৰ পৰা উঠিল আৰু টেক্সিখনৰ ফালে খোজ ল'লে।

অগত্যা সুবোধেও লতিকাৰ পাছে পাছে আগবাঢ়ি যাবলৈ ধৰিলে। উভয়ে টেক্সিত উঠিল আৰু চহৰলৈ গতি কৰিলে।

চহৰ পাই লতিকা থকা ঘৰৰ দুৱাৰ মুখত লতিকা নামিল। টেক্সিৰ ভাড়া ড্ৰাইভাৰক বুজাই দিলে আৰু টেক্সি ড্ৰাইভাৰক সুবোধৰ থকা স্থানত নমাই দিবলৈ ক'লে। সুবোধে তেতিয়াই তেতিয়াই যাবৰ ইচ্ছা নকৰিলে; সেইবাবে টেক্সি ড্ৰাইভাৰক যাবলৈ আদেশ দিলে। ড্ৰাইভাৰে কিবা অলপ পৰহে লতিকাক ঘূৰাই দি বিদায় ল'লে।

(১৮)

পাছদিনা আছিল ৰবিবাৰ। ৰবিবাৰৰ দিনা ৮ মান বজাত নিৰঞ্জন চৌধুৰী লতিকাৰ ঘৰত উপস্থিত হ'লহি। অহাৰ উদ্দেশ্য হৈছে সুবোধ সেনক লতিকাই কি জবাব দিলে সেইটো জনা। লতিকা আৰু সুবোধ যে দূৰ ঠাইলৈ ফুৰিবলৈ গৈছিল সেই খবৰ নিৰঞ্জন চৌধুৰীয়ে ৰাখিছিল। নিৰঞ্জন চৌধুৰীয়ে আজিকালি লতিকাৰ লগত বিয়াৰ কথা নুলিয়ায়। লতিকাৰ উদ্দেশ্য লিখা পঢ়া কৰা - এম, এ পাছ কৰা আৰু ডক্টৰেট্ ডিগ্ৰি লাভ কৰা। লতিকাই নিৰঞ্জন চৌধুৰীক নিজৰ কাকায়েক যেন বুলি ভাবে আৰু বিয়াৰ কথা নুলিয়াবলৈ তেওঁক হাক দি থৈছে. নিৰঞ্জন চৌধুৰীয়ে সেই হাক-বচন মানিছে। সুবোধৰ মতি গতিৰ কথাও লতিকাই নিৰঞ্জন চৌধুৰীৰ আগত কৈছে। সেই কাৰণে সুবোধৰ প্ৰতি নিৰঞ্জন চৌধুৰীৰ এটা ঈৰ্ষা ভাব আছে। সেইটো থাকিলেও নিৰঞ্জন চৌধুৰীয়ে কোনো দিন লতিকাক আমনি কৰা নাই। তেওঁ লতিকাৰ প্ৰতি সহানুভূতিশীল মনোভাবেৰে মাথোন ব্যৱহাৰ কৰিছিল। অকলশৰে এজনী ছোৱালী অধ্যয়ন কৰিবলৈ সুদূৰ ভাৰতৰ পৰা জাৰ্মেনী পাইছেহি। জৰ্মেনীত থকা ভাৰতীয় ছাত্ৰ সকলে সহানুভূতিশীল মনোভাবেৰে ব্যৱহাৰ কৰাই স্বাভাৱিক। ভাৰতীয় ছাত্ৰ সকলে সেই বিষয়ে কোনো ত্ৰুটী কৰা নাই।

তাৰে কিছুদিন পাছত সুবোধ সেন পুনৰ লতিকাৰ ঘৰত উপস্থিত হ'লহি। লতিকাই আদৰ সাদৰ কৰি বহিবলৈ দিলে আৰু চাহ জলপানৰো ব্যৱস্থা কৰিলে। তাৰ পাছত এটা অজুহাত দেখুৱাই সোনকালে বিদায় দিবৰ চেষ্টা কৰিলে। ঠিক আৰু আধাঘণ্টাৰ ভিতৰতে এজন মানুহৰ লগত সাক্ষাৎ কৰিব লাগে বুলি প্ৰতিশ্ৰুতি দিয়া আছে; গতিকে আপোনাৰ লগত বেছি সময় কথা পাতি থাকিবৰ সময় নাই বুলি বিদায় দিলে। অইন মানুহ হোৱা হ'লে এনে ব্যৱহাৰত হয়তো অসন্তুষ্ট হ'লহেঁতেন; কিন্তু সুবোধ সেনে লতিকাৰ অসন্তুষ্টিৰ মনোভাব বুজিব নোৱাৰিলে।

(১৯)

ইতিমধ্যে কিছুদিন পাৰ হৈ গ'ল। কাৰো লগত কাৰো দেখা শুনা হোৱা নাই। হঠাতে এদিন নিৰঞ্জন চৌধুৰী লতিকাৰ তালৈ আহিল ৰাতিপুৱাৰ পিনে।

মিঃ চৌধুৰী দেখোন! আজি বহুদিন আপুনি অহা নাই। ময়ো অৱশ্যে যাব পাৰিলোহেঁতেন। —লতিকাই কলে।

আপুনি নোযোৱা বাবে মই একো ভবা নাই—মই নিজে লজ্জাতহে মনে

মনে অপৰাধীবোধ কৰিছোঁ। আপুনিও বহুদিন নোযোৱাত মোৰ মনত সন্দেহ উপস্থিত হ'ল— কিজানি কিবা অসুখ-বিসুখেই হৈছে। সেইবাবে আজি আহিছোঁ।

লতিকাই তথাপি অলপ লাজ পালে। লতিকাই ইচ্ছা কৰিয়েই নিৰঞ্জন চৌধুৰী আৰু সুবোধ সেনৰ সঙ্গ ত্যাগ কৰিবৰ চিন্তা কৰি আছিল। পিছে নিৰঞ্জন চৌধুৰীয়ে কোনো দিন আমনি লগা কথা লতিকাক নকয়। লতিকাক যথেষ্ট সমীহ কৰি চলে।

নিৰঞ্জন চৌধুৰীৰ থিচিছ্ দাখিল কৰা হৈ গ'ল—সেইবাবে তেওঁ লতিকাক মাত লগাবলৈ আহিছে। দুই চাৰিদিন মানৰ ভিতৰতে তেওঁ ভাৰতলৈ ৰাওনা হৈ যাব। লতিকাৰ এম. এ পৰীক্ষা শেষ হৈ গৈছে। এতিয়া ৰিসাৰ্চ কৰিছে। ডক্টৰেট্ উপাধি লৈহে ভাৰতলৈ যাব। সুবোধ সেনে থিচিছ্ সম্পূৰ্ণ কৰিব পৰা নাই। আৰম্ভণিতে আছে। লতিকাক প্ৰেমিকা হিচাবে নোপোৱাত বৰ নিৰাশ হৈছে মানুহজন।

আপুনি কেতিয়া মানে ভাৰতলৈ যাব—লতিকাই নিৰঞ্জন চৌধুৰীক সুধিলে।

নিৰঞ্জন চৌধুৰীয়ে ক'লে—মই এক সপ্তাহমানৰ ভিতৰতে ৰাওনা হোৱাৰ কথা আছিল। মোক ডক্টৰেটৰৰ বাবে গাইড্ কৰা প্ৰফেছৰজনে কৈছে যে দুসপ্তাহমানৰ ভিতৰত তোমাৰ খবৰ ওলাব। খবৰটো লৈও যাব পাৰা। সেয়েহে মই ভাবিছোঁ—এই কেইটি দিন থাকি যাম।

তাৰ পাছত নিৰঞ্জন চৌধুৰীয়ে লতিকাক ক'লে—মোৰ লগত আপোনাৰ পুনঃ সংযোগ নহবও পাৰে।

মোৰ কেইটিমান কথা আপোনাক কবলগীয়া আছিল; যদি আপোনাৰ অইন কোনো ব্যস্ততা নাথাকে, মই আবেলিলৈকে আহি আপোনাক লৈ যাম আৰু কোনো এঠাইত বহি মোৰ মনৰ কথাখিনি আপোনাক কম।

লতিকাই উত্তৰ দিলে—মইতো আপোনাৰ কবলগীয়া কথাৰ উত্তৰ আগতে দিছোঁ। মোৰ কাৰণে যিটো কথা সম্ভৱ নহয়, সেই কথা পুনঃ পুনঃ সোঁৱৰাই দি মোৰ মনত কিয় দুঃখ দিয়ে আৰু আপুনিয়েই বা তাৰ বাবে কষ্ট পায় কিয়?

আপুনি যি কথা কৈছে তাত মোৰ কোনো আসোঁৱাহ নাই। সেই কথাৰ মই পুনৰুল্লেখো নকৰোঁ। তাত বাজেওতো আন কিবা কথা থাকিব পাৰে—আপুনি আগতে তাৰ পথ বন্ধ কৰিব খোজে কিয়?—নিৰঞ্জন চৌধুৰীয়ে ক'লে।

ভাল বাৰু, আপুনি আহিব—যলৈকে মোক লৈ যায় মই যাম আৰু আপোনাৰ সকলো কথা শুনিম।

নিৰঞ্জন চৌধুৰীয়ে উত্তৰ দিলে—মই সন্ধিয়া আহি আপোনাক লৈ যাম। এই বুলি কৈ তেওঁ বিদায় ল'লে।

সন্ধিয়া আহি তেওঁ লতিকাক নিজৰ থকা ঠাইলৈকে লৈ গ'ল। তেওঁ অকলে এটা কমত থাকে আৰু আন এটা কমত তেওঁ অধ্যয়ন বা লিখা-পঢ়া কৰে। সেই কমটোত তেওঁ লতিকাক নি বহুৱালে। নিৰঞ্জন চৌধুৰীয়ে নিতৌ ডায়েৰী লিখিছিল। জীৱনৰ অভিজ্ঞতাৰ শিতানত ঘাই ঘাই ঘটনাবোৰ এনেদৰে লিখিছিল যে তাত কোনো অতিৰঞ্জন নাছিল কিন্তু বৰ মৰ্ম্মস্পৰ্শী আছিল। তাতে জীৱনৰ আলেখ্য সৃষ্টি হৈছিল। লতিকাৰ লগত বন্ধুত্বৰ চিত্ৰপট অতি সৰল ভাষাত যথাযথভাৱে চিত্ৰিত হৈছিল। পঢ়িলে মুগ্ধ হৈ যাব লাগে। লতিকাৰ লগত হোৱা কথা-বতৰাবোৰ এনেদৰে লিপিবদ্ধ কৰা হৈছিল যে তাত কোনো ৰহন নাছিল। ডায়েৰীখন মেলি সেই অধ্যায়টো লতিকাক পঢ়িবলৈ দি নিজে তাৰপৰা আঁতৰি গৈছিল আৰু লতিকাৰ যথাযোগ্য অভ্যৰ্থনাৰ বাবে যা-যোগাৰ কৰিছিল। আধা ঘণ্টামানৰ পাছত ঘূৰি আহি দেখে যে লতিকাৰ দুয়ো চকুয়েদি দুধাৰী অশ্ৰু বৈ পৰিব ধৰিছে। নিৰঞ্জন যে ইতিমধ্যে তাত প্ৰৱেশ কৰিছে লতিকাই বুজিবই পৰা নাছিল। নিৰঞ্জনে এই দৃশ্য দেখি পুনঃ অতি সন্তৰ্পনে তাৰপৰা ওলাই গ'ল। তাৰ পাছত অৰ্থাৎ আৰু আধা ঘণ্টামান পাছত চাহ-জলপান আনি তাত উপস্থিত কৰিলে।

লতিকাৰ তন্ময়তা ভাঙি গ'ল আৰু লৰা-লৰিকৈ ওলাই গৈ বাথ্‌কমত সোমাই হাত-মুখ-চকু ভালদৰে ধুই পুনঃ আহি সেই কমত সোমাল আৰু নিৰঞ্জনৰ ফালে চাই মিচিকি হাঁহি এটা মাৰিলে। নিৰঞ্জনেও হাঁহিব লাগিছিল; কিন্তু হাঁহিব নোৱাৰিলে। তলমূৰ হৈ থাকিল।

লতিকাই চৌধুৰীক সম্বোধন কৰি ক'লে আপুনি এইবোৰ কি লিখিছে? মোৰ নিচিনা দুৰ্ভগীয়া ছোৱালী এজনীক ইমান উচ্চ স্থান দিয়া উচিত হোৱা নাই। এইদৰে কোৱাৰ লগে লগে লতিকাৰ চকুৰপৰা পুনঃ অশ্ৰু বিসৰ্জ্জন হ'বলৈ ধৰিলে। ই এক করুণ দৃশ্য। চৌধুৰীয়ে তাৰ উত্তৰত একো কব নোৱাৰিলে।

চাহ-জলপান খোৱা হোৱাৰ পিছত চৌধুৰীয়ে ক'লে—ব'লক, আপোনাক ঘৰত থৈ আহোঁ; কিন্তু লতিকাৰ ইমান সোনকালে যাবৰ প্ৰবৃত্তি নহ'ল। লতিকাই কবলৈ ধৰিলে—শুনক, মোৰ কবলগীয়া কথা আছে। মই সুন্দৰ সিডক বৰ ভাল পাওঁ—আপুনি যেনেকৈ মোক বৰ ভাল পায়? কিন্তু এই জীৱনত সুন্দৰৰ লগত মিলন হোৱাৰ মোৰ কোনো পথ নাই। মই চিৰকুমাৰী হৈ জীৱনটো কটাম বুলি দৃঢ় প্ৰতিজ্ঞা হৈছোঁ। আপোনাৰ এই পবিত্ৰ প্ৰেমৰ প্ৰতিদান মই একো দিব নোৱাৰি বৰ দুঃখিত হৈছোঁ।

আপুনি পুৰুষ মানুহ—আপুনি বা কিয় দৃঢ় প্ৰতিজ্ঞ হ'ব খুজিছে চিৰকুমাৰ ব্ৰত ধাৰণ কৰিবলৈ। ইয়াৰ পৰা মোৰ দুঃখ তীব্ৰতৰহে হৈ উঠিব।

তেতিয়া চৌধুৰীয়ে ক'লে—শুনা, লতিকা! মই আজি তোমাক তুমি বুলিছো। মোৰ আজি এনে একো নাই যাৰ দ্বাৰা তোমাক সান্ত্বনা দিব পাৰো। মোৰ উচিত আছিল মোৰ অন্তৰৰ বেদনা তোমাক জানিবলৈ নিদিয়াটো; কিন্তু যিদিনাৰ পৰা মই দেখিছোঁ—মোৰ আকৰ্ষণ তোমাৰ প্ৰতি বাঢ়িহে গৈছে। মোৰ হৃদয় দুৰ্ব্বল হৈ পৰিল; তোমাক নজনোৱাকৈ থাকিব নোৱাৰিলোঁ। মোক ক্ষমা কৰিবা। তোমাৰ চিৰ-কুমাৰী ব্ৰতত মই প্ৰতিবন্ধক নহওঁ। তোমাকেই আদৰ্শ লৈ ময়ো চিৰকুমাৰ হৈয়ে থাকিম।

লতিকাই বেছি একো কব নোৱাৰিলে—চৌধুৰীৰ ভৰি দুখনত ধৰি এইখিনি মাত্ৰ ক'লে—হে মোৰ প্ৰেমাস্পদ। মোৰ প্ৰেম এই জীৱন-যাত্ৰাত দুভাগ হৈ গ'ল। তোমাকে মই জ্যেষ্ঠ ভ্ৰাতৃৰ মান-সন্মান আৰু ভক্তি যাচিছোঁ। তুমি অতি মহান। মোৰ এই নশ্বৰ দেশ ভোগ কৰিবলৈ যেন তোমাৰ কেতিয়াও প্ৰবৃত্তি নহয়। মোৰ চাৰিজন ককাই আছে। তোমাক লৈ আজিৰপৰা মোৰ পাচজন জ্যেষ্ঠ ভ্ৰাতৃ হ'ল। যদি সম্ভৱ হয় তুমি আৰু দুবছৰ ইয়াতে থকা। আমি দুয়ো একেলগে ভাৰতলৈ ঘূৰি যাম।

## (২০)

স্মিথৰ পক্ষে বিষম সমস্যাই দেখা দিছে—ল'ৰাটিৰ শিক্ষাৰ বিষয় লৈ। হোষ্টেলত নথলে তাৰ শিক্ষা ভাল হোৱাৰ আশা নাই। মাৰগাৰেটে বিবাহ-বিচ্ছেদ খণ্ডন কৰি স্মিথৰ লগত ঘৰ কৰিবলৈ ৰাজীও নহয় আৰু ল'ৰাটিক হোষ্টেলত থবলৈকো ৰাজী নহয়। আন ফালে দ্বিতীয় স্বামী লবলৈকো ইচ্ছুক নহয়। মাৰগাৰেটৰ নিচিনা গুণী ছোৱালীক বিয়া কৰাবলৈ বহুতো ধনী মানুহৰ ল'ৰা আগবাঢ়ি আছে। মূল কথা হৈছে যে মাৰগাৰেটে স্মিথক অতিশয় ভাল পায়; কিন্তু সাংসাৰিক জীৱনত স্মিথৰ লগত মিল ভাৰো নহয়; কাৰণ স্মিথৰ মদ খোৱাৰ মাত্ৰা ইমান বেছি যে মাৰগাৰেটে সেইটো সহ্য কৰিব নোৱাৰে। স্বাভাৱিক অৱস্থাত অৰ্থাৎ মদৰ নিছাত আবদ্ধ হৈ নাথাকিলে স্মিথৰ দৰে ভদ্ৰলোকৰ সংখ্যা বেছি নহয়। মাৰগাৰেটে নানা ভাবে চেষ্টা কৰি চাইছে স্মিথৰ মদ খোৱা অভ্যাস কমাই আনিবলৈ; কিন্তু নোৱাৰিলে—সেই কাৰণে এতিয়া মাৰগাৰেটে স্মিথক ভাল মুখে কথা নকয়।

স্মিথেও মাৰগাৰেটক এৰি অন্য ছোৱালী বিয়া কৰাব নোখোজে; কাৰণ সেই কাৰ্য্যই সাংসাৰিক জীৱনত আৰু বেছি জটিলতাহে আনিব। মাৰগাৰেটকে ঘূৰাই আনিব পাৰিব বুলি আশা কৰি আছে।

লতিকা মাৰগাৰেটৰ ঘৰতে থাকে। এই দম্পতি যোৰাৰ বিৱাহ-বিচ্ছেদ আদি সমস্ত ঘটনাকে দেখি থাকে আৰু জানি থাকে। লতিকাৰ সুন্দৰ সিঙলৈ যি প্ৰেম সেই প্ৰেমৰ অনুৰূপ বিকাশ মাৰগাৰেটৰ স্মিথলৈ থকা প্ৰেমৰ মাধ্যমত দেখা যায়। লতিকাই মাৰগাৰেটক কয়—তুমিনো ইমান নিষ্ঠুৰ কেনেকৈ হ'ব পাৰা। তোমাৰ স্মিথলৈ ভাল পোৱাৰ মাত্ৰা বৰ কম নহয়, অথচ তুমি তেওঁ আহিলেই ৰুদ্ৰমূৰ্ত্তি কেনেকৈ ধৰা। মাৰগাৰেটে লতিকাক "বাইদেউ" বুলি মাতে। মাৰগাৰেটে তেনে প্ৰশ্নৰ উত্তৰত কেতিয়াবা কয়— বাইদেউ! তুমি অন্তৰ্য্যামী কেনেকৈ হ'লা? মই স্মিথক ভাল পাওঁ। এই কথা তুমি কেনেকৈ জানিলা? মই যদি স্মিথক ভাল পাওঁ, স্মিথেনো বাৰু সেইটো নুবুজে কিয়?

লতিকাই উত্তৰ দিয়ে—তেৱোঁ সেই কথা বুজে; নহলেনো বিৱাহ-বিচ্ছেদ আইনতঃ হোৱাৰ পাছত কোনো অন্য তিৰুতাৰ পাছত ঘূৰি আন এগৰাকী স্ত্ৰী সংগ্ৰহ নকৰে কিয়? তুমি কেনেকৈ তেওঁক বান্ধি ৰাখিছা? ইমান কটু কথা কোৱাৰ পাছতো পুনঃ পুনঃ তোমাৰ ওচৰলৈ আহে।

মাৰগাৰেটে এইবোৰ প্ৰশ্নৰ উত্তৰ ভালদৰে নিদিয়ে। কেতিয়াবা উত্তৰ নিদিয়ে আৰু কেতিয়াবা উত্তৰ দিলেও মাৰগাৰেটে যে স্মিথক ভাল পায় সেই কথা স্বীকাৰ নকৰে। মৰ্য্যাদাসম্পন্না নাৰীৰ এয়ে প্ৰধান লক্ষণ। সকলো দেশৰ নাৰীৰেই হৃদয়ানুভূতি সমান। বিৱাহ-বিচ্ছেদ মাৰগাৰেটৰৰ ইচ্ছা ক্ৰমেই হৈছিল। তথাপি স্মিথলৈ তেওঁৰ ভাল পোৱা আগঁৰদৰে অটুট আছে।

লতিকাই সমস্ত কথা বুজি পাই আচৰিত হৈছে। ভাৰতবৰ্ষৰ নাৰীৰেহে যে কেবল পতিভক্তি আছে আৰু আন দেশৰ নাৰীৰ যে পতিভক্তিত নাই তেনে নহয়। বিৱাহ-বিচ্ছেদৰ দ্বাৰা মাৰগাৰেট কেবল নিজক আঁতৰাই নিছে। পতিপ্ৰেম সম্পূৰ্ণ অটুট আছে। লতিকা আৰু মাৰগাৰেট উভয়ে নাৰী! কিন্তু বিভিন্ন দেশৰ নাৰী; তথাপি তেওঁলোকৰ পতিপ্ৰেম একে পৰ্য্যায়ৰ বুলি ক'লে দোষ নহয়। সুন্দৰ সিং লতিকাৰ প্ৰেমাস্পদ কিন্তু পৰপুৰুষ; সেই কাৰণে আঁতৰৰ পৰা সুন্দৰ-সিঙৰ প্ৰতি প্ৰেম ভক্তি লতিকাই অবিচ্ছিন্নভাৱে ৰক্ষা কৰি আহিছে আৰু চিৰজীৱন ৰক্ষা কৰি থাকিব, এই ব্ৰত গ্ৰহণ কৰিছে। প্ৰেমৰ মহিমা অসীম।

***

# স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য ডাঙৰীয়াৰ পৰিয়াল-পৰিচয়

স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য
বি.এচ.চি. বিটি

স্বৰ্গীয়া চন্দ্ৰপ্ৰভা দেৱী (পত্নী)

**পুত্ৰসকল**

শ্ৰীহিৰণ্য কুমাৰ ভট্টাচাৰ্য্য
এম.এ., আই.পি.এচ. (অৱসৰপ্ৰাপ্ত)

শ্ৰীঅনিল কুমাৰ ভট্টাচাৰ্য্য
বি.এ., এল.এল.বি.

শ্ৰীসনৎ কুমাৰ ভট্টাচাৰ্য্য
বি.এচ.চি. (অনাৰ্চ)

ড° ইন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য
এম.এচ.চি., পি.এইচ.ডি.

**বোৱাৰীসকল**

শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্য
বি.এ. (অনাৰ্চ)

স্বৰ্গীয়া ইভা ভট্টাচাৰ্য্য
এম.এ.

শ্ৰীমতী প্ৰণিতা ভট্টাচাৰ্য্য
বি.এ.

শ্ৰীমতী অঞ্জনা ভট্টাচাৰ্য্য
এম.এ., বি.টি.

**পুত্ৰীসকল**

শ্ৰীমতী অনুপমা দেৱী

শ্ৰীমতী নিৰুপমা মিশ্ৰ

শ্ৰীমতী প্ৰজ্ঞা গোস্বামী
বি.এ.

**জোৱাইসকল**

৺কৰুণাকান্ত শৰ্মা
এম এ.

শ্ৰীসত্যকৃষ্ণ মিশ্ৰ
বি এ., বি.টি.

ড° প্ৰদীপ কুমাৰ গোস্বামী
এম্ টেক., পি এইচ.ডি.

**নাতিসকল**

শ্ৰীসঞ্জীৱ কুমাৰ ভট্টাচাৰ্য্য
এম.এ.

শ্ৰীৰাজীৱ কুমাৰ ভট্টাচাৰ্য্য
এম.এ.

শ্ৰীকাশ্যপ কুমাৰ ভট্টাচাৰ্য্য
বি.এ., এল.এল.বি.

শ্ৰীপ্ৰিয়ঙ্কৰ ভট্টাচাৰ্য্য

শ্ৰীদেৱৰ্ষি কুমাৰ ভট্টাচাৰ্য্য

**নাতি-বোৱাৰীসকল**

শ্ৰীমতী সুৰশ্ৰী ভট্টাচাৰ্য্য
বি.এ.

**নাতিসকল**

শ্ৰীমণীষ কুমাৰ ভট্টাচাৰ্য্য
ডাঃ দীপক শৰ্মা
এম.বি.বি.এচ., ডি.জি.অ'.
শ্ৰীজয়ন্ত শৰ্মা
বি.ই.
শ্ৰীবিদ্যুৎ কুমাৰ মিশ্ৰ
এম.কম., এম. মিউজ.
শ্ৰীপ্ৰদ্যুৎ কুমাৰ মিশ্ৰ
বি.এচ.চি., এম. মিউজ.
শ্ৰীৰাজৰ্ষি গোস্বামী

**নাতি-বোৱাৰীসকল**

শ্ৰীমতী বিৰজা শৰ্মা
শ্ৰীমতী জুবি শৰ্মা
বি.এ.
শ্ৰীমতী পুৰবী মিশ্ৰ
বি.এ., এম.মিউজ.

**নাতিনীসকল**

শ্ৰীমতী নন্দিনী বৰপূজাৰী
এম.এ. বি.পি.এম.*
শ্ৰীমতী লোপামুদ্ৰা ভট্টাচাৰ্য্য
বি.ই.
শ্ৰীমতী উপাসনা ভট্টাচাৰ্য্য
শ্ৰীমতী প্ৰিয়ম ভট্টাচাৰ্য্য
শ্ৰীমতী অপৰ্ণা শৰ্মা
এম.এ.
ডাঃ কল্পনা শৰ্মা
এম.ডি.
শ্ৰীমতী চন্দনা শৰ্মা,
বি.এ.
শ্ৰীমতী কৃষ্ণা শৰ্মা
এম.এ., বি.টি., এম. মিউজ.
শ্ৰীমতী অমৃতা গোস্বামী

**নাতি-জোৱাইসকল**

ডাঃ বিক্ৰম বৰপূজাৰী
এম.ডি.
শ্ৰীঅৰূপ শৰ্মা
বি.ই.
ডাঃ শিৱদেৱ সিং কাটোচ
এম.বি.বি.এচ.
শ্ৰীঅচিন্ত্য শৰ্মা
বি.এ., এল.এল.বি.

**পুত্ৰসকলৰ আজু-নাতিসকল**

আনুষ্কা, অভিনীতা, আয়োনা, আয়ান

**কন্যাসকলৰ আজু-নাতিসকল**

নীড়, নেহা, অনুৰাগ, ঈশান, কণীমা, দীক্ষা, নাচাচা আৰু দীপান্বী।

---

* Bachelor of Personnel Management

